# অসমীয়া
# জীৱনী অভিধান

শিৱনাথ বৰ্মন

চ'ফিয়া প্ৰেছ এণ্ড পাব্লিচাৰ্চ প্ৰাঃ লিঃ
গুৱাহাটী-২৪



অসমৰ জাতীয় জীৱনলৈ অৰিহণা যোগোৱা
সহস্ৰাধিক প্ৰয়াত ব্যক্তিৰ
জীৱন টোকা
সম্বলিত

# অসমীয়া জীৱনী অভিধান

শিৱনাথ বৰ্মন



চ'ফিয়া প্ৰেছ এণ্ড পাব্লিচাৰ্ছ প্ৰাঃ লিঃ
গুৱাহাটী-২৪

**Asamiya Jivani Abhidhan** — *a biographical dictionary of more than a thousand personalities of Assam who contributed towards the founding of Assamese nationality. Written by Dr. Sivanath Barman, Arya Vidyapeeth College, Guwahati-16 and published by Mahtab Hussain on behalf of Sofia Press & Publishers Pvt. Ltd., Guwahati-24.*

First Edition —— 1992

Rs. 200.00

Cover Design : Purnendu Patri
Photograph : Mahtab Hussain
Sketch : Padma Sinha,

Printed at — Sofia Press & Publishers Pvt. Ltd.
Guwahati - 781024.

*মোৰ তিনিগৰাকী সোদৰোপম বন্ধু*

**প্ৰসেনজিৎ চৌধুৰী**

**পৰমানন্দ মজুমদাৰ**

*আৰু*

**মাণিক দাসৰ**

*হাতত এই পুথি অৰ্পণ কৰিলো।*

*—লেখক—*

# পাতনি

বুৰঞ্জী কিছুমান জীৱনালেখ্যৰ আৱলী নহয়। সেইবুলি, ভাবিলে ভুল হ'ব যে বুৰঞ্জীৰ ৰচনা কাৰ্যত ব্যক্তিৰ ভূমিকা উপেক্ষণীয়। বুৰঞ্জী ৰচনা এটা বিমূৰ্ত প্ৰক্ৰিয়া নহয়। পাৰস্পৰিক সহযোগিতাৰ মাজেদি,- খোৱা, পিন্ধা-থকা ফুৰাৰ আহিলা সমূহ যোগাৰ আৰু উৎপন্ন কৰাৰ মাজেদি, মানুহেই-তেজ-মঙহৰ জীৱন্ত মানুহেই-বুৰঞ্জী ৰচনা কৰে, একোটা পৰম্পৰাৰ জন্ম দিয়ে।

জনদিয়েক মহাপুৰুষৰ জীৱনীৰ সমষ্টিয়েই বুৰঞ্জী বুলি একালত ভবা হৈছিল। একোটা জাতিৰ জীৱন গঢ়ি তোলাত মহাপুৰুষসকলৰ ৰবঙণি যে অপাৰ, এই বিষয়ে সন্দেহৰ অৱকাশ নাই। একোজন মহান পুৰুষ একোটা যুগৰ প্ৰতিভূ; যুগটোৰ তেওঁ একেধাৰে সন্তান আৰু পিতৃ। সমসাময়িক সমাজে তেওঁৰ জন্ম দিয়ে; আনহাতে সমাজখনক গঢ় দিয়াতো তেওঁৰ যথেষ্ট ভূমিকা থাকে।

লগতে এই কথাও অনস্বীকাৰ্য যে কেইগৰাকীমান মুষ্টিমেয় মহৎ লোকেই এটা জাতিৰ জীৱন গঢ়ি নোতোলে। তেওঁলোকে পথ নিৰ্দেশনা দিয়ে আৰু এই নিৰ্দেশনা অনুসৰি এটা জাতিৰ জীৱন গঢ়াৰ কামত ব্যস্ত হয় নাতিমহৎ ব্যক্তিসকল। এটা মন্দিৰ বা মছজিদ সাজিবৰ বাবে জনদিয়েক দক্ষ অভিযন্তাই যথেষ্ট নহয়; তাৰ বাবে অনেক কৰ্মঠ বনুৱাৰো প্ৰয়োজন। এটা জাতিৰ গঠনো তদনুৰূপ।

পৃথিৱীৰ আন সকলো জাতিৰ লেখিয়াকৈ অসমীয়া জাতিৰ জাতীয় জীৱনৰ দেউলো গঢ়ি উঠিছে এচাম মুষ্টিমেয় বিখ্যাত ব্যক্তিৰ উপৰিও অখ্যাত আৰু অনতিখ্যাত অগণন কৰ্মীৰ অক্লান্ত চেষ্টাৰ ফলত।

কিন্তু পৰিতাপৰ কথা এইটোৱেই যে এই কৰ্মীসকলৰ বহুতৰেই নাম আজি হয় পাহৰণিৰ গৰ্ভত লুপ্ত, নহয় লুপ্ত হোৱাৰ পথত। এওঁলোকৰ কাৰো কাৰোৰ না। কিবাকৈ কাণত পৰিলেও এওঁলোকৰ জীৱন তথা কাৰ্যাৱলী সম্পৰ্কে আমি সৰহভাগেই অজ্ঞ। এওঁলোকৰ বিষয়ে চ কৈ হলেও জনাৰ কোনো সহজ উপায়ো আমাৰ সাহিত্যত এতিয়ালৈকে নাই। প্ৰয়াত নন্দ তালুকদাৰে স্মৰণীয় ব্যক্তিস ফলক পাহৰণিৰ অতল তলিত জাহ যোৱাৰ পৰা ৰক্ষা কৰাৰ এটা চেষ্টা চলাইছিল বুলি শুনিছিলো। কিন্তু তেওঁৰ আকস্মিক মৃত্যুৰ বাবেই হয়তো সেই চেষ্টা ফলৱতী হৈ নুঠিল।

'অসমীয়া জীৱনী অভিধান' আমাৰ সাহিত্যত থকা এই অভাৱ পূৰণৰ এক বিনম্ৰ প্ৰচেষ্টা। অতীজৰ পৰা আৰম্ভ কৰি এতিয়ালৈকে অসমৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰত কীৰ্তিচিহ্ন ৰাখি থৈ যাবলৈ সক্ষম হোৱা বাৰশৰো অধিক ব্যক্তিৰ নাম বৰ্ণানুক্ৰমিক ভাৱে সজাই তেওঁলোকৰ চমু জীৱনালেখ্য পুথিখনত সন্নিবিষ্ট কৰা হৈছে। অৱশ্যে কোনো জীৱিত ব্যক্তিক পুথিখনত স্থান দিয়া হোৱা নাই। স্থান দিয়া হোৱা নাই সেই সকল লোককো যি সকলৰ প্ৰয়াণ ঘটিছে ১৯৯০ চনৰ পিছত।

পুথিখন, নকলেও হ'ব, এখন জীৱনী গ্ৰন্থ নহয়; ই এখন জীৱনী অভিধানহে। ইয়াত সন্নিবিষ্ট কৰা ব্যক্তিসকলৰ জীৱনৰ বিতং বিৱৰণ বা তেওঁলোকৰ কৰ্মৰাজিৰ সবিশেষ মূল্যায়ণ পাঠকে ইয়াত নাপাব। কোনো প্ৰমূল্য আৰোপ নকৰাকৈ, যিমান পাৰি বস্তুনিষ্ঠভাৱে, তেওঁলোকৰ মাথোন চমু বৃত্তান্তহে ইয়াত দিয়া হৈছে। অৱশ্যে তেওঁলোকৰ বিষয়ে বহলকৈ জানিবলৈ যি সকল পাঠক উৎসুক, সেই সকলৰ সুবিধাৰ্থে প্ৰতিটো জীৱন টোকাৰ শেষত যিমান পাৰি উৎস নিৰ্দেশ কৰা হৈছে।

জীৱনী গ্ৰন্থ হিচাপে পুথিখনৰ বিশেষ মূল্য নাই বুলি জানো। তথাপি আশা ৰাখিছোঁ, জীৱনীমূলক তথ্যৰ আকৰ হিচাপে সাধাৰণ পঢ়ুৱৈৰ লগতে অসমৰ সাহিত্যিক, সাংস্কৃতিক তথা ৰাজনৈতিক বুৰঞ্জী সম্পৰ্কে চিন্তা চৰ্চা কৰা লোক সকলৰো হাত পুথি বা প্ৰসংগ পুথি হিচাপে পুথিখন কেতিয়াবা কামত লাগিব।

এনে ধৰণৰ পুথি ৰচনাত, কোৱা বাহুল্য, বৌদ্ধিক শ্ৰমৰ প্ৰয়োজন প্ৰায় শূন্য; কিন্তু তথ্য সংগ্ৰহৰ খাটনি কিছু নোহোৱা নহয়। তথ্য-পাতিৰ প্ৰতি আমাৰ মানুহৰ স্বাভাৱিক অনীহা আৰু আমাৰ ৰাজ্যত পুথি-পাঁজি সংৰক্ষণৰ নিয়ম-নীতিৰ শিথিলতা ইয়াৰ অন্যতম কাৰণ। পুথিখনৰ সমল গোটোৱা হৈছে কিতাপ, আলোচনী, পুস্তিকা, স্মৰণিকা, বাতৰি কাকত, ব্যক্তিগত টোকা আদি বিভিন্ন উৎসৰ পৰা। সেইবোৰৰ নাম যিমান পাৰি পৰিশিষ্টত দিয়া হৈছে।

পুথিখনত দোষ-ত্ৰুটী যে ভালেমান ৰৈ গ'ল, এই বিষয়ে লিখক সচেতন। তথ্যপাতি ঠিকমতে গোটাব নোৱাৰা হেতুকে বহুতো লেখত লবলগীয়া ব্যক্তিৰ জীৱন-টোকা ইচ্ছা থকা সত্ত্বেও পুথিখনত দিব পৰা নগ'ল; কোনো-কোনো ব্যক্তিয়ে যিমান গুৰুত্ব পাব লাগিছিল, সিমান গুৰুত্ব হয়তো নাপালে; কিছুমান উল্লেখ কৰিবলগীয়া চন তাৰিখ আৰু অন্যান্য তথ্যাদিও বাদ পৰি ৰ'ল। ধীৰে সুস্থিৰে সংগ্ৰহৰ কামত লাগি থকা হলে এনেবোৰ আঁসোৱাহ হয়তো কমাব পৰা গ'লহেঁতেন। কিন্তু কিতাপখন লিখি থকাৰ কথা কওতেই সেইখন প্ৰকাশ কৰিবলৈ 'চফিয়া পাব্লিচাৰ্ছ' যেতিয়া আগবাঢ়ি আহিল, তেতিয়া এনে উৎসাহী তথা সদাশয় প্ৰকাশক ভৱিষ্যতে পোৱা নাযাবও পাৰে বুলি মনত শংকা জন্মাত 'নাই মোমাইতকৈ কণা মোমায়েই ভাল' বুলি কিতাপখন ততাতৈয়াকৈ ছপাবলৈ দিয়াটোকেই থিৰাং কৰিলো।

কিতাপখনত যিবোৰ ভুল ভ্ৰান্তি অনিচ্ছা সত্ত্বেও ৰৈ গৈছে, বা যিবোৰ উল্লেখযোগ্য ব্যক্তিৰ নাম ইয়াৰ পৰা বাদ পৰিছে, কোনো হিতাৰ্থী পাঠকে সেইবোৰলৈ আঙুলিয়াই দিলে-লগতে প্ৰয়োজনীয় সমলেৰে মোক সহায় কৰিলে কিতাপখনৰ পৰৱৰ্তী সংস্কৰণত সেইবোৰ কৃতজ্ঞতা সহ শুধৰোৱা তথা অন্তৰ্ভুক্ত কৰা হ'ব।

ভালেমান বন্ধু-বান্ধৱ তথা শুভানুধ্যায়ী ব্যক্তিয়ে তথ্য পাতি সংগ্ৰহ আদিৰ কামত মোক বিভিন্ন ধৰণে সহায় কৰিছে। সেই সকলৰ প্ৰতিজনৰে নাম উল্লেখ কৰা হয়তো টান হ'ব। তথাপি যি কেইগৰাকী ব্যক্তিৰ নাম উনুকিয়াই নথলে মোক খাই পাত ফলা দোষে চুব, সেই সকলৰ নাম 'কৃতজ্ঞতা স্বীকাৰ'ত দিয়া হ'ল। কিতাপখন প্ৰকাশৰ ব্যৱস্থাপনাত আন্তৰিকতাৰে সহায় কৰা হেতু 'জ্ঞানদীপ' আলোচনীৰ সম্পাদক চবিৰ হুচেইন মোৰ বিশেষ কৃতজ্ঞতাৰ পাত্ৰ।

শেষত কিতাপখনৰ বাণিজ্যিক মূল্য বিশেষ নাই বুলি জানিও,— কবলৈ গলে, মাথোন স্বদেশ প্ৰীতিৰ তাড়ণাতেই-চ'ফিয়া পাব্লিচাৰ্ছে কিতাপখন আটোম টোকাৰিকৈ উলিয়াবলৈ গাত লৈছে। অনুষ্ঠানটোৰ কৰ্মকৰ্তা সকলক কি বুলি ধন্যবাদ জনাম ভাবি পোৱা নাই। আন্তৰিক প্ৰীতি আৰু শুভেচ্ছাই তেওঁলোকলৈ মোৰ দেয়।



গুৱাহাটী
১৫/১২/৯১

শিৱনাথ বৰ্মন

## কৃতজ্ঞতা স্বীকাৰ

প্ৰসেনজিৎ চৌধুৰী, পৰমানন্দ মজুমদাৰ, মাণিক দাস, ৰঞ্জিৎ কুমাৰ দেৱগোস্বামী, অনুজ গোস্বামী, মাখন দেৱান, তীৰ্থ ফুকন, বলোভদ্ৰ দাস, উৎপল দত্ত, ড° জয়ন্তী চুতীয়া, দীনেশ বৈশ্য, ললিত চন্দ্ৰ বৰা, ত্ৰৈলোক্য মোহন নাথ, ড° গোপাল বৰদলৈ, কিশোৰ ভট্টাচাৰ্য, ৰূপম বৰুৱা, ড° প্ৰফুল্ল মহন্ত, ড° দীনেশ গোস্বামী, ড° অঞ্জলি শৰ্মা, ড° সুনীল পৱন বৰুৱা, কেশৱ মহন্ত, লক্ষ্মীনাথ তামুলী, যোগেশ দাস, দ্বিজেন দাস, ড° ভুৱন মোহন দাস, ড° গোলোক চন্দ্ৰ গোস্বামী, শিৱপ্ৰসাদ বৰুৱা, নলিনীধৰ ভট্টাচাৰ্য, জগদিন্দ্ৰ ৰায়চৌধুৰী, নাজিবুদ্দিন আহমেদ, ড° অলক বুঢ়াগোহাঁই, অৰুণ দাস, পোলেন বৰকটকী, উদয় দত্ত, নৱকুমাৰ দাস, ক্ষীৰধৰ বৰুৱা, হেৰম্বপ্ৰসাদ বৰা, ধীৰেন ডেকা, ভূপেন চৌধুৰী, আনন্দ গোস্বামী, টংক কোঁৱৰ আৰু অনেক।

## সংকেত আৰু উৎস নিৰ্দেশ

আলোচিত ব্যক্তিসকলৰ নামৰ পিছত বন্ধনী চিনৰ ভিতৰত যিবোৰ সংখ্যা দিয়া হৈছে, সেইবোৰে ব্যক্তিসকলৰ ক্ৰমে জন্মৰ আৰু মৃত্যুৰ ইংৰাজী দিন, মাহ আৰু বছৰ সূচাইছে। যি সংখ্যাৰ আগত আ. আখৰ লিখা হৈছে, তাৰ অৰ্থ আনুমানিক। যিবোৰ জন্ম বা মৃত্যু তাৰিখ পোৱা নাযায় বা পোৱা হোৱা নাই, সেইবোৰ ঠাই প্ৰশ্নবোধক চিনেৰে(?) পূৰোৱা হৈছে। কিছুমান ব্যক্তিৰ নামৰ ওপৰত তৰা চিন (*) দিয়া হৈছে। তাৰ অৰ্থ হ'ল, সেইসকল ব্যক্তিৰ জীৱন টোকা গ্ৰন্থখনত আছে। প্ৰতিটো জীৱন টোকাৰ শেষত বন্ধনী চিনৰ ভিতৰত কিছুমান সংখ্যা দিয়া হৈছে। সেইবোৰ হ'ল গ্ৰন্থখনৰ শেষৰ ফালে সন্নিবিষ্ট কৰা গ্ৰন্থ আলোচনী আদিৰ ক্ৰমিক সংখ্যা। অৰ্থাৎ সেইবোৰ সংখ্যাৰ গ্ৰন্থ বা আলোচনীত ব্যক্তিগৰাকীৰ জীৱন-কথা বিতংকৈ পোৱা যাব। সন্নিবিষ্ট ব্যক্তিসকল প্ৰধানকৈ কিহৰ বাবে বিখ্যাত, সেই কথা পলকতে জনাৰ সুবিধাৰ্থে গ্ৰন্থখনৰ শেষৰ ফালে এখন শ্ৰেণীবদ্ধ নিৰ্ঘণ্ট দিয়া হৈছে।

## প্ৰকাশকৰ একাষাৰ

সুৰুচিসম্পন্ন সাহিত্যৰ লগতে গুৰুত্বপূৰ্ণ সকলো বিষয়বস্তুৰ তথা উৎকৃষ্ট মুদ্ৰণৰ মাধ্যমেৰে স্থায়ী সম্পদ হিচাপে প্ৰকাশ কৰা আমাৰ এক প্ৰধান উদ্দেশ্য। অসমীয়া জাতি গঠনত বিশেষভাৱে অবিহণা যোগোৱা প্ৰখ্যাত আৰু অখ্যাত ব্যক্তিসকলৰ চমু পৰিচয় সন্নিবিষ্ট কবি ড° শিৱনাথ বৰ্মনে যুগুতোৱা **অসমীয়া জীৱনী অভিধান** খনে উৎসুক পাঠকক বহুখিনি সমল যোগাব বুলি আমি নিশ্চিত।

দৰাচলতে পুথিখনৰ পাণ্ডুলিপিটো আমি প্ৰায় জোৰ কৰিযেই ড° বৰ্মনৰ পৰা অনা বুলি কব পাৰি। প্ৰায় সাত বছৰৰ শ্ৰমৰ ফলশ্ৰুতিত গঢ় লোৱা পাণ্ডুলিপিখন লিখকৰ মতে আধৰুৱা আছিল। শৃংখলাৱদ্ধ তথ্যৰ অভাৱত অ'ৰ ত'ৰ পৰা বুটলি সংগ্ৰহ কৰা তথ্যৰ আলমত প্ৰস্তুত পাণ্ডুলিপি এখন যি কোনো সচেতন লিখকৰ বিবেচনাত আধৰুৱা হোৱা স্বাভাৱিক। পুথিখনিৰ প্ৰথম সংস্কৰণটি লিখকৰ বিবেচনাত আধৰুৱা হোৱা স্বাভাৱিক। পুথি খনিৰ প্ৰথম সংস্কৰণটি লিখকৰ প্ৰচেষ্টাৰ আৰম্ভণি হিচাপে প্ৰকাশ কৰাৰ দিহা কৰা হ'ব বুলি প্ৰতিশ্ৰুতি দিয়াতহে বৰ্মন ডাঙৰীয়াই বন্ধুত্বৰ দাবী প্ৰত্যাখ্যান কৰিব নোৱাৰি প্ৰকাশৰ অনুমতি দিয়ে।

বৰ্তমানৰ সংস্কৰণটিক আধাৰশিলা হিচাপে লৈ ভৱিষ্যতে সম্পূৰ্ণ **অসমীয়া জীৱনী অভিধান** ৰ সংস্কৰণ প্ৰকাশ কৰিবলৈ আমি দায়বদ্ধ। অৱশ্যে ই হ'ব এক নিৰৱচ্ছিন্ন প্ৰক্ৰিয়া। সুধী পাঠকসমাজে তথ্যৰ যোগান ধৰি আমাক সহায় কৰিলে আমি কৃতজ্ঞ হ'ম। লগতে আমাৰ ক্ৰুটিসমূহ আঙুলিয়াই দি পুথিখন কেনেদৰে উচ্চমানদণ্ডৰ কৰি তুলিব পাৰি তাৰো পৰামৰ্শ পাঠকসকলৰ পৰা পাম বুলি আমি আগ্ৰেহেৰে বাট চাই ৰ'ম।

প্ৰকাশকৰ হৈ—

**চৰিব হুচেইন**

# অ

**অচ্যুত গুৰু** (আ. ১৬ শতিকা): হাজো অঞ্চলৰ ব্ৰাহ্মণ কুলত জন্ম। অধ্যয়নৰ অৰ্থে নৱদ্বীপলৈ যাব খুজিছিল। এনেতে শ্ৰীৰাম আতাই* পাই মাধৱদেৱৰ* কাষলৈ লৈ আহে। মাধৱদেৱে শৰণ দি তেওঁক *সুন্দৰীদিয়া সত্ৰৰ* দেউৰী পাতে। পিছত মাধৱদেৱৰ লগত কোচবিহাৰত থাকেগৈ। মাধৱদেৱৰ তিৰোধানৰ পিছত *মধুপুৰ সত্ৰৰ* সত্ৰীয়া নিযুক্ত হয়। (২০৩, ২১০)

**অচ্যুতানন্দ পাঠক** ( ।১।১৮৮২-২৫।৪।১৯৪২): জন্ম বৰপেটাত। পিতৃ জুৰোৰাম, মাতৃ নিত্যপ্ৰিয়া। বৰপেটা হাইস্কুলৰ পৰা এণ্ট্ৰেন্স আৰু কলিকতাৰ জেনেৰেল এচেম্বলি ইনষ্টিটিউছনৰ পৰা বি. এ. পৰীক্ষা পাছ কৰি উপ-প্ৰতি সমাহৰ্তা ৰূপে চৰকাৰী চাকৰিত সোমায়। বিদ্যোৎসাহী আৰু দানী পুৰুষ আছিল। সৰভোগৰ *জুৰোৰাম পাঠক হাইস্কুল* আৰু *জুৰোৰাম পাঠক ছোৱালী হাইস্কুল* স্থাপন কৰোঁতা। (২২)

**অতিৰাম বৰুৱা** (১৭৯৫- ?): জন্ম বৰপেটাৰ সুন্দৰীদিয়াত। পিতৃ খিৰামৰসৰ* বংশধৰ ৰামৰথ চৌধুৰী। ১৮১৬ চনত চন্দ্ৰকান্ত সিংহৰ* পৰা বাউসী পৰগণাৰ কৰ্তৃত্ব লাভ কৰে। *'বৰুৱা'* উপাধিও তেওঁক দিয়া হয়। ১৮২২ চনত মানৰ বিৰুদ্ধে হাদিবাচকীত আহোম ৰজাৰ সপক্ষে যুঁজ কৰিছিল। প্ৰতাপী আৰু আঢ্যৱন্ত লোক আছিল। নিজেই টাকশাল সাজি মোহৰ গঢ়িছিল। সুন্দৰীদিয়াৰ কীৰ্তন ঘৰৰ কলচীটো সোণেৰে গঢ়ি দিছিল। ইংৰাজে দেশ লোৱাত ১৮২৮ চনত ডেভিদ স্কটে তেওঁক বাউসী পৰগণাৰ দায়িত্বৰ উপৰিও নিজাকৈ প্ৰচুৰ মাটি-সম্পত্তি দিয়ে আৰু পঞ্চায়তৰ বিচাৰক পাতে। বুজৰবৰুৱা পদবীও যাচিছিল। কিন্তু ইংৰাজবিৰোধী মতিগতি দেখি খাজনা বাকী পৰাৰ অজুহাতলৈ ইংৰাজে সকলো ক্ষমতা কাঢ়ি নিয়ে আৰু গুৱাহাটীলৈ নি তাত কিছুকাল আৱদ্ধ কৰি ৰাখে। পিছত সুন্দৰীদিয়াত মৃত্যু হয়। হলিৰাম ঢেকিয়াল ফুকন* আৰু তেওঁৰ পুত্ৰ আনন্দৰামৰ* লগত প্ৰীতিৰ সম্পৰ্ক আছিল। (১৮১)

**অতুলচন্দ্ৰ দত্ত** (২৮।২।১৮৯৯ - ১২।৬।১৯৮৬) জন্ম বৰ্তমান বাংলাদেশৰ ফৰিদপুৰত। পিতৃ তাৰকচন্দ্ৰ। ফৰিদপুৰৰ পৰা প্ৰৱেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ কলিকতাৰ বংগবাসী কলেজত নাম লগায়। ১৯১৭ চনত তাৰপৰা উদ্ভিদ বিজ্ঞানত সৰ্বোচ্চ নম্বৰ পাই আই. এছ. ছি পাছ কৰে। ১৯২০ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা উদ্ভিদ বিজ্ঞানত প্ৰথম শ্ৰেণীৰ প্ৰথম সম্মান লৈ বি. এ. আৰু ১৯২২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পুনৰ প্ৰথম শ্ৰেণীত প্ৰথম হৈ এম. এ. উপাধি লয়। কলিকতা বিশ্ববিদ্যালয়ত ডেৰ বছৰ আৰু কল্বাইটোৰৰ এগ্ৰিকালচাৰেল কলেজ এণ্ড ৰিছাৰ্চ ইনষ্টিটিউটত দুবছৰ কাল গৱেষণা কৰাৰ পিছত ১৯২৬ চনত কলিকতাৰ ৰিপন কলেজত উদ্ভিদ বিজ্ঞানৰ প্ৰথম প্ৰবক্তাৰূপে যোগদান কৰে। ১৯২৭ চনত কটন কলেজলৈ আহি উদ্ভিদ বিজ্ঞান বিভাগ প্ৰতিষ্ঠা কৰে। ১৯৫৪ চনত এই কলেজৰ উপাধ্যক্ষৰূপে চাকৰিৰ পৰা অৱসৰ লয়। খ্যাতিমান শিক্ষক হোৱাৰ লগতে অসমত উদ্ভিদ বিজ্ঞান চৰ্চাৰ বাটকটীয়া আছিল। *A Class Book of Botany* কে (১৯২৯) ধৰি উদ্ভিদ বিজ্ঞানৰ তিনিখন আন্তৰ্জাতিক খ্যাতিসম্পন্ন পাঠ্যপুথিৰ ৰচয়িতা। (৩৪১ ক)

**অতুল চন্দ্ৰ শইকীয়া** (১৩।৮।১৯২৩— ?): জন্ম বজালীত। পিতৃ দণ্ডিনাথ কলিতা,* মাতৃ চন্দ্ৰপ্ৰভা শইকীয়ানী*। ১৯৪১ চনত গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা দি উঠিয়েই ভাৰতৰ স্বাধীনতা সংগ্ৰামত যোগ দিয়ে আৰু ১৯৪২ চনত ছমাহ কাৰাবাস খাটে। ১৯৪৭ চনত কটন কলেজৰ পৰা বি. এ. উপাধি

লৈ কলিকতালৈ যায়। তাৰ অনাতাঁৰ কেন্দ্ৰত অসমীয়া বাতৰি কওঁতাৰ কাম কৰাৰ লগতে এখন বঙলা কাকতৰ সহকাৰী সম্পাদকৰ চাকৰিও কৰিছিল। ১৯৪৭ চনত গুৱাহাটীৰ পৰা ওলোৱা 'অসমীয়া' কাকতৰ সহকাৰী সম্পাদক হয়। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ জন্মলগ্নৰ (১৯৪৭) পৰাই ইয়াৰ স'তে জড়িত আছিল। বনুৱা সমস্যা সম্পৰ্কে বোম্বে চহৰত কিছুকাল প্ৰশিক্ষণ লৈ 'ইণ্টাৰনেচনেল কনফেডাৰেছন অব্ ফ্ৰি ট্ৰেড ইউনিয়নচ্'ৰ বিষয়-ববীয়া হিচাপে ১৯৫৪ চনৰ পৰা তিনি বছৰ কলিকতাত থাকি অসমলৈ আহি ভাৰতৰ 'জাতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ'ৰ (INTUC) স'তে জড়িত হৈ পাৰে। ১৯৬৮ চনত ইয়াৰ অসম শাখাৰ সাধাৰণ সম্পাদকৰ পদ পায়। ১৯৭১ চনত ইয়াৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য নিৰ্বাচিত হয়। ১৯৭২ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে নিৰ্বাচন জিকি অসম বিধান সভাৰ সদস্য হয়। ১৯৭৪ চনৰ পৰা কিছুকাল ভাৰতীয় পৰিবহন কৰ্মী ফেডাৰেচনৰ সাধাৰণ সম্পাদক আছিল। ১৯৭৫ চনত ভাৰতৰ প্ৰতিনিধি হিচাপে আন্তৰ্জাতিক বনুৱা সংস্থাৰ (I.L.O) চুইজাৰলেণ্ড অধিবেশনত যোগ দিছিল। অসমৰ অন্যতম বনুৱা নেতা আছিল। (১৯১ ক)



অতুল চন্দ্ৰ হাজাৰিকা

**অতুলচন্দ্ৰ হাজৰিকা** (১৯০৬ - ১৯৮৬): জন্ম গুৱাহাটীত। পিতৃ নগাঁৱৰ উৰিয়াগাঁৱৰ ৰমাকান্ত। মাতামহ ৰমাকান্ত চৌধুৰী।* গুৱাহাটীৰ মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুল আৰু কটন কলেজিয়েট স্কুলত পঢ়ি ১৯২৩ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা ১৯২৫ চনত আই. এছ. ছি আৰু ১৯২৮ চনত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৫ চনত আৰ্ল ল কলেজৰ পৰা বি. এল., ১৯৪১ চনত শিলঙৰ চেণ্ট এডমাণ্ডছ কলেজৰ পৰা বি. টি. আৰু ১৯৪৩ চনত প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. উপাধি লয়। বি. এ. পাছ কৰি উঠি গুৱাহাটী, বৰপেটা, নগাঁও, ডিব্ৰুগড় আদি ঠাইত কিছুকাল শিক্ষক আৰু স্কুল ইন্‌চপেক্টৰ ৰূপে কাম কৰি ১৯৪৫ চনত কটন কলেজত অসমীয়াৰ অধ্যাপকৰূপে সোমায়। ১৯৬১ চনত ইয়াৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ লয়। ১৯৫৪ চনৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি. টি. শ্ৰেণীৰো অধ্যাপক আছিল।

খ্যাতিমান লেখক। অজস্ৰ কবিতা, নাট, শিশু সাহিত্য আদি ৰচনা কৰি গৈছে।

**ৰচনাৱলী:** কবিতা— *মণিমালা (১৯৩০), পাঞ্চজন্য (১৯৩১), দীপালী (১৯৩৮), মুকুতামালা (১৯৫৩), তপোবন (১৯৫৫), মনমাধুৰী (১৯৭১), মণিকূট (১৯৭৩), বাংঢালী (১৯৭৩)*। নাট— *নৰকাসুৰ (১৯৩০), বেউলা (১৯৩৩), কনৌজ কুঁৱৰী (১৯৩৩), কুৰুক্ষেত্ৰ (১৯৩৬), শকুন্তলা (১৯৪০), বনিজকোঁৱৰ (১৯৪০), ছত্ৰপতি শিৱাজী (১৯৪৭), মৰ্জিয়ানা (১৯৪৮), ৰুক্মিণীহৰণ (১৯৪৯), অশ্ৰুতীৰ্থ (১৯৫৩)*, ইত্যাদি। শিশুসাহিত্য— *ঈছপৰ সাধু (১৯৪৮), লৰাৰ জাতক (১৯৫০), কথা দশম (১৯৫১), অপেস্বৰীৰ দেশ (১৯৫২), কথা কীৰ্তন (১৯৫৫), ৰামায়ণৰ ৰহঘৰা (১৯৫৬), গ্ৰিমৰ সাধু (১৯৫৯), এণ্ডাৰচনৰ সাধু (১৯৬২), ইত্যাদি*। অন্যান্য— *উছৱৰ ৰহঘৰা*

*(১৯৬২), উছৱক ৰংচৰা (১৯৬৩), মঞ্চলেখা (১৯৬৭), ইত্যাদি।* সংগ্ৰহ— *জাতীয় সংগীত (১৯৪৮), বিশ্বজ্যোতি (১৯৫৮)।* সম্পাদনা— *মৰহা ফুলৰ কৰণি, বেজবৰুৱা গ্ৰন্থাৱলী, সাহিত্য সভাৰ ভাষণাৱলী,* ইত্যাদি। স্মৃতিগ্ৰন্থ-স্মৃতিলেখা। গ্ৰন্থসংখ্যা প্ৰায় ।দেৰশ। ভালেমান ৰচনাই এতিয়াও গ্ৰন্থৰূপ পোৱাগৈ নাই। ১৯২৮ চনত *মিলন* আলোচনী সম্পাদনা কৰিছিল। গৌৰীকান্ত তালুকদাৰ* প্ৰতিষ্ঠিত *দীপক* নামৰ শিশু আলোচনীখনৰো কিছুকাল সম্পাদক আছিল।

অসম সাহিত্য সভাৰ সতে ঘনিষ্ঠভাৱে জড়িত আছিল। তিনিবাৰকৈ ইয়াৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছিল (১৯৫৩-৫৪, ১৯৫৪-৫৫, ১৯৫৫-৫৬)। ইয়াৰ নগাওঁ অধিৱেশনৰ(১৯৫৯) সভাপতিত্ব কৰিছিল। ১৯৬৯ চনত অসমীয়া নাট্যজগতৰ বৃহৎ বুৰঞ্জী *মঞ্চলেখা* গ্ৰন্থৰ বাবে *সাহিত্য অকাডেমিৰ* পুৰস্কাৰ পায়। ভাৰত চৰকাৰে *পদ্মশ্ৰী* উপাধি প্ৰদান কৰিছিল। আজীৱন সাহিত্য কৃতিৰ বাবে ১৯৮২ চনত অসম সাহিত্য সভাই পোন প্ৰথমবাৰৰ বাবে সূচনা কৰা *সাহিত্যাচাৰ্য* উপাধিৰে বিভূষিত হৈছিল ( মিত্ৰদেৱ মহন্তৰ* সতে একেলগে )। চাৰিকুৰি বছৰ বয়সত গুৱাহাটীত মৃত্যু হয়। (৭, ৯৯, ১২৭, ২২২)

**অদ্ভুত আচাৰ্য** (আ. ১৭ শতিকা): পশ্চিম অসমৰ কিম্বা এতিয়াৰ বংগদেশৰ লোক। *ৰামায়ণৰ লংকাকাণ্ডৰ* পদ ভণোতা। (২০০)

**অনংগ কবিৰাজ** (১৮ শতিকা): প্ৰখ্যাত চিকিৎসক। লক্ষ্মী সিংহ* স্বৰ্গদেউৰ পৃষ্ঠপোষকতাত *'বৈদ্যকল্পতৰু'* নামে এখন চিকিৎসা শাস্ত্ৰ ৰচনা কৰিছিল। (২০৫)

**অনংগ দত্ত** (১৭-১৮ শতিকা): লক্ষ্মীসিংহ স্বৰ্গদেউৰ ৰাজবৈদ্য আছিল। ''*বৈদ্যকল্পতৰু*' বা '*বৈদ্যকল্পদ্ৰুম*' নামৰ এখন আয়ুৰ্বেদ শাস্ত্ৰৰ ৰচয়িতা। (২০৫)

**অনন্ত আচাৰ্য** (১৮ শতিকা): *'আনন্দ লহৰী'* নামৰ পদপুথিৰ ৰচক। ৰৰৰজা ফুলেশ্বৰী* আৰু শিৱসিংহৰ* নিৰ্দেশত আৰু শংকৰাচাৰ্যৰ *'সৌন্দৰ্য লহৰী'* স্তোত্ৰৰ আদৰ্শত পুথিখন ৰচিত হৈছিল। শক্তি পূজক আছিল। (২০০-২৬৬)

**অনন্ত কন্দলী** (আ. ১৫২০ - ?): জন্ম হাজোত। পিতৃ ৰত্ন পাঠক জাতত্ব্ৰাহ্মণ আৰু ধৰ্মত বৈষ্ণৱ আছিল। প্ৰকৃত নাম হৰিচৰণ। তৰ্কশাস্ত্ৰত পাণ্ডিত্যৰ বাবে *'অনন্ত কন্দলী'* আৰু ব্যাকৰণত পাণ্ডিত্যৰ বাবে *'চন্দ্ৰভাৰতী'* উপাধি লাভ কৰিছিল। পিছলৈ ভাগৱত শাস্ত্ৰত পণ্ডিত হৈ উঠে আৰু *'ভাগৱত ভট্টাচাৰ্য'* উপাধিও পায়। নৱ বৈষ্ণৱ যুগৰ অন্যতম খ্যাতিমান কবি। কেশৱ দাস নামে সম্ভৱ হাজো দেৱালয়ৰ এগৰাকী দলৈৰ উদ্যোগত কাব্যাদি ৰচনা কৰিছিল। শংকৰদেৱৰ* লগত সাক্ষাৎ হৈছিল। তেওঁৰ শিষ্যত্ব লোৱা নাছিল যদিও তেওঁৰ ব্যক্তিত্ব আৰু ৰচনাৱলীৰ দ্বাৰা প্ৰভাবিত হৈছিল গভীৰ ভাৱে। ৰচনা: হৰিবংশৰ এটি কাহিনীৰ ভিত্তিত *'কুমৰহৰণ'* কাব্য; ভাগৱত পুৰাণৰ এটি কাহিনীৰ ভিত্তিত *'বৃত্ৰাসুৰ বধ'*; মাধৱ কন্দলীৰ দ্বাৰা প্ৰভাবিত হৈ *'ৰামায়ণ'* ; শংকৰদেৱৰ নিৰ্দেশত *মধ্য আৰু অন্ত্য* দশমৰ অনুবাদ (৮৭, ১৩৭, ২০০, ২৬৬)

**অনন্ত কায়স্থ** ( ? ১৬৭২):

**অনন্তৰাম আতা** ( ? - ১৬৭২): জন্ম বৰপেটাৰ ওচৰৰ বাৰানিত। পিতৃ ৰামদাস। মাতৃ চতুৰ্ভুজ ঠাকুৰ* আৰু কনকলতা আইৰ* জীয়াৰী সুভদ্ৰা। ১৬৬২ চনত মীৰজুমলাই অসম আক্ৰমণ কৰা কালত আইতাক-মাকৰ সৈতে বৰদোৱা এৰি লক্ষ্মীমপুৰলৈ যায় আৰু তাৰ চিনাতলি গাঁৱত থাকে গৈ। ১৬৬৭ চন মানত আইতাক বৰদোৱালৈ অহাত তেৰোঁ লগতে আহি মায়ং পায়হি আৰু কালশিলা

**বিলৰ পাৰত** সত্ৰ স্থাপন কৰে। পিচত উজাই গৈ শালগুৰি আৰু কোৱামৰাত সত্ৰ পাতেগৈ। *'শ্ৰীৰাম কীৰ্তন'* আৰু *'প্ৰেমলতা'* নামে দুখন গ্ৰন্থৰ প্ৰণেতা। কোৱামৰাত থকা সময়ত গদাধৰ সিংহই* কৰা বৈষ্ণৱ নিৰ্যাতনত ভুগিছিল। (৪৫, ২০৭)

**অনন্ত লহকৰ** (১৯৩৭-১৭।১০।৮৯): জন্ম নলবাৰীৰ ওচৰৰ সন্ধ্যা গাঁৱত। নলবাৰী গৰ্ডন হাইস্কুল, নলবাৰী কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি অৰ্থনীতি বিষয়ত এম-এ পাছ কৰে। ১৯৬৩ চনত গুৱাহাটীৰ সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অৰ্থনীতিৰ অধ্যাপক নিযুক্ত হয়। ইয়াৰ দুবছৰৰ পিছত আইনৰ উপাধি লাভ কৰে। ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সভ্য আছিল আৰু কিছু বছৰ ইয়াৰ ৰাজ্যিক পৰিষদৰ সদস্যও হৈছিল। ভাৰত-ছোভিয়েট সাংস্কৃতিক সমাজৰ অসম শাখাৰ সাংগঠনিক সম্পাদক আৰু ভাৰত-জি. ডি. আৰ. মৈত্ৰী সমাজৰ অসম শাখাৰ উপ-সভাপতিৰূপে কিছুকাল কাৰ্যভাৰ বহন কৰিছিল। নিজে গীত গোৱা আৰু কবিতা লিখাৰ উপৰিও অসম প্ৰগতিশীল শিল্পী-সাহিত্যিক সন্থাৰ স'তে ঘনিষ্ঠভাৱে জড়িত আছিল। অসম কলেজ শিক্ষক সন্থাতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৭৬-৭৭ কালছোৱাত সন্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ শিক্ষকসকলৰ সৰ্বভাৰতীয় ফেডাৰেছনৰ (IFUCTO) পূৰ্বাঞ্চলীয় শাখাটোৰ প্ৰথম সম্পাদক আছিল। (৩৯৮)

**অনিমেষ গাংগুলী** (১৯০৩-৬।৪।১৯৭৫): গুৱাহাটীৰ মহাৰাণা ক্লাবৰ অন্যতম গুৰি ধৰোঁতা। ক্লাবৰ প্ৰাণপুৰুষ স্বৰূপ আছিল। ফুটবল খেলুৱৈ ৰূপে খ্যাতি আৰ্জিছিল। বহু বছৰ ধৰি ক্লাবৰ ফুটবল দলটোৰ নেতৃত্ব দিছিল। ১৯৩৯ চনত তেওঁৰ নেতৃত্বতে অসমৰ পৰা যোৱা প্ৰথম দল হিচাপে মহাৰাণা ফুটবল দলে কলিকতাৰ আই. এফ. এ. শিল্ড প্ৰতিযোগিতাত যোগ দিছিল। 'অসম ফুটবল এচোচিয়েছন'ৰ জন্মদাতা আৰু শৰৎ দাস*, পিলিক চৌধুৰী* প্ৰমুখ্যে খেলুৱৈসকলক উৎসাহ যোগাওঁতা। (১৫৬, ৩৪৪ক)

**অনিৰাম বসুমতাৰী** (২০ শতিকা) জন্ম গোৱালপাৰা জিলাৰ দুধনৈত। পুলিচৰ দাৰোগা আছিল। বড়োসকলৰ মাজৰ পৰা মদ, গাহৰি খোৱা আদি অভ্যাস আঁতৰাবলৈ যত্ন কৰিছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত পুলিচৰ চাকৰি এৰি বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে। পুলিচ থানাৰ পৰা ৰাইফল কাঢ়ি অনা কামত নেতৃত্ব দি কাৰ্বি আংলং অঞ্চলত বহুকাল আত্মগোপন কৰি আছিল। পিছত ধৰা কৰি আঠমাহ কাৰাদণ্ড ভোগে। জেলৰ পৰা মুক্তি লাভ কৰি গোৱালপাৰা কাছাৰীত মহৰী কাম কৰিছিল। ১৯৫৭ চনত দুধনৈৰ পৰা পি.এছ.পি.দলৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচনত উঠিছিল, কিন্তু পৰাস্ত হয়। *'অসমীয়া কৃষ্টি'*, *'বড়ো-কছাৰীৰ কৃষ্টি'* আৰু *'সমাজ আৰু শাসন নীতি'* নামৰ তিনিখন পুথিৰ ৰচক। (২১৭ক, ৪০০)

**অনিৰুদ্ধ কায়স্থ** (১৬-১৭ শতিকা): পিতৃ ৰামচন্দ্ৰ বা ৰামকন্দ্ৰদেৱ। পিতামহ মাধৱদেৱৰ ককায়েক দামোদৰ ওৰফে ৰূপচন্দ্ৰ গিৰী। পূব কোচ ৰাজ্যৰ ৰজা ৰঘুদেৱৰ* অমাত্য আছিল আৰু তেওঁৰেই পৃষ্ঠপোষকতাত *ভাগৱতৰ ২য় আৰু ৫ম স্কন্ধৰ পদ ভাঙনি* কৰে। ৫ম স্কন্ধৰ ৰচনাকাল ১৬০২ চন। (২০০, ২০৭, ২৬৬)

**অনিৰুদ্ধ দাস** (১৮ শতিকা): বৰদোৱা সত্ৰৰ *'বৰহিংসা'* ৰামাকান্ত আতাৰ ভক্ত। ঘাইকৈ পুৰুষোত্তম ঠাকুৰ* আৰু চতুৰ্ভুজ ঠাকুৰৰ* বৰ্ণনা থকা *'গুৰু বৰ্ণনা'* নামৰ এখন চৰিত পুথিৰ ৰচক। (২০০, ২৬৬)

**অনিৰুদ্ধদেৱ** (১৫৫৩-১৬২৩): জন্ম উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰ অঞ্চলৰ অন্তৰ্গত বিষ্ণু বালিকুচি গাঁৱত। পিতৃ গোপালগিৰী। মাতৃ শংকৰদেৱৰ* খুৰাকৰ জীয়েক আজলী।

পিতৃদত্ত নাম হৰকণ্ঠ। কালজাৰ সত্ৰলৈ গৈ গোপাল আতাৰ শৰণ লোৱাৰ পিছত আতাই *অনিৰুদ্ধ* নাম দিয়ে। ১৬০১ চনৰ পৰ উজনিত ধৰ্ম প্ৰচাৰত লাগে। ১৬০৬ চনত মৰনৈৰ দাঁতিত নাহৰআটী সত্ৰ প্ৰতিষ্ঠা কৰে আৰু মৃত্যুকাললৈকে তাতে থাকে। মায়ামৰা সম্প্ৰদায়ৰ প্ৰৱৰ্তক। প্ৰখ্যাত কবিও আছিল। ৰচনা: *ভাগৱতৰ ৫ম স্কন্ধ, আৰু ৪ৰ্থ স্কন্ধৰ পুৰঞ্জন উপাখ্যান* অংশৰ পদ ভাঙনি, ৬টি ভটিমা আৰু ১৮২টা গীত; ৮০৫টি ঘোষাৰে সৈতে *'ভক্তিমংগল ঘোষা'* বা *'ন-ঘোষা'* গ্ৰন্থ; ইয়াৰ উপৰিও এখন তত্ত্বমূলক গ্ৰন্থ প্ৰণয়ন কৰিছিল বুলি কথিত। (২০০, ২০৭, ২৬৬, ২৮৮)

**অনিল কুমাৰ ভট্টাচাৰ্য** (১৯৩৫ ২৭।৪।১৯৮২) জন্ম যোৰহাটত। পিতৃ যজ্ঞেশ্বৰ, মাতৃ সাৰদা। ১৯৫৩ চনত তিনিটা বিষয়ত লেটাৰ সহ যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ১৯৫৫ চনৰ আই. এছ-ছি. পৰীক্ষাত অসমৰ ভিতৰত তৃতীয় স্থান অধিকাৰ কৰি খৰগপুৰৰ ইণ্ডিয়ান ইনষ্টিটিউট অব টেক্‌নলজীত নাম ভৰ্তি কৰে। সেই অনুষ্ঠানৰ পৰা ১৯৫৯ চনত বি. টেক. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ দ্বিতীয় স্থান আৰু ১৯৬১ চনত এম. টেক. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পায়। এম. টেক. উপাধি লোৱা বছৰতে 'ইম্পেৰিয়েল কেমিকেল ইণ্ডাষ্ট্ৰি' (আই. চি. আই.) নামৰ এটা বহুজাতিক কোম্পানীৰ পৰা বৃত্তি লৈ ইংলণ্ডলৈ যায় আৰু ১৯৬৩ চনত বাৰ্মিংহাম বিশ্ববিদ্যালয়ৰ পৰা ইণ্ডাষ্ট্ৰিয়েল মেটালাৰ্জি বিষয়ত পি- এইচ.ডি উপাধি লয়। মেকানিকেল ইঞ্জিনীয়াৰিঙত এনে উপাধি লাভ কৰা প্ৰথম অসমীয়া। আই. চি. আই. কোম্পানীৰ ভাৰতস্থ উচ্চ বিষয়া আছিল। নিজৰ দক্ষতাৰ বলত কোম্পানীৰ চীফ ডিজাইন, ইনভেষ্টিগেছন এণ্ড ট্ৰেনিং অফিচাৰ পদ পাইছিলগৈ। চাকৰি সূত্ৰে পৃথিৱীৰ বিভিন্ন দেশ ভ্ৰমণ কৰিছিল। (৩৭৫ ক)

**অনিল বৰা** (১৯৫১ - ৭।১০।১৯৭২): জন্ম নগাঁও চহৰৰ ওচৰৰ পলাশনি গাঁৱত। পিতৃ চন্দ্ৰচৰণ, মাতৃ মাণিকী। ১৯৭১ চনত নগাঁও উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ নগাঁও মহাবিদ্যালয়ত ভৰ্তি হয়। ১৯৭১-৭২ চনত ইয়াৰ সাধাৰণ সম্পাদক হয়। খেলাধূলা, সংগীত-নাট আদিত ৰাপ আছিল। শ্বহীদ মোজাম্মিল হকৰ* প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰাৰ উদ্দেশ্যে এটি মৌন সমদল উলিয়াই হোজাইলৈ যাওঁতে দুৰ্বৃত্তৰ হাতত ছহীদ হয়। মৃত্যুৰ সময়ত সদৌ অসম ছাত্ৰ সন্থাৰ সহকাৰী সাধাৰণ সম্পাদক আছিল। (৩৪০)

**অন্নদাদেৱী বৰকটকী** (১৮৮১ ২৫।২।১৯৬৮): জন্ম যোৰহাটৰ বালিগাঁৱত। পিতৃ যজ্ঞেৰাম পণ্ডিত, মাতৃ নিম্বেশ্বৰী, স্বামী গংগাধৰ বৰকটকী। বালিগাঁৱৰ 'জয়মতী আদৰ্শ বিদ্যালয়'ৰ প্ৰতিষ্ঠাত্ৰী। বিভিন্ন সামাজিক কামকাজৰ সতে জড়িত আছিল। *'নামাঞ্জলি'*, *'আইনাম'*, *'বিয়ানাম'* আদি গীতৰ পুথি ৰচনা কৰিছিল। *'সাধুকথা'* নামৰ পুথি এখনো লিখিছিল। (২৬১)

**অন্নদাৰাম ঢেকিয়াল ফুকন** (১৯৫৬ ১৮৮৪): জন্ম নগাঁৱত। পিতৃ আনন্দৰাম*, মাতৃ সাবিত্ৰী দেৱী। ১৮৭১ চনত কলিকতালৈ যায়। অব পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৭৪ চনত ঘূৰি আহে। চাহখেতি আৰু ব্যৱসায় কৰিছিল। মাণিকচন্দ্ৰ বৰুৱাৰ* সৈতে লগলাগি *'বৰুৱা-ফুকন ব্ৰাদাৰ্চ'* নামে গুৱাহাটীত এটা ব্যৱসায় কোম্পানী খুলিছিল। হেমচন্দ্ৰ বৰুৱাই* *'আসাম নিউচ'* সম্পাদনা কৰি উলিয়াইছিল এই কোম্পানীৰ পৃষ্ঠপোষকতাতেই। চাহাবী ঢঙৰ মানুহ আছিল আৰু দেখাদেখিকৈ সুৰাপান কৰিছিল। সেয়ে মৃত্যুৰ পিছত শ্মশানলৈ নিয়া মানুহ পোৱা টান হৈছিল। (১৬২, ১৩০)

**অভয়েশ্বৰী** (১৮৬২-১৯১৮): জন্ম উত্তৰ শালমাৰাত। পিতৃ নিশাৰাম, মাতৃ ক্ষীৰেশ্বৰী। প্ৰথমা পত্নী সিদ্ধেশ্বৰী জীৱিত থকা অৱস্থাতে বিজনীৰ ৰজা কুমুদনাৰায়ণে বিয়া কৰে। ঘৰুৱা অশান্তিত কুমুদনাৰায়ণে আত্মহত্যা কৰাত উত্তৰাধিকাৰ লৈ অনেক মামলা মোকৰ্দমা হোৱাৰ পিছত অভয়েশ্বৰী বিজনীৰ ৰাণী ঘোষিত হয়। বিজনীৰ ৰাজধানী ১৮৯৭ চনৰ ডুমুৰীয়া ভূমিকম্পত ধ্বংস হোৱাত *অভয়াপুৰীত* ৰাজধানী পাতে। শিক্ষা প্ৰসাৰত আগ্ৰহী আছিল। বৰ্ত্তমানৰ অভয়াপুৰী হাইস্কুল ৰাণীৰ উদ্যোগতে প্ৰতিষ্ঠা হোৱা। (৪৯)

**অভিনৱ গুপ্ত** (৮ম -৯ম শতিকা) প্ৰাচীন কামৰূপৰ এগৰাকী দাৰ্শনিক। আগবয়সত শাক্ত মতাৱলম্বী আছিল আৰু শাক্ত দৰ্শনৰ এখন ভাষ্যও ৰচনা কৰিছিল। কথিত আছে, আদি শংকৰাচাৰ্য কামৰূপলৈ আহোঁতে তেওঁৰ লগত তৰ্ক যুদ্ধত প্ৰবৃত্ত হৈছিল। কিন্তু পৰাস্ত হৈ শংকৰাচাৰ্যৰ শিষ্যত্ব গ্ৰহণ কৰে। (২৩২ক)

**অমৰ পাঠক** (?— ১৩।২।১৯৯০) বৰপেটাৰ মানুহ। অসম চৰকাৰৰ সহকাৰী অভিযন্তাৰূপে চাকৰিত সোমাই বান নিয়ন্ত্ৰণ বিভাগৰ অতিৰিক্ত মুখ্য অভিযন্তাৰূপে অৱসৰ লয়। *'ইণ্টাৰভিউ', 'আৰিমত্ত'* প্ৰমুখ্যে ভালেমান নাট ৰচনা কৰাৰ উপৰিও *'সংগ্ৰাম'* (১৯৬৮) আৰু *'সন্তান'* (১৯৭৪) নামৰ দুখন অসমীয়া বোলছবি প্ৰযোজনা তথা পৰিচালনা কৰিছিল। (৪০০)

**অমৰ হাজৰিকা** (১৯১৯—৩০।১২।১৯৮৯): ঘৰ গুৱাহাটীত। পিতৃ নীলকান্ত। কটন কলেজত পঢ়ি থকা কালতে টেক্সি, ট্ৰাক আদি চলাই পৰিয়ালক আৰ্থিক সাহায্য দিছিল। পিছত অৰুণাচল প্ৰদেশ, ভাৰতীয় ৰেলৱে আদিত চাকৰি কৰিছিল যদিও শেষত চাকৰি এৰি ঘৰতে এটি ছপাশাল বহুৱাই ব্যৱসায়ত নামিছিল। ককায়েক ভূপেন হাজৰিকাই সম্পাদনা কৰা 'গতি' আৰু অসমৰ প্ৰথম মিনি আলোচনী 'বিন্দু'ৰ প্ৰকাশক তথা মুদ্ৰক আছিল।

অসমৰ শিল্প-জগতৰ অন্যতম সেৱক। ককায়েক ভূপেন হাজৰিকাৰ সাংস্কৃতিক কাম-কাজৰ স'তে স্কুলীয়া কালৰে পৰা জড়িত আছিল। চলচিত্ৰ নিৰ্মাণত ককায়েকক সহায় কৰাৰ উপৰিও অৰুণাচলৰ নিচি সম্প্ৰদায়ৰ বিবাহ পদ্ধতিৰ বিষয়ে কৰা এখন চুটি ছবিৰে নিজাকৈয়ে কথাছবি জগতত সোমাই পৰে। বড়ো ভাষাত 'ডাইনা' নামৰ এখন চুটি ছবি আৰু 'জিউনি চিমাং' নামৰ এখন পূৰ্ণ দৈৰ্ঘ্যৰ ছবিৰ নিৰ্মাতা। 'বড়ো ফিল্ম চোচাইটি'ৰ স'তে যুক্ত আছিল। একালত চিনেমাৰ ডিষ্ট্ৰিবিউটৰো আছিল। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ প্ৰতিষ্ঠাকালৰপৰা পঞ্চাশৰ দশকৰ মাজভাগলৈকে ইয়াৰ নিয়মীয়া গীতিকাৰ তথা গায়ক আছিল। জয়ন্ত হাজৰিকাৰ* ভ্ৰাতৃ। (৪০০)

**অমিয় কুমাৰ দাস** (৫।৫।১৮৯৫-৫।৩।১৯৭৫): জন্ম গুৱাহাটীত। পিতৃ উদয়ৰাম ডাক্তৰ আছিল আৰু ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। মাতৃ সৰলাদেৱী। জন্মৰ কিছুদিন পিছতে পিতৃ বিয়োগ হোৱাত মাতামহ লক্ষ্মীকান্ত বৰকাকতীৰ* তত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯১২ চনত তেজপুৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হয়। ইয়াত আই. এ. পৰীক্ষাত অকৃতকাৰ্য হৈ কলিকতাৰ জেনেৰেল এছেম্ব্লি ইনষ্টিটিউছনত (চিটি কলেজত) নাম লগায় আৰু তাৰ পৰা প্ৰথম বিভাগত আই. এ. পাচ কৰি দুবছৰৰ পিছত বি. এ. উপাধিও লয়। ১৯১৯ চনত কলিকতাৰ আইন কলেজত নাম লিখায়। কিন্তু অসহযোগ আন্দোলন আৰম্ভ হোৱাত তাত যোগ দি পঢ়া এৰে আৰু তেজপুৰলৈ আহি গান্ধীজীৰ প্ৰচাৰত লাগে। ফলত কিছুকাল কাৰাবাস খাটে। ১৯৩০ চনত অসম ছাত্ৰ সম্মিলনৰ বাৰ্ষিক সভাৰ সভাপতি হয়। সেই বছৰতে গ্ৰেপ্তাৰ

বৰণ কৰি ছমাহ কাৰাদণ্ড ভোগে। ১৯৩০ আৰু ১৯৩২ চনত পুনৰ দুবাৰ কাৰাবাস খাটে। ১৯৩৭ চনৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে জয়লাভ কৰি অসম ব্যৱস্থাপক সভাৰ সভ্য হয়। ১৯৪০ চনত পুনৰ ছমাহৰ বাবে জেল খাটে। ১৯৪৬ চনত বিধান সভাৰ সদস্য নিৰ্বাচিত হৈ ১৯৬২ চনলৈকে এই পদ অটুট ৰাখে। ১৯৪৬ ৫৭ কালছোৱা মন্ত্ৰীসভাত আছিল আৰু কৃষি, যোগান, শিক্ষা, শ্ৰম আদি বিভিন্ন দপ্তৰৰ দায়িত্ব বহন কৰিছিল। শ্ৰমমন্ত্ৰী থকা সময়ত একাধিকবাৰ জেনেভাত বহা আন্তৰাষ্ট্ৰীয় শ্ৰম সম্মিলনত ভাৰতীয় দলৰ নেতা হিচাপে যোগ দিছিল। ন্যায়নিষ্ঠ আৰু



অমিয় কুমাৰ দাস

নিৰহংকাৰী সমাজ সেৱক আছিল। 'লোক নায়ক' ৰূপে জনাজাত হৈছিল।

ৰাজনীতিৰ লগে লগে সাহিত্য চৰ্চা আৰু সংবাদ সেৱাও কৰিছিল। ১৯২৬ চনত চন্দ্ৰকুমাৰ আগৰৱালা* প্ৰতিষ্ঠিত 'সাপ্তাহিক অসমীয়া'ৰ সম্পাদক আছিল। ১৯৩৪-৩৬ কালছোৱাত লক্ষ্মীনাথ বেজবৰুৱাৰ* পিছত 'বাঁহী'ৰ সম্পাদক হৈছিল। *'গান্ধীজীৰ জীৱনী'*, *'গান্ধী কথামৃত'*, *'অসমত মহাত্মা'*, *'মহাত্মা গান্ধী— আমি জেখেতক কিদৰে বুজিলো'* আদি বিভিন্ন গ্ৰন্থ ৰচনা কৰি গৈছে। *'মোৰ সত্যান্বেষণৰ কাহিনী'* নাম দি মহাত্মা গান্ধীৰ আত্মজীৱনীখন অসমীয়ালৈ ভাঙিছিল। *'জীৱন স্মৃতি'*নামে নিজেও এখন আত্মজীৱনী ৰচনা কৰিছিল। (১৬, ১৯, ৪৩, ২৭৩)

**অমূল্য বৰুৱা** (৪।১৯২২-১৬।৮।১৯৪৬): জন্ম যোৰহাটত। পিতৃ প্ৰমোদ চন্দ্ৰ। ১৯৪১ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ১৯৪৪ চনত তাৰ পৰা বি. এ. উপাধি লৈ কলিকতা বিশ্ববিদ্যালয়ত এম. এ. পঢ়িবলৈ যায়। কলিকতাতে সাম্প্ৰদায়িক সংঘৰ্ষত মৃত্যু হয়। *'জয়ন্তী'* গোষ্ঠীৰ আটাইতকৈ প্ৰতিভাসম্পন্ন কবি আছিল। প্ৰকাশিত পথি *'অচিনা'* (১৯৬৬)। (৮, ২০৭, ২১৬)

**অমৃত চন্দ্ৰ শৰ্মা** (১৮৯৬-১৯৬১): জন্ম নলবাৰী অঞ্চলৰ নন্দগাওঁত। দশমমান শ্ৰেণীৰ পৰা পঢ়া এৰি বিভিন্ন প্ৰাথমিক স্কুলত শিক্ষকতা কৰি ১৯৫৮ চনত অৱসৰ লয়। আদৰ্শবাদী আৰু শিল্পী মনৰ মানুহ আছিল। অৱসৰৰ পিছত *'নন্দন মইনা পাৰিজাত'* নাম দি নলবাৰীত এটি শিশু অনুষ্ঠান খুলিছিল। (২৫৬)

**অমৃতপ্ৰভা** (১ম শতিকা): অসমৰ জীয়াৰী বুলি কথিত। স্বয়ম্বৰ সভাত কাশ্মীৰৰ মেঘবাহনক স্বামী বৰণ কৰে। বিয়াৰ পিছত মেঘবাহন কাশ্মীৰৰ ৰজা হয় আৰু বৌদ্ধ ধৰ্ম গ্ৰহণ কৰে। অমৃতপ্ৰভাই বৌদ্ধ ভিক্ষু সকলৰ বাবে *'অমৃত ভৱন'* নামে এক বিহাৰ স্থাপন কৰিছিল। (২৮৬)

**অমৃতাপ্ৰিয়া দেৱী** (১৮৮৩-১৬।২।১৯৫৫): জন্ম বজালী অঞ্চলৰ ভালুকী গাওঁত। পিতৃ ৰত্নেশ্বৰ দেৱশৰ্মা, মাতৃ হাসথিপ্ৰিয়া। পঢ়াশালীয়া শিক্ষা নাথাকিলেও কবিতা প্ৰবন্ধাদি লিখিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ বহু সংগ্ৰামীক নিজ গৃহত আশ্ৰয় দি সহায় কৰিছিল। (২৬১)

**অমৃতভূষণ দেৱ অধিকাৰী** (১৯৫৮-১০।১৯৪২): জন্ম গোৱালপাৰাৰ দলগোমা সত্ৰত। পিতৃ ৰামচৰণ ঠাকুৰৰ* বংশৰ কণ্ঠভূষণ দেৱ দলগোমা সত্ৰৰ অধিকাৰ আছিল। মাতৃ আকাশীলতা। সৰুতে পিতৃ বিয়োগ হোৱাত ককায়েক ৰাজেন্দ্ৰভূষণৰ তত্ত্বাৱধানত পঢ়াশুনা কৰে। দ্বিতীয় বিভাগত

এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ জেনেৰেল এচেম্ব্লি ইনষ্টিটিউছনত ভৰ্তি হয়। বি. এ. পৰীক্ষালৈ কিছুদিন থাকোতেই ককায়েকৰ মৃত্যু হোৱাত পঢ়া এৰি যোৰহাট বেজবৰুৱা হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক হয়গৈ। পিছত প্ৰভাত চন্দ্ৰ বৰুৱাৰ* আমন্ত্ৰণক্ৰমে ন-কৈ স্থাপিত গৌৰীপুৰ হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষকৰ দায়িত্ব লয়। বৈষ্ণৱ



অমৃতভূষণ দেৱঅধিকাৰী

সাহিত্যত ভাল দখল আছিল। তেওঁৰ ৰচিত নামঘোষাৰ সৰল ব্যাখ্যা *'শ্ৰীমন্নাম ঘোষা'* ১৯১৯ চনত প্ৰকাশ পায়। মাধৱদেৱৰ* *ভক্তি ৰত্নাকৰ'* খনো ব্যাখ্যা সহ সম্পাদনা কৰিবলৈ যো-জা কৰিছিল। ১৯২৩ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ পঞ্চম অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। (১৩, ১২৭)

**অমৃতলাল শৰ্মা** (১৮৮১-১৯৬১) : জন্ম বৰপেটাত। পিতৃ ৰঘুনাথ, মাতৃ জয়মতী। পশু চিকিৎসক আছিল। নিম্ন বৰ্গৰ মানুহৰ উন্নতিকল্পে চেষ্টা কৰিছিল। দুখনমান পুস্তিকাৰ ৰচক। (২২)

**অম্বৰীষ দ্বিজ** (আ. ১৮ শতিকা) : আউনীআটী সত্ৰৰ দ্বিতীয় অধিকাৰ কেশৱদেৱৰ* চৰিত ৰচোঁতা। গদাধৰ সিংহৰ* বৈষ্ণৱ নিৰ্যাতনৰ বিবৰণ ইয়াত পোৱা যায়। (২০০, ২৬৬)

**অম্বিকাগিৰী ৰায়চৌধুৰী** (৮।১২।১৮৮৫ -২।১।১৯৬৭) : জন্ম বৰপেটাত। পিতৃ ৰামৰায়ৰ বংশৰ কৃষ্ণৰাম। মাতৃ দৈৱকী সুন্দৰী। কম বয়সতে দেউতাকৰ মৃত্যু হোৱাত মাকে কষ্টেৰে ডাঙৰ-দীঘল কৰে। সংগীত প্ৰীতিও মাকৰ পৰাই পায়। বৰপেটাৰ পৰা প্ৰাথমিক পৰীক্ষাত বৃত্তি ধৰি গুৱাহাটীৰ হাইস্কুলত নাম লগায়হি। কিন্তু ১৯০৪ চনত অষ্টমমান শ্ৰেণীতেই স্কুল এৰে আৰু বংগৰ ক্ষুদিৰাম বসু, বাৰীন ঘোষ আদিৰ আদৰ্শত গুৱাহাটীত এটা এনাৰ্কিষ্ট দল গঠন কৰে। ১৯০৭ চনত *'বন্দিনী ভাৰত'* নামে এখন বৈপ্লৱিক নাট ৰচনা কৰি কলেজিয়েট স্কুলত সেইখন মঞ্চস্থ কৰি থাকোতেই পুলিচে সেইখন বাজেয়াপ্ত কৰে আৰু তেওঁক গুৱাহাটীৰ পৰা বহিষ্কাৰ কৰি বৰপেটাত অন্তৰীণ কৰি ৰাখে। বৰপেটাত থকা কালতে *'জয়দ্ৰথ বধ'* (প্ৰকাশিত ১৯৪৭) আৰু *'ভক্ত গৌৰৱ'* নামে দুখন ধৰ্মমূলক আৰু *'কল্যাণময়ী'* নামে এখন সামাজিক নাট লিখি মঞ্চস্থ কৰে। *'তুমি'* আৰু *'বীণা'* নামৰ কবিতা পুথি দুখনো বৰপেটাত থাকোতেই লিখা। ইয়াৰ উপৰিও *'শ্ৰীশংকৰদেৱ চাৰ্কাচ পাৰ্টি'*, *'গৰীব সমাজ'*, *'বৰপেটা পুৰৰ ফাগু'* আদি খুলি বৰপেটা অঞ্চলৰ উন্নতিত অৰিহণা যোগাইছিল। ১৯১১ চনত তেওঁৰ ওপৰত থকা নিষেধাজ্ঞা চৰকাৰে তুলি লোৱাত তেওঁ ডিব্ৰুগড় পায়গৈ আৰু ঘৰুৱা শিক্ষকতা, পুলিচ অফিচত কেৰাণীগিৰি আদি কৰি কিছু বছৰ থাকে। *'তুমি'* আৰু *'বীণা'* ডিব্ৰুগড়ৰ পৰাই ওলায় ১৯১৬ চনত। ইয়াৰ আগৰ বছৰত *'জগতৰ শেষ আদৰ্শ'* আৰু *'বিশ্বশান্তি স্থাপনৰ উপায়'* নামে এখনি পুস্তিকা ছপাই উলিয়াইছিল। ডিব্ৰুগড়ত থকা কালত *'আসাম বান্ধৱ'* নামৰ আলোচনীখনৰ এবাৰ সহকাৰী সম্পাদকো হৈছিল। ১৯১৮ চনত গুৱাহাটীলৈ আহি *'অৰুণা প্ৰেছ'* খোলে আৰু নিজৰ সম্পাদনাত তাৰপৰা *'চেতনা'* নামৰ এখনি মাহেকীয়া আলোচনী উলিয়ায়। ১৯১৯ চনৰ পৰা ১৯২৩ চনলৈকে ই জীয়াই আছিল।

১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি দুবছৰ ফাটেক খাটে। ফাটেকৰ ভিতৰত বহুতো গীত লিখিছিল

যিবোৰৰ কেতবোৰ বাণীকান্ত কাকতি* আৰু বিৰিঞ্চি কুমাৰ বৰুৱাই* ইংৰাজীলৈ ভাঙনি কৰি ১৯৪২ চনত Songs of the Cell নামেৰে প্ৰকাশ কৰিছিল। ১৯২৪ চনত



অম্বিকাগিৰী ৰায়চৌধুৰী

*'শতধাৰ'* নামে এখনি ৰাজনৈতিক মতবাদৰ কবিতা পুথি লিখি পুনৰ তিনিমাহ জেল খায় আৰু জৰিমনা ভৰে। ১৯২৫ চনত কৌশল্যা দেৱীৰ সতে বিয়া হয়।

১৯২৬ চনত পাণ্ডু কংগ্ৰেছৰ বাবে ৰচনা কৰে তেওঁৰ বিখ্যাত গীত *'বন্দো কি ছন্দেৰে'*। ১৯২৭ চনত প্ৰতিষ্ঠা কৰে *'গুৱাহাটী সংগীত বিদ্যালয়'*। এই সময়তে তেওঁৰ মনত জাতীয়তাবাদী ভাব সোমায় আৰু একে চনতে স্থাপন কৰে *'অসমীয়া সংৰক্ষিণী সভা'*। ১৯৩২ চনত ইয়েই গৈ *'অসম জাতীয় মহাসভা'*ত পৰিণত হয়। ১৯৩৫ চনত সভাৰ মুখপত্ৰ হিচাপে *'সাদিনীয়া ডেকা অসম'* উলিয়ায়। নিজেই ইয়াৰ সম্পাদক, লিখক, কম্পোজিটৰ, প্ৰিণ্টাৰ আদি হৈ এবছৰমান ইয়াক জীয়াই ৰাখিছিল। অসমক আৰ্থিকভাৱে স্বাৱলম্বী কৰাৰ উদ্দেশ্যে ১৯২৭ চনত আচাৰ্য পি. চি. ৰায়ৰ আদৰ্শত গুৱাহাটীত প্ৰতিষ্ঠা কৰিছিল *'কামৰূপ মায়াবিনী কেমিকেল ৱৰ্কছ'*।

সংগ্ৰামী ব্যক্তি আছিল। নিজৰ মাটি-বাৰী নাছিল। আনৰ মাটি লিজ লৈ সজা ঘৰৰ পৰা এবাৰ উচ্ছেদো হ'ব লগা হৈছিল। তেওঁৰ অন্যান্য ৰচনাসমূহ হ'ল— *ডেকা ডেকেৰীৰ বেদ* (১৯৪২), *স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি* (১৯৪২), *আহুতি* (১৯৫৪), *অনুভূতি* (১৯৫৪), *বন্দো কি ছন্দেৰে* (১৯৫৮), *স্থাপন কৰ, স্থাপন কৰ* (১৯৫৮), *বেদনাৰ উল্কা* (১৯৬৪), *দেশেই ভগৱান* (১৯৬৫), *মোৰ জীৱন ধুমুহাৰ এছাটি* (১৯৭৩)। বহুতো গীত ৰচনা কৰিছিল আৰু নিজেই গায়ক আছিল। *'অসম কেশৰী'* নামে জনাজাত আছিল। (১৪, ২৩, ৩২, ১২৭, ১৪৮, ২২৬, ২৪২)

**অম্বিকানাথ বৰা** (১৮৯১-২৫।৪।১৯৬৮). জন্ম গুৱাহাটীত। পিতৃ সত্যনাথ,* মাতৃ ভুৱনেশ্বৰী। ১৯১০ চনত কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম ভৰ্তি কৰে। ১৯১৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বাণিজ্য বিষয়ত এম. এ. পাছ কৰে। কলিকতাতে প্ৰথমে 'বেংক অৱ বেংগল', পিছত মাৰ্টিন কোম্পানীৰ চাকৰিয়াল হয়। তদুপৰি কলিকতা বিশ্ববিদ্যালয়ত ন-কৈ খোলা অসমীয়াৰ স্নাতকোত্তৰ মহলাতো অধ্যাপনা কৰিছিল।

সকতে লিখা কবিতা আৰু প্ৰবন্ধ *'উষা'* আৰু অন্যান্য আলোচনীত প্ৰকাশ পাইছিল। কেইবাখনো পাঠ্য পুথি ৰচনা কৰাৰ উপৰিও *'ৰুক্মিণী হৰণ'* কাব্য সম্পাদনা আৰু প্ৰকাশ কৰিছিল। *'অসমীয়া সাহিত্যৰ চানেকি'*ৰ সংকলনতো তেওঁৰ অৱদান আছে। কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়াৰ এম. এ. মহলাটো প্ৰতিষ্ঠা কৰাত বিশেষ বৰঙনি যোগাইছিল। গুৱাহাটীৰ একতা সভা, কটন কলেজৰ এ. এচ. এল ক্লাব, কলিকতাৰ এ. এচ. এল ক্লাব আদিৰ সক্ৰিয় সদস্য আছিল। (১৩)

**অম্বিকা প্ৰসাদ গোস্বামী** (১৮৯৫-১৯৬৩) : পিতৃ শম্ভুৰাম গুৱাহাটী কাছাৰীৰ মুক্তিয়াৰ আছিল। ১৯১৫ চনত কটন কলেজৰ পৰা ডিষ্টিংছান সহ বি. এ. পাছ কৰি সোণাৰাম হাইস্কুলৰ শিক্ষক হয়। শিক্ষক পদত থাকিয়েই গুৱাহাটীত আইন পঢ়ে। ১৯১৮ চনত আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ

গুৱাহাটীতে ওকালতি আৰম্ভ কৰে আৰু এই ব্যৱসায়তে জীৱন কটায়। সাহিত্যানুৰাগী আছিল। উল্লেখযোগ্য সাহিত্যকৃতি হ'ল চেইক্সপীয়েৰৰ *'চিম্বেলিন'*ৰ ছাঁত লিখা *'তাৰা'* নামে এখনি নাটক। (১৪)

**অৰবিন্দ ঘোষ** (১৯১৯ - ২৮।২।১৯৯০) : জন্ম ঢাকাৰ বিক্রমপুৰত। তাৰ পৰাই স্কুলীয়া শিক্ষা সাং কৰি পৰিয়ালৰ সৈতে গুৱাহাটীলৈ আহে আৰু কটন কলেজত নাম লগায়। ১৯৪৩ চনত এই কলেজৰ পৰাই দোকান আদি দি পৰিয়ালৰ জীৱিকাৰ উপায় উলিয়াইছিল। পঢ়ি থকা অৱস্থাতে বামপন্থী ৰাজনীতিৰ প্ৰতি আৰ্কষিত হয়। গুৱাহাটীৰ ৰেডিকেল ইনষ্টিটিউটত মাৰ্ক্সবাদৰ পাঠ লোৱা প্ৰথম ব্যক্তিসকলৰ অন্যতম। হৰেন কলিতা*, উপেন দাস* আদিৰ লগ লাগি ১৯৪৩ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ অসম শাখা খোলে আৰু তেতিয়াৰ পৰা ১৯৪৬ চনলৈকে বিভিন্ন ঠাইত আত্মগোপন কৰি থাকি দলৰ কামত লাগে। স্বাধীনতাৰ পিছত দুনাই আটক হয়। মুক্তি পোৱাৰ পিছত পাৰ্টিৰ নিৰ্দেশ অনুসৰি পুনৰ আত্মগোপন কৰে আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ* সহকৰ্মী হিচাপে উত্তৰ কামৰূপ, দৰং আৰু গোৱালপাৰা জিলাৰ দুখীয়া খেতিয়ক ৰাইজৰ মাজত পাৰ্টিৰ সংগঠনৰ কাম চলায়। মঙ্গলদৈৰ ভকতপাৰা অঞ্চল তেওঁৰ প্ৰধান কাৰ্যথলী আছিল। ১৯৫১ চনত গ্ৰেপ্তাৰ হোৱাত তেওঁৰ মুক্তিৰ অৰ্থে সহস্ৰাধিক লোক ওলাই আহিছিল আৰু পুলিচৰ গুলি চালনাত এজন কৃষকৰ মৃত্যু হৈছিল। ১৯৫৪ চনত জেলৰ পৰা মুক্তি লভি বিষ্ণু ৰাভা প্ৰমুখ্যে আন বহুতৰে সৈতে ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে। ১৯৬০ চনত ভাষা আন্দোলন, ১৯৭২ চনৰ শিক্ষাৰ মাধ্যম আন্দোলন, ১৯৭৯-৮৫ চনৰ বিদেশী বিতাড়ন আন্দোলন আদিত পাৰ্টিয়ে দিয়া প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰাত আগভাগ লৈছিল। পাৰ্টিৰ ৰাজ্যিক কাউন্সিল, কাৰ্যনিৰ্বাহক আৰু সম্পাদক মণ্ডলীৰ সদস্য হোৱাৰ উপৰিও ধনভঁৰালী ৰূপে বহু বছৰ ধৰি কাৰ্য চলাইছিল। ভাৰত-ছোভিয়েত মৈত্ৰী সমিতি, শান্তি পৰিষদ আদিৰ ৰাজ্যিক কৰ্মকৰ্তা হিচাপে ছোভিয়েট ৰাছিয়া, হাংগেৰী আদি দেশ ভ্ৰমণ কৰিছিল। নিৰ্বাচনী ৰাজনীতিত নোসোমোৱাকৈ দেশৰ হকে কাম কৰা এগৰাকী নিষ্ঠাবান বিপ্লৱী। চিৰকুমাৰ আছিল। (৪০০)

**অৰুণ কুমাৰ চন্দ** (১৭।২।১৮৯৯- ২৬।৪।১৯৪৭) : জন্ম শিলচৰৰ ওচৰৰ তাৰাপুৰ গাওঁত। পিতৃ কামিনী কুমাৰ* কংগ্ৰেছৰ অন্যতম নেতা আছিল। ১৯১৫ চনত শিলচৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ বংগবাসী কলেজত নাম লগায় আৰু তাৰ পৰা ইংৰাজীত প্ৰথম শ্ৰেণীৰ সন্মান সহ বি. এ. উপাধি লয়। ইয়াৰ পিছত বিলাতলৈ গৈ ১৯২৯ চনত বেৰিষ্টাৰী পাছ কৰি আহে। দুবছৰ চিংগাপুৰত এটা ব্যৱসায়ী সংস্থাৰ আইন উপদেষ্টা হৈ থাকি ১৯৩১ চনত শিলচৰলৈ উভতি আহে আৰু ওকালতিৰ লগে লগে স্বাধীনতা আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰে। ১৯৩৫ চনত শিলচৰত গুৰুচৰণ কলেজ স্থাপন কৰি কিছুকাল তাৰ অবৈতনিক অধ্যক্ষ হৈ থাকে। ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সভ্য নিৰ্বাচিত হয়। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত কিছুদিন কাৰাবাস খাটে। ১৯৪৩ চনত কেন্দ্ৰীয় বিধান সভালৈ বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয়। কাছাৰ জিলাৰ বিভিন্ন সামাজিক অনুষ্ঠানৰ স'তে জড়িত আছিল। ভাল অভিনয়ো কৰিছিল। (৪৩)

**অৰুণ চন্দ্ৰ বৈশ্য** (১৮৮৫-১৯৬০) : জন্ম নলবাৰী অঞ্চলৰ মৰোৱা গাওঁত। স্থানীয় মজলীয়া স্কুলৰ শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ চাকৰি নিবিচাৰি সত্য বায়ন, শেহৰাম বাপু* আদিৰ অধীনত ঘৰতে সত্ৰীয়া নৃত্য, ভাওনা আদিৰ শিক্ষা লয়। ১৯১৪ চনত *'শংকৰদেৱ অৰুণ নাট্য সমিতি'* প্ৰতিষ্ঠা কৰে। প্ৰায় তিনি কুৰি বছৰ ধৰি অসমৰ বিভিন্ন ঠাইত

অভিনয় প্ৰদৰ্শন কৰিছিল। বহুতো নাটক নিজে ৰচনা কৰিছিল। *'উৰো বায়ন'* নামেৰে প্ৰসিদ্ধ আছিল। (২৫৬)

**অৰ্জুন চন্দ্ৰ দাস** (১০।৮।১৯০৩ ১২।১০।১৯৮৭): জন্ম বৰপেটাৰ বৃন্দাৱনহাটীত। পিতৃ নাৰায়ণচন্দ্ৰ, মাতৃ চিকনবালা। বৰপেটাৰ পৰা মজলীয়া স্কুলৰ পৰীক্ষা পাছ কৰি যোৰহাট নৰ্মাল স্কুলত নাম লগায়। ১৯২৪ চনত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ গুৰু ট্ৰেইনিং পৰীক্ষা পাছ কৰে। বৰপেটাৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰি ১৯৬৫ চনত প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে। সমসাময়িক আলোচনীত প্ৰৱন্ধ-পাতি লিখাৰ উপৰিও ছখন পুথি লিখি হৈ গৈছে। সিবোৰৰ ভিতৰত *'মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন'* লেখত লবলগীয়া। ১৯৭৬ চনত চৰকাৰে সাহিত্যিক পেঞ্চনেৰে সম্মানিত কৰিছিল। (২৪)

**অৰ্জুন দাস বৈৰাগী** (১৭-১৮ শতিকা): ৰুদ্ৰসিংহ* স্বৰ্গদেৱৰ কটকী আছিল। মোগল আক্ৰমণৰ বিৰুদ্ধে থিয় দিবলৈ স্বৰ্গদেৱে ত্ৰিপুৰা ৰজাৰ সহায় বিচাৰি কৰা সন্দেশ লৈ ১৭১০-১৫ চনৰ ভিতৰত ৰত্ন কন্দলি শৰ্মা কটকীৰ* সৈতে তিনিবাৰ ত্ৰিপুৰালৈ গৈছিল। ১৭২৪ চনত ৰত্ন কন্দলিৰ সৈতে যুটীয়াকৈ *'ত্ৰিপুৰা বুৰঞ্জী'* ৰচনা কৰে। (২০০, ২৬৬)

**অৰ্জুন দিহিঙীয়া ৰজা** (১৬৩৫-১৬৭৭): দিহিঙ অঞ্চলৰ মানুহ। পিতামহ প্ৰতাপ সিংহ*। প্ৰকৃত নাম অৰ্জুন। গোবৰ ৰজাৰ* মৃত্যুৰ পিছত ১৬৭৫ চনত চুজিন্‌ফা নাম লৈ আহোম ৰাজপাটত উঠে। আতন বুঢ়াগোঁহাইৰ* উদ্যোগত ৰজা হৈছিল; সেয়ে আৰম্ভণিতে বুঢ়াগোঁহাইৰ প্ৰতি অত্যন্ত বাধিত আছিল। পিছলৈ কোনো কোনো বিষয়াৰ ষড়যন্ত্ৰত বুঢ়াগোঁহাই-বিৰোধী হৈ উঠে। ফলত বুঢ়াগোঁহাইৰ সৈন্যই তেওঁক বন্দী কৰি হত্যা কৰে। মাত্ৰ দৈধ্য মাহ ৰাজত্ব কৰিছিল। (২৯০)

**অৰ্জুনদেৱ** (১৬-১৭ শতিকা): জন্ম দৰং জিলাৰ ৰতনপুৰ গাৱঁত। পিতৃ বিশ্বৰূপ, মাতৃ দেৱযানী। দামোদৰদেৱৰ* শিষ্য আছিল। দামোদৰদেৱৰ ভাতৃপুত্ৰ শ্ৰীকৃষ্ণদেৱৰ ইচ্ছানুসাৰি লোচ সত্ৰ স্থাপন কৰে। বালিকুচি, মনিযাৰী আৰু ৰণস্থলী সত্ৰৰো প্ৰতিষ্ঠাতা। 'গুৰুলীলা'ৰ ৰচক ৰামৰায়ে* এওঁত শৰণ লৈছিল। (১৩৮, ৪০০)

**অৰ্জুন দৈৱজ্ঞ** (১৭ শতিকা): গদাধৰ সিংহ* ৰজা হোৱাৰ আগেয়ে পলাই ফুৰা কালছোৱাত তেওঁ ভৱিষ্যতে ৰজা হ'ব বুলি ভৱিষ্যতবাণী কৰিছিল। সেই আপাহতে সিংহাসনত বহাৰ পিছত গদাধৰে তেওঁক ৰাজজ্যোতিষী পাতিছিল। (২৯০)

**অষ্টভুজ মহন্ত** ( ' ১৭৭০): পিতৃ চতুৰ্ভুজদেৱ। পিতৃৰ মৃত্যুৰ পিছত ১৭৪৮ চনত মায়ামৰা সত্ৰৰ অধিকাৰ হৈছিল। ৰাজেশ্বৰ সিংহৰ* লগত সদ্ভাৱ আছিল। কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই* অসূয়া কৰিছিল আৰু তেওঁৰ পুত্ৰ গাগিনী ডেকা মহন্তক* অপমান কৰাৰ উপৰিও তেওঁৰ নামতো অপবাদ উলিয়াইছিল, ৰাজদ্ৰোহ কৰিবলৈ শিষ্যসকলক আৰম্ভণিতে নিষেধ কৰিছিল যদিও ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত এই নিষেধ উঠাই লয়। ফলত ৰাঘ মৰাণ* আদিৰ নেতৃত্বত মোৱামৰীয়াই আহোমৰ ৰাজধানী আক্ৰমণ কৰি লক্ষ্মী সিংহ* স্বৰ্গদেৱক বন্দী কৰে। পিছত লক্ষ্মী সিংহ যেতিয়া পুনৰ ৰাজপাটত উঠিল, তেতিয়া ৰজাঘৰীয়া সৈন্যই খুতিয়াপোতালৈ গৈ পুত্ৰ সহ অষ্টভুজক বংপুৰলৈ ধৰি আনে আৰু হত্যা কৰে। (২৮৫)

**অক্ষয় কুমাৰ ঘোষ** (১৯ শতিকা): শিৱসাগৰৰ আগশাৰীৰ বাঙালী ব্যক্তি। পিতৃ ভুপেন্দ্ৰনাথ। প্ৰথম অসমীয়া গভৰ্ণৰ খান বাহাদুৰ কুটুবুদ্দিন আহমেদ, ৰাজনৈতিক নেতা খান

বাহাদুৰ কেৰামৎ আলি* আদি অনেক ব্যক্তিক ঘৰতে পঢুৱাই ওকালতি বিদ্যাত পাৰ্গত কৰিছিল। (৩৬০)

**অক্ষয়কুমাৰ দাস** ( ।৪।১৮৯৯ ।১২।১৯৮০): জন্ম বৰপেটাত। পিতৃ মনোহৰি, মাতৃ বৃন্দাবনী। ১৯১৭ চনত বৰপেটা *হাইস্কুলৰ পৰা ১ম বিভাগত প্ৰৱেশিকা*, ১৯১৯ চনত কটন কলেজৰ পৰা ১ম বিভাগত আই. এ. পৰীক্ষা পাছ কৰে। কলিকতালৈ গৈ ইংৰাজীত এম. এ. পঢ়িছিল যদিও অসহযোগ আন্দোলনৰ প্ৰভাৱত পৰি পৰীক্ষা নিদি উভতি আহে আৰু বৰপেটা জিলা কংগ্ৰেছৰ সহকাৰী সম্পাদক হয়। ১৯১৫ চনত গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধি লৈ বৰপেটাত ওকালতি আৰম্ভ কৰে, লগতে স্বাধীনতা যুঁজৰো কাম-কাজ চলাই যায়। ১৯২৯ চনত অসম ৰাজ্যিক কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৩০ চনত বৰপেটাৰ কীৰ্তন ঘৰত জাতীয় পতাকা উত্তোলন কৰিলৈ গৈ ছমাহ সশ্ৰম কাৰাদণ্ড ভোগে। ১৯৩৪ চনত বৰপেটাৰ পৌৰসভাৰ সভাপতি নিৰ্বাচিত হয়। ১৯৫০ চন পৰ্যন্ত এই পদত আছিল। ১৯৪০ চনত ওকালতি সম্পূৰ্ণ বৰ্জন কৰি আশা সুধীয়াকৈ স্বাধীনতা আন্দোলনত লাগে। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি আছিল। দেশ স্বাধীন হোৱাৰ পিছত দুবাৰো (১৯৫২, ১৯৬২) সৰভোগ সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বিধান সভালৈ মনোনীত হৈছিল। ১৯৫৮ চনত অসম কংগ্ৰেছৰ উপ-সভাপতি পদ পাইছিল। বৰপেটাৰ প্ৰায় সকলোবোৰ সামাজিক কামৰ লগতে জড়িত আছিল। বৰপেটাৰ ওচৰৰ *'কমাৰগাঁও গান্ধী আশ্ৰম'* স্থাপনৰ অন্যতম উদ্যোক্তা আছিল। (৪৩, ১৯১ক)

# আ

**আইখেক বুঢ়াগোহাঁই** (১৭ শতিকা): চুৰাম ফা* বা খোৰা ৰজাই বুঢ়াগোহাঁই পাতিছিল। চিলাৰায়ৰ* নেতৃত্বত কোচৰ লগত হোৱা আহোমৰ সন্ধিত আগভাগ লৈছিল। কিন্তু যুঁজত আহোমৰ পৰাজয়ৰ কাৰণ ৰূপে চিহ্নিত হোৱাত বুঢ়াগোহাঁই পদ এৰিব লগাত পৰে। পৰৱৰ্তী স্বৰ্গদেউ প্ৰতাপ সিংহৰ* দিনতো কছাৰীৰ হাতত আহোম হৰাৰ কাৰণ বুলি সাব্যস্ত হয়। স্বৰ্গদেৱে শাস্তিমূলক ব্যৱস্থা লোৱাত ৰাজ্যৰ পৰা পলাই গৈ প্ৰথমে কোচ ৰজা পৰীক্ষিতৰ, পিছত বংগৰ নবাবৰ আশ্ৰয় লয়গৈ। অৱশেষত স্বৰ্গদেৱে ক্ষমাৰ প্ৰতিশ্ৰুতি দিয়াত পুনৰ নিজ ৰাজ্যলৈ আহে আৰু মোগলৰ লগত কলিয়াবৰত হোৱা যুদ্ধত সামৰিক জ্ঞানৰ বিশেষ পৰিচয় দিয়ে। (৪১)

**আচাৰ্য শেখৰ চক্ৰৱৰ্তী** (১৭ শতিকা): কামৰূপৰ লোক। প্ৰকৃত নাম জয়কৃষ্ণ। পিতৃ বিদ্যানন্দ। কোচ ৰজা প্ৰাণনাৰায়ণৰ* সভাপণ্ডিত আছিল। ৰজাৰ নিৰ্দেশ অনুসৰি প্ৰসিদ্ধ সংস্কৃত ব্যাকৰণ *'প্ৰয়োগ ৰত্নমালা'*ৰ *প্ৰভা প্ৰকাশিকা'* নামৰ এখনি টীকা গ্ৰন্থ ৰচনা কৰিছিল। এওঁৰ ৰচিত এখন ব্যাকৰণ গ্ৰন্থ হ'ল *'সাৰ মঞ্জৰী'* (২৩৩)

**আজলিতৰা নেওগ** (৫।১২।১৯১৩-৩১।১০।১৯৪৯): বেণুধৰ ৰাজখোৱা* আৰু ৰত্নকুমাৰীৰ পঞ্চমা কন্যা। ১৯৩০ চনত ডিম্বেশ্বৰ নেওগৰ* লগত বিয়া হয়। *আলিবাবা আৰু দুকুৰি ডকাইত, সিন্দবাদ আৰু সাতোটি জলযাত্ৰা, আলাউদ্দিন আৰু আচৰিত চাকি, আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা* আদি কেইবাখনো শিশুপুথিৰ ৰচয়িত্ৰী। কবিতাও লিখিছিল। (৮, ১৮৩)

**আজান ফকীৰ** (১৭-১৮ শতিকা): প্ৰকৃত নাম ছৈয়দ শ্বাহ মিলন। শিৱসিংহ* ৰজাৰ দিনত আজমীৰৰ পৰা অসমলৈ আহে বুলি প্ৰবাদ আছে। পূৰ্বপুৰুষ বাগদাদ চহৰৰ মানুহ আছিল। ইচলাম ভিত্তিক ভক্তি তত্ত্ব প্ৰচাৰ কৰা হেতুকে কিছুমান হিন্দুয়ে ৰজাক লগোৱাত শিৱসিংহই ৰূপাই ফতিমা নামৰ এজন মুছলমান বিষয়াৰ হতুৱাই তেওঁক ৰাজসভালৈ

ধৰাই নিয়ায়। কিন্তু তেওঁৰ মাহাত্ম্যৰ উমান পাই দিখৌমুখৰ সুৱাগুৰি চাপৰিত তেওঁক মাটি-বৃত্তি দি মছজিদ সজাই দিয়ে। ছকুৰি ভক্তেৰে সৈতে তাত থাকি ধৰ্ম চৰ্চা কৰিছিল। *জিকিৰ* সাহিত্যৰ প্ৰৱৰ্তক। আঠকুৰি জিকিৰ ৰচনা কৰিছিল বুলি কথিত। চাৰিজন পুত্ৰ সন্তান এৰি ফকীৰৰ মৃত্যু হোৱাত শিৱসাগৰ চহৰৰ ধাই আলিত তেওঁক কবৰ দিয়া হয়। (৮২, ২০০, ২২২, ২৮৮)

**আজিজুৰ ৰহমান** (?— ৪।৭।১৯৫৯): নাজিৰাৰ মানুহ। শিক্ষা সাং কৰি ১৯১৭-১৮ চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলত শিক্ষকৰূপে এবছৰ থকাৰ পিছত নাজিৰা হাইস্কুললৈ আহে। ইয়াত দুবছৰ সহকাৰী প্ৰধান শিক্ষকৰূপে আৰু ২৪ বছৰ প্ৰধান শিক্ষকৰূপে চাকৰি কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলত প্ৰধান শিক্ষকৰূপে যোগ দিয়ে। তাত মাত্ৰ দুবছৰ থাকি পুনৰ নাজিৰালৈ আহে আৰু ১৯৪৭ চনত তাৰ নৱগঠিত ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে চাকৰি কৰি ১৯৫৭ চনত অৱসৰ লয়। কৃতী শিক্ষক আছিল। নাজিৰা হাইস্কুল আৰু নাজিৰা ছোৱালী হাইস্কুল গঢ় দিওঁতা। (১৫৩)

**আতন বুঢ়াগোঁহাই** ( ? - ১৬৭৯): নাজিৰাৰ বাঁহগড়াৰ মানুহ। দেউতাক আছিল আহোম ৰজাৰ ঘৰুৱা সৈন্যৰ দায়িত্বত থকা বিষয়া। নিজে খনিকৰ বৰুৱা ৰূপে জীৱন আৰম্ভ কৰিছিল। ১৬৬২ চনত লেচাম বুঢ়াগোঁহাইৰ মৃত্যুত জয়ধ্বজ সিংহই* তেওঁক বুঢ়াগোঁহাই পদত নিয়োগ কৰে। জয়ধ্বজ সিংহৰ পৰা আৰম্ভ কৰি চুড়ফা পৰ্বতীয়া ৰজালৈকে* মুঠ আঠজন স্বৰ্গদেৱৰ চাউল খাইছিল। চক্ৰধ্বজ সিংহৰ* দিনত ৰাজমন্ত্ৰী পদবীও পাইছিল। দক্ষ প্ৰশাসক আৰু নিষ্ঠাবান দেশপ্ৰেমিক আছিল। জয়ধ্বজ সিংহৰ দিনত মীৰজুমলাই অসম আক্ৰমণ কৰাত বুদ্ধিৰে মোগলক অসমৰ পৰা আঁতৰাই পঠিয়াইছিল। লাচিত বৰফুকনে* মোগলক খেদাইছিল তেওঁৰ মন্ত্ৰীত্বকালতে। তেওঁ গুৱাহাটীত থকাৰ সুবিধা লৈ উজনীত ডেবেৰা বৰবৰুৱাই* অতপালি কৰিবলৈ ধৰাত তেওঁৰ অনুমতিক্ৰমে ডেবেৰা আৰু তেওঁৰ পুতলা ৰজা গোবৰক* হত্যা কৰা হয়। ৰাজপাট শূন্য হোৱাত বিষয়া সকলে তেওঁকে ৰজা হবলৈ ধৰাত ইয়াত অমান্তি হৈ চুডেফাক* সিংহাসনত বহুৱায়। এইজনা ৰজাৰ দিনত লালুকসোলা বৰফুকন* ক্ষমতাশালী হৈ উঠে। লালুকসোলাই চুডেফাক বধ কৰি লʼৰা ৰজাক* ৰাজপাটত তোলে আৰু আতনক কলিয়াবৰত বন্দী কৰি হত্যা কৰে।

বিচক্ষণ বুদ্ধিৰ ৰাজনীতিজ্ঞ তথা যুঁজাৰু আছিল ; কিন্তু চৰিত্ৰত দৃঢ়তাৰ অভাৱ দেখা গৈছিল। শিক্ষিত লোক আছিল। *'শ্ৰী শ্ৰী স্বৰ্গমহাৰাজৰ বংশ নিৰ্ণয়'* নামে আহোম ৰাজবংশৰ এখন বুৰঞ্জী ৰচনা কৰিছিল। (২৯০)

**আত্মাৰাম দাস** (১৯ শতিকা) : জন্ম বৰপেটাত। প্ৰখ্যাত হাতীদাঁত শিল্পী আছিল। শিল আৰু কাঠতো মূৰ্তি কাটিছিল। (২২)

**আত্মাৰাম শৰ্মা** (১৮-১৯ শতিকা) : নগাঁৱৰ কলিয়াবৰ অঞ্চলৰ মানুহ। কলিকতালৈ গৈ তাত থাকিবলৈ লয় আৰু ছপাশালৰ কাম শিকে। কলিকতাতে বিয়া-বাৰুও কৰায়। ১৮১০ চনত উইলিয়াম কেৰীৰ তত্ত্বাৱধানত শ্ৰীৰামপুৰ প্ৰেছে যেতিয়া বাইবেলৰ অসমীয়া অনুবাদ *('ধৰ্মপুস্তক')* প্ৰকাশ কৰিবলৈ লয়, তেতিয়া অনুবাদ কাৰ্যত তেওঁলোকে আত্মাৰামৰ সহায় লৈছিল। গুৱাহাটীলৈ অহা প্ৰথম খ্ৰীষ্টধৰ্ম প্ৰচাৰক জেমচ্ ৰে'ক অসমীয়া ভাষা শিকাইছিল। আনন্দৰাম ঢেকিয়াল ফুকনে* তেওঁক কলিকতাত খুব সম্ভব লগ পাইছিল। সম্ভৱ খৃষ্টান ধৰ্ম লৈছিল, যদিও খৃষ্টিয়ান হোৱাৰ পোনপটীয়া প্ৰমাণ নাই। (২১১)

**আদিত্য নাৰায়ণ** ( ? — ১৭৩২) : পিতৃ ইন্দ্ৰনাৰায়ণ। পিতৃৰ মৃত্যুৰ পিছত ১৭২৫ চনত আহোমৰ কৰতলীয়া

হিচাপে দৰঙৰ ৰজা হয়। ৰাজপাটত উঠাৰ তিনি বছৰৰ পিছত ভায়েক মদনাৰায়ণে* ৰাজ্যৰ দুই তৃতীয়াংশ আক্ৰমণ কৰি নিজে *'বুঢ়া ৰজা'* নাম লয় আৰু ককায়েকক *'ডেকা ৰজা'* পাতে। এইদৰে এওঁৰ দিনৰ পৰা দৰঙ ৰাজ্য একেবাৰে দুৰ্বল হৈ পৰে। (২৯১)

**আদ্যনাথ ভট্টাচাৰ্য** (? — ১৪।২।১৯৬৭) : জন্ম কামৰূপৰ চামতা অঞ্চলৰ গণ্ডিযাত। পিতৃ জীৱনাথ। সংস্কৃত আৰু জ্যোতিষশাস্ত্ৰত নিপুণ আছিল। ১৯০৫ চনত ঘৰতে 'জীৱনাথ গ্ৰন্থাগাৰ' আৰু 'জীৱনাথ জ্যোতিষ বিদ্যালয়' স্থাপন কৰি তাতে অধ্যাপনা কৰিছিল। ১৯৩০ চনৰ পৰা ১৯৪২ চনলৈকে গুৱাহাটীত আছিল আৰু 'কামৰূপ জ্যোতিষ কাৰ্যালয়' খুলি *'বৃহৎ অসমীয়া পঞ্জিকা'* সম্পাদনা কৰি উলিয়াইছিল। 'জ্যোতিমালা' বা 'জাতক প্ৰদীপ' নাম দি সংস্কৃতৰ এখন জ্যোতিষ পুথি অসমীয়ালৈ অনুবাদ কৰে। *'শ্ৰাদ্ধ-বিবাহৰ গূঢ়তত্ত্ব'* আৰু *'প্ৰাচীন কামৰূপীয়া ব্ৰাহ্মণৰ ইতিবৃত্ত'* নামৰ দুখন পুথিৰ ৰচক। কামৰূপ সঞ্জীৱনী সভাই 'জ্যোতিষ শিৰোমণি' উপাধিৰে বিভূষিত কৰিছিল। (২৪৩)

**আনন্দচন্দ্ৰ আগৰৱালা** (৫।৯।১৮৭৪ -১৬।১২।১৯৩৯) : জন্ম তেজপুৰৰ ওচৰৰ কলংপুৰত। পিতৃ আগৰৱালা পৰিয়ালৰ প্ৰতিষ্ঠাতা নওৰংৰামৰ* কনিষ্ঠ পুত্ৰ কাশীৰাম। মাতৃ ৰাধিকা। বৰদেউতাক হৰিবিলাসৰ* লগত থাকি তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৯১ চনত এণ্ট্ৰেন্স পাছ কৰে আৰু কলিকতাৰ মেট্ৰোপলিটান ইনষ্টিটিউছনত নাম লগায়। এফ. এ পাছ কৰিব নোৱাৰি হৰিবিলাসৰ ব্যৱসায়ত সহায় কৰি কলিকতাতে কিছু দিন থাকে। পিছত শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত এবছৰমান শিক্ষকতা কৰি দেউতাকৰ পৰামৰ্শত পুলিচ বিভাগত হেড কনষ্টেবলৰ চাকৰি লয় ১৮৯৪ চনত। নিজ যোগ্যতাৰ বলত পুলিচৰ জিলা অধীক্ষক পৰ্যন্ত হৈছিলগৈ। ভাৰতৰ স্বাধীনতা আন্দোলনৰ কালত বহুতো বন্ধুৰ (এনেকি নিজৰ সম্পৰ্কীয় ককায়েক চন্দ্ৰকুমাৰৰ*) বিৰুদ্ধে যাব লগা হোৱাত ১৯৩০ চনত আগতীয়াকৈ স্বেচ্ছাকৃত অৱসৰ লয়। ১৯০৬ চনত পুলিচ মেনুৱেল ৰচনা কৰিছিল। চৰকাৰে ১৯১৬ চনত 'ৰায় চাহাব' আৰু ১৯২১ চনত 'ৰায় বাহাদুৰ' উপাধি দিছিল।



আনন্দচন্দ্ৰ আগৰৱালা

কবি, প্ৰাবন্ধিক আৰু প্ৰত্নতাত্ত্বিক। জোনাকী আদি কাকতত বহুতো কবিতা প্ৰকাশ পাইছিল। কেইবাটাও ইংৰাজী কবিতাৰ সুন্দৰ ভাঙনি কৰি *'ভাঙনি কোঁৱৰ'* নাম পাইছিল। প্ৰকাশিত কবিতা পুথি *'জিলিকনি'* (১৯২০)। অসমৰ পুৰণি ঐতিহ্য বিষয়ক অনেক প্ৰবন্ধ আৱাহন, বাঁহী আদি আলোচনীত প্ৰকাশ পাইছিল। *'অসম কোষ'* নামে পুৰণি অসমৰ পৰিচায়ক অভিধান এখনো সংকলন কৰাৰ যো-জা কৰিছিল। *'গোৱালপাৰাৰ পুৰণি বিবৰণ'* আৰু *An Account of Assam* তেওঁৰ দুখনি বুৰঞ্জীমূলক পুথি। *'কোমল পাঠ'* (১৯১০), *'আদি পাঠ'* (১৯২০) আদি দুখনমান পাঠ্যপুথিও লিখিছিল। তেজপুৰ অঞ্চলৰ গঠনমূলক কামৰ লগত জড়িত আছিল। *'তেজপুৰ মহিলা শিল্প মন্দিৰ'* প্ৰতিষ্ঠাতা সকলৰ ভিতৰত অন্যতম। তেজপুৰৰ সমবায় আন্দোলনতো ভাগ লৈছিল। কেইবা বছৰো ধৰি তেজপুৰ পৌৰসভাৰ সভাপতি আছিল। (৮, ১১, ৯২, ১০৬, ২০০, ২৬৪)

**আনন্দ চন্দ্ৰ বৰুৱা** (৩১।১২।১৯০৭ - ২৭।১।১৯৮৩) :

জন্ম মৰাণৰ ওচৰৰ খুমটাই চাহ বাগিছাত। পিতৃ প্ৰেমধৰ শৰ্মা বৰুৱা যোৰহাটৰ ওচৰৰ ঢেকীয়াখোৱা গাওঁৰ মানুহ আছিল। মাতৃ ইন্দ্ৰাণী। ১৯২২ চনত কাকজান মাইনৰ স্কুলৰ পৰা বৃত্তি লৈ যোৰহাট চৰকাৰী হাইস্কুলত ভৰ্তি হয়। ১৯২৬ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কাশী হিন্দু বিশ্ববিদ্যালয়ৰ বিজ্ঞান শাখাত নাম ভৰ্তি কৰে, পিছত কলা শাখালৈ আহে। পৰীক্ষা নিদি ১৯২৯ চনত ঘৰলৈ ওভতে আৰু চন্দ্ৰ কুমাৰ আগৰৱালা* সম্পাদিত *'সাদিনীয়া অসম'*ৰ সহকাৰী



আনন্দচন্দ্ৰ বৰুৱা

সম্পাদক হয়। ১৯৩২ চনত যোৰহাট স্কুল পৰিদৰ্শক কাৰ্যালয়ত সহকাৰীৰূপে সোমায়। ইয়াত এবছৰমান কাম কৰি তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলৰ সহকাৰী শিক্ষক হয়গৈ। ১৯৩৪ চনত নীলমণি ফুকনৰ* আমন্ত্ৰণ ক্ৰমে *'বাতৰি'*ৰ সহকাৰী সম্পাদক ৰূপে যোৰহাটলৈ আহে। *'বাতৰি'* বন্ধ হোৱাত কিছুদিন ডিকম চাহ বাগিছাৰ প্ৰাথমিক স্কুলৰ শিক্ষক হয়। দ্বিতীয় মহাযুদ্ধৰ সময়ত ১৯৪৩ চনত সামৰিক বিমান বাহিনীত সোমাই লাহোৰ, কৰাচী আদি বিভিন্ন ঠাই ভ্ৰমণ কৰে। ১৯৪৭ চনত যোৰহাট ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইনষ্টিটিউটৰ কাৰ্যালয় সহকাৰী হয়। ১৯৬৯ চনত ইয়াৰ পৰা অৱসৰ লয়।

কবি, নাট্যকাৰ আৰু অভিনেতা। যোৰহাট বাণী সম্মিলনৰ (১৯৩০) প্ৰতিষ্ঠাতা সম্পাদক আছিল। বিমান বাহিনীত কাম কৰা সময়ত *'জয়যাত্ৰী'* নামে এটি আলোচনা চক্ৰ পাতিছিল। যোৰহাট ৰঙ্গমঞ্চৰ সতে ঘনিষ্ঠভাৱে জড়িত আছিল। শেষ বয়সত (১৯৬২) যোৰহাটত *'চিন্তামণি চক্ৰ'* প্ৰতিষ্ঠা কৰে আৰু তাৰ সভাপতি হয়। ছাত্ৰাবস্থাৰ পৰাই সাহিত্য চৰ্চা কৰিছিল। কাশী বিশ্ববিদ্যালয়ৰ অসমীয়া ছাত্ৰসকলে উলিওৱা *'জাহ্নৱী'* ত কবিতা লিখিছিল। বাঁহী, আৱাহন, মণিদীপ,* নৱযুগ আদি আলোচনীত ভালেমান কবিতা আৰু প্ৰবন্ধ প্ৰকাশ পাইছিল। ৰচনা : কবিতা পুথি — *পৰাগ* (১৯৩০), *হাফিজৰ সুৰ* (১৯৩৩), *পুষ্পক* (১৯৩৪), *বন্ধন বশ্মি* (১৯৩৪), *পাপৰিৰ পৰিমল* (১৯৬৯), *বকুল বনৰ কবিতা* (১৯৭৬), *সেই নিমাতী পুৱাৰে পৰা* (১৯৮২)। নাটক — *বিজয়া* (১৯৩১), *বিসৰ্জন* (১৯৩৩), *কপৌ কুঁৱৰী* (১৯৩৩), *কমতা কুঁৱৰী* (১৯৪০), *নল দময়ন্তী*। অনুবাদ — লাইট অৱ এচিয়াৰ ভাঙনি *'এচিয়াৰ জ্যোতি'* (১৯৬০), *'ছোভিয়েত কবিতা'* (১৯৬৮), *কুমাৰ সম্ভৱ* (১৯৬৯)। অন্যান্য পুথি — *মদনমোহন মালব্য* (১৯৪৬), *এখনি ফ্ৰেম*।

১৯৬২ চনত আঞ্চলিক ৰবীন্দ্ৰ শতবাৰ্ষিকীত কবিতা পাঠ কৰি সোণৰ পদক লাভ কৰিছিল। ১৯৬৫ চনত যোৰহাটত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল। ১৯৭৩ চনত ভাৰত চৰকাৰে 'পদ্মশ্ৰী' উপাধি দিয়ে। ১৯৭৭ চনত *'বকুল বনৰ কবিতা'* পুথিৰ বাবে *সাহিত্য একাডেমীৰ* ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। কবি গণেশ গগৈৰ* পৰম বন্ধু আছিল। *'বকুল বনৰ কবি'* নামেৰে প্ৰসিদ্ধ। (১২৭, ২০৭, ২২২)

**আনন্দৰাম ঢেকিয়াল ফুকন** (২৪।৮।১৮২৯ — ১৬।৬।১৮৫৯) : জন্ম গুৱাহাটীত। পিতৃ হলিৰাম*, মাতৃ প্ৰসূতী দেৱী। পাঁচ বছৰ বয়সতে শিক্ষাৰম্ভ কৰি সংস্কৃত আৰু বঙলা ভাষা শিকিবলৈ লয়। ১৮৩৭ চনত খুড়াক যজ্ঞৰামৰ* উদ্যোগত গুৱাহাটীত নৱপ্ৰতিষ্ঠিত ইংৰাজী

স্কুলত নাম লগায়। ১৮৪১ চনত উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায় আৰু তাৰ হিন্দু কলেজৰ জুনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীত নাম ভৰ্তি কৰে। ১৮৪৪ চনত চিনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ পিছত ঘৰলৈ উভতি আহে আৰু ঘৰত আৰু কাছাৰীত আইনৰ শিক্ষা লয়। লগতে ফাৰ্চী আৰু উৰ্দু ভাষাও অধ্যয়ন কৰে। ১৮৪৭ চনত খাতা পৰগনাৰ জিম্মাদাৰৰূপে কিছুকাল থাকি নলবাৰীত অস্থায়ীভাৱে মুনচেফৰ কামত সোমায়। দুবছৰৰ পিছত চাব-এচিষ্টেণ্ট কমিছনাৰ হৈ সেই বছৰতে বিজনীৰ



আনন্দৰাম ঢেকিয়ালফুকন

দেৱান পদ গ্ৰহণ কৰে। তাত এবছৰমান থাকি নগাঁৱত স্থায়ীভাৱে এচিষ্টেণ্ট কমিছনাৰ হয়হি। ১৮৫২ চনত বৰপেটালৈ বদলি হৈ পিছত পুনৰ নগাঁৱলৈ আহে। সেই সময়ৰ উচ্চতম বেতনধাৰী অসমীয়া চৰকাৰী চাকৰিয়াল আছিল। ১৮৫২ চনত 'কলিকতা নিউ প্ৰেছ' নামেৰে কলিকতাত এটা প্ৰেছ বহুৱাইছিল আৰু সম্পৰ্কীয় খুৰাক গুণাভিৰাম বৰুৱাক* তাৰ পৰিচালনাৰ ভাৰ দিছিল।

আধুনিক মনৰ মানুহ আছিল। অসমীয়া মানুহে ইংৰাজী ভাষা শিক্ষাত, ব্যৱসায়-বাণিজ্য কৰাত, বিজ্ঞান চৰ্চা কৰাত গুৰুত্ব দিছিল। ১৮৫৩ চনত মোফাট মিলচ্ নামৰ কলিকতাৰ সদৰ দেৱানী আদালতৰ বিচাৰক গৰাকীয়ে প্ৰশাসন সম্পৰ্কে অনুসন্ধান কৰিবলৈ অসমলৈ আহোঁতে তেওঁক যিটো ৰিপোৰ্ট দিছিল, তাত তেওঁৰ আধুনিক মনটোৰ যথেষ্ট পৰিচয় পোৱা যায়। অসমত অসমীয়া ভাষাৰ প্ৰচলনৰ অৰ্থে মাত মাতিছিল। ১৮৫৫ চনত 'এ নেটিভ'— এই ছদ্মনামত *'এ ফিউ ৰিমাৰ্কচ্ অন দি আচামিজ লেংগুৱেজ'* নামৰ এই সম্পৰ্কীয় এখন পুস্তিকা লিখি সেইখন চৰকাৰক আৰু ৰাজ্যৰ প্ৰধান মানুহসকলক বিলাই দিছিল। *'অসমীয়া ল'ৰাৰ মিত্ৰ'* নামৰ দুই খণ্ডত এখন পুথি লিখি সেইখন ছপা কৰি উলিয়াইছিল। ব্লেকষ্টোন নামৰ এজন ইংৰাজে লিখা পুথিৰ ওপৰত ভেঁজা দি *'আইন ও ব্যৱস্থা সংগ্ৰহ'* নামৰ এখন কিতাপ বঙলা ভাষাত ৰচনা কৰিছিল। 'অৰুণোদই' নামৰ মাহেকীয়া কাকতখনত ভালেমান প্ৰৱন্ধ-পাতি লিখিছিল। (২৫, ৬৭, ২০০, ২৬৫)

**আনন্দৰাম বৰুৱা** (১৩।৫।১৮৫০-১৯।১।১৮৮৯): জন্ম গুৱাহাটীৰ ৰজাদুৱাৰত। পিতৃ গৰ্গৰাম আহোম ৰজাৰ শেষ মজিন্দাৰ বৰুৱা আছিল। বৃটিছৰ দিনত তেওঁ সদৰামীন হয়। মাতৃ দুৰ্লভেশ্বৰী। উত্তৰ গুৱাহাটীতে পাঠশালাৰ শিক্ষা সাং কৰি দেউতাকৰ লগত গোৱালপাৰাত থাকি তাৰ হাইস্কুলত কেইশ্ৰেণীমান পঢ়াৰ পিছত ককায়েক পৰশুৰামৰ লগলৈ আহি গুৱাহাটীৰ হাইস্কুলত নাম লগায়। ১৮৬৪ চনত দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত ভৰ্তি হয়। ১৮৬৯ চনত বিশ্ববিদ্যালয়ৰ ভিতৰত তৃতীয় স্থান অধিকাৰ কৰি বি. এ. পাছ কৰে আৰু চৰকাৰী বৃত্তি লৈ বিলাতলৈ যায়। তাত ভাৰতীয় চিভিল চাৰ্ভিচৰ প্ৰশিক্ষণ লোৱাৰ উপৰিও লণ্ডন বিশ্ববিদ্যালয়ত বিজ্ঞান আৰু মিডল টেম্পলত আইন অধ্যয়ন কৰে। ১৮৭০ চনত আই. চি. এচ. পৰীক্ষাত সসম্মানে উত্তীৰ্ণ হয়। পিছৰ বছৰত বেৰিষ্টাৰীও পাছ কৰে। লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা বি. এছ. চি. উপাধিও লৈছিল বুলি জনা যায়। ১৮৭২ চনত ভাৰতলৈ উভতি আহি শিৱসাগৰত এচিষ্টেণ্ট মেজিষ্ট্ৰেট নিযুক্ত হয়। ইয়াত কিছুকাল থকাৰ পিছত মৈমনচিং জিলালৈ বদলি

হয়। ১৮৮১ চনত তিনি বছৰৰ ছুটী লৈ গৱেষণাৰ অৰ্থে পুনৰ বিলাতলৈ যায় আৰু লণ্ডনৰ বৃটিছ মিউজিয়ামত অধ্যয়ন কৰেগৈ। উভতি আহি ১৮৮৩ চনত বংগদেশৰ নোৱাখালিৰ মেজিষ্ট্ৰেট হয়। ১৮৮৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ 'ফেলো' নিৰ্বাচিত হয়। একে বছৰতে পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ এবছৰ মানৰ ভিতৰতে কলিকতাত মৃত্যু ঘটে। অবিবাহিত আছিল। *অসমৰ প্ৰথম গ্ৰেজুৱেট, প্ৰথম বেৰিষ্টাৰ আৰু প্ৰথম চিভিলিয়ান*। স্বাধীন মনৰ লোক আছিল আৰু বিষয়া হিচাপে জনপ্ৰিয়তা



আনন্দৰাম বৰুৱা

আৰ্জিছিল।

সংস্কৃত পণ্ডিত হিচাপে আন্তৰ্জাতিক খ্যাতিসম্পন্ন আছিল। গৱেষণাৰ কামত কেইবাজনো সংস্কৃত পণ্ডিত নিয়োগ কৰিছিল। তেওঁ ৰচনা কৰা গ্ৰন্থসমূহ হ'ল — *A Practical English Sanskrit Dictionary* (১৮৭৭), *Bhavabhuti's Mahavirachantam* (১৮৭৭), *Bhavabhuti and His Place in Sanskrit Literature* (১৮৭৮), *Higher Sanskrit Grammar* (১৮৭৯), *On the Ancient Geography of India* (১৮৮০)। ইবিলাকৰ উপৰিও প্ৰতিটো খণ্ডতে এহেজাৰকৈ পৃষ্ঠা থকা বাৰটা খণ্ডৰ এখন বৃহৎ সংস্কৃত ব্যাকৰণ লিখাৰ এটা পৰিকল্পনা হাতত লৈছিল। তাৰে সংস্কৃত ছন্দৰ বিষয়ে লিখা প্ৰথম খণ্ডটো প্ৰকাশ হয় ১৮৮২ চনত দশম খণ্ড হিচাপে। *'নানাৰ্থ সংগ্ৰহ'* নামৰ পৰৱৰ্তী খণ্ডটো ওলায় ১৮৮৪ চনত তৃতীয় খণ্ড হিচাপে। বাকীবোৰ খণ্ডৰ কাম হাতত লোৱাৰ আগতেই মৃত্যু হয়। শেষ জীৱনত সম্পাদন কৰি উলিয়াইছিল তিনিখন সংস্কৃত গ্ৰন্থ — ভোজদেৱৰ *'সৰস্বতী কণ্ঠাভৰণ'* (১৮৮৪), ক্ষীৰস্বামীৰ *'ধাতু বৃত্তিসাৰ'* (১৮৮৭), আৰু অমৰসিংহৰ *'নামালিঙ্গানুশাসন'* (১৮৮৮)। প্ৰকাশিত গ্ৰন্থ কেতবোৰৰ মাজে মাজে দিয়া আত্মপৰিচয়মূলক শ্লোকবিলাকৰ পৰা সংস্কৃতত তেওঁৰ কাব্য প্ৰতিভাৰ পৰিচয়ো পোৱা যায়। মেক্সমুলাৰ প্ৰমুখ্যে ভাৰতবিদ সকলে সংস্কৃতত তেওঁৰ পাণ্ডিত্যৰ ভূয়সী প্ৰশংসা কৰি গৈছে। (১০৬, ১৪৮, ২৮০)

**আনন্দিৰাম দাস** (২।১০।১৯০৯-৪।৮।১৯৬৯): জন্ম গুৱাহাটীৰ খাৰঘূলিত। পিতৃ খেলাইৰাম। পিতৃৰ পৰা সংগীতৰ শিক্ষা লৈছিল। চৈধ্য বছৰ বয়সত পিতৃ ঢুকোৱাত গুৱাহাটীৰ এটা প্ৰেছৰ কম্পোজিটাৰ কামত সোমায়। বনগীতৰ প্ৰসিদ্ধ গায়ক আছিল। নিজে গীত গোৱাৰ উপৰিও বহুতো গীত ৰচনা কৰিছিল। *'ভক্ত প্ৰহ্লাদ'* আৰু *'লাচিত বৰফুকন'* চিনেমাৰ গীত লিখিছিল। প্ৰকাশিত গীতৰ পুথি হ'ল *'বিৰহী'* আৰু *'সুৰ নিজৰা'*। *'মোহন মালতি'* নামৰ এখন নাটকো ৰচনা কৰিছিল। ১৯৩৭ চনত বহা অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত শ্ৰেষ্ঠতম গায়কৰূপে নিৰ্বাচিত হৈছিল। গুৱাহাটীৰ প্ৰগতি শিল্পী সংঘই 'বন কোঁৱৰ' আৰু 'নিউ আৰ্ট প্লেয়াৰ্চ'- এ *'বন গীতৰ ওজা'* উপাধি দিছিল। ১৯৫৪ চনত গুৱাহাটীত অনুষ্ঠিত ভাৰতীয় গণনাট্য সংঘৰ বাৰ্ষিক অধিবেশনৰ সাংস্কৃতিক বিভাগৰ সভাপতিত্ব কৰিছিল। ইয়াৰ অসম শাখাৰ কিছুকাল উপ-সভাপতিও আছিল। (৫০, ৫১)

**আনন্দেশ্বৰ শৰ্মা** (৮।৯।১৯২০ - ১৪।৬।১৯৮৫) পিতৃ দুৰ্গেশ্বৰ*, মাতৃ সাবিত্ৰী। কটন কলেজৰ পৰা আই. এছ.

ছি, শ্বিলঙৰ চেন্ট এডমাণ্ডচ্ কলেজৰ পৰা ইংৰাজীত সন্মান সহ বি. এ. আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত ২য় স্থান লাভ কৰি এম. এ. পাছ কৰে। পিছত গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা আইনৰ পৰীক্ষাতো সুখ্যাতিৰে উত্তীৰ্ণ হৈ সোণৰ পদক লাভ কৰিছিল। 'আসাম ত্ৰিবিউন' কাকতৰ সহকাৰী সম্পাদকৰূপে দুবছৰ কাল চাকৰি কৰাৰ পিছত ১৯৫২ চনত কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক নিযুক্ত হয়। পিছলৈ এই বিভাগৰ মুৰব্বী হোৱাৰ উপৰিও অৱসৰৰ আগে আগে কিছুকাল কলেজখনৰ অধ্যক্ষৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল। ছাত্ৰাৱস্থাত বামপন্থী আদৰ্শৰ প্ৰতি আকৰ্ষিত হৈছিল। ১৯৪০-৪২ কালছোৱাত শ্বিলং ছাত্ৰ ফেডাৰেচনৰ সম্পাদক আৰু উপত্যকাৰ সমন্বয়ৰক্ষী সমিতিৰ গুৰিয়াল আছিল। ভৱানন্দ দত্ত*, চক্ৰেশ্বৰ ভট্টাচাৰ্য,* কমলনাৰায়ণ দেৱ প্ৰমুখ্যে লোকসকলৰ দ্বাৰা গঠিত প্ৰগতিশীল সাহিত্য গোষ্ঠী *'জয়ন্তী'* ৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল। নিজেও প্ৰগতিশীল কবিতা, গল্প, প্ৰবন্ধাদি লিখিছিল। প্ৰকাশিত কবিতাপুথি- *'আকাশ আৰু মাটি'*। ১৯৭৫ চনত North East Spectrum নামৰ এখন আলোচনী সম্পাদনা কৰিছিল। শেষ বয়সত মন ধৰ্মৰ ফালে ঢাল খায়। মৃত্যুৰ সময়ত 'সত্য সাই' অনুষ্ঠানৰ অসমীয়া মুখপত্ৰ 'সনাতন সাৰথি'ৰ সম্পাদক আছিল। (৪০০)

**আব্দুছ ছাত্তাৰ** (১৯২২—২৭।২।১৯৮৭): জন্ম শিৱসাগৰৰ টিফুক চাহ বাগিছাত। ১৯৪৫ চনত দৰ্শনত সন্মান সহ কটন কলেজৰ পৰা বি.এ. পাছ কৰি প্ৰথমে তিতাবৰৰ মিহিৰাম শইকীয়া হাইস্কুলত, পিছত শিৱসাগৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰে। দিল্লীৰ জামিয়া মিলিয়া ইচ্‌মালিয়াত বুনিয়াদী শিক্ষকৰ প্ৰশিক্ষণ লৈছিল। ১৯৪৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. উপাধি লাভ কৰে। ১৯৫৩ চনত ভাৰত চৰকাৰৰ শুভেচ্ছামূলক আঁচনিত নিৰ্বাচিত হৈ আফগানিস্থানত কেবা বছৰো শিক্ষকতা কৰাৰ পিছত অসমলৈ উভতি আহি ১৯৫০ চনত চৰকাৰী শিক্ষা বিষয়া হয়হি। বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত অধ্যক্ষ ৰূপে অসমৰ বিভিন্ন ঠাইত চাকৰি কৰি ১৯৭৬ চনত স্কুলৰ উপ-পৰিদৰ্শক হিচাপে যোৰহাটলৈ আহে আৰু ১৯৮৩ চনত তাৰ পৰাই অৱসৰ লয়।

খ্যাতনামা সাহিত্যিক। ছাত্ৰাৱস্থাতে 'কটনিয়ান' আলোচনী সম্পাদনা কৰিছিল। তেওঁৰ ৰচিত মৌলিক গ্ৰন্থ হ'ল— *প্ৰসঙ্গ কোষ, সংমিশ্ৰণত অসমীয়া সংস্কৃতি, পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, অসমীয়া সাহিত্যত বিবিধ আলোচনা, বিদেশত দুদিনমান, সম্প্ৰীতিৰ চানেকি, গান্ধীজীৰ জীৱন কথা, নবী আৰু ইচলাম* ইত্যাদি। সম্পাদিত গ্ৰন্থ— *মফিজুদ্দিন আহমদ হাজৰিকাৰ ৰচনাৱলী, প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত, সপ্তম দশকৰ অসমীয়া ভাষা-সাহিত্যৰ ইতিবৃত্ত*। অনুদিত গ্ৰন্থ— *কাজি নজৰুল ইচলাম, কবীৰ আৰু সৌভাগ্য, পৰশমণি*। আগবয়সতে *'কবৰ'* আৰু *'সূৰুয'* নামৰ দুখন কবিতা-পুথিও লিখিছিল। অসম সাহিত্য সভাৰ একনিষ্ঠ কৰ্মী আছিল। ১৯৭১-৭২ চনত সাহিত্য সভা পত্ৰিকাৰ সম্পাদক, ১৯৭৭-৭৮ চনত ইয়াৰ প্ৰধান সম্পাদক নিৰ্বাচিত হৈছিল। ১৯৮৬ চনত অসম প্ৰকাশন পৰিষদৰ উপ-সভাপতিৰ দায়িত্বত আছিল। (৩৮৫)

**আব্দুল মজিদ** (১৮৬৭ - ১৯২৪) - জন্ম যোৰহাটত পিতৃ শ্বাহ আমিন আমগুৰি মৌজাৰ মৌজাদাৰ আছিল প্ৰথমে যোৰহাট, পিছত শিৱসাগৰত পঢ়ি ১৮৮৪ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা দ্বিতীয় স্থান লাভ কৰি ১৮৮৮ চনত বি. এ উপাধি লয়। ১৮৮৯ চনত চৰকাৰী বৃত্তি লৈ বিলাতত তিনি বছৰ পঢ়ি বেৰিষ্টাৰ হৈ দেশলৈ ওভতে। কিছুদিন চৰকাৰী চাকৰি কৰে পিছত কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰিছিল। পুনৰ বিচাৰক হিচাপে চাকৰিত সোমাই বিভিন্ন ঠাইত থাকি অৱশেষত কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ হয়গৈ। এনে পদ লাভ

কৰা প্ৰথম অসমীয়া। অসম ব্যৱস্থাপক সভাৰ মনোনীত সদস্যৰূপে জীৱনৰ শেষ কালছোৱা শ্বিলঙত কটাইছিল।



আব্দুল মজিদ

কলিকতাত পঢ়া কালত সহপাঠী ঘনশ্যাম বৰুৱাৰ* সতে যুটীয়াকৈ এ.এছ.এল ক্লাবৰ সম্পাদক নিৰ্বাচিত হৈছিল। অসমীয়া স্কুলত চলাব উপযোগী কৰি নিম্ন প্ৰাইমেৰী পাঠ নাম দি দুখনমান পাঠ্যপুথিও লিখিছিল। (১৫,১২৯,৪০০)

**আব্দুল মতলিব মজুমদাৰ** (১।৬।১৮৯০ - ২০।৯।১৯৮০) জন্ম হাইলাকান্দিৰ বৰজুৰাই গাঁৱত।

১৯২৫ চনত হাইলাকান্দিৰ ভিক্টোৰিয়া মেমৰিয়েল হাইস্কুলৰ পৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰি 'আৰ্ল মেডেল' পুৰস্কাৰ লাভ কৰে। ইয়াৰ পিছত ঢাকালৈ গৈ তাৰ পৰা প্ৰথম শ্ৰেণীৰ সন্মান সহ বি.এ. আৰু ১৯২১ চনত ইংৰাজীত এম. এ. উপাধি লয়। ইয়াৰ তিনি বছৰৰ পিছত বি.এল. উপাধিও লাভ কৰে। শ্বিলঙৰ অসম সচিবালয়ত কিছুকাল চৰকাৰী চাকৰিৰ সোৱাদ লৈ হাইলাকান্দিত ওকালতি কৰিবলৈ লয়; লগতে খিলাফত আন্দোলনত যোগ দিয়ে। ১৯২৫ চন মানত ভাৰতীয় কংগ্ৰেছত সোমাই স্বাধীনতা যুঁজৰ সেনানী হয়। ১৯৩৭ চনত হাইলাকান্দি জিলা কংগ্ৰেছ স্থাপন কৰি তাৰ সভাপতি পদ গ্ৰহণ কৰে।

১৯৪৫ চনত হাইলাকান্দি লোকেল বোৰ্ডৰ সভাপতি হয়। ইয়াৰ প্ৰথম ভাৰতীয় সভাপতি আছিল। ১৯৩৭ চনৰ নিৰ্বাচনত মুছলিম লীগৰ প্ৰাৰ্থীৰ হাতত পৰাস্ত হয়; কিন্তু ১৯৪৬ চনৰ নিৰ্বাচনত মুছলিম লীগৰ প্ৰাৰ্থীক হৰুৱাই বিধান সভালৈ নিৰ্বাচিত হোৱাৰ লগতে গোপীনাথ বৰদলৈ* মন্ত্ৰীসভাৰ সদস্যপদ লাভ কৰে। তেতিয়াৰ পৰা বিষ্ণুৰাম মেধিৰ* দিনলৈকে একেৰাহে মন্ত্ৰীপদ ভোগ কৰিছিল। ১৯৬২ চনত নিৰ্বাচনত পৰাজয় বৰণ কৰে যদিও বিমলাপ্ৰসাদ চলিহাৰ* অনুৰোধত ১৯৬৭ চনত পুনৰ নিৰ্বাচনত নামি জয়ী হয় আৰু চলিহা মন্ত্ৰীসভাৰ মন্ত্ৰী হয়গৈ। মহেন্দ্ৰমোহন চৌধুৰীৰ* দিনতো ১৯৭১ চনলৈকে মন্ত্ৰী হৈ থাকি সক্ৰিয় ৰাজনীতি ত্যাগ কৰে। স্বাধীনতা লাভৰ কালত কাছাৰ জিলাক চিলেটৰ লগত সংযুক্ত কৰাৰ বিৰোধিতা কৰিছিল আৰু এই উদ্দেশ্যে অসম জাতীয়তাবাদী মুছলিম সভা আহ্বান কৰিছিল। প্ৰাক্‌স্বাধীনতা কালত মুছলিম লীগৰ প্ৰতিদ্বন্দ্বী ৰূপে 'জমিয়াৎ-উলেমা-ই-হিন্দ' নামৰ এটা সংগঠন খুলিছিল। (৩২৪, ৩৯১ক)

**আব্দুল হক চৌধুৰী** ( ? — ৭।৬।১৯৭৮): জন্ম ডুমডুমাত। পিতৃ মহম্মদ চফী চৌধুৰী। নাট্যকাৰ তথা অভিনেতা। মঞ্চাভিনয়ৰ উপৰিও 'লটিঘটি', 'ড. বেজবৰুৱা', 'সংগ্ৰাম' আদি কেইবাখনো অসমীয়া চিনেমাত অভিনয় কৰিছিল। ভালে কেইখন নাট আৰু কিছু কবিতা লিখিছিল। (৪০০)

**আৰঙ্গশ্যা** (১৮৫৭-২।৮।১৮৮৬) : জন্মস্থান ডিব্রুগড়। পিতৃ ফিৰিঙ্গিশ্যা দুখীয়া মানুহ আছিল। ছয় বছৰ বয়সতে ঘাট মাউৰা হোৱাত মোমায়েক হিম্মতউদ্দিন মৌলবীৰ তত্ত্বাবধানত ডাঙৰ-দীঘল হয়। ডিব্রুগড় ইংৰাজী স্কুলত প্ৰথম শ্ৰেণীলৈকে পঢ়ি মোমায়েকৰ সাহায্যত ডাক্তৰী পঢ়িবৰ অৰ্থে কলিকতালৈ যায়। কিন্তু কিছুদিনৰ পিছতেই কলিকতা এৰে আৰু পাটনাৰ 'টেম্পল স্কুল' নামে ডাক্তৰী স্কুলত ভৰ্তি হয়। ১৮৭৬ চনত তাৰ পৰা উত্তীৰ্ণ হৈ সহকাৰী শিক্ষক ৰূপে ১৫মাহ সেই স্কুলতে থাকি অসমলৈ আহে আৰু চৰকাৰী ডাক্তৰৰূপে নিযুক্তি পায়। ১৮৭৯ চনত নগা বিদ্ৰোহ হোৱাত বৃটিছ চৰকাৰৰ বনুৱা সকলৰ মেডিকেল ষ্ট'ৰ কীপাৰ হিচাপে গোলাঘাটত থাকে। ইয়াৰ পিছত কিছুকাল শ্বিলঙত আছিল। মৌলবী পীৰবক্স নামে এজন সম্পৰ্কীয় লোকৰ বদান্যতাত ১৮৮৪ চনত উচ্চ শিক্ষাৰ্থে বিলাতলৈ যায় আৰু গ্লাচগো বিশ্ববিদ্যালয়ত নাম লগায়। ডাক্তৰীৰ প্ৰথম তিনিটা পৰীক্ষা সুখ্যাতিৰে পাছ কৰি নৰীয়া গাৰে এম. বি. চি. এচ. পৰীক্ষাৰ শেষ পৰীক্ষা দিয়ে, কিন্তু ফলাফল ওলোৱাৰ আগতেই গ্লাচগোতে মৃত্যু হয়। (১৪৮, ২১৯)

**আৰিমত্ত** (আ. ১৪ শতিকা) : সম্ভৱতঃ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ নাগাক্ষ* ৰজাৰ বংশৰ কোনো ৰাণীৰ জাৰজ সন্তান। দক্ষিণ কুললৈ আহি কছাৰী আৰু জয়ন্তীয়া ৰজাক পৰাস্ত কৰি পূব কামৰূপৰ পৰা নগাওঁৰ ৰহালৈকে ৰাজ্য বিস্তাৰ কৰিছিল। বৈদৰগড় নামে পূব কামৰূপৰ এঠাইত ৰাজধানী পাতিছিল। ফেঙুৱা নামৰ হাজো অঞ্চলৰ এজন থলুৱা ৰজাই চক্ৰান্ত কৰি বধ কৰে। (৪১, ৬৮, ১৫৮)

**আৰ্থাৰ এডোৱাৰ্ড ব্ৰাউন** (৫।৪।১৮৫৪-১৯৪৬) : কেম্ব্ৰিজ বিশ্ববিদ্যালৰ পৰা বুৰঞ্জী বিষয়ত ট্ৰিপোজ লগতে এল. এল. বি. উপাধি লৈ ১৯১৪ চনত আই.চি.এচ. কেডাৰৰ বিষয়া হিচাপে কটন কলেজৰ অৰ্থনীতি বিভাগত যোগদান কৰে। ১৯৩২ চনলৈকে ওঠৰ বছৰকাল এই কলেজৰ লগত জড়িত আছিল। ১৯৪৬ চনত ইংলণ্ডত মৃত্যু হয়। (১২৬)

**আশু দেৱ** (১৩।১২।১৯১৭ — ৬।২।১৯৮৩) : জন্ম ধুবুৰীত। কিছুকাল 'টেক্সটাইল ডিজাইনাৰ'ৰ কাম কৰিছিল। ত্ৰিশৰ দশকৰ পৰা ছবি আঁকিবলৈ ধৰে। চিত্ৰবিদ্যাৰ কোনো পঢ়াশলীয়া শিক্ষা নোহোৱাকৈয়ে চিত্ৰসমূহৰ জৰিয়তে অসমৰ জনজীৱন দক্ষতাৰে ফুটাই তুলিবলৈ সক্ষম হৈছিল। অসমৰ উপৰিও কলিকতাতো চিত্ৰ প্ৰদৰ্শনী কৰিছিল। ১৯৮২ চনত এজন ৰাছিয়ান শিল্পীৰ স'তে যুটীয়াকৈ কলিকতাত প্ৰদৰ্শনী পাতি খ্যাতি আৰ্জিছিল। কাঠতো শিল্প কৰ্ম কৰিব জানিছিল। সৰলতাই আছিল তেওঁৰ শিল্পৰ বৈশিষ্ট্য (৪০০)।



আশু দেৱ

# ই

**ইন্দীবৰ বৰুৱা** (১৮২৯-১৯১৪) : শিৱসাগৰৰ নামতি অঞ্চলৰ মানুহ। শিৱসাগৰত উৰ্বীধৰ বৰুৱাৰ পঢ়াশালিত

সংস্কৃত শিকিছিল। পূৰ্ণানন্দ শৰ্মা বৰুৱাৰ* সৈতে একেলগে শিৱসাগৰ কাছাৰীত সোমায়। নীলকুমুদ বৰুৱা ছদ্মনামত *'জীৱনাদৰ্শ'* (১৮৯১) নামে এখন জীৱনী পুথি লিখিছিল। উপেন্দ্ৰনাথ বৰুৱাৰ* পিতৃ আৰু মণিৰাম দেৱানৰ* বৰ জোঁৱায়েক। (১৮৪, ১৮৫, ২১৯, ২৬৬)

**ইন্দুমতী দাস বড়ো** (১২।১১।১৮৯৪ - ৩০।৮।১৯৬৫): জন্ম গুৱাহাটীৰ পুলিচ ৰিজাৰ্ভত। পিতাক লদৰৰাম বড়ো হাবিলদাৰ আছিল। তেওঁৰ ঘৰ আছিল গোৱালপাৰা জিলাৰ দৰং গিৰিত। মাক ৰংমালি। মাছখোৱা এম. ভি. স্কুলৰ পৰা এম. ভি. পাছ কৰি ক্ৰমে ছাত্ৰীবাৰী প্ৰাইমাৰী স্কুল আৰু উজান বজাৰৰ ছোৱালী এম. ই. স্কুলত শিক্ষয়িত্ৰীৰ কাম কৰিছিল। বিষ্ণু ৰাভা*, ৰূপনাথ ব্ৰহ্ম* আদিৰ লগ লাগি জনজাতীয় সমাজৰ উন্নতিৰ কামত অৰিহণা যোগাইছিল। এবাৰ কমিউনিষ্ট বুলি পুলিচে ধৰি নিছিল— 'ট্ৰাইবেল লীগ'ত কাম কৰা লোক সকলক প্ৰেৰণা দিয়া অপৰাধত। (৩৩৭)

**ইন্দুপ্ৰভা বৰুৱা** (১৯২৬ — ৪।১২।১৯৮৯) জন্ম গোলাঘাটত। পিতৃ কেশৱ বৰুৱা, মাতৃ লক্ষ্মীপ্ৰিয়া স্বামী ভুৱনেশ্বৰ বৰুৱা।* গোলাঘাটৰ মিছনেৰী স্কুলত অষ্টম মানলৈকে পঢ়ি পঢ়া এৰে। সামাজিক কাম কাজত আগভাগ লোৱাৰ লগতে সাহিত্য চৰ্চাও কৰিছিল। প্ৰকাশিত কবিতা পুথি— *'ত্ৰিধাৰা'*। ভালেমান বছৰ ধৰি অসম প্ৰদেশ মহিলা সমিতিৰ সভানেত্ৰী আছিল। (৪০০)

**ইন্দ্ৰনাৰায়ণ** (১৬৭৭-১৭২৫): পিতৃ চন্দ্ৰনাৰায়ণ *। ককায়েক সূৰ্যনাৰায়ণক* যোগলে ধৰি লৈ যোৱাত আহোমে তেওঁক দৰঙৰ ৰজা পাতে। এওঁৰ দিনত দৰং ৰাজ্যৰ পৰিসৰ ভালেখিনি কমি আহিছিল। (৬৮, ২৯১)

**ইন্দ্ৰপাল** ( ? - আ. ১০৬৫): পিতৃ পুৰন্দৰপাল। পিতামহ ৰত্নপালৰ* ৰাজত্বকালতে পুৰন্দৰৰ মৃত্যু হোৱাত পিতামহৰ মৃত্যুৰ পিছতে কামৰূপ ৰাজ্যৰ ৰাজপাটত উঠে। তেওঁৰ প্ৰায় ২৫ বছৰীয়া ৰাজত্বকালত ৰাজ্যৰ ভালেখিনি বিস্তাৰ ঘটিছিল। (৪৪, ১৫৮, ২৯৮)

**ইন্দ্ৰেশ্বৰ বৰঠাকুৰ** (১৮৮৭-৫।৫।১৯৬১) : জন্ম শিৱসাগৰত। পিতৃ দুৰ্গেশ্বৰ শিৱসাগৰ নগৰ মহল মৌজাদাৰ আৰু শিৱদ'লৰ বৰঠাকুৰ আছিল। শিৱসাগৰ হাইস্কুলৰ পৰা ১৯০৭ চনত এণ্ট্ৰেন্স পাছ কৰি কটন কলেজত নাম লগায় আৰু ১৯১২ চনত বি.এ. উপাধি লয়। চৰকাৰী হাইস্কুলৰ শিক্ষকৰূপে অসম উপত্যকাৰ বিভিন্ন ঠাইত চাকৰি কৰি ১৯২২ চনত অৱসৰ লয়। একেধাৰে খনিকৰ, সংগীতজ্ঞ, অভিনেতা, কবি আৰু নাট্যকাৰ আছিল। ৰচনা: নাটক— *শ্ৰীবৎস চিন্তা* (১৯২৭), কবিতা পুথি— *চন্দ্ৰমল্লিকা* (১৯৫১), *ৰণজেউতি* (১৯৫৫),



ইন্দ্ৰেশ্বৰ বৰঠাকুৰ

আলোচনাত্মক ৰচনা— *সপ্তপৰ্ণ* (১৯৫৩)। কেইবাখনো পুথি অপ্ৰকাশিত। অসমৰ কেইবাটিও খ্যাতনামা ৰংগমঞ্চৰ লগত জড়িত আছিল। অসম সাহিত্য সভাৰ ডিব্ৰুগড় (১৯২৪) আৰু মাঘেৰিটা (১৯৫০)—এই দুটা অধিবেশনত সংগীত শাখাৰ সভাপতিত্ব কৰিছিল। (৬, ২০৭, ২৬৬)

**ইলাইজা হুইট্‌নি ব্ৰাওন** (১৯শতিকা) : নাথন ব্ৰাওনৰ* পত্নী। শদিয়া, জয়পুৰ আৰু শিৱসাগৰত হেৰিয়েট বি. এল. কাটাৰৰ* সৈতে লগলাগি কেইবাখনো অসমীয়া স্কুল খুলিছিল। *'সাধুৰ পুথি'* আৰু *'গণনাৰ পুথি'* (১ম ভাগ)ৰ ৰচয়িত্ৰী। 'গণনাৰ পুথি'ৰ ২য় ভাগ লিখিছিল স্বামীৰ সৈতে যুটীয়াকৈ। পিটাৰ গাৰ্ণীৰ অনুকৰণত *'ভূগোলৰ বিবৰন'* এখনো প্ৰকাশ কৰিছিল। *'অৰুনোদই'* আলোচনীত অনিয়মীয়াকৈ লিখিছিল। *The Whole World Kin* নাম দি স্বামীৰ এখন জীৱনী-পুথি লিখি থৈ গৈছে। (১২৯. ২০০, ২০৪)

## ঈ

**ঈশ্বৰ চন্দ্ৰ বৰুৱা** (১৯।১।১৯১৫ — ১২।১২।১৯৭২) : জন্ম গুৱাহাটীত, পিতৃ কমাৰকুচীয়া কৃষ্ণকান্তই গুৱাহাটীত ওকালতি কৰিছিল। মাতৃ হেমকান্তী। ১৯৩৮ চনত কটন কলেজৰ পৰা স্নাতক হৈ পদাৰ্থবিজ্ঞান বিষয়ত স্নাতকোত্তৰ মহলা পঢ়াৰ অৰ্থে কলিকতা বিশ্ববিদ্যালয়ত নাম লগায়গৈ। কিন্তু আৰ্থিক অনাটন হেতুকে পঢ়া সাং নকৰাকৈ উভতি আহি পোনতে বৰখোলা স্কুল আৰু পিছত নলবাৰী গৰ্ডন স্কুলৰ শিক্ষক হয়। ১৯৪২ চনত প্ৰাইভেটকৈ অসমীয়াত এম. এ. পাছ কৰে। ১৯৪৭ চনত নলবাৰী কলেজ স্থাপনৰ লগে লগে তাৰ শিক্ষক হয়। কৰ্মযোগী পুৰুষ আছিল। সাহিত্য চৰ্চাও কৰিছিল। তেওঁৰ সাহিত্যকৃতি হ'ল কেইবাটাও গীত-কবিতা, দুটামান গল্প আৰু পাঁচখন নাটক। (১৪,২৫৭)

## উ

**উইলিয়াম ফ্ৰেডাৰিক চুডমাৰ্চন** (১৮৭০ - ১৯৫৩) : জন্ম ইংলণ্ডৰ নাট্‌লিত। লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা বি. এ. উপাধি লৈ ভাৰতীয় শিক্ষা সেৱা বিভাগত (আই. ই. এচ্) যোগ দি ভাৰতলৈ আহে আৰু উত্তৰ প্ৰদেশৰ বেৰেইলি কলেজৰ ইংৰাজীৰ অধ্যাপক নিযুক্ত হয়। ১৯০১ চনত কটন কলেজ



উইলিয়াম ফ্ৰেডাৰিক চুডমাৰ্চন

প্ৰতিষ্ঠা হোৱাত সেই বছৰতে ইয়াত প্ৰতিষ্ঠাতা অধ্যক্ষৰূপে গুৱাহাটীলৈ আহে আৰু ন বছৰৰ ভিতৰতে ইয়াক এখন দ্বিতীয় শ্ৰেণীৰ কলেজৰ পৰা প্ৰথম শ্ৰেণীৰ কলেজলৈ উত্তীৰ্ণ কৰে। তেওঁৰ যত্নতে ১৯১৮ চনত ই কলিকতা বিশ্ববিদ্যালয়ৰ সৰ্বশ্ৰেষ্ঠ কলেজৰূপে স্বীকৃতি পায়। ১৯০৮ চনত আই. চি. এচ. মহলাৰ বিষয়া নিৰ্বাচিত হয়। দক্ষ শিক্ষক তথা প্ৰশাসক হোৱাৰ উপৰিও অভিনয়তো ৰাপ আছিল। ১৯২৬ চনলৈকে একুৰি ছবছৰকাল অধ্যক্ষতা কৰাৰ পিছত ইংলণ্ডলৈ উভতি যায় আৰু তাতে ইষ্টবোৰ্ণ চহৰত মৃত্যু হয়। *Notes on Assamese Language and Literature* নামৰ এখন পুস্তিকাৰ ৰচক। (১৭৫ক)

**উইলিয়াম ৰবিনছন** (?— ১৮৬৩): গুৱাহাটীৰ শ্ৰীৰামপুৰ খৃষ্টান মিছনৰ সদস্য আছিল। ১৮৮৮ চনত অসমৰ প্ৰথম হাইস্কুল 'গুৱাহাটী চেমিনাৰী'ত প্ৰধান শিক্ষকৰূপে যোগদান কৰে। ১৮৪৪ চনত অসমৰ স্কুল পৰিদৰ্শক হয়। *A Grammar of the Assamese Language* (১৮৩৯) আৰু *A Descriptive Account of Assam* (১৮৪১) শীৰ্ষক অসম সম্পৰ্কীয় দুখন গ্ৰন্থৰ ৰচক। অসমত বাংলা ভাষা প্ৰচলনৰ পক্ষপাতী আছিল। নাজিৰাত মৃত্যু

হয়। (১২৯)

**উইলিয়াম ৱার্ড** (? - ১।৮।১৯৭৩): ১৮৪৩ চনত আমেৰিকাত খৃষ্টান ধৰ্মত দীক্ষা লৈ ১৮৫০ চনত গুৱাহাটী পায়হি আৰু ইয়াৰ বেপ্তিষ্ট মিছনত সোমায়। ১৮৫৭ ৬০ কালছোৱা স্বাস্থ্য উদ্ধাৰৰ অৰ্থে আমেৰিকাত থাকেগৈ। ঘূৰি আহি শিৱসাগৰ বেপ্তিষ্ট মিছনত সোমায়। ১৮৬১ ৰ পৰা সম্ভৱতঃ ১৮৬৮ লৈ, হয়তো ১৮৬৯ চনত শিৱসাগৰ এৰালৈকে, 'অৰুনোদই' কাকতৰ সম্পাদক আছিল। বাইবেলৰ অসমীয়া ভাঙনিৰ উদ্যোক্তাসকলৰ অন্যতম। (২০৪)

**উগ্ৰসিংহ** (১৮ শতিকা): স্বৰ্গদেউ শিৱসিংহৰ* একমাত্ৰ পুত্ৰ। মাতৃ অম্বিকা* ওৰফে দ্ৰৌপদী। শিৱসিংহই তিপামৰ ৰজা পাতিছিল। দেউতাকৰ মৃত্যুত নিজে ৰজা হবলৈ মন কৰিছিল। কিন্তু সোণাই বুঢ়াগোহাঁইৰ* হকাবধাত সি হবলৈ নাপালে। (২৮৮)

**উত্তম চন্দ্ৰ বৰুৱা** (১৮৬৯-১৭।৮।১৯১৫): জন্ম নলবাৰীৰ ওচৰৰ কমাৰকুচি গাওঁত। পিতৃ ৰজত চন্দ্ৰ আছিল বৃটিছ আমোলৰ বৰভাগ পৰগণাৰ প্ৰথম চৌধাৰী। হাইস্কুলত কেই শ্ৰেণীমান পঢ়ি ১৮৮৭ চনত শিক্ষা সাং কৰে। সমাজ কৰ্মী আছিল। পণপ্ৰথা নিবাৰণ, বিয়া-সবাহত হোৱা অপচয় দূৰ কৰা, প্ৰাচীন সংস্কৃতি উদ্ধাৰ কৰা আদি কামত আগৰণুৱা আছিল। ১৯০৫ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা কৃষি-শিল্প প্ৰদৰ্শন কৰিছিল। ১৮৯৭ চনত গুৱাহাটী লোকেল বোৰ্ডৰ সভ্যও হৈছিল। সাহিত্যপ্ৰেমীও আছিল। কেইটিমান গীত আৰু *'আসাম বান্ধৱ'* আলোচনীত গোটাদিয়েক প্ৰবন্ধ লিখিছিল। ১৯১২ চনৰ কামাখ্যাত বহা উত্তৰ বঙ্গীয় সাহিত্য পৰিষদৰ সম্পাদক আছিল। ১৯১১ চনৰ আবৰ অভিযানত বৃটিছ চৰকাৰক নাও আৰু বনুৱা গোটাই দি ৰাইজৰ অপ্ৰীতিভাজন হৈছিল। (১৪,১৫৭)

**উত্তম নাৰায়ণ** (১৬-১৭ শতিকা): পিতৃ সত্ৰাজিত*। মোগলে পশ্চিম কামৰূপৰ বৰনগৰ অঞ্চলৰ জমিদাৰ পাতিছিল। মোগল-আহোমৰ ৰণত মোগলৰ ফালে যোগ দিছিল। এই ৰণত মোগল হৰাত আহোমৰ মিত্ৰ কোচ ৰজা ধৰ্মনাৰায়ণে তেওঁক খেদি বৰনগৰ অধিকাৰ কৰে। পিছত মোগলৰ লগলাগি আহোমৰ লগত কলিয়াবৰত পুনৰ ৰণ কৰে। এই ৰণতো মোগল পৰাস্ত হোৱাত মোগলৰ সৈন্যে পলাই আহি গুৱাহাটী পায়হি। ১৬৩৮ চনত মোগল-আহোমৰ সন্ধি হ'লত পুনৰ বৰনগৰৰ জমিদাৰী পায়।(২৯১)

**উদয়াদিত্য সিংহ** ( ? - ১৬৭৩)· চক্ৰধ্বজ সিংহৰ* ভ্ৰাতৃ। আহোম নাম চুন্যাংফা। ১৬৬৯ চনত ককায়েকৰ মৃত্যুত আহোম ৰাজপাটত উঠে। এওঁৰ ৰাজত্বতে ১৬৭১ চনত বিখ্যাত শৰাইঘাটৰ ৰণ সংঘটিত হয়। ৰণত আহোম সেনাপতি লাচিত বৰফুকনে* ৰামসিংহৰ নেতৃত্বত অহা মোগল সেনাবাহিনীক পৰাক্ৰমেৰে ঘটুৱাই মানাহ নদীলৈকে আহোম ৰাজ্যৰ সীমা নিৰ্ধাৰিত কৰে। ভৱিষ্যত আক্ৰমণৰ পৰা ৰক্ষাৰ উদ্দেশ্যে গুৱাহাটী চহৰৰ আশে পাশে গড়, আলি আদি সজাইছিল। এওঁৰ দিনতে ডেবেৰাক* বৰবৰুৱা পদ দিয়া হয়। কিন্তু ডেবেৰাই চক্ৰান্ত কৰি বিহ খুৱাই হত্যা কৰায়। (৪১, ৬৮, ২৯৮)

**উদাৰ গোবিন্দ** : গোবিন্দ গৰমী চাওক।

**উদিতৰাম দেৱ** (১৬ ১৭ শতিকা): পিতৃ ৰতিকান্ত। লেংদী সত্ৰৰ গোঁসাই আছিল। পিতৃ *'ৰতিকান্ত দেৱৰ চৰিত্ৰ'* লিখাৰ উপৰিও *'বৈকুণ্ঠানন্দ লহৰী'*ৰ পদ ৰচনা কৰোঁতা। (২০০)

**উপেন কাকতি** (১৯৪১ — ২২।১১।১৯৮০): জন্ম দেৰগাঁৱত। পিতৃ দুৰ্গানাথ। যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয় আৰু ডিব্ৰুগড়ৰ অসম চিকিৎসা মহাবিদ্যালয়ত শিক্ষা লাভ কৰি এম. বি. বি. এছ. উপাধি লয়। চিকিৎসক হোৱাৰ উপৰিও একেধাৰে সংগীতজ্ঞ, সাহিত্যিক আৰু

অভিনেতা আছিল। 'ৰশ্মিৰেখা', 'ফাগুণী', 'প্ৰাণগংগা', 'বোৱাৰী' আদি কেইবাখনো অসমীয়া চিনেমাৰ সংগীত পৰিচালনা কৰিছিল। 'বিশেষ এৰাতি' নামেৰে এখন নিজা ছবিৰ পৰিচালক আছিল। *'প্ৰাণগংগাৰ পাৰ'*, *'মিঠা জেংৰাই'*, *'মাতৃ'* প্ৰমুখ্যে পাঁচখন উপন্যাসৰ আৰু *'সম্ভ্ৰান্ত অতিথি'* প্ৰমুখ্যে তিনিখন নাটৰ ৰচক। (৪০০)

**উপেন দাস** (২০।১।১৯২২ — ২৫।৭।১৯৫০): জন্ম নলবাৰীৰ ওচৰৰ উলাবাৰী গাৱঁত। ৪২ৰ গণ-আন্দোলনৰ কালছোৱাত ছাত্ৰাৱস্থাতে কিছুকাল কাৰাবৰণ কৰিছিল। ১৯৪৩ চনত কটন কলেজ ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক আছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দি ১৯৪৫ চনত দলৰ নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰ সম্পাদক, পৰৱৰ্তী বছৰত তাৰ সভাপতি হয়। ডিগবৈৰ তেল শোধনাগাৰৰ, মাৰ্ঘেৰিটা, মাকুম, লিডুৰ কয়লা খনিৰ, তদুপৰি চাহ বাগান বিলাকৰ শ্ৰমিকসকলৰ মাজত বামপন্থী সংগঠন গঢ়ি তুলিছিল। যাৰ ফলত লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ পৰা বহিষ্কৃত হ'বলগীয়া হৈছিল। ১৯৪৭ চনত দলৰ প্ৰাদেশিক শাখাৰ সম্পাদক, পিছৰ বছৰত দলৰ সৰ্বভাৰতীয় কাৰ্য নিৰ্বাহকৰ সদস্য নিৰ্বাচিত হয়। ১৯৪৮ চনত সন্ত্ৰাসবাদী কাৰ্যকলাপৰ বাবে জেল খায়। কিন্তু জেলৰ পৰা পলাই যায় আৰু নগা পাহাৰ, কাৰ্বি আংলং, অৰুণাচল আদি পৰ্বতীয়া অঞ্চলসমূহত গোপনে সংগঠন গঢ়ি তোলে। ১৯৫৩ চনত গ্ৰেপ্তাৰী পৰোৱানা প্ৰত্যাহাৰ হোৱাত মুকলি মূৰীয়া হয়। ভালেমান বৈপ্লৱিক প্ৰবন্ধ-পাতি লিখাৰ উপৰিও 'লাল নিছান' নামে এখন কাকত সম্পাদনা তথা প্ৰকাশ কৰিছিল। লেনিনৰ 'ৰাষ্ট্ৰ' গ্ৰন্থৰ অনুবাদক। লেনিনৰ ৰচনাৰ প্ৰথম অসমীয়া অনুবাদক। কম বয়সতে মৃত্যু হয়। (৩৪৪)

**উপেন্দ্ৰ চন্দ্ৰ লেখাৰু** (১৩।১।১৯০৫ — ৩।৬।১৯৭৯): জন্ম উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰত। পিতৃ নন্দৰাম, মাতৃ সোণপাহী। ১৯১৮ চনত উত্তৰ গুৱাহাটী মাইনৰ স্কুলৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজিয়েট স্কুলত নাম লগায় আৰু ১৯২২ চনত তাৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯২৬ চনত দৰ্শনত সন্মান সহ কটন কলেজৰ পৰা বি.এ. উপাধি লয়। কটন কলেজতে ইংৰাজীৰ এম. এ. শ্ৰেণীত নাম ভৰ্তি কৰিছিল যদিও এম. এ. উপাধি লয়গৈ বঙলা ভাষাতহে। ১৯৩২ চনত আৰ্ল ল কলেজত পঢ়ি বি. এল. উপাধি পায়। উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত কিছু দিন শিক্ষকতা কৰি পিচত গুৱাহাটীত ওকালতি কৰিছিল। ১৯৩৮ চনত কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হয়। ১৯৪০ চনত প্ৰাইভেটকৈ পৰীক্ষা দি অসমীয়াত এম.এ. পাছ কৰে। কটন কলেজত বাইশ বছৰ অধ্যাপনা কৰাৰ পিচত ১৯৬০ চনত বৃন্দাবনৰ বৈষ্ণৱ পাৰমাৰ্থিক বিশ্ববিদ্যালযত গৱেষণা অধ্যাপক হয়গৈ। ১৯৭৪ চনত গুৱাহাটীলৈ আহি নিজা ঘৰত থাকিবলৈ লয়। ধৰ্মপ্ৰাণ ব্যক্তি আছিল। চৰ্চাও কৰিছিল ঘাইকৈ ধৰ্মীয় সাহিত্যহে। ছাত্ৰাৱস্থাতে মিলন, চেতনা,



উপেন্দ্ৰ চন্দ্ৰ লেখাৰু

আৱাহন আদি আলোচনীত প্ৰবন্ধপাতি লিখিছিল। প্ৰৱেশিকা পৰীক্ষা দি উঠি শ্ৰীশ্ৰীৰামকৃষ্ণৰ উপদেশ পুথি এখন বঙলাৰ পৰা অসমীয়ালৈ ভাঙিছিল। ৰচনা— *অসমীয়া সাহিত্যৰ সেৱক ৰজনীকান্ত বৰদলৈ* (১৯৪৮), *অসমীয়া ৰামায়ণ সাহিত্য* (১৯৪৮)। ১৯৫২

চনত *'কথা গুৰু চৰিত'* সম্পাদন কৰি উলিয়ায। অন্যান্য সম্পাদিত পুথি হ'ল— *কথা সাহিত্য* (১৯৪০), *আদৰ্শ ৰচনাৱলী* (১৯৪৯), *বিশ্ববিদ্যালয়ৰ ৰচনাৱলী* (১৯৫১)। *ধৰ্মপদ (১৯৪৭)। এনক আৰ্ডেন* (১৯৪৮) আৰু *ভট্টদেৱৰ ভক্তি বিবেক* (১৯৫১) তেওঁৰ অনূদিত পুথি। কিছুকাল 'জনশিক্ষা' আলোচনীৰ সম্পাদক আছিল। দুই-এটা কবিতাও লিখিছিল। ইংৰাজী আৰু বঙলা ভাষাতো সাহিত্য ৰচনা কৰিছিল। ১৯৭০ চনত টিহুত বহা অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰিছিল। (১২৭, ১৯১, ২২২)

**উপেন্দ্ৰনাথ বৰুৱা** (১৮৫৯-৬।৮।১৯৫৩) : জন্ম উজনীৰ নাৰ্মতি অঞ্চলত। পিতৃ 'জীৱনাদৰ্শ'ৰ লেখক ইন্দীবৰ,* মাতৃ পৃথুবৰ বৰকাকতিৰ* জীয়েক ৰূপেশ্বৰী। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি ১৮৮১ চনত কলিকতালৈ যায়। কলিকতাৰ উচ্চ ন্যায়ালয়ত অনুবাদকৰ চাকৰি কৰি এম. এ. পাছ কৰে। কলিকতাতে কিছু বছৰ থাকি পিছত ডিব্ৰুগড় হাইস্কুলত কেইমাহমান চাকৰি কৰি শিৱসাগৰ কাছাৰীত সোমায। সেই চাকৰিও এৰি যোৰহাটলৈ আহে ১৮৮৬ চনত। তাতে এখন ইংৰাজী স্কুল খুলি চাৰি বছৰ থাকে। ১৮৯০ চনত ওকালতি পঢ়িবৰ মনেৰে কলিকতালৈ যায। কিন্তু পৰীক্ষা নিদি ১৮৯৬ চনত ডিব্ৰুগড়লৈ আহি তাত এবছৰমান থাকি উত্তৰ লক্ষীমপুৰলৈ গৈ তাত স্কুল খোলেগৈ। তাত দুবছৰমান থাকি উত্তৰ লক্ষীমপুৰলৈ যায় আৰু হাইকোৰ্টৰ ট্ৰেন্সলেটৰৰ পৰীক্ষা পাছ কৰি যোৰহাট কাছাৰীত সোমায়। ১৯১২ চনত পুনৰ এখন ইংৰাজী স্কুল খোলে। ইয়েই আজিৰ 'শংকৰদেৱ চেমিনাৰী'। গুৱাহাটীৰ 'এডভোকেট অৱ আচাম,' ডিব্ৰুগড়ৰ 'টাইমচ্ অৱ আচাম,' কলিকতাৰ 'ইংলিচমেন,' 'ইণ্ডিয়ান মিৰৰ' আদি কাকতত অসম সম্পৰ্কীয় অনেক চিঠি আৰু প্ৰবন্ধ লিখিছিল। উষা, বাঁহী, আলোচনী, আৱাহন আদি আলোচনীতো মাজে মাজে প্ৰবন্ধ ওলাইছিল। *Anglo-Assamese Grammar, Essay on the Education of Children, A Glimpse of Assam* আদি ইংৰাজী আৰু *চৰিতাৱলী, সাধুকথা, শ্লোকমঞ্জৰী, ইন্দীবৰ বৰুৱা** আদি অসমীয়া গ্ৰন্থ কিছুমানৰ প্ৰণেতা। (১৮৫, ২৮৯)

**উপেন্দ্ৰনাথ ব্ৰহ্ম** (১২।৫।১৯৬০ - ১।৩।১৯৯০) : জন্ম কোকৰাঝাৰ জিলাৰ দত্তমাত। কটন কলেজৰ পৰা বি. এছ্.



উপেন্দ্ৰনাথ ব্ৰহ্ম

ছি. আৰু ১৯৮৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানৰ এম. এছ্. ছি. পাছ কৰি ১৯৮৬ চনত কিছুকাল আয়কৰ বিভাগত চাকৰি কৰিছিল। সেই বছৰতে সদৌ বড়ো ছাত্ৰ সন্থাৰ সভাপতি নিৰ্বাচিত হয়। মৃত্যুকাললৈকে এই পদত আছিল। অসম আন্দোলনৰ আৰম্ভণি অৱস্থাত আন্দোলনৰ প্ৰতি নৈতিক সমৰ্থন আগবঢ়াইছিল যদিও পিছত পৃথক বড়ো ৰাজ্যৰ দাবীত একাগপতীয়াকৈ লাগে। বড়ো ছাত্ৰ সন্থাৰ উগ্ৰপন্থী ভাগটোৰ নেতৃত্ব দিছিল। কৰ্কট ৰোগত মৃত্যু হয়। (৪০০)

**উবেইদুল লতিফ বৰুৱা** (১৯২২ - ১৯।২।১৯৮৪) : জন্ম উত্তৰ লক্ষীমপুৰত। লক্ষীমপুৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজৰ পৰা বি.এ. আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত প্ৰথম শ্ৰেণীৰ এম.এ. উপাধি লয়। কলিকতাত পঢ়া কালতে আকাশবাণীৰ

কলিকতা কেন্দ্ৰৰ অসমীয়া শাখাৰ অনুষ্ঠান নিবেদনত ভাগ লৈছিল। পিছত তাতে প্ৰগ্ৰেম এচিষ্টেণ্ট ৰূপে চাকৰি জীৱনৰ পাতনি মেলে। ১৯৪৮ চনত আকাশবাণীৰ ন-কৈ খোলা গুৱাহাটী কেন্দ্ৰলৈ আহে। ১৯৬২ চনত ত্ৰিবান্দ্ৰম কেন্দ্ৰৰ নিৰ্দেশক নিযুক্ত হয়। তিনি বছৰৰ পিছত গুৱাহাটীলৈ আহে আৰু ১৯৭০ চনলৈকে ইয়াৰ নিৰ্দেশকৰূপে থাকে। এই পদবীৰ পৰা উত্তৰোত্তৰ উন্নতি কৰি ১৯৭৯ চনত আকাশবাণীৰ মহানিৰ্দেশক হয়গৈ। এনে পদ পোৱা প্ৰথম অসমীয়া। ১৯৮১ চনত অৱসৰ লৈ 'আছাম কাৰ্বন' নামৰ এটি ব্যক্তিগত অনুষ্ঠানৰ মুখ্য আবাসিক বিষয়াৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। *'দিচ্ ইজ অল ইণ্ডিয়া ৰেডিঅ'* নামৰ এখন ইংৰাজী গ্ৰন্থৰ ৰচক। (৩৩৮)

**উপেন্দ্ৰনাথ শৰ্মা** (১৯২১ - ১১।১১।১৯৮৮): জন্ম নাজিৰাত। পিতৃ কেশৱনাথ। নাজিৰা হাইস্কুলৰ দশম শ্ৰেণীত পঢ়ি থাকোতেই ৪২ৰ আন্দোলনত যোগ দি কিছুকাল কাৰাবাস খাটিছিল। ১৯৪৩ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি যোৰহাটৰ জে. বি. কলেজত নাম লিখায়। সেই সময়তে বামপন্থী আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ ছাত্ৰ ফেডাৰেচনত যোগ দিয়ে। ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় সদস্য হৈ কেইবাবাৰো কাৰাবৰণ কৰিছিল। ১৯৫১ চনত সক্ৰিয় ৰাজনীতি এৰি বিভিন্ন ঠাইত শিক্ষকতা কৰে। ইতিমধ্যে প্ৰাইভেটকৈ বি. এ. পাছ কৰি ১৯৫৭ নাজিৰাৰ ওচৰৰে চকীমুখ হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক হয়গৈ। ৰঞ্জিত বৰপূজাৰীৰ* মোমায়েক। (৫২ক)

**উমাকান্ত গোস্বামী** (১৮৯৭-১৯৫১): জন্ম পলাশবাৰী অঞ্চলৰ আমৰাঙাত। পিতৃ ৰঘুদেৱ আছিল আমৰাঙা সত্ৰৰ অধিকাৰ। স্কুলীয়া শিক্ষা সমাপ্ত কৰি কটন কলেজত নাম লগায়। বাণীকান্ত কাকতিৰ* সহপাঠী আছিল। আই. এ. পৰীক্ষাত ৮ম স্থান লাভ কৰি কটন কলেজতে বি. এ. পঢ়ে। স্নাতক মহলাত উত্তীৰ্ণ হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পলিটিকেল ইকনমি বিভাগত নাম লগায় আৰু প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পায়। ১৯২১-২৩ কালছোৱা কটন কলেজত



উমাকান্ত গোস্বামী

অস্থায়ীভাৱে শিক্ষকতা কৰে। পিচত আইনৰ পৰীক্ষা পাছ কৰি কিছুকাল ওকালতিত লাগে। এই সময়ছোৱাত কটন কলেজৰ অসমীয়া বিভাগৰ কামো চলায়। ১৯২৬ চনত চিলেটৰ মুৰাৰীচাঁদ কলেজত পলিটিকেল ইকনমিৰ অধ্যাপকৰূপে স্থায়ীভাৱে মকৰল হয়। ১৯৩৩ চনত পুনৰ কটন কলেজলৈ আহে। ১৯৪৮ চনত কটন কলেজৰ অধ্যক্ষ হয়গৈ। পিচত অসম চৰকাৰৰ শিক্ষাধিকাৰ ৰূপে ১৯৫২ চনত অৱসৰ লয়।

অৰ্থনীতি, সমাজনীতি আদিৰ বিষয়ে দুই-চাৰিটা প্ৰবন্ধ লিখিছিল। 'কামৰূপ অনুসন্ধান সমিতি'ৰ লগতো জড়িত আছিল। ১৯৩৭ চনত গুৱাহাটীত বহা 'অসম সাহিত্য সভা'ৰ অধিবেশনত সমাজ আৰু অৰ্থনীতি শাখাৰ সভাপতি আছিল। *'সমবায়'* নামে এখন গ্ৰন্থৰ ৰচক। (১৬৩, ১৯১ক)

**উমাকান্ত বৰঠাকুৰ** (১৯ শতিকা): গৌৰীসাগৰৰ লোক। পিতৃ সুৰেশ্বৰ বা সুৰকান্ত। কন্দৰ্পেশ্বৰ সিংহ স্বৰ্গদেউৰ মুক্তিয়াৰ আছিল। ১৮৫৭ চনৰ বৃটিছ বিৰোধী আন্দোলনত সংশ্লিষ্ট থকা বাবে এবছৰ ফাটেক খাটিছিল। (১৮৪)

**উমা শৰ্মা** (৯।৫।১৯২০ — ২৪।২।১৯৮৯): জন্ম পলাশবাৰীৰ ওচৰৰ গুইমাৰা গাঁৱত। ৰামপুৰ, পলাশবাৰী আৰু গুৱাহাটীৰ কলেজিয়েট স্কুলত পঢ়ি ১৯৩৯ চনত



উমা শৰ্মা

তিনিটা বিষয়ত লেটাৰ পোৱাৰ উপৰিও ষ্টাৰ সহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কটন কলেজত নাম লগাই তাৰ পৰা ১৯৪০ চনত আই.এছ. ছি আৰু ১৯৪২ চনত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। অৰ্থাভাৱত ঘৰুৱা শিক্ষকতা, জীৱন বীমাৰ এজেন্সী, বেংকৰ চাৰ্কাৰি, ব্যৱসায় আদি কৰি ১৯৪৭ চনত আৰ্ল ল কলেজৰ পৰা আইনৰ উপাধি লৈ গুৱাহাটীতে ওকালতি কৰিছিল।

অসমত সাম্যবাদী আন্দোলনৰ গঢ় দিওঁতাসকলৰ অন্যতম। কলেজত পঢ়ি থাকোতে বিপ্লৱী কমিউনিষ্ট দলৰ (আৰ.চি.পি.আই) নেতা সৌমেন্দ্ৰনাথ ঠাকুৰৰ বক্তৃতা শুনি এই দলৰ প্ৰতি আকৃষ্ট হয়। অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেছনৰ অন্যতম উদ্যোক্তা আছিল। দলৰ ৰামগড় কংগ্ৰেছত উপস্থিত হৈছিল কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি থাকোতেই। কলেজ ইউনিয়নৰ সম্পাদক আছিল। ১৯৪১-৪২ চনত যুদ্ধ বিৰোধী শ্লোগান দিয়া আৰু ছাত্ৰৰ সমদল উলিওৱা অপৰাধত কিছুদিন জেল খায়। জেলৰ পৰা ওলাই কিছুকাল আত্মগোপন কৰি থকাৰ পিছত ১৯৪২ চনতে পুনৰ প্ৰায় এবছৰ কাৰাদণ্ড ভোগে। আৰ.চি.পি.আই দলৰ ৰাজ্যিক সম্পাদক আছিল। স্বাধীনতা লাভৰ আৰম্ভনিতে দল নিষিদ্ধ হোৱাত ১৯৪৮ চনত পুনৰ হমাহমান কাৰাবাস খাটে। কাৰাগাৰৰ পৰা ওলাই ভাৰতীয় কমিউনিষ্ট দলত যোগ দিয়ে। ১৯৬৪ চনত দল দুভাগ হোৱাত চি.পি.আই. (এম) লৈ আহে আৰু ইয়াৰ ৰাজ্যিক কমিটিৰ সদস্য নিৰ্বাচিত হয়। এই দলত থাকোতে ১৯৬৫-৬৬ চনত পুনৰ পোন্ধৰ মাহ জেলত থাকিবলগীয়া হয়। জীৱনৰ শেষৰ ফালে তেঁওইকে লিখা-পঢ়া কামতে আত্মনিয়োগ কৰিছিল। চি.পি.এম দলৰ মুখপত্ৰ 'গণতন্ত্ৰ'ৰ কিছুকাল সম্পাদক আছিল। সম্পাদনা মণ্ডলীৰ সভ্য হিচাপে 'নতুন পৃথিৱী' নামৰ ত্ৰৈমাসিক আলোচনীখনৰ আৰু 'সাপ্তাহিক জনজীৱন' নামৰ কাকতখনৰ লগত জড়িত আছিল। 'গণ সংস্কৃতি বিকাশ সমিতি' নামৰ অনুষ্ঠানটোৰ জন্মদাতাসকলৰ অন্যতম। ইংলণ্ড, ফ্ৰান্স, ছোভিয়েত যুনিয়ন আদি ৰাষ্ট্ৰ ভ্ৰমণ কৰিছিল। কেইবাখনো গ্ৰন্থ লিখি থৈ গৈছে, যেনে - *মাৰ্ক্সবাদ জনাৰ কাৰণে* (১ম আৰু ২য় খণ্ড); *মাৰ্ক্সীয় অৰ্থনীতিত এভুমুকি; সমাজ, সভ্যতা আৰু নাৰী, সংস্কৃতিৰ জন্ম আৰু জীৱন*। (৪০)

**উমেশচন্দ্ৰ চৌধাৰী** (২৩।১।১৮৯৮—১১।৮।১৯৫৩): জন্ম গুৱাহাটীত। পিতৃ গৰ্গৰাম, মাতৃ স্বৰ্ণময়ী। সৰুতে দেউতাক ঢুকোৱাত সম্পৰ্কীয় খুড়াক ৰঘুনাথ চৌধাৰীৰ* তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯১৩ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম লগায়। ১৯১৫ চনত অসমৰ পৰীক্ষাৰ্থী সকলৰ ভিতৰত প্ৰথম হৈ আই.এছ.চি. পৰীক্ষাত অসমৰ পৰীক্ষাৰ্থী সকলৰ ভিতৰত প্ৰথম হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৰসায়ন বিজ্ঞানত দ্বিতীয় শ্ৰেণীৰ তৃতীয় স্থান অধিকাৰ কৰে। এম.এছ.চি. পঢ়িবলৈ কলিকতালৈ গৈছিল; কিন্তু পঢ়া এৰি গুৱাহাটীৰ মাণিকচন্দ্ৰ বৰুৱা

মজলীয়া ইংৰাজী স্কুলৰ শিক্ষক হয়হি আৰু গুৱাহাটীতে আইন পঢ়িবলৈ ধৰে। ১৯২৩ চনত বি.এল.উপাধি লাভ কৰি ওকালতিৰ ব্যৱসায়ত লাগে।

গীতিকাৰ আৰু কবি। কবিতা পুথি— *প্ৰতিধ্বনি* (১৯৩৯), *দেৱধ্বনি* (১৯৪০)। গীতৰ পুথি— *অমৃত মন্থন* (১৯৩৯), *ত্ৰিবেণী*। এইচ.এম.ভি কোম্পানীযে তেওঁৰ কেইবাটিও গীত ৰেকৰ্ড কৰিছিল। বহুতো গীতৰ সুৰ নিজে দিছিল। সমাজকৰ্মীও আছিল। গুৱাহাটী একতা সভা, কামৰূপ নাট্য সম্মিলন আদিৰ সতে জড়িত হৈ আছিল। দুবাৰো গুৱাহাটী লোকেল বৰ্ডৰ সদস্য হৈছিল। শেষ জীৱনত 'আচাম এভিয়েছন কোং' নামৰ এটা প্ৰতিষ্ঠান খুলিবলৈও যো-জা কৰিছিল। (১৪,২০৭)

**উমেশচন্দ্ৰ বৰুৱা** (?—৭।১১।১৯১৩): মাণিকচন্দ্ৰ বৰুৱাৰ* ভায়েক ফটিকচন্দ্ৰৰ* মধ্যম পুত্ৰ। প্ৰকৃত নাম ভুৱনচন্দ্ৰ। সম্পৰ্কীয় খুড়াক ভোলানাথ বৰুৱাই* তেওঁক পোষ্যপুত্ৰৰূপে লৈ নাম থয় বিশ্বনাথ। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতক উপাধি লৈ খুড়াকৰ ব্যৱসায় সংক্ৰান্ত কামত সহায় কৰিছিল। সাহিত্যসেৱক আছিল। উমেশ চন্দ্ৰ ছদ্মনামেৰে বাঁহী আদি আলোচনীত কবিতা আৰু প্ৰবন্ধ লিখিছিল। (৮)

## এ

**এ.কে.গাৰ্নি** (২৯।৫।১৮৫৪-১৯১০): আমেৰিকাৰ কাম্বাৰলেণ্ডত জন্ম। ১৮৭৪ চনত পাদুৰী জীৱন গ্ৰহণ কৰে আৰু সেই বছৰতে দেশ এৰি ১৮৭৬ চনত অসম পায়হি। শিৱসাগৰৰ 'মিছন প্ৰেছ'ৰ ভাৰ লৈছিল। ১৮৮৩ চনত নিজ দেশলৈ গৈ তাত দুবছৰ থাকি পুনৰ অসমলৈ আহে আৰু ১৯০৭ চন পৰ্যন্ত অসমতে থাকে। মূল হিব্ৰুৰ পৰা কৰা ওল্ড টেষ্টামেণ্টৰ অসমীয়া ভাঙনিৰ কাম সমাপ্ত হয় ১৯০০ চনৰ শেষৰ ফলে। ১৯০৩ চনত ৮৩০ পৃষ্ঠাৰ *'পুৰনি নিয়ম— Old Testament in Assamese'* ছপা হৈ ওলায়। এই পুথি প্ৰকাশৰ আগতে ১৮৮৬ চনত *'যিহুচুৱা আৰু বিচাৰ কৰ্তাৰ পুথি'* আৰু *'ৰুথৰ বিৱৰন'* নাম দি ওল্ড টেষ্টামেণ্টৰ একাংশ অনুবাদ কৰি উলিয়াইছিল; 'ৰুথৰ বিবৰণ' সুকীয়াকৈ ছপাইছিল। ১৮৭৭ চনত *'এলোকেশী বেশ্যাৰ কাহিনী'* নামৰ এম. ই. লেছ্‌লিৰ সৰু বঙলা উপন্যাস অসমীয়ালৈ ভাঙি প্ৰকাশ কৰে। একে বছৰতে প্ৰকাশ কৰে *'কামিনীকান্তৰ চৰিত্ৰ'* নামে এখন সৰু উপন্যাস জাতীয় গ্ৰন্থ।

সম্ভৱত ১৮৭৬-৭৯ কালছোৱাত 'অৰুনোদই'ৰ সম্পাদক আছিল। ১৯০৫ চনৰ জুলাই মাহৰ পৰা *'দীপ্তি'* নামৰ এখন ধৰ্মালোচনী প্ৰকাশ কৰিছিল ডিব্ৰুগড়ৰ পৰা। ১৯০৭ চনৰ দশম সংখ্যা পৰ্যন্ত ইয়াৰ সম্পাদক আছিল। (১৩২,২০০,২০৪)

**এডোৱাৰ্ড গেইট** (১৮৬৩—১৫।৩।১৯৫০): জন্ম ইংলেণ্ডত। লণ্ডনৰ য়ুনিভাৰ্চিটি কলেজত কিছুকাল পঢ়ি ১৮৮২ চনত ইণ্ডিয়ান চিভিল চাৰ্ভিচত সোমাই ভাৰতলৈ



এডোৱাৰ্ড গেইট্

আহে আৰু নগাৱঁত এচিষ্টেণ্ট কমিছনাৰ হয়হি। ১৮৯১ চনত অসমৰ পিয়ল বিভাগৰ অধীক্ষক হয়। ১৮৯২ চনত মাটি দপ্তৰৰ সঞ্চালকৰ পদত সোমাই পিছত অসমৰ চীফ

কমিচনাৰৰ সচিব হযগৈ। ১৮৯৭ চনত মেজিষ্ট্ৰটৰূপে বংগদেশলৈ যায়। ১৯০১ চনত ভাৰতবৰ্ষৰ চেঞ্চাচ কমিচনাৰৰ পদ পায়। বংগদেশৰ মুখ্য সচিব হৈ কিছুকাল থকাৰ পিছত ১৯০৯ চনত পুনৰ চেঞ্চাচ কমিছনাৰ নিযুক্ত হয়। ১৯১২-১৫ কালছোৱা বিহাৰ আৰু উৰিষ্যা যুক্ত প্ৰদেশৰ ব্যৱস্থাপক সভাৰ সদস্য আছিল। ১৯১৫ চনত সেই প্ৰদেশৰ লেফটেনাণ্ট গভৰ্ণৰ হয়। ১৯২২ চনত অৱসৰ লৈ ভাৰত সচিবৰ কাউন্সিলৰ সদস্য নিৰ্বাচিত হয়। ১৯২২-২৫ কালছোৱা 'লণ্ডন স্কুল অৱ ওৰিয়েণ্টাল ষ্টাডিজ'ৰ পৰিচালক সমিতিৰ সদস্য আছিল।

অসম বুৰঞ্জীৰ খ্যাতিমান গৱেষক। ১৮৯৪ চনত অসমত বুৰঞ্জী চৰ্চাৰ এখন বিশদ আৰ্চান প্ৰস্তুত কৰে। এই আঁচনিৰ ৰূপদানৰ বাবে 'এথ্‌নগ্ৰফি' বিভাগ স্থাপিত হোৱাত তেওঁ ইয়াৰ প্ৰথম সঞ্চালক নিৰ্বাচিত হয়। ১৮৯৭ চনত অনেক মূল্যবান তথ্যেৰে ভৰা *'অসম বুৰঞ্জীবিষয়ক অনুসন্ধান কাৰ্যাৱলীৰ ৰিপোৰ্ট'* প্ৰকাশ কৰে। ১৯০৬ চনত হেমচন্দ্ৰ গোস্বামী,* গোলাপ চন্দ্ৰ বৰুৱা* আদিৰ সহায় লৈ লিখা তেওঁৰ বিখ্যাত গ্ৰন্থ *'হিষ্ট্ৰী অব আচাম'* প্ৰকাশ পায়। ১৮৯১ চনৰ পিয়লৰ ৰিপোৰ্টতো অসম সম্পৰ্কীয় অনেক কথা লিপিবদ্ধ কৰি থৈ গৈছে। 'বিহাৰ এণ্ড উৰিষ্যা ৰিচাৰ্চ চোচাইটি'ৰ প্ৰতিষ্ঠাতা আছিল। এই চোচাইটিৰ মুখপত্ৰ আৰু 'বেংগল এচিয়াটিক চোচাইটি'ৰ মুখপত্ৰতো বুৰঞ্জীমূলক অনেক প্ৰবন্ধ লিখিছিল। ভাৰতীয় মানুহৰ প্ৰতি সহানুভূতিশীল আছিল। বিহাৰৰ ৰাইজক নীল খেতিয়কৰ অত্যাচাৰৰ পৰা ৰেহাই দিয়াত সহায় কৰিছিল। মহাত্মা গান্ধীৰ আত্মজীৱনীত তেওঁৰ এই কৃতিৰ উল্লেখ আছে। লণ্ডনত মৃত্যু হয়। (২৮৪)

**এডোৱাৰ্ড ডব্লিউ ক্লাৰ্ক** ( ১৯ শতিকা): অসমলৈ অহা আমেৰিকান বেপ্তিষ্ট মিছনেৰী। ১৮৬১ চনৰ পৰা ১৮৭৬ চনমানলৈকে শিৱসাগৰৰ প্ৰধান পাদুৰীৰ দায়িত্বত আছিল। ১৮৭২ চনত নগা পাহাৰলৈ যায়। গাৰো, নগা আৰু চাহ বনুৱাসকলৰ মাজত ধৰ্মপ্ৰচাৰ কৰিছিল। ১৮৭৩ ৭৫ চনৰ ভিতৰৰ কোনো সময়ত সম্ভৱতঃ 'অৰুণোদই'ৰ সম্পাদক হৈছিল। ১৮৭৭ চনত হেৰিয়েট বি এস কাটাৰৰ* লিখা *Phrases in English and Assamese* গ্ৰন্থ সম্পাদনা কৰি প্ৰকাশ কৰে। আন ভাষাতো পুথি লিখিছিল। (২১১)

**এপলটন হাও ডেনফোৰ্থ** (১৯ শতিকা) ১৮৪৮ চনত আমেৰিকাৰ পৰা গুৱাহাটীলৈ আহে। ১৮৫৫ চনৰ পৰা দুবছৰমান শিৱসাগৰত থাকি পুনৰ গুৱাহাটী পায়হি। ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধৰ কালছোৱাত (১৮৫৭ চনত) মিছনেৰী সকলক শিক্ষা কুচকাৱাজ কৰাইছিল। সেই বছৰতে নগাঁওলৈ যায়, কিন্তু স্বাস্থ্যৰ অৱনতি ঘটাত দেশলৈ ওভতে। ১৮৫১ ৫৬ ৫। চনৰ জানুৱাৰী সংখ্যা পৰ্যন্ত 'অৰুণোদই'ৰ সম্পাদক আছিল। ডি মৰ্গেনৰ *Hindu Objections to Christian Religion Answered* নামৰ প্ৰচাৰ পুস্তিকা এখনি অসমীয়ালৈ অনুবাদ কৰে সম্ভৱতঃ ১৮৭০ চনত। (২১১)

**এম. ইব্ৰাহীম আলি** (২১।৬।১৯১৭ ২২ ১১ ১৯৭৫) জন্ম মঙ্গলদৈৰ শিঙিমাৰী গাঁৱত। পিতৃ আবিদ আলি, মাতৃ আমিনা খাতুন। মঙ্গলদৈ হাইস্কুলত অষ্টম মানলৈকে পঢ়ি যোৰহাট নৰ্মাল স্কুলত নাম লগায়। ১৯৩৮ চনত নৰ্মাল পাছ কৰাৰ লগতে প্ৰাইভেটকৈ দিয়া প্ৰৱেশিকা পৰীক্ষাতো উত্তীৰ্ণ হয়। তেজপুৰ এম.ভি. স্কুল আৰু চিলং হাইস্কুলত কিছুকাল শিক্ষকতা কৰাৰ পিছত ১৯৪১ চনত স্কুল উপ পৰিদৰ্শকৰ পদ পায়। দ্বিতীয় মহাযুদ্ধৰ সময়ত চাৰি বছৰ সৈন্যবাহিনীত চাকৰি কৰি ১৯৪৬ চনত পুনৰ আগৰ পদত যোগদান কৰে। প্ৰাইভেটকৈ পৰীক্ষা দি ১৯৬৪ চনত বি এ আৰু ১৯৬৭ চনত

অসমীয়াত এম.এ. উপাধি লয়। ১৯৭১ চনত চৰকাৰী চাকৰি স্ব ইচ্ছাই এৰি ভাৰত স্কাউট আৰু গাইড সন্থাৰ ৰাজ্যিক সচিবৰ পদত যোগ দিয়ে।

সু সাহিত্যিক আছিল। ৰচনাৱলী: জীৱনী— *কুমাৰী জেবুন্নিছা* (১৯৪১), *মাধৱচন্দ্ৰ বেজবৰুৱা* (১৯৭৪); উপন্যাস— *পূৰৱতি নিশাৰ অনামী সপোন* (১৯৫১), *ৰাজদ্ৰোহী* (১৯৫২), *মাটি আৰু সোণ* (১৯৬৯, ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত); শিশু উপন্যাস— *পৰী কুঁৱৰীৰ দেশত* (১৯৫৫), *চোহ্ৰাব ৰুস্তম*; কবিতা— *চাহাৰা* (১৯৪৭), *নিস্তব্ধ নিষাদ*। (১৯৭৪) ইয়াৰ উপৰিও ভালেমান পাঠ্যপুথিৰ ৰচক। ডক্টৰেট উপাধিৰ বাবে ৰচনা কৰা এখন গৱেষণা গ্ৰন্থকে ধৰি ভালেমান পুথি অপ্ৰকাশিত। ১৯৫১ চনত 'কাঁচিজোন' নামৰ এখন শিশু আলোচনী সম্পাদনা কৰি উলিয়াইছিল। ই প্ৰায় চাৰি বছৰ চলিছিল। গীতিকাৰ তথা অভিনেতাও আছিল। মঙ্গলদৈ অঞ্চলৰ সাংস্কৃতিক কাম-কাজৰ নেতৃত্ব দিছিল। গুৱাহাটীত মটৰ দুৰ্ঘটনাত মৃত্যু হয়। (৩৭, ৪০০)

## ও

**ওলিভাৰ টি কাটাৰ** (*১৮১১—?): আমেৰিকাৰ লেভিংটনত জন্ম। ১৮৩১ চনত আমেৰিকাৰ পৰা আহি ব্ৰহ্মদেশৰ মৌলমেনত থাকেহি। ১৮৩৬ চনত নাথন ব্ৰাওনৰ* লগত এটা ছপাশালেৰে সৈতে শদিয়া পায়হি ভৱিষ্যত মিছন প্ৰেছৰ অধ্যক্ষৰূপে। পুনৰ ব্ৰাওনৰ লগতে শদিয়াৰ পৰা আহি জয়পুৰত কিছুদিন থাকি ১৮৪৬ চনত শিৱসাগৰ পায়হি। 'অৰুনোদই'ৰ জন্মলগ্নৰে পৰা (১৮৪৬) ১৮৫২ চনৰ সপ্তম বছৰ অষ্টম সংখ্যা লৈকে কাকতখনৰ মুদ্ৰনৰ দায়িত্বত আছিল। অসমীয়া ভাষাত স্কুলীয়া শিক্ষাৰ প্ৰচাৰত অবিহণা আছে। ১৮৫৩ চনত অসম এৰে। (১২৯,২০০,২০৭)

## ক

**কংসাৰি কায়স্থ** (১৬ শতিকা): যশৱন্ত খাঁ নামৰ এজন কায়স্থ শ্ৰেষ্ঠৰ বংশধৰ। আন নাম পীতাম্বৰ। মাধৱদেৱৰ থানত আছিল। মহাভাৰতৰ কিৰাত অনুপৰ্বৰ আৰু বিৰাট পৰ্বৰ দক্ষিণ গোগ্ৰাহৰ কিছু অংশ আৰু উত্তৰ গোগ্ৰাহৰ ভাঙনি কৰোঁতা। পৃষ্ঠপোষক আছিল খুব সম্ভৱ গাভৰু খাঁ।* (২০০,২০৭,২৬৬)

**কংসাৰি ঠাকুৰ** (১৬-১৭ শতিকা): বৰ বিষ্ণু আতা নামেৰেও প্ৰসিদ্ধ। জন্ম ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰ কবৈবাৰীত। নাওঁ বুৰি সম্পত্তি হেৰুৱায়। মালচা নামে ঠাইত চন্দ্ৰা ভূঞা নামে এজন ধনী সাউদৰ ঘৰত আছিল। পিছত তেওঁৰেই ছোৱালী বিয়া কৰায়। খেতিৰ বাবে কঠিয়া বিচাৰি নাৰায়ণ দাস ঠাকুৰ আতাৰ* ঘৰত এৰাতি আছিল। তাতেই শংকৰদেৱৰ* ভক্তি ধৰ্মৰ কথা শুনি সেই ধৰ্মলৈ আগ্ৰহ বাঢ়ে। নাৰায়ণ দাসে তেওঁক মাধৱদেৱৰ* ওচৰলৈ লৈ যায় আৰু মাধৱে তেওঁক শৰণ দি 'বিষ্ণু' নাম প্ৰদান কৰে। ঘৰলৈ গৈ মালচাত সত্ৰ পাতেগৈ। মাধৱদেৱ এবাৰ এই সত্ৰলৈ গৈছিল আৰু তাৰ ভাওনাত ভাও লৈছিল। মাধৱদেৱে তেওঁক ধৰ্ম-প্ৰচাৰৰ অৰ্থে ব্ৰহ্মপুত্ৰৰ দক্ষিণ কুললৈ পঠাইছিল। গতিকে 'দক্ষিণ কুলীয়া বিষ্ণু' নামেও জনাজাত আছিল। দক্ষিণ কামৰূপৰ বিখ্যাত 'চমৰীয়া সত্ৰ'ৰ প্ৰতিষ্ঠাতা। (২০০,২০৭,২১০)

**কণ্ঠভূষণ দ্বিজ** (১৬-১৭ শতিকা): ৰামৰাম গুৰুৰ* জোঁৱায়েক আৰু নৰনাৰায়ণ*-ৰঘুৰায়ৰ* পাৰিবাৰিক পুৰোহিত। হাজোৰ মাগুৰি গাৱঁত জন্ম। শংকৰদেৱৰ* সৈতে বাদ কৰি জিনিব নোৱাৰি বাৰানসীত পঢ়িবলৈ গৈছিল ব্ৰহ্মানন্দ নামে এজন পণ্ডিতৰ তলত। কণ্ঠভূষণৰ মুখত

শংকৰদেৱৰ কথা শুনিবলৈ পাই ব্ৰহ্মানন্দই বিষ্ণুপুৰী সন্ন্যাসীৰ *'ভক্তি ৰত্নাৱলী'* পুথি খন তেওঁৰ হাতত পঠাই দিয়ে শংকৰদেৱক দিবলৈ। কণ্ঠভূষণে পুথিখন পাটবাউসীত শংকৰদেৱক দিয়ে আৰু শংকৰদেৱৰ মাহাত্ম্য স্বীকাৰ কৰি লয়। শংকৰদেৱৰ নিৰ্দেশত মাধৱদেৱে* পুথিখনৰ ভাঙনি কৰে। মাধৱদেৱ এবাৰ হাজোলৈ যোৱাৰ অন্যতম উদ্দেশ্য আছিল ৰাজগুৰু কণ্ঠভূষণক দৰ্শন কৰা। (২০৩,২১০)

**কনকচন্দ্ৰ দাস** (১৯০৩—২৬৮।১৯৭৫): জন্ম গোৱালপাৰাৰ বামুণপাৰা গাৱঁত। পিতৃ কহিৰাম, মাতৃ সুমিতা। ২৮ বছৰ বয়সত ডিব্ৰুগড়লৈ আহি ইয়াৰ চাহ বাগিছাত চাকৰি লয়। ১৯৩৫ চনত পঞ্চম জৰ্জৰ সোণালী জয়ন্তী উপলক্ষে ডিব্ৰুগড়তে পতা অনুষ্ঠানত বেহেলা, এচ্ৰাজ, চেতাৰ আৰু তবলা বাদনত প্ৰথম পুৰস্কাৰ আৰু গীত পৰিবেশনত দ্বিতীয় পুৰস্কাৰ পায়। ১৯৪৭ চনত ডিব্ৰুগড়ত বহা সাহিত্য সভাৰ অধিবেশনত ৫৩ গৰাকী মহিলা আৰু ৪৩ গৰাকী পুৰুষ শিল্পীৰ এটা অৰ্কেষ্ট্ৰা প্ৰদৰ্শন কৰে। সেই সভাতে তেওঁক *'বাদ্য যন্ত্ৰ বিশাৰদ'* উপাধি দিয়া হয়। ১৯৩৮ ৩৯ চনত চৰকাৰী দলৰ এটাৰ সভ্য হৈ ভাৰতৰ বিভিন্ন ঠাইত বাদ্য বজায়। ১৯৫৫ চনত ডিব্ৰুগড়ত প্ৰতিষ্ঠা হোৱা সংগীত বিদ্যালয়ৰ অধ্যক্ষ আছিল। (১১২)

**কনকচন্দ্ৰ শৰ্মা** (১৮৮৩—৭।৭।১৯৫১): জন্ম নগাৱঁৰ ৰঢ়লা গাৱঁত। দেউতাকৰ পৰা সংস্কৃতৰ শিক্ষা লৈছিল। গুৱাহাটীৰ পৰা নৰ্মাল পাছ কৰি কলিকতাৰ সংস্কৃত কলেজৰ পৰা 'কাব্যতীৰ্থ' উপাধি লয়। যোৰহাট নৰ্মাল স্কুলত চাকৰি লৈ ছমাহৰ ভিতৰতে প্ৰাইভেটকৈ পৰীক্ষা দি প্ৰথম বিভাগত এণ্ট্ৰেন্স পাছ কৰে। ১৯১৭ চনত বিনা বেতনে ছুটী লৈ নগাঁও জিলাত তিনিখন মজলীয়া স্কুল খোলে। তাৰে এখন হ'ল বৰ্তমানৰ বহা হাইস্কুল। পিছত চাকৰি এৰি অসহযোগ আন্দোলনত লাগে। ১৯২০ চনত নবীন চন্দ্ৰ বৰদলৈ* আদিৰ সতে নাগপুৰত বহা কংগ্ৰেছ অধিবেশনত যোগদান কৰে। ১৯২১ চনত এবছৰ কাৰাবাস খাটে। ১৯২৩ চনত প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদক হৈ তৰুণৰাম ফুকন* আদিৰ লগত গয়া কংগ্ৰেছত অসমৰ প্ৰতিনিধিৰূপে যোগ দিয়ে। ১৯৩০ চনত নগাঁও জিলা কংগ্ৰেছৰ সভাপতি হয়। পিছলৈ কংগ্ৰেছ এৰি হিন্দু মহাসভাত সোমাই তাৰ অসম শাখাৰ সম্পাদক হৈছিল। মুছলিম লীগ চৰকাৰে অসমত মৈমনচিঙীয়া মানুহ বহুওৱাৰ দুৰ্যোৰ প্ৰতিবাদ কৰিছিল।

মাধৱ কন্দলিৰ* ৰামায়ণ ছপাই উলিয়াইছিল। ঈশ আৰু মুণ্ডক এই উপনিষদ দুখনো প্ৰকাশ কৰিছিল। জেলত *'গান্ধী চৰিত'* নামে এখন পদপুথি লিখিছিল। অপ্ৰকাশিত ৰচনা— *'কুন্তী চৰিত'*।(২০,৪৩,২৮৯,৩৪৯)

**কনকলতা আই** ( ? —১৬৬৮): নামান্তৰ লক্ষ্মী আই। পিতৃ কোচবিহাৰৰ ফুলবাৰীৰ কানু ভূঞা। স্বামী শংকৰদেৱৰ* নাতি চতুৰ্ভূজ ঠাকুৰ*। স্বামীৰ লগত কামৰূপৰ ঘিলাজাৰি আৰু গোৱালপাৰাৰ বিষ্ণুপুৰ সত্ৰত আছিল। স্বামীৰ মৃত্যুত মুছলমান আক্ৰমণকাৰীৰ পৰা অসুবিধা পাই দক্ষিণ কূলৰ কমললোচন চৌধাৰীৰ তালুকত পাঁচ বছৰমান আছিল। তাতো লুটপাট আৰম্ভ হোৱাত দমৰাজাৰত কিছুদিন থাকেগৈ। হেন সময়তে শংকৰদেৱৰ জন্মস্থান বৰদোৱালৈ আহিবলৈ মন কৰি স্বামীৰ ভাগিনীয়েক আৰু তোলনীয়া পো দামোদৰক উজনীলৈ পাচে। স্বৰ্গদেউ জয়ধ্বজ সিংহৰ* আজ্ঞা হ'লত বৰদোৱাৰ সন্ধানত আহি যি ঠাইত নামিলহি, সি *'আই ভেটি'* নামে জনাজাত হ'ল। ১৬৫৬ চন মানত বৰদোৱা আৱিষ্কৃত হয়। আয়ে তাত সত্ৰ প্ৰতিষ্ঠা কৰে। ১৬৬২ চনত মীৰজুমলাই অসম আক্ৰমণ কৰাত সেৱকসকল সমান্বিতে উজনীলৈ যায়, লক্ষীমপুৰ জিলাৰ নৰোৱাৰ ওচৰৰ চিনাতলিত থাকেগৈ। তাতে স্ত্ৰী

নাতি অনন্তৰামক* ধৰ্মাধিকাৰ পাতে। চিনাতলিত সাত বছৰমান থাকি আই পুনৰ বৰদোৱালৈ আহিবলৈ মন কৰে, কিন্তু মোগলৰ সৈতে হোৱা যুদ্ধৰ হুলস্থূলত কলিয়াবৰ পায়হি। তাতে মৃত্যু হয়। স্বামীৰ দৰে তেৰোঁ ছজন ব্ৰাহ্মণ আৰু ছজন অব্ৰাহ্মণ লোকক ধৰ্ম প্ৰচাৰাৰ্থে নিযোগ কৰিছিল। (৪৫,২০৩,২৯৯)

**কনকলতা চলিহা** (৭।১০।১৯০৩—১৩।১।১৯৩৫): জন্ম ধুবুৰীত। পিতৃ লক্ষ্মীৰাম বৰুৱা* মাতৃ জাহ্নৱী। তেজপুৰ আৰু শ্বিলঙৰ স্কুলত কেইশ্ৰেণীমান পঢ়াৰ পিছত ১৯২০ চনত তাৰাপ্ৰসাদ চলিহাৰ সৈতে বিয়া হয়। শাহুৱেক আৰু ননদেক কমলালয়া কাকতিৰ* স'তে লগলাগি শিৱসাগৰত *'শিপিনী ভৰাঁল'* নামৰ এটি মহিলা অনুষ্ঠান স্থাপন কৰিছিল। স্বামীৰ উদ্যোগ ক্ৰমে কমলালয়াৰ স'তে যুটীয়াকৈ অসমৰ প্ৰথম মহিলা আলোচনী *'ঘৰ-জেউতি'* সম্পাদনা কৰিছিল। ইয়াত অনেক প্ৰবন্ধপাতিও লিখিছিল। (২৬১)

**কনকলতা বৰুৱা** (১৯২৮—২০।৯।১৯৪২): জন্ম



কনকলতা বৰুৱা

গহপুৰৰ ওচৰৰ বৰঙাবাৰী গাৱঁত। পিতৃ বগাৰাম বৰুৱা সাধাৰণ খেতিয়ক আছিল। কনকলতাৰ সৰুকালতে তেওঁ ঢুকায়। বিয়াল্লিশৰ আন্দোলনত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ* নেতৃত্বত 'মৃত্যু বাহিনী'ত যোগ দিয়ে আৰু চৰকাৰী বাধা-নিষেধ নামানি গহপুৰ থানাত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ গুলিত ছহিদ হয়। (৪৩,৪৯,৬৬,১১১)

**কনকলাল বৰুৱা** (১৬।১২।১৮৭২ - ৮।১।১৯৪০): জন্ম গুৱাহাটীত। পিতৃ লক্ষ্মীলাল, পিতামহ দুতিৰাম বৰভাণ্ডাৰ বৰুৱা*। মাতৃ পদ্মাৱতী। মুন্সিফ পিতৃৰ লগত ডিব্ৰুগড়, ধুবুৰী, গোৱালপাৰা, বৰপেটা আদি ঠাইত শৈশৱকাল কটাইছিল। আঠবছৰ বয়সতে দেউতাক ঢুকোৱাত প্ৰথমে ভিনিয়েক হোমেশ্বৰ বৰুৱা, পিছত সৰু ভিনিয়েক মাণিকচন্দ্ৰ বৰুৱাৰ* তত্বাবধানত ডাঙৰ-দীঘল হয়। হেমচন্দ্ৰ বৰুৱা*ৰ অধীনত পঢ়াশুনা কৰি ১৮৮৮ চনত কটন কলেজিয়েট স্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতালৈ যায় আৰু জেনেৰেল এচেম্ব্লি ইনষ্টিটিউছনত নাম লগায়। ১৮৯৪ চনত তাৰপৰা বি.এ. পাছ কৰি কলিকতাতে আইন পঢ়ে। ১৮৯৬ চনত বি.এল. উপাধি লৈ গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯০০ চনত ই.এ.চি. কামত যোগ দি শিৱসাগৰলৈ যায়। ১৯০৫ চনত মহকুমাধিপতি হৈ চুনামগঞ্জ, বৰপেটা আদিত কাম কৰি সমবায় বিভাগৰ পঞ্জীয়ক আৰু শিক্ষা বিভাগৰ অধিকৰ্তাৰূপে ১৯১৮ চনত শ্বিলঙলৈ আহে আৰু দহ বছৰৰ পিছত অৱসৰ লয়। ১৯২৯ চনত ব্যৱস্থাপক সভাৰ সভ্য নিৰ্বাচিত হৈ স্বায়ত্ত শাসন বিভাগৰ মন্ত্ৰীত্ব পদ লাভ কৰে। আঠ বছৰকাল এই পদত আছিল। বৃটিছ চৰকাৰে কামত সন্তুষ্ট হৈ 'ৰায়বাহাদুৰ' খিতাপ দিছিল।

বিশিষ্ট সাহিত্যিক, বুৰঞ্জীবিদ তথা প্ৰত্নতাত্ত্বিক। ছাত্ৰাৱস্থাতে 'আসাম বন্ধু'ত কবিতা প্ৰকাশ পাইছিল। কলিকতাত পঢ়ি থাকোতে অ.ভা.উ.সা. সভাৰ লগত জড়িত আছিল। পঞ্চম বছৰৰ 'জোনাকী' আলোচনীৰ সম্পাদকো হৈছিল। এই আলোচনীত, তদুপৰি উষা, বাঁহী আদিতো প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পাইছিল। ১৮৯১ চনত

ৰজনীকান্ত বৰদলৈ*, গোপালকৃষ্ণ দেৱ* স'তে যুটীয়াকৈ *'সাবিত্ৰী সত্যবান'* নাটক লিখি প্ৰকাশ কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। হেমচন্দ্ৰ গোস্বামীৰ* মৃত্যুৰ পিচত (১৯২৩) বহুকাল জুৰি ইয়াৰ সভাপতিও আছিল। ইয়াৰ মুখপত্ৰ *Journal of the*



কনকলাল বৰুৱা

*Assam Research Society* ১৯৩৩ চনৰ পৰা তেওঁৰ যত্নতেই প্ৰকাশ পায়। মৃত্যুকাললৈকে আলোচনীখন সম্পাদনা কৰাৰ উপৰিও নিজৰ অনেক মূল্যবান প্ৰবন্ধ-পাতিও ইয়াত প্ৰকাশ কৰিছিল। *Early History of Kamrupa* নামৰ গ্ৰন্থখন (প্ৰকাশিত ১৯৩৩) তেওঁৰ জীৱনৰ কীৰ্তিস্তম্ভ। ১৯৩৪ চনত ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰিছিল। ১৯৩৭ চনত গুৱাহাটীত বহা ইয়াৰ অধিবেশনত বুৰঞ্জী শাখাৰ সভাপতি আছিল। 'ৰয়েল এচিয়াটিক চোচাইটি অৱ বেঙ্গল', 'ৰয়েল এচিয়াটিক চোচাইটি অৱ গ্ৰেট ব্ৰিটেইন এন্ড আয়াৰলেন্ড', 'ৰয়েল ইকনমিক চোচাইটি অৱ লণ্ডন'ৰ সভ্য আছিল। ১৯৩৯ চনৰ ডিচেম্বৰ মাহত 'ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডচ্ কমিছন'ৰ সভা হিচাপে কলিকতাৰ অধিবেশনত যোগ দিবলৈ যাওঁতে কলিকতাতে মৃত্যু হয়। (১২৪, ১২৭, ১৮৪, ২৭২)

**কনকেশ্বৰ বৰুৱা** (১৯১৫ - ১৯৭১): জন্ম মৰিগাওঁ জিলাৰ জাগীচকী গাঁৱত। পিতৃ কমলেশ্বৰ, মাতৃ আলতী। একেধাৰে অভিনেতা, গীতিকাৰ, সুৰকাৰ, গায়ক তথা চিত্ৰকৰ আছিল। ব্ৰজনাথ শৰ্মাৰ* 'কহিনুৰ অপেৰা পাৰ্টি'ত সোমাই বিষ্ণু ৰাভা*, ফণী শৰ্মা*, চন্দ্ৰ চৌধুৰী* আদিৰ সতে কলা-কৃষ্টিৰ সাধনা কৰিছিল। পিচলৈ নটৰাজ, পূৰ্বজ্যোতি আদি ভ্ৰাম্যমান নাট্যগোষ্ঠীসমূহত যোগ দিছিল। নিজ গাঁৱত 'চিত্ৰলেখা নাট্য সমিতি' স্থাপন কৰিছিল আগবয়সত কিছুকাল প্ৰাইমেৰী স্কুলত শিক্ষকতা কৰিছিল যদিও পিচলৈ নৃত্য, গীত, অভিনয়কে জীৱিকাৰ পথ হিচাপে বাছি লৈছিল। (৪০০)

**কনচেং বৰপাত্ৰ গোঁহাই** (১৬ শতিকা): আন নাম চেংলুং। পিতৃ আহোম স্বৰ্গদেউ চুপিম্ফা*। মাতৃ ৰাজকুঁৱৰীয়ে ৰাজসভালৈ অহা নগা খুনবাও এজনৰ ৰূপৰ প্ৰশংসা কৰা শুনি স্বৰ্গদেৱে গৰ্ভৱতী কুঁৱৰীক নগাৰ লগতে পঠিয়াই দিয়ে। নগাৰাজ্যতে কনচেঙৰ জন্ম হয়। পিছত ৰজা চুহুংমুঙে* তেওঁক চুতীয়া, বৰাহী আৰু মৰাণ সকলৰ শাসন ভাৰ দি বৰপাত্ৰ গোহাঁই পাতে। ১৫৩১ চনত মুছলমানে আহোম ৰাজ্য আক্ৰমণ কৰাত কনচেঙে শিঙিৰীৰ ওচৰত মুছলমানক পৰাস্ত কৰি খাগৰিজান পৰ্যন্ত খেদি পঠিয়ায়। পৰৱৰ্তী চনত তুৰ্বকৰ অধীনত মুছলমানে পুনৰ আক্ৰমণ কৰে। এই যুদ্ধত কনচেঙৰ সেনাপতিত্বত আহোম পুনৰ জয়ী হয় যদিও কনচেঙ মৃত্যুৰ মুখত পৰে। (২৮৮)

**কন্দৰ্পেশ্বৰ সিংহ** (? — ১৮৮২): পিতৃ যুৱৰাজ কামেশ্বৰ সিংহ, পিতামহ পুৰন্দৰ সিংহ*। পিতৃয়ে মৃত্যুকালত চাৰিঙীয়া ৰজা পাতি গৈছিল। নিজ ৰাজ্য পুনৰ ঘূৰাই পাব লাগে বুলি মণিৰাম দেৱানে* তেওঁৰ হৈ বৃটিছ চৰকাৰৰ ওচৰত ওকালতি কৰিছিল। বৃটিছৰ বিৰুদ্ধাচৰণ কৰা বুলি

হৰনাথ পৰ্বতীয়া বৰুৱাই বৃটিছক লগোৱাত বৃটিছে বন্দী কৰি কলিকতালৈ নিয়ে যদিও কম বয়সীয়া বুলি মুক্তি দিয়ে। পিছত বৃটিছৰ পেন্সন লৈ গুৱাহাটীত বাস কৰিছিল। (২৯১)

**কমলচন্দ্ৰ বৰুৱা** (১৮৮৩ - ১৯৩৮) : জন্ম টিয়কত। পিতৃ টিয়কীয়া অধ্যাপকৰ ঘৰৰ অচ্যুতানন্দ। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুলত নাম লগাইছিল। কিন্তু তাত বিকচিনা লগাত পঢ়া এৰি মৰিয়নী চাহ বাগিছাত অফিচ সহকাৰীৰূপে সোমায়। ১৯৩৭ চনত চাকৰিৰ পৰা অৱসৰ লয়। সাহিত্যপ্ৰেমী লোক আছিল। ১৯৩১ চনত অসমৰ প্ৰথম বিশুবৰীয়া বছৰেকীয়া আলোচনী *'বৰদৈচিলা'* প্ৰতিষ্ঠা কৰে। মৃত্যুকাললৈকে ইয়াক নিয়মীয়াকৈ সম্পাদনা কৰি আছিল। মৰিয়নীত 'বস্তি সাহিত্য মন্দিৰ' স্থাপন কৰোঁতা। সমাজকৰ্মীও আছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ লাহোৰ আৰু কলিকতা অধিবেশনত যোগ দিছিল। (৪০০)

**কমল চন্দ্ৰ শৰ্মা** (? -২৮।১।১৮৯০) : কলিকতাৰ কলেজত পঢ়ি থকা অৱস্থাত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ ২য় বছৰৰ (১৮৮৯) সম্পাদক আছিল। চোকাবুদ্ধিৰ ছাত্ৰ আছিল আৰু ইংৰাজী ভাষাত ভাল বক্তৃতা দিব পাৰিছিল। ছাত্ৰাৱস্থাতে ঢুকায়। (১২৯, ১৮৩)

**কমলদেৱ গোস্বামী** (? - ১৯২২) : পিতৃ দক্ষিণপাট সত্ৰৰ গোঁসাই কেশৱদেৱ*। ১৮৯৮ চনত দত্তদেৱ গোস্বামীৰ* ইচ্ছাক্ৰমে আউনীআটী সত্ৰৰ ডেকা অধিকাৰ হয়। ১৯১৭ চনত গুৱাহাটীত থকা পালি সত্ৰ ভৰলুমুখৰ পৰা নি উত্তৰ গুৱাহাটীত পাতে। লগতে হাইস্কুল পাতিবৰ অৰ্থে পাঁচ হেজাৰ টকা উত্তৰ গুৱাহাটীয়া ৰাইজক দান দিয়ে। সেই টকাৰেই উত্তৰ গুৱাহাটীত 'কমলদেৱ ইনষ্টিটিউছন' হাইস্কুল স্থাপিত হয়। *'কৃষ্ণলীলা'* নামৰ এখন পদপুথি লিখাৰ উপৰিও কবিতাও লিখিছিল। *'যুগমিলন'* বোলা এখন নাট লিখি মঞ্চস্থ কৰি ছিল। নাট্যদল এটাৰ গঠনতো উৎসাহ দিছিল। (৯৭)

**কমল নাৰায়ণ চৌধুৰী** (২১।৯।১৯১৬-৩।৮।১৯৮৫) : জন্ম গুৱাহাটীত। পিতৃ প্ৰসন্ন নাৰায়ণ, মাতৃ হৰবালা। ১৯৩৬ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা দি উঠিযেই চাইকেলেৰে ভাৰত ভ্ৰমণ কৰে। সৰুৰে পৰা



কমল নাৰায়ণ চৌধুৰী

সংগীত আৰু অভিনয়ত ৰাপ আছিল। পিচত বিষ্ণুপ্ৰসাদ ৰাভাৰ* সান্নিধ্য তথা তেজপুৰৰ বানমঞ্চই ইয়াক গভীৰতৰ কৰি তোলে। 'গুৱাহাটী ইলেকট্ৰিক চাপ্লাই কোম্পানী'ত কিছুকাল চাকৰি কৰিছিল। ১৯৪০ চনত ডিব্ৰুগড়ৰ ৰোহিনীকুমাৰ বৰুৱাৰ দ্বাৰা প্ৰযোজিত আৰু পৰিচালিত তৃতীয় অসমীয়া কথাছবি 'মনোমতী'ৰ সংগীত পৰিচালনাৰ সুযোগ পায়। সেই চিনেমাৰ গান বাণীবদ্ধ কৰিবলৈ কলিকতালৈ যায় (উল্লেখযোগ্য গ্ৰামোফন ৰেকৰ্ড ৰূপে ওলোৱা অসমীয়া চিনেমাৰ গানৰ ভিতৰত মনোমতী প্ৰথম)। কলিকতা অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰা অসমীয় অনুষ্ঠানটোৰ বিষয়া হিচাপে তিনি বছৰমান কলিকতাতে আছিল। ১৯৪৫ চনত সেই চাকৰি এৰি 'হিজ মাষ্টাৰ্চ ভয়েচ' কোম্পানীৰ প্ৰতিনিধৰূপে অসমলৈ আহে আৰু নিজৰ আৰু

আনবো অনেক গান ৰেকৰ্ড কৰে। ১৯৪৭ চনত পঞ্চম অসমীয়া কথাছবি 'বদন বৰফুকন' পৰিচালনা কৰে। ১৯৭২ চনত ওলোৱা প্ৰথম অসমীয়া ৰঙীন ছবি 'ভাইটি'ৰ পৰিচালক আছিল। অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ ফিল্ম অফিচাৰৰূপে থকা কালত 'অসমৰ পাট আৰু মুগা শিল্প', 'দিছ ইজ শ্বিলং' আৰু 'অমৰ লক্ষ্মীনাথ' নামৰ তিনিখন ডকুমেণ্টেৰী চিনেমাও কৰিছিল। 'দি ৰিভাৰ' নামৰ এখন বিখ্যাত ইংৰাজী চিনেমাৰ নিৰ্মাণ- কাৰ্যতো জড়িত আছিল।

অভিনয়তো দক্ষ আছিল। মঞ্চত অভিনয় কৰাৰ উপৰিও 'নিমিলা অংক', 'প্ৰতিধ্বনি', 'মুকুতা', 'মৰম', 'মণিৰাম দেৱান', 'মন প্ৰজাপতি' আদি কেইবাখনো অসমীয়া চিনেমাত ভাও লৈছিল। লেখকো আছিল। শিল্প সম্পৰ্কীয় ভালেমান প্ৰবন্ধ-পাতি লিখাৰ উপৰিও *'হাঁহি কান্দোনৰ খেলা'* আৰু *'চিত্ৰ জগতৰ বিচিত্ৰ কথা'* নামৰ দুখন গ্ৰন্থৰ ৰচক। অসম সাহিত্য সভাৰ ১৯৭১ চনত বহা মাকুম অধিবেশনত সাংস্কৃতিক সভাৰ সভাপতিত্ব কৰিছিল। ১৯৭৯ চনত অসম চৰকাৰৰ পৰা শিল্পী-সাহিত্যিক পেন্সন পাইছিল। (৪৬, ৩৩১)

**কমল শৰ্মা** (১৯।১১।১৯২৬ - ২৬।১১।১৯৮৮): জন্ম গুৱাহাটীৰ উজান বজাৰত। পিতৃ হৰনাথ, মাতৃ ৰত্নেশ্বৰী। ছাত্ৰাৱস্থাতে বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দি বিষ্ণুপ্ৰসাদ ৰাভাৰ* ঘনিষ্ঠ সান্নিধ্যলৈ আহে। ১৯৪৯ চনত ছমাহ জেল খায়। পিছলৈ দল এৰে যদিও সাম্যবাদী আদৰ্শৰ পৰা চ্যুত হোৱা নাছিল। বিভিন্ন সামাজিক আৰু সাংস্কৃতিক আন্দোলনত জড়িত আছিল। শোধনাগাৰ আন্দোলন আদিত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। প্ৰগতি সংঘ, নাটশালা আদি গুৱাহাটীৰ ভালেমান সাংস্কৃতিক অনুষ্ঠানৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। সত্তৰৰ দশকৰ আগভাগত 'চিৰন্তন' নামৰ এখন আলোচনী সম্পাদনা কৰিছিল। ১৯৭৬ চনত 'নতুন বাঁহী' নামৰ এখন আলোচনী নিজেই উলিয়াইছিল। 'বিষ্ণু ৰাভা সোঁৱৰণী গৱেষণা সমিতি'ৰ সভাপতি আছিল। (৩৩২)

**কমলাকান্ত ভট্টাচাৰ্য** (১৮৫৩ - ১৪।১২।১৯৩৬): বিশ্বনাথ চাৰিআলিৰ ওচৰৰ গড়েহাগি গাৱঁত। পিতৃ বানেশ্বৰ। প্ৰথমে তেজপুৰ হাইস্কুলত, পিছত গুৱাহাটী হাইস্কুলত পঢ়ি দশম শ্ৰেণী পাওঁতেই দেউতাক ঢুকোৱাত পঢ়া এৰি তেজপুৰৰ কাছাৰীত আমোলা সোমায়। কিন্তু চাহাব বিষয়াৰ লগত কাজিয়া কৰি চাকৰি এৰে আৰু হৰিবিলাস আগৰৱালাৰ* লগত বেপাৰত লাগে। কিছু বছৰৰ পিছত



কমলাকান্ত ভট্টাচাৰ্য

সাংসাৰিক দুৰ্যোগ হোৱাত ঘৰ এৰি আবৰ, মিচিমি, চিংফৌ আদিৰ মাজত প্ৰায় বাৰ বছৰ কটায়। উভতি আহি পুনৰ হৰিবিলাসৰ লগলাগি কলিকতালৈ যায়। পিছত স্বাধীনচিতীয়াকৈ ব্যৱসায়ত ধৰে। সৰিয়হ, মৰাপাটৰ বেপাৰ, হাতীৰ কাৰবাৰ আদিত উত্তৰ লক্ষীমপুৰ, ধুবুৰী, কোচবিহাৰ, গুৱাহাটী আদি ঠাইত আছিল। শেষত গুৱাহাটীতে স্থায়ীভাবে বসতি কৰে।

গৃহত্যাগী হৈ ফুৰোতেই কবিতা লিখা আৰম্ভ কৰিছিল। কবিতাপুথি—*চিন্তানল* (১৮৯০), *চিন্তাতৰংগ* (১৯৩৩)। কবিতাৰ উপৰিও জোনাকী, বাঁহী, চেতনা আদিতে অনেক প্ৰবন্ধ লিখিছিল। তাৰ ভিতৰত বাঁহীত প্ৰকাশ পোৱা 'গুটিদিয়েক চিন্তাৰ টৌ' আৰু 'অষ্টাবক্ৰৰ আত্মজীৱনী' নামৰ প্ৰবন্ধ দুটানি বিখ্যাত।

১৯৩৪ চনত *'কঃ পন্থা'* নামৰ পুথি প্ৰকাশ পায়। ১৯২৫ চনত কলিকতাৰ পৰা ওলোৱা 'আসাম হিতৈষী' কাকতৰ এবছৰ সহযোগী সম্পাদক আছিল। ১৯২৯ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ সভাপতিত্ব কৰিছিল।

প্ৰখৰ জাতীয়তাবাদসম্পন্ন লোক আছিল। ১৯০৫-০৬ চনত ভাৰতৰ স্বদেশী আন্দোলনত যোগ দি কলিকতাত বহা কংগ্ৰেছৰ প্ৰথম অধিবেশনত উপস্থিত আছিল। অসমীয়া লোকৰ উন্নতি তেওঁৰ চিন্তাৰ অন্যতম বিষয় আছিল। ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। (১২৭, ১৬৩, ১৬৫)

**কমলানন্দ ভট্টাচাৰ্য** (২।৬।১৮৯৪-৪।১।১৯৫১): জন্ম নগাঁৱত। পিতৃ মহানন্দ। ১৯১২ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেঞ্চ আৰু ১৯১৪ চনত কটন কলেজৰ পৰা এফ. এ. পাছ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। কিন্তু ঘৰুৱা অসুবিধা হেতু বি. এ. পৰীক্ষা নিদিয়াকৈ উভতি আহি নগাওঁ চৰকাৰী হাইস্কুলৰ শিক্ষক হয়। অসহযোগ আন্দোলনত যোগ দিয়ে আৰু ১৯২২ চনত এবছৰ সশ্ৰম কাৰাবাস খাটে। জেলৰ পৰা ওলাই শিক্ষকতা, ব্যৱসায় আদি কৰাৰ লগতে প্ৰাইভেটকৈ বি.এল.পাছ কৰি নগাঁও কাছাৰীত ওকালতিত লাগে। বিয়াল্লিশৰ আন্দোলনৰ সময়ত তাত যোগ দি কিছুকাল আত্মগোপন কৰি থকাৰ পিছত ১৯৪২ চনত পুনৰ কেইমাহমান কাৰাবাস খাটে। কিছুকাল নগাঁও জিলা কংগ্ৰেছ কমিটিৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

একেৰাহে সংগীতজ্ঞ, গীতিকাৰ আৰু অভিনেতাও আছিল। চেতাৰ, বেহেলা, এচৰাজ, বাঁহী আদিৰ বাদনত দক্ষ হোৱাৰে উপৰিও ভালেমান গীত লিখি সিবোৰত সুৰ দিছিল। প্ৰকাশিত গীতৰ পুথি *'বাউলী'* (১৯২৮)। ১৯৩৫-৩৬ চনত কলিকতাত ভালেমান গীত বাণীবদ্ধ কৰিছিল আৰু কৰাইছিল। নাট্যকাৰো আছিল। উল্লেখযোগ্য নাটসমূহ হ'ল— *'মৰাণ জীয়ৰী'*, *'নগাকোঁৱৰ'*, *'চিত্ৰাংগদা'*, *'খৰিভাৰীৰ ৰাজ্যলাভ'*, *'অৱদান'*, *'সৈৰিন্ধ্ৰী'* আৰু *'সাবিত্ৰী'*। (৬,২০,৩৩৯ খ)

**কমলা চাৰিঙীয়া ফুকন** (১৯ শতিকা): ১৮৫৭ চনৰ বৃটিছ খেদা আন্দোলনত মণিৰাম দেৱানৰ* লগত সংযোগ ৰাখিছিল আৰু কন্দৰ্পেশ্বৰ সিংহৰ* গোপন মেলত যোগ দিছিল। ফলত চৈধ্য বছৰৰ বাবে কলীয়া-পানীলৈ নিৰ্বাসিত হয়। (১৮৪)

**কমলাপ্ৰসাদ আগৰৱালা** (৪।৮।১৯০৭ - ২৫।২।১৯৮০): জন্ম তেজপুৰত। পিতৃ পৰমানন্দ*, মাতৃ কিৰণময়ী। কটন কলেজৰ পৰা বি. এ. পাছ কৰি তেজপুৰ একাডেমীত কিছুকাল শিক্ষকতা কৰে। পিছত কলিকতাৰ পৰা বি. এল. উপাধি লৈ কিছুকাল ওকালতিত লাগে। শেষত দেউতাকৰ ভোলাগুৰি বাগিছা চলাবলৈ লয়। ১৯৪০ চনত অসম ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হৈ ১৯৪৭ চনলৈকে সেই পদত থাকে। ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে জয়লাভ কৰি ১৯৬৭ চনলৈকে বিধান সভাৰ সদস্য পদত আছিল। ১৯৭১-৭৭ কালছোৱা লোকসভাৰ সদস্যৰূপে থাকে। সুদীৰ্ঘকাল ধৰি (১৯৪৮-৬০) তেজপুৰ পৌৰসভাৰ সভাপতিত্বৰ পদ ভোগ কৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ* ভাযেক। (৪৩ক)

**কমলা ৰয়** (১৯১৪-১৬।১।১৯৮০): পিতৃ ঘনকান্ত গোস্বামী। কলিকতাৰ বেথুন স্কুলৰ পৰা প্ৰৱেশিকা আৰু বেথুন কলেজৰ পৰা আই. এছ-ছি. পাছ কৰি ফিলিপাইনলৈ যায় আৰু তাৰ মেনিলা বিশ্ববিদ্যালয়ৰ পৰা বি. এছ-ছি

পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত ফ্ৰান্সলৈ গৈ পেৰিচ বিশ্ববিদ্যালয়ৰ পৰা উদ্ভিদ বিজ্ঞানত ডি. এচ. ছি. উপাধি লাভ কৰে। ভাৰতলৈ উভতি আহি কলিকতাৰ উইমেন্চ কলেজত কিছুকাল অধ্যাপনা কৰিছিল। ১৯৬৯ চনত কটন কলেজৰ অধ্যক্ষাৰ পদ পায়। সেই বছৰতে অৱসৰ লয়। অসমৰ আগশাৰীৰ মহিলা বিজ্ঞানী। (৩৪১)

**কমলালয়া কাকতি** (১৮৯৪ - ২৪।৬।১৯৪৬): জন্ম শিৱসাগৰত। পিতৃ কালীপ্ৰসাদ চলিহা*, মাতৃ নিকুঞ্জলতা*। ডিব্ৰুগড়ৰ কমলা কাকতিৰ সৈতে বিয়া হৈছিল। কিন্তু স্বামীয়ে দ্বিতীয়বাৰৰ বাবে বিয়া কৰোৱাৰ প্ৰস্তুতি চলোৱাত একমাত্ৰ পুত্ৰক লৈ পিতৃগৃহলৈ উভতি আহে। শিৱসাগৰৰ বিভিন্ন সামাজিক কাৰ্যৰ স'তে যুক্ত আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা লৈছিল। মাক নিকুঞ্জলতা আৰু বৌয়েক কনকলতাৰ* স'তে লগলাগি শিৱসাগৰত *'শিপিনী ভাণ্ডাৰ'* খুলিছিল। ১৯২৮ চনত বৌয়েকৰ সতে লগলাগি যুটীয়াকৈ অসমৰ প্ৰথম মহিলা আলোচনী *'ঘৰ জেউতি'* সম্পাদনা কৰে। ভালেমান বছৰ ধৰি আলোচনীখন চলি আছিল। ইয়াত ভালেমান প্ৰৱন্ধ-পাতিও লিখিছিল। (২৬১)

**কমলা লুইং** (? — ১৯৪৩) : গোলাঘাট অঞ্চলৰ মিচিং সম্প্ৰদায়ৰ মানুহ। 'কমলা মিৰি' নামেৰেই সচৰাচৰ জনাজাত। অক্লান্ত কংগ্ৰেছ কৰ্মী আছিল। ১৯৩৭ চনত গোলাঘাট জিলা কংগ্ৰেছৰ শান্তি বাহিনীৰ অধিনায়ক হৈছিল। বিয়াল্লিশৰ আন্দোলনত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি যোৰহাট জেলত আঠমাহ ৰাখে। জেলতে অসুস্থ হৈ পৰে। আন্দোলনৰ পৰা বিৰত থাকিম বুলি লিখি দিলে মুক্তি দিবলৈ ইংৰাজ চৰকাৰ ৰাজী হৈছিল; কিন্তু সন্মত নহ'ল। যোৰহাট জেলতে মৃত্যু হয়। (১০৬)

**কমলেশ্বৰ চলিহা** (২৯।১০।১৯০৪- ) : জন্ম ডিব্ৰুগড়ত। পিতৃ খৰ্গেশ্বৰ। নগাঁও আৰু যোৰহাটৰ হাইস্কুলত পঢ়ি ১৯২২ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটত গড়কাপ্তানী বিভাগৰ অফিচ সহকাৰীৰূপে চাকৰি জীৱন আৰম্ভ কৰে। ১৯২৬ চনত যোৰহাটৰ স্কুল পৰিদৰ্শকৰ অফিচৰ সহকাৰী হয়। ১৯৪৭ চনত গুৱাহাটীলৈ বদলি হয়। ১৯৬১ চনত অসম প্ৰকাশন পৰিষদত সহকাৰীৰূপে যোগদান কৰে। ১৯৬৪* চনৰ পৰা গান্ধীনগৰত কাম কৰিছিল। কেইবাখনো কবিতা আৰু শিশু জীৱনী পুথিৰ ৰচয়িতা। প্ৰধান পুথিসমূহ হ'ল— *সংসাৰী* (১৯২২), *মুকুলিত ধূলি* (১৯২৮), *ল'ৰাৰ শংকৰদেৱ* (১৯৩১), *বিশ্বৰ'পিক বেজৱৰুৱা* (১৯৩৯), *দীনবন্ধু এণ্ড্ৰুজ* (১৯৪০), *মাৰ্শাল ষ্টেলিন* (১৯৫৬), *বিশ্বকবি ৰবীন্দ্ৰনাথ* (১৯৫৭)। যোৰহাট গীতাৰ্থী সমাজৰ অন্যতম প্ৰতিষ্ঠাতা। (৩০৬, ৩৬৬)

**কমলেশ্বৰ মহন্ত** (১৯০১ ২৯।১১।১৯৮৯): জন্ম গোলাঘাটৰ মিছামৰা মৌজাৰ বাৰেংৰীয়া গাঁৱত। পিতৃ দুৰ্গেশ্বৰ, মাতৃ তিলকা। কাঠাবাপু সত্ৰৰ অধিকাৰ আছিল। ১৯২১ চনৰ পৰা ভাৰতৰ স্বাধীনতা যুঁজত সক্ৰিয় অংশ গ্ৰহণ কৰি ১৯৩২ চনত ছমাহ কাৰাদণ্ড ভোগে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত পুনৰ ছমাহ কাৰাবাস খাটে। ১৯৬১ চনত গোলাঘাট অঞ্চলৰ বিভিন্ন সামাজিক কামত আগভাগ লৈছিল। 'দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়'ৰ অন্যতম প্ৰতিষ্ঠাপক। (৩৮৬)

**কমলেশ্বৰ সিংহ** (? — ১৮১০) : পিতৃ লেচাই নামৰূপীয়া গোহাঁইৰ* পুত্ৰ কদম দীঘলা। পূৰ্বৰ নাম কিনাৰাম। ককায়েক গৌৰীনাথ সিংহৰ* মৃত্যুত পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ* চেষ্টাত ১৭৯৫ চনত আহোম ৰাজপাটত উঠে। এওঁৰ দিনত পূৰ্ণানন্দ বুঢ়াগোঁহায়েই ৰাজ্যৰ সৰ্বেসৰ্বা হৈ আছিল। কলীয়া ভোমোৰা বৰফুকনে* হৰদত্ত চৌধুৰীৰ* নেতৃত্বত হোৱা 'দন্দুৱা দ্ৰোহ'

দমন কৰিছিল এওঁৰ দিনতে। পোন্ধৰ বছৰ ৰাজত্ব কৰাৰ পিছত বসন্ত ৰোগত মৃত্যু হয়। (৪১,৬৮,২৭২)

**কৰুণাভিৰাম বৰুৱা** (২।৬।১৮৭৪ - ১২।৭।১৮৯৩): জন্ম নগাঁৱত। গুণাভিৰাম বৰুৱা* আৰু বিষ্ণুপ্ৰিয়া দেৱীৰ* বৰপুত্ৰ। *'লৰা বন্ধু'* নামৰ শিশু আলোচনীৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল (১৮৮৮)। ছাত্ৰাৱস্থাতে ঢুকায়। (৬৭, ১১৭)

**কলাই কোচ** ( ।৯।১৯১৭ - ২৬।৮।১৯৪২): জন্ম নগাঁও জিলাৰ শেনচোৱাত। বিয়াল্লিচৰ আন্দোলনৰ কালত বেবেজীয়াত পুলিচে কৰা অত্যাচাৰৰ খবৰ কৰিবলৈ যাওঁতে পুলিচৰ গুলিত শ্বহীদ হয়। (৪৩ক)

**কলাপচন্দ্ৰ** (১৬-১৭ শতিকা) : শংকৰদেৱৰ* কায়স্থ ভক্ত। নৰনাৰায়ণ* ৰজা পৃষ্ঠপোষকতাত ৪ৰ্থ স্কন্ধ ভাগৱতৰ অৰ্ন্তগত *'সতীৰ চৰিত্ৰ'* আৰু *'পৃথুৰ চৰিত্ৰ'*ৰ ভাঙনি কৰোঁতা। (২০০, ২৬৬)

**কলাপচন্দ্ৰ দ্বিজ** (১৬-১৭ শতিকা) : পিতৃ শ্ৰীৰাম সৰস্বতী (এওঁ সম্ভৱতঃ মহাভাৰতৰ কবি ৰাম সৰস্বতী* নহয়)। *'ৰাধা বিজয়'* বা *'ৰাধা চৰিত্ৰ'* পুথিৰ ৰচক। (২০০, ২৬৬)

**কলিবৰ বৰুৱা** (১৭ শতিকা) : কনৌজৰ ব্ৰাহ্মণ আছিল। ভাৰতৰ বিভিন্ন তীৰ্থ পৰ্যটন কৰি কামাখ্যা, হয়গ্ৰীৱ মাধৱ আদি দৰ্শনৰ উদ্দেশ্যে অসমলৈ আহে। আয়ুৰ্বেদ শাস্ত্ৰত তেওঁৰ নৈপুণ্যৰ কথা গম পাই জয়ধ্বজ সিংহই* তেওঁক ৰজাঘৰীয়া বেজসকলৰ মুখ্য বেজবৰুৱা পাতে আৰু উত্তৰ লক্ষীমপুৰত তেওঁক এহেজাৰ পুৰা নিষ্কৰ মাটি দান কৰে। হেমচন্দ্ৰ বৰুৱা (১)* আৰু লক্ষীনাথ বেজবৰুৱাৰ* আদি পুৰুষ। (২২১, ২৫০)

**কলীয়া গোহাঁই** (১৭ শতিকা) : আচল নাম লাঙিচাং গোহাঁই। থামুন ৰাজমন্ত্ৰী ফুকনৰ* বৰজীয়াৰী জয়ধ্বজ সিংহৰ* পৰ্বতীয়া কুৱঁৰীৰ আগৰ বিয়াৰ ফলত হোৱা সন্তান। জয়ধ্বজে তোলনীয়া পো কৰি লৈছিল। জয়ধ্বজৰ মৃত্যুৰ পিছত মাক আৰু মাহীয়েক কুসুমীয়ে কলীয়াক ৰজা পাতি যাবলৈ অনুৰোধ কৰিছিল। কিন্তু স্বৰ্গদেৱে সেই অনুৰোধ নাৰাখিলে। পিছত চক্ৰধ্বজ সিংহ* ৰজা হ'লত চক্ৰান্তৰ অপৰাধত মাক, মাহীয়েক আদিৰ লগতে কলীয়াকো চক্ৰধ্বজে হত্যা কৰে। (২৯০)

**কলীয়া ভোমোৰা বৰফুকন** (? -।১১।১৮১০): প্ৰকৃত নাম গেন্ধেলা। আহোম ৰজাৰ ৰাজখোৱা আছিল আৰু মোৱামৰীয়াৰ বিৰুদ্ধে সাহসেৰে যুঁজ দিছিল। ১৭৯৫ চনত কমলেশ্বৰ সিংহ* ৰাজপাটত উঠাৰ সময়ত ভেৰোনীয়া হিন্দুস্থানী চিপাহীক দিবলগীয়া ধন দিবলৈ গাত লোৱাত বদন বৰফুকনৰ* পিছত বৰফুকন পদ পায়। হৰদত্তৰ* নেতৃত্বত হোৱা দুন্দীয়াদ্ৰোহ কঠোৰ হস্তে দমন কৰিছিল আৰু বৰকন্দাজ সকলক কামৰূপৰ পৰা খেদোৱাত বীৰত্ব দেখুৱাইছিল। ইয়াৰ বাবে কমলেশ্বৰ সিংহই ১৮০০ চনত 'প্ৰতাপ বল্লভ' উপাধি দিয়ে আৰু হৰদত্তৰ মাটি-সম্পত্তি তেওঁক দান কৰে। কিন্তু যুদ্ধক্ষেত্ৰত ক্ষিপ্ৰ গতিৰ বাবে 'কলীয়া ভোমোৰা' নামেৰেহে অধিক জনাজাত আছিল। মোৱামৰীয়াসকলক দমনৰ অৰ্থে ইংৰাজৰ সাহায্য লবলৈ অনুৰোধ কৰি পূৰ্ণানন্দ বুঢ়াগোঁহাই*লৈ এবাৰ পত্ৰ লিখিছিল। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ কলিয়াবৰত দলঙেৰে সংযোগ কৰিবলৈ চেষ্টা চলাইছিল আৰু এই উদ্দেশ্যেৰে শিলৰ খুটা আদিও পেলাইছিল। (৬৮, ২৯১)

**কল্যাণ বৰ্মন** (?— ৪৪৪) : পিতৃ বলবৰ্মন(১)*, মাতৃ ৰত্নাৱতী। প্ৰাচীন কামৰূপৰ ৰজা আছিল। এওঁৰ প্ৰায় ২৫ বছৰীয়া ৰাজত্বকালতে কামৰূপ ৰাজ্যৰ পূবলৈ বিস্তাৰ ঘটে। (৪৪,১৫৮,২৯৮)

**কৱিচন্দ্ৰ দ্বিজ** (১৮ শতিকা): শিৱসিংহ* স্বৰ্গদেউৰ সভাকবি আছিল। শিৱসিংহ, ৰাণী অম্বিকাদেৱী* আৰু তেওঁলোকৰ পুত্ৰ উগ্ৰসিংহৰ * নিৰ্দেশত ধৰ্মপুৰাণ ভাঙনি কৰে ১৭৩৫ চনত। *'কামকুমাৰ হৰণ'* নামে এখন সংস্কৃত নাটকো ৰচনা কৰিছিল উষা-অনিৰুদ্ধৰ কাহিনীক বিষয়বস্তু হিচাপে লৈ। নাটখনৰ মাজে মাজে অসমীয়া গীত সন্নিবিষ্ট কৰিছিল। (২০০, ২৬৬)

**কৱিৰত্ন দ্বিজ** (আ. ১৬ শতিকা): গণিতৰ প্ৰসিদ্ধ সংস্কৃত পুথি *'লীলাৱতী'*ৰ অসমীয়া অনুবাদক। (২০০, ২০৫, ২৬৬)

**কৱিৰত্ন সৰস্বতী** (আ. ১৫ শতিকা): পিতৃ কায়স্থ কুলৰ চক্ৰপাণি শিকদাৰ। চক্ৰপাণিয়ে বৰপেটা অঞ্চলৰ 'ছোটশিলা' নামে গাৱঁত বাস কৰিছিল আৰু ৰজা দুৰ্লভ নাৰায়ণৰ* প্ৰিয়পাত্ৰ আছিল। কৱিৰত্ন দুৰ্লভ নাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ* সমসাময়িক। কবিয়ে মহাভাৰতৰ দ্ৰোণপৰ্বৰ *'জয়দ্ৰথ বধ'* অনুপৰ্বৰ ভাঙনি কৰিছিল। মাধবদেৱৰ* ভাগিনীয়েক ৰামচৰণ ঠাকুৰ* কৱিৰত্নৰে বংশধৰ। (৮৬, ২০০, ২০৭, ২৬৬)

**কৱিৰাজ চক্ৰৱৰ্তী** (১) (১৭-১৮ শতিকা): পিতৃ ৰামানন্দ। মাতৃ গোবিন্দপ্ৰিয়া। জয়ধ্বজ সিংহ* স্বৰ্গদেৱে ৰামানন্দক 'সৰস্বতী' উপাধিৰে বিভূষিত কৰিছিল। প্ৰকৃত নাম ৰাম নাৰায়ণ। কৱিৰাজ উপাধি কোনে দিলে জনা নাযায়। ৰুদ্ৰসিংহ*, শিৱসিংহ* আৰু ফুলেশ্বৰীৰ* আমোলৰ সভাকবি আছিল। ৰুদ্ৰসিংহক পঢ়ুৱাই পণ্ডিত কৰিছিল। ৰুদ্ৰসিংহৰ নিৰ্দেশত *'গীতগোবিন্দ'*ৰ পদ ভাঙনি কৰে। শিৱসিংহ আৰু ফুলেশ্বৰীৰ আজ্ঞা অনুসৰি ভাঙনি কৰে মহাভাৰতৰ আদি পৰ্বৰ পৰা *'দুষ্মন্ত চৰিত্ৰমালা'* বা *'শকুন্তলা কাব্য'* আৰু 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ'ৰ প্ৰকৃতি খণ্ডৰ *'শংখচূড় বধ'* (১৭২৬ চন)। আহোম যুগৰ শ্ৰেষ্ঠ কবি বুলিব পাৰি। (১২০, ২৬৬)

**কৱিৰাজ চক্ৰৱৰ্তী**(২) (১৭ শতিকা): পিতৃ ডাক সৰস্বতী। ১৬৪৬ চনত *'দিনকিৰণাৱলী'* নাম দি জ্যোতিষৰ এখন পুথি লিখিছিল। *'ভাস্বতী শাস্ত্ৰৰ কথা'* নাম দি সংস্কৃতত লিখা জ্যোতিষ পুথি 'ভাস্বতী'ৰ অসমীয়া অনুবাদ এটাও কৰিছিল। (২০০, ২৬৬)

**কৱিৰাজ সূৰ্যবিপ্ৰ** (? ১৭ শতিকা): দৰং ৰাজ্যৰ চপৰাৰ মানুহ। ভিক্ষাবৃত্তিৰে জীৱন নিবাহ কৰিছিল। *'শিয়ালী বৈষ্ণৱৰ চৰিত'* নামে এখন পদপুথিৰ ৰচক। (২০০, ২১৮)

**কৱিশেখৰ পাত্ৰ** (১৭ শতিকা): পিতৃ কবীন্দ্ৰ পাত্ৰ *। পিতাকৰ পিছত জাহাঙ্গীৰৰ পৰা কোচহাজোৰ কাননগো পদ পায়। বাদচাহে তেওঁক ৰজা উপাধি দিছিল আৰু অজস্ৰ ভূসম্পত্তি দান কৰিছিল। প্ৰাণনাৰায়ণৰ* সভাপণ্ডিত আছিল। ধীৰনাৰায়ণৰ* দিনত প্ৰতাপশালী হৈ উঠিছিল। ৰঙামাটি তেওঁৰ 'ৰাজ্য'ৰ ৰাজধানী আছিল। (২৯৯)

**কৱিশেখৰ ভট্টাচাৰ্য** (১৮ শতিকা): চাৰু সিংহ* আৰু প্ৰেমদাসুন্দৰীৰ আজ্ঞাক্ৰমে *'হৰি বংশৰ পদ'* অনুবাদ কৰে। অনুবাদটিত নিজা কল্পনাও সংমিশ্ৰিত হৈছে। (২০০, ২০৭, ২৬৬)

**কবীন্দ্ৰ পাত্ৰ** (?- ১৬২৮): অসমৰ পশ্চিম অঞ্চলৰ লোক। ৰজা বিশ্বসিংহৰ* দ্বাৰ পণ্ডিত আৰু মন্ত্ৰী আছিল। আন নাম বাণীনাথ। পিতামহ নৰহৰি আৰু বিশ্বসিংহৰ গুৰু সাৰ্বভৌম ভট্টাচাৰ্যৰ পৰা শিক্ষা লোৱাৰ পিছত 'কবীন্দ্ৰ' নাম পায়। নৰনাৰায়ণ* আৰু চিলাৰায়ৰ* লগত কাশীত সংস্কৃত অধ্যয়ন কৰিছিল, যুদ্ধবিদ্যাও শিকিছিল। নৰনাৰায়ণে তেওঁক প্ৰধানমন্ত্ৰী পাতিছিল। চিলাৰায়ৰ বহুতো যুদ্ধাভিযানৰ সহযোগী আছিল। নৰনাৰায়ণৰ মৃত্যুৰ

পিছত তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণে* তেওঁক মন্ত্ৰী ভাঙে। তেতিয়া চিলাৰায় পুত্ৰ ৰঘুদেৱে* তেওঁক কোচ হাজোলৈ মাতি নি তেওঁৰ ৰাজ্যৰ প্ৰধানমন্ত্ৰী পাতে। ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিত নাৰায়ণক* মোগলে ধৰি নিয়াত তেওঁৰ বাতৰি লবৰ বাবে আগ্ৰালৈ গৈছিল; কিন্তু ইতিমধ্যে পৰীক্ষিতৰ মৃত্যু হয় আৰু মোগল বাদচাহে তেওঁক বিস্তৰ ভূসম্পত্তি দি এজন নবাবৰ অধীনত কাননগো বা প্ৰাদেশিক শাসনকৰ্তা পাতে। (২৯৯)

**কৰীন্দ্ৰৰাম দাস** (১৯০৭-৩০।১০।১৯৮৯): জন্ম শুৱালকুছিত। পিতৃ শান্তৰাম। কটন কলেজৰ পৰা বি. এ. আৰু আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধি লৈ গুৱাহাটীত ওকালতি কৰিছিল। শুৱালকুছি হাইস্কুলৰ অন্যতম প্ৰতিষ্ঠাতা। 'গুৱাহাটী বেংক', 'অসম কো-অপাৰেটিভ বেংক', 'কো-অপাৰেটিভ আৰ্বান বেংক' আদিৰ অন্যতম গুৰিয়াল আছিল। (৪০০)

**কান্দুৰা ৰবিন স্মিথ** (১৯ শতিকা): জন্ম সম্ভৱতঃ নগাঁৱত। দেউতাক কণা ভিক্ষাৰী আছিল। নগাঁৱত থকা শ্ৰীমতী ষ্টোডাৰ্ড নামে এগৰাকী খৃষ্টান মহিলাৰ উদ্যোগত নগাঁৱৰ অৰ্ফেন স্কুলত ভৰ্তি হয় ১৮৪৮ চনত। ইয়াতে মাইল্‌চ ব্ৰনচনৰ* তত্ত্বাৱধানত ইংৰাজী আৰু অসমীয়া ভাষাৰ লগতে খৃষ্টান ধৰ্মৰো শিক্ষা লয়। ১৮৫০ চনত খৃষ্টান ধৰ্ম গ্ৰহণ কৰে আৰু ৰবিন স্মিথ নাম লয়। ১৮৫৭ চনত দেৰশ টকীয়া চৰকাৰী চাকৰি লৈ গুৱাহাটীলৈ যায়। কিন্তু ব্ৰনচনৰ অনুৰোধত সেই চাকৰি এৰি মাহে মাত্ৰ ডেৰ কুৰি টকাত অসমত খৃষ্টান ধৰ্ম প্ৰচাৰত লাগে। ১৮৮৭ চনত গুৱাহাটী বেপ্টিষ্ট মিছনেৰী গীৰ্জাৰ এগৰাকী মুখ্য সংগঠক আছিল। অসমীয়াত কেইবাটাও স্তুতি গীত লিখিছিল। (১৭৩ক, ২১১, ৩৪৫)

**কামাখ্যানাথ ঠাকুৰ** (১০।৬।১৮৯৬ - ১৯৭৮): গুৱাহাটীৰ মানুহ। শ্বিলং চৰকাৰী হাইস্কুলত স্কুলীয়া শিক্ষা লাভ কৰি কটন কলেজত নাম লগায়। ১৯২০ চনত বি. এ. উপাধি লাভ কৰি ডিব্ৰুগড চৰকাৰী হাইস্কুলত সহকাৰী স্কাউট শিক্ষকৰূপে চাকৰি জীৱন আৰম্ভ কৰে। ১৯২৪ চনত গুৱাহাটীৰ কলেজিয়েট স্কুললৈ বদলি হয়। ১৯ বছৰ শিক্ষকতা কৰাৰ পিছত অসমৰ প্ৰথম 'মাছ লিটাৰেৰী অফিচাৰ' ৰূপে প্ৰাপ্তবয়স্কসকলৰ মাজত শিক্ষা প্ৰচাৰত ব্ৰতী হয়। এই পদত দহ বছৰ থকাৰ পিচত ১৯৪৯ চনত সহকাৰী স্কুল পৰিদৰ্শকৰ পদ লাভ কৰে। ১৯৫২ চনত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত আছাম ট্ৰিবিউন গোষ্ঠীৰ 'সাহিত্য প্ৰকাশ' নামৰ প্ৰকাশন বিভাগটোৰ মেনেজাৰৰূপে ছবছৰ আছিল।

অসমত স্কাউট আন্দোলনৰ অন্যতম প্ৰবৰ্তক। সহকাৰী স্কাউট শিক্ষকৰূপে জীৱন আৰম্ভ কৰি ১৯৪৬ চনত অসমৰ স্কাউটিং ডেপুটি কেম্প লিডাৰ আৰু ভাটী বয়সত স্কাউট প্ৰশিক্ষণৰ অসম শাখাৰ কমিচনাৰ হৈছিলগৈ। চীনা আক্ৰমণৰ সময়ত কামৰূপ জিলা হোমগাৰ্ড সেৱাদলৰ তত্ত্বাৱধায়ক নিৰ্বাচিত হৈছিল। স্কাউটিং আন্দোলনলৈ অৰিহণাৰ স্বীকৃতিস্বৰূপে 'কৰনেছন মেডেল' (১৯৩৭), চিলভাৰ এলিফেন্ট (১৯৭৩), স্পেচিয়েল লং চাৰ্ভিচ মেডেল (১৯৭৬) আদি ভালেমান পদক আৰু সন্মান লাভ কৰিছিল।

একেৰাহে খেলুৱৈ, গায়ক, অভিনেতা আৰু লেখকো আছিল। ফুটবল, হকী, ক্ৰিকেট, তিনিও বিধ খেলতে দক্ষতা দেখুৱাইছিল। গুৱাহাটীৰ মহাৰাণা ক্লাবৰ অন্যতম প্ৰতিষ্ঠাতা অনিমেষ গাংগুলীৰ* আৱিষ্কাৰক। গুৱাহাটীৰ ভাস্কৰ নাট্য মন্দিৰৰ সক্ৰিয় সভ্য আছিল। ইয়াত অনুষ্ঠিত ভালেমান নাটকত অভিনয় কৰিছিল। *'বেউলা'* আৰু *'বীণাপাণি'* নামৰ দুখন নাটৰ ৰচক। অন্যান্য প্ৰকাশিত গ্ৰন্থাৱলী হ'ল *'মণিকাইৰ চোতালৰ মেল'*, *'ভকতৰ ভগবান'*, *'স্কাউটিং

*প্ৰশিক্ষণ'* আৰু *'খেল ধেমালি'*। (৩৪৩ক)

**কামাখ্যা প্ৰসাদ ত্ৰিপাঠী** ( ? - ১৯৮৩): বিশ্বনাথ চাৰিআলিৰ মানুহ। পিতৃ বলভদ্ৰ প্ৰসাদ। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কটন কলেজৰ পৰা বি. এ. আৰু আৰ্ল ল কলেজৰ পৰা বি. এল. পৰীক্ষা পাছ কৰি তেজপুৰত ওকালতি আৰম্ভ কৰে, লগে লগে স্বাধীনতা আন্দোলনতো যোগ দিয়ে। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত দুবছৰ কাৰাদণ্ড ভোগে। ১৯৪৬ চনত তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি হয়। ১৯৪৮ চনৰ পৰা ভালেমান বছৰ সৰ্বভাৰতীয় কংগ্ৰেছ কমিটিৰ কাৰ্যনিৰ্বাহকৰ সদস্য আছিল। সেই চনতে ভাৰতৰ ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ অসম শাখাৰ সভাপতি, ১৯৫০ চনত মূল কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈছিল। ভাৰতৰ প্ৰতিনিধি হিচাপে আন্তৰ্জাতিক বনুৱা সন্থাৰ বিভিন্ন অধিবেশনত যোগ দিছিল। ১৯৫৮ চনৰ পৰা ১৯৭২ চনলৈকে অসম বিধান সভাৰ সদস্য আছিল। চলিহা* মন্ত্ৰীসভাৰ সদস্য আছিল। ১৯৭৭ চনত জনতা দলৰ প্ৰাৰ্থীৰূপে নিৰ্বাচনত থিয় হৈ পৰাজয় বৰণ কৰে আৰু পুনৰ কংগ্ৰেছত যোগ দিয়ে।(৪৩,৩২৫)

**কামাখ্যাৰাম বৰুৱা** (১৭।৮।১৮৮৩ - ২৮।১১।১৯৬৫): জন্ম গুৱাহাটীৰ ভৰলুমুখত। পিতৃ কালিৰাম*, মাতৃ হৰিপ্ৰিয়া। পিতৃয়ে ঘৰতে পাতি দিয়া টোলত ধীৰেশ্বৰাচাৰ্যৰ* অধীনত সংস্কৃত পঢ়িছিল। ১৮৯৩ চনত গুৱাহাটীৰ সংস্কৃত টোলত নাম লগায়। ১৯০৪ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা এফ.এ., কলিকতাৰ মেট্ৰ'পলিটান কলেজৰ পৰা বি. এ. পাছ কৰি আইন পঢ়িবলৈ লয়। আইনৰ শেষ পৰীক্ষা নৌ দিওঁতেই কলেজিয়েট স্কুল আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলত কিছুদিন শিক্ষকতা কৰে। ১৯১১ চনত বি.এল. উপাধি লৈ গুৱাহাটীত ওকালতি ব্যৱসায়ত লাগে। ১৯৩৭ চনত অসম উপত্যকাৰ অতিৰিক্ত উপন্যায়াধীশ হয়। ১৯৪৫ চনত মণিপুৰৰ মুখ্য ন্যায়ালয়ৰ ন্যায়াধীশ পদ পায়। ব্যৱসায়ো কৰিছিল। ১৯২২ চনত কমলাকান্ত ভট্টাচাৰ্যৰ* সৈতে সৰিয়হৰ বেপাৰত লাগিছিল। দুখনকৈ চাহ বাগিচা খুলিছিল। কলিকতাত এটি ৰাসায়নিক উদ্যোগ খোলাতো আগভাগ লৈছিল। শেষ জীৱনত



কামাখ্যাৰাম বৰুৱা

সোণাপুৰত এটি গো-পালনকেন্দ্ৰ প্ৰতিষ্ঠা কৰিছিল।

সামাজিক আৰু ৰাজনৈতিক কৰ্মী আছিল। আচাম এচোচিয়েছনৰ লগত জড়িত আছিল। ১৯২১ চনত ওকালতি সাময়িকভাৱে ত্যাগ কৰি অসহযোগ আন্দোলনত লাগিছিল। ১৯২৩ চনত স্বৰাজ্য দলত যোগ দিয়ে আৰু উত্তৰ কামৰূপ সমষ্টিৰ পৰা জয়ী হৈ ব্যৱস্থাপক সভাৰ সদস্য হয়। ১৯৫২ চনত কৃষক মজদুৰ প্ৰজা দলৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচনত লাগিছিল, কিন্তু পৰাজয় বৰণ কৰে। ১৯২৮ চনত কোকৰাঝাৰত বহা কছাৰী সন্মিলনৰ, ১৯৩৫ চনত গুৱাহাটীত বহা আচাম এচোচিয়েছনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। গুৱাহাটীৰ কালীৰাম বৰুৱা ছোৱালী হাইস্কুল আৰু হৰিপ্ৰিয়া বিদ্যাপীঠৰ প্ৰতিষ্ঠাতা। অসমত সংস্কৃত ভাষা প্ৰচলনত অৰিহণা আছে। (৯৮, ২৬৬, ২৭০)

**কামিনী কুমাৰ চন্দ** (১৮৬২ - ১৯৩৬): শিলচৰৰ লোক। আইনৰ পৰীক্ষা পাছ কৰি ওকালতি কৰিছিল। ১৮৮৬ চনত কলিকতাত বহা ভাৰতৰ জাতীয় কংগ্ৰেছৰ ২য় অধিবেশনত অসমৰ প্ৰতিনিধিৰূপে যোগ দিছিল। ১৯০৫ চনত বৃটিছ চৰকাৰে বংগদেশ দুভাগ কৰি পূৰ্ববংগক অসমৰ লগত চামিল কৰিব খোজাত তাৰ বিৰুদ্ধে যি আন্দোলন চলিছিল, তাত শিলচৰ অঞ্চলৰ নেতৃত্ব দিছিল। ১৯০৬ চনত সহকৰ্মী সকলৰ সহযোগিতাত 'সুৰমা ভেলি এছোচিয়েচেন' খুলি তাৰ সভাপতি হয়। ১৯১৮ চনত চিলেট জিলাক বংগদেশৰ লগত চামিল কৰাৰ পক্ষে চেষ্টা কৰি 'চিলেট বেংগল ৰিইউনিয়ন লীগ' স্থাপন কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল। ১৯২১ চনত ওকালতি বৰ্জন কৰি শিলচৰবাসী ৰাইজৰ মাজত অসহযোগ আন্দোলনৰ বাণী প্ৰচাৰ কৰিছিল। (৩৯)

**কামেশ্বৰ দাস** (১৮৯২ - ১।৯।১৯৬৬): জন্ম বজালীৰ বামাখাটা গাৱঁত। পিতৃ ৰানেশ্বৰ, মাতৃ ৰতিপ্ৰিয়া। গাৱঁতে গৰু-ম'হ চৰাই থাকোঁতে বজালীৰ সন্তৰাম চৌধুৰীয়ে* পাই এঘাৰ বছৰ বয়সত স্কুলত নাম লগাই দিয়ায়। প্ৰাথমিক, এম.ভি, এম.ই— সকলো পৰীক্ষাতে বৃত্তি ধৰি বৰপেটা চৰকাৰী হাইস্কুলত ভৰ্তি হয় আৰু ১৯১১ চনত অসম উপত্যকাত দ্বিতীয় হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯১৩ চনত কটন কলেজৰ পৰা আই. এছ. চি. আৰু ১৯১৫ চনত মুৰাৰীচাঁদ কলেজৰ পৰা গণিতত প্ৰথম শ্ৰেণীৰ ২য় লৈ বি.এছ.চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা গণিতত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এছ.চি উপাধি লয়। এবছৰমান পিছত বি.এল.পৰীক্ষাও পাছ কৰে। কলিকতাতে কিছুদিন বেংকৰ চাকৰি আৰু মটৰৰ ব্যৱসায় কৰি অৱশেষত বৰপেটালৈ আহি ওকালতিত যোগ দিয়ে। ৰাজনৈতিক কৰ্মী, সমাজকৰ্মী আৰু শিক্ষাবিদ আছিল। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি কেইমাহমান আৰু ১৯২৯ চনত চাইমন কমিছনৰ বিৰুদ্ধে আন্দোলন কৰি দুবছৰ জেল খাটিছিল। ১৯২৬ আৰু ১৯২৯ চনত দুবাৰো ব্যৱস্থাপক সভাৰ সভ্য হৈছিল। ১৯৩০ চনত কংগ্ৰেছৰ নিৰ্দেশত এই পদ এৰে। ১৯৩০-৩৫ কালছোৱা বৰপেটা লোকেল বৰ্ডৰ চেয়াৰমেন আছিল। ১৯৩৭ চনৰ পৰা একেৰাহে দহ বছৰকাল অসম বিধান সভাত বজালী অঞ্চলৰ প্ৰতিনিধিত্ব কৰিছিল। বিয়াল্লিশৰ গণ আন্দোলনত সক্ৰিয় ভূমিকা লৈছিল। বজালী হাইস্কুল, নলবাৰী হাইস্কুল আদি স্থাপনৰ গুৰিত আছিল। বৰপেটা এম.চি. কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ। ১৯৫৫ চনত বজালীত কলেজ খুলি তাৰ অধ্যক্ষ হৈছিলগৈ। বিজ্ঞান বিষয়ক দুই-চাৰিটা প্ৰবন্ধ লিখিছিল। গুৱাহাটীত মৃত্যু হয়। (২২,৪৩)

**কালিন্দী আই** (১৪৮৮ - ?): পিতৃ ৰাম ভুঞা। শংকৰদেৱৰ* দ্বিতীয়া পত্নী। পোন্ধৰ বছৰ বয়সত শংকৰদেৱৰ লগত বিয়া হয়। শংকৰদেৱৰ মৃত্যুৰ পিছত ধৰ্মৰ গুৰি ধৰিছিল। তেওঁৰ কথামতে মাধৱদেৱে* সুন্দৰীদিয়াত সত্ৰ পাতে। নাতিবোৱাৰী কনকলতাক* বৰদোৱা থান পুনৰুদ্ধাৰ কৰিবলৈ নিৰ্দেশ দিছিল। (১০১, ২৩২)

**কালিৰাম বৰ্মন** (১৮৮৫ - ১৭।১২।১৯৭৯): জন্ম চামতাত। পিতৃ কাশীনাথ দাস। চামতাৰ পৰা প্ৰাথমিক, নলবাৰীৰ পৰা মধ্য ইংৰাজী আৰু ১৯০৫ চনত কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰে। ১৯০৯ চনত কটন কলেজৰ পৰা বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। তাৰ পৰা আইনৰ উপাধি লৈ প্ৰথমে ঢাকাৰ পৰা প্ৰকাশিত *'বিশ্ববাৰ্তা'* নামৰ বাংলা আলোচনী এখনৰ অসমীয়া সংস্কৰণৰ সম্পাদক হয়। ১৯১৪ চনৰ পৰা

গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯২১ চনত ওকালতি এৰি স্বাধীনতা আন্দোলনত লাগে। চামতা অঞ্চলত কংগ্ৰেচ



কালিৰাম বৰ্মন

সংগঠন গঢ়ি তোলাত আগভাগ লৈছিল। লগতে সহপাঠী গৌৰীকান্ত তালুকদাৰৰ* লগ লাগি অঞ্চলটোৰ সামাজিক উন্নতিৰ বাবেও চেষ্টা চলাইছিল। 'কলিতা ক্ষত্ৰিয় আন্দোলন' গঢ় দিওঁতা। তেতিয়াৰ পৰাই চামতা অঞ্চলৰ সৰহভাগ কলিতাই 'বৰ্মন' উপাধি লিখিবলৈ লয়। ১৯১৬ চনত গুৱাহাটী লোকেল বোৰ্ডৰ সদস্য নিৰ্বাচিত হয়। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত প্ৰতিনিধিসকলৰ থকা-মেলা বিষয়ৰ সম্পাদক আছিল। ১৯২৮ চনত গুৱাহাটীৰ প্ৰথম চৰকাৰী উকীল নিযুক্ত হয়। ১৯৪৮ চনত উচ্চ ন্যায়ালয় প্ৰতিষ্ঠা হোৱাত তাৰ চৰকাৰী অধিবক্তাৰূপে নিযুক্তি পায়। বিভিন্ন সামাজিক কৰ্মৰ স'তে জড়িত আছিল। 'অসম জাতীয় উৎসৱ সমিতি' গঠন কৰি শংকৰদেৱৰ তিথিকে ধৰি বিভিন্ন জাতীয় উৎসৱ পালনত আগভাগ লৈছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত দেশৰ আৰ্থিক অৱনতি ঘটাত 'আচাম চাপ্লাই এজেন্সি' নামৰ এটা কোম্পানী খুলিছিল। ১৯৫৬ চনত চোচিয়েলিষ্ট দলত যোগ দি পশ্চিম নলবাৰী সমষ্টিৰ পৰা বিধান সভাৰ নিৰ্বাচনত নামিছিল; কিন্তু কংগ্ৰেছ প্ৰাৰ্থীৰ হাতত পৰাজয় বৰণ কৰে। ১৯৫৭ তেল শোধনাগাৰ আন্দোলনত যোগ দি চাৰিমাহ কাৰাবাস খাটিছিল। সমাজ আৰু ৰাজনীতি সম্পৰ্কীয় প্ৰবন্ধ পাতি লিখিছিল। প্ৰকাশিত পুথি *'আদালতৰ বিচিত্ৰ কাহিনী'*। কামৰূপ অনুসন্ধান সমিতিৰ সক্ৰিয় সদস্য আছিল। (৪৩)

কালিৰাম মেধি (১০।১৮৭৮ - ২৪।১।১৯৫৪): জন্ম হাজোৰ ওচৰৰ ৰামদিয়াত। পিতৃ ভুকলি, মাতৃ সোণতৰা। গাৱঁৰে প্ৰাথমিক স্কুলৰ পৰা বৃত্তি লৈ ৰজনেউতাক ধৰম মেধিৰ* তত্ত্বাৱধানত ১৮৯১ চনত গুৱাহাটীৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৮৯৭ চনত প্ৰথম বিভাগত তাৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ চিটি কলেজত প্ৰথম বিভাগত এফ.এ. আৰু ১৯০২ চনত পদাৰ্থবিজ্ঞান ৰসায়ন বিজ্ঞানত ২য় শ্ৰেণীৰ সম্মান সহ অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ বি.এ. পাছ কৰি বিষ্ণুপ্ৰিয়া দেৱী পুৰস্কাৰ লাভ কৰে। কলিকতা বিশ্ববিদ্যালয়ত মাত্ৰ এবছৰ পঢ়িয়েই পদাৰ্থ বিজ্ঞানত এম.এ. পৰীক্ষা দি ১৯০৩ চনত ২য় শ্ৰেণীৰ ৪ৰ্থ স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। ১৯০৪ চনত উপ-প্ৰতি সমাহৰ্তা হিচাপে চৰকাৰী চাকৰিত সোমাই নগাঁও, ডিব্ৰুগড়, গোৱালপাৰা আদি অসমৰ বিভিন্ন ঠাই ঘূৰি স্পেচিয়েল মেজিষ্ট্ৰেট, মহকুমাধিপতি, উপায়ুক্ত আদি হৈ ১৯৩৮ চনত চৰকাৰী চাকৰীৰ পৰা অৱসৰ লয়। ১৯৪৬ চনত চৰকাৰে 'ৰায়বাহাদুৰ' খিতাপ দিছিল।

'আসাম বান্ধৱ,' 'আলোচনী', 'চেতনা', 'বাঁহী', 'জয়ন্তী' আদি আলোচনীত তেওঁৰ বিভিন্ন প্ৰবন্ধ-পাতি প্ৰকাশিত হৈছিল। *'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব'* (১৯৩৬) তেওঁৰ অন্যতম কীৰ্তি। বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যৰ গভীৰ অনুৰাগী আছিল। হেম সৰস্বতীৰ* *'প্ৰহ্লাদ চৰিত্ৰ'* সম্পাদন কৰাৰ উপৰিও (১৯১২) ১৯৫০ চনত সম্পাদন কৰি উলিয়াইছিল ২১ খন অংকীয়া নাট সম্বলিত *'অংকাৱলী'* নামৰ এখনি গ্ৰন্থ। *'মহাপুৰুষ শংকৰদেৱৰ বাণী'* (১৯৪৯) আৰু *Studies in the Vaisnava Literature and Culture of Assam* (১৯৭৮);

তেওঁৰ অন্যান্য পুথি।

১৯১৯ চনত বৰপেটাত বহা অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। কা



কালিৰাম মেধি

অনুসন্ধান সমিতিৰ স'তে ঘনিষ্ঠভাৱে জড়িত আছিল। ১৯৪৮ চনত বৰপেটাত বহা শংকৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসৱৰ সভাপতিত্ব কৰিছিল। (১৩, ১২২, ১২৭, ২৬৪)

**কালীচৰণ ব্ৰহ্ম** (৪।১৮৬০ - ৫।১৯৩৮): জন্ম গোৱালপাৰা জিলাৰ টিপকাই অঞ্চলৰ কাজিগাৱঁত। পিতৃ খৌলাৰাম, মাতৃ ৰংদিনী। টিপকাই প্ৰাথমিক বিদ্যালয়ৰ পৰা শিক্ষা সাং কৰি পুঠিমাৰী মজলীয়া স্কুলত ভৰ্তি হয়। তাত চতুৰ্থ শ্ৰেণীলৈকে পঢ়ি পঢ়া এৰে আৰু দেউতাকৰ কাঠৰ ব্যৱসায়ত ধৰে। ১৯০৩ চন মানত শিৱনাৰায়ণ পৰমহংসৰ ব্ৰহ্মধৰ্মৰ প্ৰতি আকৰ্ষিত হয় আৰু এই ধৰ্ম গ্ৰহণ কৰি বড়োসকলৰ মাজত এই ধৰ্ম প্ৰচাৰ কৰিবলৈ লয়। ফলত বড়োসকলৰ অনেকেই স্থানীয় ধৰ্ম এৰে আৰু ব্ৰহ্ম উপাধি লিখিবলৈ লয়। বড়োসমাজৰ হিন্দুকৰণ প্ৰক্ৰিয়াত কালীচৰণৰ অৱদান অনেক। মদ নিবাৰণ কৰা, নাৰীহৰণ প্ৰথা বন্ধ কৰা, অহিংসা নীতি প্ৰচাৰ কৰা, পৰিষ্কাৰ-পৰিচ্ছন্নতা শিকোৱা আদি কামত আত্মনিয়োগ কৰিছিল। জমিদাৰৰ কৰবৃদ্ধিৰ প্ৰতিবাদ কৰিছিল। ১৯১৯ চনত তেওঁৰ যত্নত সদৌ অসম বড়ো ছাত্ৰ সম্মিলন গঠিত হয়। ১৯২৯ চনত বড়ো ৰাইজৰ প্ৰতিনিধিস্বৰূপে চাইমন কমিছনৰ আগত স্মাৰকপত্ৰ দিছিল। বড়ো অধ্যুষিত অঞ্চলত শিক্ষাৰ প্ৰচাৰ হয় তেওঁৰ চেষ্টাতেই। বড়ো যুৱক সকলক কাৰিকৰী শিক্ষাৰে শিক্ষিত কৰিবৰ অৰ্থে উইভিং আৰু কাৰ্পেণ্ট্ৰি স্কুল স্থাপন কৰিছিল। বড়ো সমাজৰ অৰ্থনৈতিক উন্নয়নৰ বাবে 'ব্ৰহ্ম কোম্পানী' গঠন কৰিছিল। (১০৮)

**কালীপ্ৰসাদ চলিহা** (১২।১৮৫৯ - ১২।৪।১৯১৪): জন্ম নাজিৰাত। পিতৃ কৃষ্ণদাস অসম চাহ কোম্পানীৰ মহৰী আছিল। নাজিৰাত প্ৰাথমিক শিক্ষা সাং কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ে। তাৰ পৰা ১৮৭৮ চনত দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰে। অৰ্থাভাৱত উচ্চ শিক্ষা লব নোৱাৰি অসম কোম্পানীৰ কেৰাণীৰ চাকৰিত সোমায়। লগতে নিজ যত্নত ঘৰতে আইন পঢ়ি ১৮৮২ চনত বি. এল. পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱসাগৰত ওকালতি আৰম্ভ কৰে। দক্ষ উকীল আৰু চাহ ব্যৱসায়ী আছিল। নিজাকৈ দুখন বাগিচা খোলাৰ উপৰিও আৰু দুখন বাগিচাৰ অংশীদাৰ আছিল। শিৱসাগৰ অঞ্চলৰ সকলো সামাজিক কামত আগভাগ লৈছিল। মৃত্যুৰ আগলৈকে ডেৰকুৰি বছৰ ধৰি শিৱসাগৰ লোকেল ব'ৰ্ডৰ ভাইচ চেয়াৰমেন আছিল। গুৱাহাটীত কলেজ পতাৰ হকে জনমত গঠন কৰিছিল শিৱসাগৰত *'কটন লাইব্ৰেৰী'* স্থাপন কৰোঁতা। ১৯১৫ চনত বৃটিছ চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ' উপাধি পায় যাদৱপ্ৰসাদ চলিহা*, বিমলাপ্ৰসাদ চলিহা* আদিৰ পিতৃ (১৫)

**কালীৰাম বৰুৱা** (৪।১৮৪৭ - ৮।৬।১৯০৩): জন্ম গুৱাহাটীত। লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে* তুলি লোৱা

পুত্ৰসকলৰ অন্যতম শত্ৰুৰামৰ নাতি। পিতৃ পৃথুৰাম। গুৱাহাটীৰ স্কুলত দুই শ্ৰেণীমান পঢ়াৰ পিছত কলিকতালৈ যায়। বিচপচ্ স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি ১৮৭০ চনত ঘৰলৈ আহে। কিছুদিন পুলিচৰ চাকৰিৰ সোৱাদ লৈ গুৱাহাটীৰ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। পিছত সহকাৰী স্কুল চাব-ইনচ্‌পেক্টৰ হয়। ৪৩ বছৰ বয়সত আগতীয়াকৈ অৱসৰ লয়। *প্ৰথম শিক্ষা*, *দ্বিতীয় শিক্ষা*, *তৃতীয় শিক্ষা*, *উজুপাঠ* আদি দহ-বাৰ খন পাঠ্যপুথিৰ ৰচক। পুৰণি পুথি সংগ্ৰহ আৰু প্ৰকাশ কৰা কামো হাতত লৈছিল। *কীৰ্ত্তন*, *নামঘোষা*, *কাণখোৱা*, *গীতগোবিন্দ*, *ভটিমা*, *লক্ষ্মীচৰিত* ইত্যাদি পুথিৰ প্ৰকাশক। ১৮৯৪ চনত *'অসাম'* নামেৰে এখন সাপ্তাহিক ইংৰাজী অসমীয়া বাতৰি কাকত উলিয়াইছিল। ১৯০২ চন পৰ্যন্ত কাকতখন চলি আছিল। সংস্কৃততো ৰাপ আছিল। ঘৰতে সংস্কৃত টোল খুলি ধীৰেশ্বৰাচাৰ্যক* তাৰ আচাৰ্য পাতি ৰাখিছিল। কামাখ্যাৰাম বৰুৱাৰ* পিতৃ। (৯৮, ২৭০)

**কান্টাৰাম ৰাভা** (? - আ ১৯৩০): জন্ম গোৱালপাৰা জিলাৰ কৃষ্ণাইৰ ওচৰৰ ছোটমাটিয়া গাঁৱত। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সভ্য আছিল। পিছত ভাৰতীয় কমিউনিষ্ট দলত যোগ দিয়ে। কৃষক নেতা ৰূপে জনজাতীয় সকলক শোষণৰ বিৰুদ্ধে সংঘবদ্ধ কৰি তুলিছিল। (৪০০)

**কাশীনাথ** (আ.১৭ শতিকা): *'অংকৰ আৰ্য্যা'* নামৰ এখন পুথিৰ ৰচয়িতা। (২০০, ২৬৬)

**কাশীনাথ দ্বিজ তামুলী ফুকন** (আ.১৮১০ - আ. ১৮৭০-৮০): শিৱসাগৰৰ কাকতি বংশত জন্ম। পিতৃ শ্ৰীনাথ। পুৰন্দৰ সিংহৰ* ৰাজসভাৰ বিষয়া আছিল। পুৰন্দৰৰ নিৰ্দেশত ৰাধানাথ বৰবৰুৱা* আৰু আহোম ভাষা জনা বাইলুং পণ্ডিতৰ সহায়ত *'আসাম বুৰঞ্জী'* ৰচনা কৰিছিল। ১৮৪৪ চনত আমেৰিকান বেপ্তিষ্ট মিছনে এইখন ছপাই উলিয়ায়। পিছত হৰকান্ত সদৰামীন* এই পুথিৰ ভিত্তিতে 'অসম বুৰঞ্জী' লিখে। দেশ ইংৰাজে লোৱাৰ পিছত শিৱসাগৰ কাছাৰীৰ মুন্সিফ হৈছিল। (৮৬, ২০৭, ২৬৬)

**কাশীনাথ বৰ্মন** (১৮৯৫ - ১৫।৫।১৯৬৩). জন্ম নলবাৰী জিলাৰ চামতাৰ আমনি গাঁৱত। পিতৃ দুৰ্লভিৰাম, মাতৃ কেতেকী। দহ বছৰ বয়সত নলবাৰী মাইনৰ স্কুলত নাম লগায়। কিছুদিনৰ পিছত দেউতাকে স্কুলৰ পৰা এৰুৱাই অনাত পলাই গৈ গোসাঁইঘাটৰ মাইনৰ স্কুলৰ পৰা পৰীক্ষা



কীৰ্তিনাথ বৰ্মন

পাছ কৰে। ১৯১২ চনত স্কুল ট্ৰেইনিং পৰীক্ষাত প্ৰথম হৈ তিনিচুকীয়া মাইনৰ স্কুলত কিছুদিন কাম কৰে। ১৯১৬ চনত যোৰহাট নৰ্মাল স্কুলত ভৰ্তি হয়। তাৰ পৰা প্ৰথম বিভাগত উত্তীৰ্ণ হৈ তাতে প্ৰেক্টিচিং স্কুলৰ শিক্ষক হয়। বৰপেটা, কমলপুৰ আদিত কিছুদিন শিক্ষকতা কৰি পুনৰ যোৰহাটলৈ আহে। ১৯৪২ চনত শিৱসাগৰ চৰকাৰী হাইস্কুললৈ বদলি হৈ ১৯৫২ চনত তাৰ পৰা অৱসৰ লয়। তাৰ পিছতো নামতি হাইস্কুলত এবছৰমান চাকৰি কৰি নাজিৰাত স্থায়ীভাৱে বাস কৰে। সাহিত্য চৰ্চা কৰিছিল। *'অতুল পাঠমালা'* নামৰ এলানি পাঠ্যপুথিৰ উপৰিও *নাৰী বন্ধু* (১৯২৯), *গল্পলহৰী* (১৯৪৯), *অমৰ কাহিনী*

(১৯৪৯), *শান্তিদূত* (১৯৫০), *পুৰুষৰত্ন* (১৯৬১) আদি পুথিৰ ৰচক। (১৩)

**কীৰ্তিচন্দ্ৰ বৰবৰুৱা** (১৭০৯ - ১৭৬৯): জন্ম উজনীৰ বকতা অঞ্চলত। পিতৃ ৰূপচন্দ্ৰ*। পিতৃৰ মৃত্যুৰ পিছত শিৱসিংহ স্বৰ্গদেৱে ১৭৫২ চনত বৰবৰুৱা পদ দিয়ে। শিৱসিংহ*, প্ৰমত্ত সিংহ*, ৰাজেশ্বৰ সিংহ* আৰু লক্ষ্মী সিংহ*-এই চাৰিজন ৰজাৰ চাউল খাইছিল। প্ৰমত্ত সিংহৰ দিনৰ পৰা অতিশয় ক্ষমতাশালী হৈ উঠে। হীনকুলৰ লোক বুলি বিষয়-সকলে তেওঁক হঁহাত আৰু *'চকৰি ফেটী'* নামে এখন বুৰঞ্জীত জলমবটা দৰ্জী আৰু গৰিয়াৰ ঘৰৰ লোক বুলি তেওঁক উল্লেখ কৰাত তেনে ধৰণৰ সকলোবোৰ বুৰঞ্জী গোট খুৱাই দাহ কৰিছিল আৰু নিজে নৰা দেশলৈ গৈ তেওঁ যে প্ৰকৃত আহোম, তাক প্ৰমাণ কৰিছিল। দেউতাকে জীৱনৰ শেষলৈকে বৰবৰুৱা পদ খাই তেওঁক বঞ্চিত কৰাত দেউতাকক ইমান বেয়া পাইছিল যে দেউতাকৰ শৱ সংকাৰলৈ পৰ্যন্ত যোৱা নাছিল। ৰুদ্ৰসিংহৰ* অন্তিম আজ্ঞা অনুসৰি প্ৰমত্ত সিংহৰ পিছত তেওঁৰ ভায়েক মোহনমালা গোঁহাই* ৰজা হবলগীয়া আছিল। কিন্তু কীৰ্তিচন্দ্ৰই চক্ৰান্ত কৰি মোহনমালাক আঁতৰাই মোহনমালাৰ ভায়েক ৰাজেশ্বৰ সিংহক নিজ ইচ্ছাৰ বিৰুদ্ধে সিংহাসনত বহুৱাইছিল। বহুতৰে অপ্ৰিয় আছিল আৰু তেওঁৰ বিৰুদ্ধে নানা ষড়যন্ত্ৰ হৈছিল। কিন্তু এহেজাৰ সৈন্যাই পালপাতি তেওঁৰ গা ৰাখিছিল। অৱশেষত যেনিবা ৰাঘ মৰাণে* পূৰ্বৰ শাস্তি সুৰঁৰি তেওঁক শালত দিয়ে।

দাম্ভিক হ'লেও কাৰ্যদক্ষ লোক আছিল। তেওঁৰ উদ্যোগতেই মণিপুৰৰ ৰজা আৰু কছাৰীৰ ৰজাৰ সন্ধিকাৰীয়ে ৰহাত ৰাজেশ্বৰ সিংহৰ বশ্যতা স্বীকাৰ কৰিছিল। ৰহাত থাক কালত তাত এখন হাট বহুৱাইছিল। নগাঁও অঞ্চলৰ শাসন ব্যৱস্থাও তেৱেঁই কৰিছিল। (২৫৪, ২২৭, ২৯১)

**কীৰ্তিনাথ শৰ্মা বৰদলৈ** (৮।১১।১৮৮৬—২৩।২।১৯৫২): জন্ম উত্তৰ গুৱাহাটীৰ কুৰুৱাত। পিতৃ দেহিৰাম পাটগিৰী, মাতৃ ভুৱনেশ্বৰী। আবকাৰী বিভাগৰ বিষয়া হিচাপে অসমৰ বিভিন্ন ঠাইত চাকৰি কৰিছিল।



কীৰ্তিনাথ বৰ্মন শৰ্মা বৰদলৈ

১৯৪৬ চনত চৰকাৰে ন-কৈ খোলা গীত-মাত বিভাগৰ সঞ্চালক হয়। প্ৰখ্যাত নাট্যকাৰ, গীতিকাৰ আৰু সংগীতজ্ঞ। কুৰি শতিকাৰ প্ৰথম দশকত মঙ্গলদৈত থকা কালছোৱাত সংগীত চৰ্চা আৰম্ভ কৰে। গোৱালপাৰাত থকাকালত (১৯১৩-১৮) প্ৰভাত চন্দ্ৰ বৰুৱাৰ* পৃষ্ঠপোষকতাত কেইবাখনো নাট লিখি মঞ্চস্থ কৰিছিল। কবি দুৰ্গাবৰ সুৰাৰোপিত গীতৰ ৰেকৰ্ড এখন উলিয়াইছিল। আজান ফকীৰৰ* গীত সংকলন আৰু সম্পাদন কৰিছিল। তেওঁৰ দুখন পুথি *'অসমীয়া সুৰ পৰিচয়'* (১৯২৮) আৰু সংগীত নাটিকা *'সুৰ বিজয়'* (১৯৩৪) অসম সাহিত্য সভাৰ দ্বাৰা পুৰস্কৃত হৈছিল। ১৯৩৭ চনত *'কামৰূপীয় সংগীত'* প্ৰকাশ পায়। তেওঁৰ ৰচিত আৰু সুৰাৰোপিত *'হালি জালি পখিলী'* গীতটি একালত বেছ জনপ্ৰিয় আছিল। ১৯৩৪ চনত *'সন্দীপিকা'* নাম দি অসমৰ দৈৱজ্ঞ ব্ৰাহ্মণসকলৰ এখন বুৰঞ্জী প্ৰকাশ কৰিছিল। *'বাসন্তী'* (১৯২৯), *'লুইত কোঁৱৰ'* (১৯৩১) আৰু *'মেঘাৱলী'* (১৯৩৯) নামৰ

তিনিখন শিশু নাটিকাও লিখিছিল। বাঁহী, আৱাহন আদি আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ পাইছিল। 'বাতৰি', 'অসম', 'স্বৰাজ', 'নগৰৰ কথা' আদি যোৰহাটৰ পৰা ওলোৱা কেইবাখনো সম্বাদপত্ৰৰ সম্পাদক আৰু সহ-সম্পাদক আছিল। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সভ্য আছিল। তেওঁৰ চেষ্টাতেই নাজিৰাৰ বেজবৰুৱা পৰিয়ালৰ পৰা প্ৰায় ৬০ খন পুৰণি পুথি সূৰ্যকুমাৰ ভূঞাই* সংগ্ৰহ কৰিছিল। অসমৰ বৈষ্ণৱ সংস্কৃতি সম্পৰ্কীয় এখন গৱেষণা আঁচনি হাতত লৈছিল।

বিভিন্ন সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত আছিল। ১৯২৫-৩৬ কালছোৱা অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সভ্য আছিল। ১৯৩৭ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনত সাংস্কৃতিক বিভাগৰ সভাপতিত্ব কৰিছিল। সদৌ অসম দৈৱজ্ঞ ব্ৰাহ্মণ সভা, সদৌ অসম মহাপুৰুষীয়া সভা আদিৰ সভাপতি আছিল। (৫, ১১২, ২৮৯)

**কুন্দাৰ ভকত** (১৮ ১৯ শতিকা) প্ৰকৃত নাম লাইমন। মোৱামৰীয়া সম্প্ৰদায়ভুক্ত কৈৱৰ্তকুলীয়া ভকত আছিল। মোৱামৰীয়া দমনৰ সময়ত নিজ ঠাইৰ পৰা পলাই ডিব্ৰুগড়ৰ ওচৰৰ গিনিচুক গাৱঁত থাকিবলৈ লয়। তাতে নিজকুলৰ মানুহক শৰণ-ভজন দিয়াৰ অধিকাৰ পায়। কাঠ কুন্দত দিয়া কামত পাকৈত আছিল গুণে কুন্দাৰ ভকত নামে জনাজাত হৈ পৰিছিল। (১৭৬)

**কুমাৰ কিশোৰ** (১৯২৯ - ২৪।৫।১৯৮৫): জন্ম নলবাৰীৰ ক্ষুদ্ৰ শংকৰা গাঁৱত। প্ৰকৃতি নাম কিশোৰ কুমাৰ শৰ্মা। পিতৃ ভাসুনাথ। নলবাৰী গৰ্ডন হাইস্কুল, গুৱাহাটীৰ কটন আৰু বি. বৰুৱা কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি বি. কম. উপাধি লাভ কৰে। যোগান বিভাগৰ পৰা পঞ্চায়ত আৰু সমূহীয়া গাঁও উন্নয়নৰ অধীক্ষক হিচাপে কাম কৰিছিল। কিন্তু অৱসৰ লোৱাৰ পূৰ্বেই মৃত্যু ঘটে।

খ্যাতনামা সাহিত্যিক। ২৬খন উপন্যাস, এখন নাট্যকলা সম্পৰ্কীয় ৰচনা (*'মঞ্চকলা'*), অলেখ চুটি গল্প আৰু প্ৰবন্ধাদিৰ ৰচক। লেখত ল'বলগীয়া উপন্যাসসমূহ হ'ল: *কবৰ আৰু কংকাল, এমুঠি তৰাৰ জিলিমিলি, হিমানী হিল্লোল, শেষ সীমান্তৰ সূৰ্য, শতাব্দীৰ স্বপ্ন, বন্যা চৌত ব-দ্বীপ, জুই ধোঁৱা আৰু ছাই, এৰা সুতিৰ স্মৃতি, কপিলী নীৰৱে কান্দে, মৌন ক্ৰন্দন* ইত্যাদি। ন শিকাৰুৰ বাবে লিখা দুখন উপন্যাসিকা *সোণজুলিৰ হাঁহি* আৰু *শিলজুৰি সাকোঁ*-ৰ বাবে কেন্দ্ৰীয় চৰকাৰ দ্বাৰা পুৰস্কৃত হৈছিল। বিদেশী বিতাৰণ আন্দোলনৰ সময়ত 'Agony of Assam' নামৰ এখন পুস্তিকা ৰচনা কৰিছিল। ছাত্ৰাৱস্থাতে বিয়াল্লিশৰ আন্দোলনত অংশগ্ৰহণ কৰি চিৰজীৱনলৈ কেঁকাল ঘূণীয়া কৰিছিল। একালত 'গুঞ্জন' ছদ্মনামেৰে জনাজাত আছিল। (৪০০)

**কুমুদ চন্দ্ৰ বৰা** (১৯২৪ - ।৭।১৯৮১): জন্ম মাজুলীৰ কৰতিপাৰ সত্ৰত। পিতৃ সোণাৰাম, মাতৃ খুদ। মাজুলীৰ আউনীআটী সত্ৰৰ পৰা প্ৰাথমিক শিক্ষা সাং কৰি প্ৰথমে যোৰহাট চেমিনাৰী, পিছত যোৰহাট খ্ৰীষ্টিয়ান হাইস্কুলত পঢ়ি ১৯৪১ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অষ্টম স্থান অধিকাৰ কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯৪৫ চনত কটন কলেজৰ পৰা বি. এছ. ছি. পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। ১৯৪৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উদ্ভিদবিজ্ঞানত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি এম. এছ. ছি. উপাধি লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ত কিছুকাল অধ্যাপনা কৰাৰ পিছত ইংলণ্ডলৈ গৈ তাৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৩ চনত পি. এইচ. ডি. উপাধি লয়। ১৯৫৪ চনত অসমলৈ উভতি আহি গুৱাহাটী বিশ্ববিদ্যালয়ত এবছৰমান চাকৰি কৰি বোম্বেৰ পাৰমাণৱিক শক্তি আয়োগত বিজ্ঞানী হিচাবে যোগ দিয়ে।

ইয়াৰ জীৱবিজ্ঞান বিভাগৰ মুৰব্বী হৈ থকা কালত বিশ্ব স্বাস্থ্য সংস্থাৰ বিজ্ঞানীৰূপে নিউইয়ৰ্কত বছৰেক থাকে। ইয়াৰ পিছত কানাডাৰ জাতীয় স্বাস্থ্য সংস্থাৰ নিমন্ত্ৰণক্ৰমে কানাডালৈ যায়গৈ। তাত বিষবিজ্ঞান (taxicology) আৰু ডি. এন. এ (DNA) অণুৰ ওপৰত গুৰুত্বপূৰ্ণ গৱেষণা কৰিছিল। মৃত্যুকালত জীৱবিজ্ঞানৰ আন্তৰ্জাতিক সংস্থাৰ কাৰ্যকৰী সমিতিৰ সভাপদকে মুখ্য কৰি ভালেমান সংস্থাৰ সভ্য আছিল। (৪০০)

**কুৰঙ্গনয়নী** (১৮ শতিকা) : পিতৃ মণিপুৰৰ ৰজা জয়সিংহ। মাতৃৰাণী আখামহা। মানে মণিপুৰ আক্ৰমণ কৰাত জয়সিংহই ৰাজেশ্বৰ সিংহৰ* আশ্ৰয় বিচাৰি গড়গাৱঁলৈ আহে আৰু আহোমৰ লগত মিত্ৰতা স্থাপনৰ অৰ্থে জীয়েক কুৰঙ্গনয়নীক স্বৰ্গদেৱলৈ বিয়া দিয়ে। পিছলৈ কুৰঙ্গনয়নী ৰজাৰ বৰকুৱঁৰী হয়গৈ। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত মোৱামৰীয়া বিদ্ৰোহৰ নায়ক ৰাঘ মৰাণে* গড়গাঁও অধিকাৰ কৰে আৰু কুৰঙ্গনয়নীক বিয়া কৰোৱাৰ উদ্দেশ্যে তেওঁক নিজৰ অন্তঃপুৰলৈ আনে। কিন্তু কুৰঙ্গনয়নীৰ বুদ্ধি আৰু ব্যক্তিত্বৰ গুণত ৰাঘই তেওঁৰ সতীত্ব নষ্ট কৰিব পৰা নাছিল। ১৭৬৯ চনৰ চ'তৰ বিহুৰ দিনা কুৰঙ্গনয়নীয়ে চক্ৰান্ত কৰি ৰাঘক হত্যা কৰোৱায়। মণিপুৰৰ কন্যা হোৱা হেতুকে বুৰঞ্জীত তেওঁ *'মগলৌ কুৱঁৰী'* বা *'মগলুকুৱঁৰী'* নামেৰেও প্ৰসিদ্ধ। (৪৯, ২২৪, ২৮৮)

**কুলচন্দ্ৰ বসুমতাৰী** (?— ১৯৬৩) : গুৱাহাটীৰ ফটাশিল অঞ্চলৰ মানুহ। সুদক্ষ কৃষক নেতা আছিল। ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সভ্য হিচাপে জনজাতীয় কৃষক সকলক নিস্পেষণৰ বিৰুদ্ধে সংগঠিত কৰি তুলিছিল। হেমাংগ বিশ্বাসে* এওঁৰ নামেৰে তেওঁৰ এখন গ্ৰন্থৰ নাম ৰাখিছিল 'কুলখুৰাৰ চোতাল'। (৪০০)

**কুলধৰ চলিহা** (২৬।৯।১৮৮৬ - ১৯।১।১৯৬৩) : জন্ম উত্তৰ লক্ষীমপুৰত। পিতৃ ফণীধৰ চলিহা*, মাতৃ মণিৰাম দেৱানৰ* নাতিনী জ্ঞানদালতা। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতালৈ যায়। তাৰপৰা বি.এ. আৰু বি.এল. উপাধি লৈ ১৯১৯ চনৰ পৰা শিৱসাগৰত ওকালতি আৰম্ভ কৰে লগতে অসহযোগ আন্দোলনতো যোগ দিয়ে। ১৯২০ চনত অসমত প্ৰাদেশিক কংগ্ৰেছ সমিতি স্থাপিত হোৱাত তাৰ প্ৰথম সভাপতি হয়। ১৯২১ চনত কিছুকাল কাৰাবাস খাটে। কাৰাবাসৰ পৰা মুক্তি পাই কংগ্ৰেছৰ গয়া অধিবেশনত ১৯২২ চনত যোগ দিয়ে। সেই বছৰতে অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। দুবাৰো ইয়াৰ সদস্য আছিল। ১৯৩৬ চনত নবীনচন্দ্ৰ বৰদলৈৰ* মৃত্যুত দিল্লীৰ কেন্দ্ৰীয় বিধানসভাৰ আসন খালি হোৱাত সেই আসনৰ বাবে নিৰ্বাচিত হৈ দিল্লীলৈ যায় আৰু তাত বিভিন্ন পদবীত প্ৰায় সোতৰ বছৰ থাকে। বিষ্ণুৰাম মেধি* মন্ত্ৰীসভাৰ সময়ত বিধানসভাৰ অধ্যক্ষৰূপে অসমলৈ আহে আৰু এই পদত পাঁচ বছৰ থাকে। চাহ খেতিয়কো আছিল। ১৯৩৭ চনত এবাৰ য়ুৰোপলৈ গৈছিল। পদ্মধৰ চলিহাৰ* জ্যেষ্ঠ ভাতৃ। (৪৩)

**কুশল কোঁৱৰ** (।২।১৯০৫ - ১৪।৬।১৯৪৩) : জন্ম গোলাঘাটৰ সৰুপথাৰৰ ওচৰৰ চাওদাং চাৰিআলিত। পিতৃ সোণাৰাম কাঠৰ ব্যৱসায়ী আছিল। মাতৃ কণপাহী। ১৯১৮ চনত বালিগাওঁ প্ৰাথমিক বিদ্যালয়ৰ পৰা শিক্ষা সাং কৰি গোলাঘাট বেজবৰুৱা মধ্য ইংৰাজী বিদ্যালয়ত নাম লগায়। কিন্তু ১৯২১ চনত অসহযোগ আন্দোলনত সহাঁৰি দি স্কুল এৰে। ১৯২৫ চনত বেংমাই প্ৰাথমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাতা শিক্ষক হয়। কিন্তু ঘৰ নচলাত ১৯২৭ চনত বালিজান চাহ বাগিচাত কেৰাণী সোমায়। ১৯৩৬ চনত চাকৰি ইস্তফা দি স্বাধীনতা সংগ্ৰামত একাণপতীয়াকৈ লাগে। ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত গোলাঘাটৰ মৃত্যু বাহিনীয়ে সেই চনৰে দহ অক্টোবৰৰ নিশা সৰুপথাৰ ৰেল

ষ্টেচনৰ পৰা কিছু আঁতৰত এখন মিলিটেৰী কটিয়াই অনা ৰেলগাড়ী বগৰাই পেলায়। এই দুৰ্ঘটনাত প্ৰায় এহেজাৰ লোকৰ মৃত্যু হয়। এই দুৰ্ঘটনাৰ লগত সংশ্ৰৱ থকা বুলি



কুশল কোঁৱৰ

সন্দেহ কৰি আন বহুতৰ লগতে ইংৰাজে কোঁৱৰকো গ্ৰেপ্তাৰ কৰে আৰু বিচাৰাধীন বন্দী হিচাপে যোৰহাট জেলত ৰাখে। প্ৰায় সাত মাহ বন্দী হিচাপে থকাৰ পিছত যোৰহাট জেলতে তেওঁক ফাঁচী দিয়া হয়। ভাৰতৰ স্বাধীনতা আন্দোলনৰ অন্যতম ছহীদ। (৪৩, ৬৫, ১১১, ২৪৪)

**কুশৰাম দেৱ** (১৭৮০-১৮৩৮): পিতৃ শ্ৰীনাথ। গুৱাহাটী, নগাঁও আদিৰ ছাত্ৰশালত শিক্ষা লাভ কৰিছিল। পদ্মপাণিদেৱৰ* মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ ডেকা অধিকাৰ হয়। তেওঁৰ দিনতে মানে সত্ৰ দাহ কৰে। তেওঁ নিজে পলাই কিছুদিন বালিসত্ৰত আছিলগৈ। পিছত ৰংপুৰলৈ গৈ মানৰজা মিঙিমাহা তিলোৱাক দেখা কৰাত ৰজাই তেওঁক যথাযোগ্য সম্মানসহ সত্ৰলৈ ফিৰাই পঠায়। ইতিমধ্যে ইংৰাজে মানক খেদি দেশ লোৱাত গুৱাহাটী লৈ গৈ ইংৰাজ কমিচনাৰ স্কেথি চাহাবক দেখা কৰে আৰু সত্ৰৰ প্ৰতি সুবিচাৰৰ আশ্বাস লয়। গুৱাহাটীতে ভৰলুমুখ অঞ্চলত আমনি সত্ৰ পাতি তাত বহুকাল আছিল। তাতে মৃত্যু হয়। তেজস্বী পুৰুষ আছিল আৰু দেশৰ দুৰ্দশাৰ কালত সত্ৰ কৃতিত্বেৰে পৰিচালনা কৰিছিল। (৯৭)

**কুসুম্বৰ ভূঞা** (? - আ. ১৪৫৬): শংকৰদেৱৰ* পিতৃ। সূৰ্যবৰ আৰু খেৰসূতীৰ* জ্যেষ্ঠ পুত্ৰ। শংকৰদেৱৰ জন্মৰ সময়ত বৰদোৱা অঞ্চলত আছিল। 'শিৰোমণি ভূঞা' বাব পাইছিল। দুবাৰ বিয়া কৰিছিল। প্ৰথমা পত্নী সত্যসন্ধাৰ গৰ্ভত বহুদিন সন্তান নোহোৱাত অনুধৃতিক বিয়া কৰে। সত্যসন্ধ্যাৰ গৰ্ভত হোৱা পুত্ৰই হ'ল শংকৰদেৱ, অনুধৃতিৰ পুত্ৰ হ'ল বনগঞাগিৰী।* শংকৰদেৱৰ সাত বছৰমান বয়সত কুসুম্বৰৰ মৃত্যু হয়। (২০১, ২০৩)

**কৃষ্ণকান্ত গগৈ হাতীবৰুৱা** (১৯-২০ শতিকা): শিৱসাগৰ অঞ্চলৰ মানুহ। কাৰিকৰী দক্ষতা আছিল। মুগা কাপোৰ বোৱা এটা যন্ত্ৰ সাজি ১৮৮৩ চনত কলিকতাত বহা শিল্প প্ৰদৰ্শনীত প্ৰদৰ্শন কৰিছিল। পিছলৈ চাহ বাগিচাৰ মালিক হৈছিলগৈ। (১৫)

**কৃষ্ণকান্ত ভট্টাচাৰ্য** (১৮৩২—১৮।১।১৯৫১): যোৰহাটৰ মানুহ। যোৰহাট কাছাৰীত পেস্কাৰ কাম কৰিছিল। আউনীআটী সত্ৰৰ পৰা 'ধৰ্মপ্ৰকাশ যন্ত্ৰ' নামৰ ছপাকলটো



কৃষ্ণকান্ত ভট্টাচাৰ্য

কিনি দত্তদেৱ গোস্বামীয়ে* উলিওৱা কাকতৰ নামানুসৰি ১৯১২চনত ভায়েক ঘনকান্ত ভট্টাচাৰ্যক সম্পাদকৰূপে ৰাখি

*'আসাম বিলাসিনী'* নামৰ এখন জাতীয়তাবাদী কাকত উলিয়ায়। তেওঁৰ নিৰ্ভীক সাংবাদিকতাত অতীষ্ঠ হৈ চৰকাৰে তেওঁক আগতীয়াকৈ পেঞ্চন দি কামৰ পৰা বিদায় দিয়ে। তেতিয়াৰ পৰা নিজেই পোনপটীয়া সম্পাদক হৈ কাকতখন চলাবলৈ ধৰে। চৰকাৰে কাকতখন বন্ধ কৰিবলৈ যত্ন কৰাত মাটি-ভেটি নিলামত হেৰুৱাই কাকতখন অৱশেষত বন্ধ কৰিবলৈ বাধ্য হয়। এনে অৱস্থাতে *'সুপ্ৰভাত'* আৰু *'জননী'* নামৰ দুখন মাহেকীয়া কাকত উলিয়াবলৈ চেষ্টা কৰিছিল। 'আসাম প্ৰডিউচ ট্ৰেডিং কোম্পানী' নামে এটা ব্যৱসায়িক প্ৰতিষ্ঠান খুলিছিল। যোৰহাটত এখন ইংৰাজী স্কুল পতাত আগভাগ লৈছিল। শেষ বয়সত যোৰহাটত এখন সংস্কৃত কলেজ খুলিবলৈও যো-জা কৰিছিল। (১৮৫)

**কৃষ্ণকান্ত সন্দিকৈ** (২০।৭।১৮৯৮- ): জন্ম যোৰহাটত। ৰাধাকান্ত সন্দিকৈ* আৰু নাৰায়ণী সন্দিকৈৰ* প্ৰথম পুত্ৰ। ১৯১৩ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কটন কলেজত পঢ়ে। তাৰ পৰা প্ৰথম বিভাগত আই.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায় আৰু তাৰ সংস্কৃত কলেজৰ পৰা ১৯১৭ চনত সংস্কৃতত প্ৰথম শ্ৰেণীৰ সন্মানসহ বি.এ.উপাধি লয়। ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰাই সংস্কৃতৰ বেদ গ্ৰুপত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এ. পাছ কৰে। ইয়াৰ পিছত বিলাতলৈ গৈ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা আধুনিক বুৰঞ্জী বিভাগত সন্মানসহ ১৯২৩ চনত এম.এ. উপাধি লাভ কৰে। ১৯২৩—২৭ কালছোৱাত পেৰিচ আৰু বাৰ্লিন বিশ্ববিদ্যালয়ত গ্ৰীক, লাতিন, ইটালিয়ান আদি ভাষা আয়ত্ত কৰে। ১৯৩০ চনত যোৰহাটত জে.বি. কলেজ প্ৰতিষ্ঠাৰ লগে লগে তাৰ প্ৰথম অবৈতনিক অধ্যক্ষ হয়। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাত তাৰ প্ৰথম উপাচাৰ্য নিযুক্ত হয় আৰু ১৯৫৭ চন পৰ্যন্ত এই পদত থাকে। পণ্ডিত লোক আছিল। বিশেষকৈ সংস্কৃতত অগাধ পাণ্ডিত্য আছিল। প্ৰকাশিত ইংৰাজী গ্ৰন্থ তিনিখন—শ্ৰীহৰ্ষৰ নৈষধ চৰিতৰ ইংৰাজী অনুবাদ আৰু



কৃষ্ণকান্ত সন্দিকৈ

টীকা সম্বলিত পুথি *'নৈষধ চৰিত'* (১৯৩৪), সোমদেৱৰ যশস্তিলকৰ ভিত্তিত ৰচিত পুথি *'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'* (১৯৪৯) আৰু মাৰাঠী লেখক প্ৰবৰসেনৰ প্ৰাকৃত পুথি সেতুবন্ধনৰ ভাষ্য *'সেতুবন্ধন'*। ইয়াৰ উপৰিও বিভিন্ন গবেষণা আলোচনীত ভাৰততত্ত্ব সম্পৰ্কে ভালেমান প্ৰবন্ধ লিখিছিল। ১৯৫১ চনত বহা অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ লক্ষ্ণৌ অধিবেশনৰ সভাপতিত্ব কৰিছিল। ১৯৫৩ চনত ৱাল্টেয়াৰত বহা আন্তঃবিশ্ববিদ্যালয় সমিতিৰো সভাপতি আছিল। অসমীয়া সাহিত্যতো ৰাপ আছিল। স্কুলীয়া কালতে নকুলচন্দ্ৰ ভূঞা* আদিৰ লগ হৈ হাতে-লিখা আলোচনী উলিয়াইছিল। বাঁহী, মিলন, আৱাহন, চেতনা, আলোচনী আদি কাকতত প্ৰবন্ধ-পাতি লিখিছিল। *'কৃষ্ণকান্ত সন্দিকৈৰ ৰচনা সম্ভাৰ'*ত এইবোৰ সংগৃহীত হৈছে। আগবয়সত কেইটিমান গীতো ৰচনা কৰিছিল। ১৯২৯ চনত অসম ছাত্ৰসম্মিলনৰ পৌৰোহিত্য কৰিছিল। অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনৰ সভাপতি আছিল (১৯৩৭)। ভাৰত চৰকাৰে ১৯৫৫ চনত পদ্মশ্ৰী আৰু ১৯৬৭ চনত পদ্মভূষণ উপাধিৰে বিভূষিত কৰিছিল।

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে সন্মানিত ডি.লিট উপাধি প্ৰদান কৰিছিল।

দানবীৰো আছিল। জে.বি. কলেজৰ বিজ্ঞান শাখালৈ এঘাৰ হাজাৰ আৰু চন্দ্ৰকান্ত অভিধানৰ বাবে পঞ্চাশ হাজাৰ টকা দান কৰিছিল। মৃত্যুৰ আগে আগে নিজৰ ব্যক্তিগত পুথিভঁৰালটো গুৱাহাটী বিশ্ববিদ্যালয়লৈ দান কৰি যায়। (১০, ২৭, ১২৭, ২১৬)

**কৃষ্ণকুমাৰ বৰুৱা** (? ১২।৮।১৯৫১) : জন্ম যোৰহাটত। পিতৃ হেমধৰ*, মাতৃ চণ্ডীদেৱী। ১৮৮৭ চনত যোৰহাটৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাত পঢ়িবলৈ যায়। কিছুদিন এফ এ. পঢ়ি ঘৰলৈ উভতি আহে আৰু ককায়েক জগন্নাথ বৰুৱাক* ব্যৱসায়ত সহায় কৰে। ১৯১৪ চনত অসম ব্যৱস্থাপক সভাৰ সভ্য হয়। ১৯১৮ চনত যোৰহাট পৌৰসভাৰ প্ৰথম বেচৰকাৰী সভাপতি নিৰ্বাচিত হয়। ১৯১৭ চনত ৰজাঘৰৰ পৰা 'ৰায়বাহাদুৰ' খিতাপ পায়। অভিনয়প্ৰেমী আছিল। (২২০)

**কৃষ্ণদাস বৰভাণ্ডাৰ বৰুৱা** (?——১৮৪৮) : পিতামহ বাৰভূঞা বংশৰ বিজয়। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত হাইজা বেমাৰৰ ভয়ত উত্তৰ লক্ষীমপুৰৰ পৰা যোৰহাটলৈ উঠি আহে। ইয়াত দোপতদোপে উন্নতি কৰি বৰভাণ্ডাৰ বৰুৱা হয়গৈ। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউৰ* বিশ্বস্ত বিষয়া আছিল। ৰজাঘৰৰ পৰা বিস্তৰ মাটি-বৃত্তি লাভ কৰিছিল। প্ৰতাপশালী লোক আছিল। জাদুৰাম ডেকাবৰুৱাৰ* পিতৃ। (১৮৫, ২১২)

**কৃষ্ণদেৱ** (? - ১৬৪১) : অনিৰুদ্ধদেৱৰ* বৰপুত্ৰ। সত্ৰ পাতিবৰ বাবে দেউতাকে বুটি পুতি থৈ যোৱা ঠাই বুটীয়া-পোতাত সত্ৰ পাতে। সত্ৰখন নানা দেৱ-দেৱী আৰু জীৱ-জন্তুৰে অংকিত কৰাইছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ* চাৰি ডজন প্ৰধান বিষয়া তেওঁৰ শিষ্য আছিল। (২৮৮, ২৯৭)

**কৃষ্ণদেৱ মিশ্ৰ** (? ১৭ শতিকা) : *'সম্বৎসৰ গণনা'* নামৰ জ্যোতিষ পুথিৰ ৰচক। পুথিখনত মথুৰাদাস বিদ্যালংকাৰক* গুৰু বুলি তেওঁ স্বীকাৰ কৰিছে। (২০৫)

**কৃষ্ণনাথ শৰ্মা** (১৮৮৭—১৯৪৬) : জন্ম যোৰহাটত। পিতৃ গংগাধৰ উকীল আছিল। কম বয়সতে পিতৃবিয়োগ হোৱাত ল'ৰাকালছোৱা মোমায়েকৰ আশ্ৰয়ত চণ্টক বাগিচাত



কৃষ্ণকান্ত শৰ্মা

কটায়। ১৯০৯ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাৰ পৰা বৃত্তিসহ আই.এছ.চি. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। ১৯১৩ চনত বি.এছ.চি. উপাধি লৈ কলিকতাতে পদাৰ্থ বিজ্ঞানত এম.এছ.চি পঢ়িছিল। প্ৰিলিমিনেৰী পৰীক্ষা পাছ কৰি ঘৰলৈ আহি নৰিয়া পৰাত স্নাতকোত্তৰ উপাধি লোৱা ন'হল। ১৯১৬ চনত আৰ্ল ল কলেজৰ পৰা আইনৰ উপাধি লৈ যোৰহাটত ওকালতি আৰম্ভ কৰে। ১৯১৮ চনত শিৱসাগৰত বহা অসম এচোছিয়েচনৰ সভাত যোগ দিয়ে। ১৯২১ চনত গান্ধীজীৰ নিৰ্দেশত ওকালতি এৰে আৰু কংগ্ৰেছৰ কামত উঠি পৰি লাগে। ফলত এবছৰ কাৰাবাস খাটিব লগা হয়।

১৯২৩ চনত অসম খাদী বোৰ্ড প্ৰতিষ্ঠা হোৱাত ৰোহিনীকান্ত

হাতীবৰুৱাৰ* স'তে তাৰ প্ৰথম সম্পাদক নিৰ্বাচিত হয়। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত খাদীৰ দায়িত্বত আছিল। খাদী প্ৰচাৰৰ উপৰিও কানি নিবাৰণ, অস্পৃশ্যতা দূৰীকৰণ, হিন্দু-মুছলমানৰ মাজত মিলাপ্ৰীতি স্থাপন আদিত আগভাগ লৈছিল। অসম ৰায়ত সভা, অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, অসম খাদি বোৰ্ড আদিৰ প্ৰধান উদ্যোক্তা আছিল। ১৯৪২ চনত নিৰাপত্তা বন্দী হিচাপে কাৰাবাস খাটিছিল। ভালেমান বছৰ ধৰি অসম ব্যৱস্থাপক সভাৰ সদস্য আছিল। (৪৩, ৫৫)

**কৃষ্ণনাৰায়ণ** (১৮-১৯ শতিকা): পিতৃ হংস নাৰাযণ (১)*। দৰংৰ ৰজা হৈ প্ৰথমে আহোমৰ বিৰুদ্ধে হৰদত্ত চৌধুৰীৰ* লগ লাগিছিল। পিছত কেপ্টেইন ৱেল্চৰ মধ্যস্থতাত গৌৰীনাথ সিংহৰ* লগত ৰজা ৰূপে দৰঙী ৰাজ্য শাসন কৰিছিল। (৬৮,২৯০)

**কৃষ্ণপুৰী স্বামী** (১৮৯৯-২।১।১৯৬১): জন্ম শুৱালকুছিত। পিতৃ বগাৰাম দাস, মাতৃ বসুন্ধৰী। প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি আই. এ. মহলাৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোতেই ভোলানাথ পুৰী নামে এগৰাকী সন্তৰ ওচৰত দীক্ষা লৈ সন্ন্যাসীৰূপে ধৰ্ম প্ৰচাৰত লাগে। ভগৱতী ধৰ্মৰ উপাসক আছিল। ভাৰতৰ বিভিন্ন তীৰ্থ ভ্ৰমণ কৰি ৰামদিয়া, সৰ্থেবাৰী, উপৰহালী, শিংমাৰী আদি উত্তৰ আৰু দক্ষিণ কামৰূপৰ নানা ঠাইত আশ্ৰম পাতিছিল। শেষ জীৱনটো পলাশবাৰীৰ ওচৰত সৰেপৰা গাঁৱত কটাইছিল। ভাল চিত্ৰকৰ আৰু কণ্ঠশিল্পীও আছিল। স্কুলীয়া কালতে পণ্ডিত হেমচন্দ্ৰ বৰুৱাৰ* প্ৰতিকৃতি আঁকি অসম সাহিত্য সভাৰ পৰা পুৰস্কাৰ পাইছিল। ধৰ্মবিষয়ক কেইখনমান পুথিৰ ৰচক। (২৮৯,৩৬৯)

**কৃষ্ণপ্ৰসাদ আগৰৱালা** (১৮৭৫—১৮৯৭) : জন্ম তেজপুৰত। হৰিবিলাস আগৰৱালাৰ* চতুৰ্থ পুত্ৰ। সম্পৰ্কীয় ভতিজাক আনন্দচন্দ্ৰৰ* সৈতে একেলগে তেজপুৰ হাইস্কুলত পঢ়িছিল। ১৮৯৩ চনত তাৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাত এফ.এ. পঢ়ি থাকোতেই যক্ষ্মা ৰোগত আক্ৰান্ত হৈ মুংগেৰৰ গংগাতীৰত মৃত্যু হয়। 'জোনাকী' আৰু 'বিজুলী' কাকতত প্ৰবন্ধ-পাতি লিখিছিল। স্কুলত পঢ়ি থাকোতে আনন্দচন্দ্ৰ আগৰৱালা, ব্ৰহ্মানন্দ বৰকাকতী আদিৰ সৈতে লগ লাগি *'ধৰ্মসংগীত'* নামৰ পুথি প্ৰকাশ কৰিছিল। (৮, ২০৭)

**কৃষ্ণৰাম ন্যায়বাগীশ** (১৭—১৮ শতিকা) : বংগদেশৰ নদীয়া শান্তিপুৰৰ ওচৰৰ শিমলা মালিপোতা গাঁৱৰ মানুহ। পদ্মনাভ ভট্টাচাৰ্যৰ* পৰামৰ্শ অনুসৰি ৰুদ্ৰসিংহৰ* বিষয়া সকলে এওঁক ধৰ্মগুৰু কৰাৰ উদ্দেশ্যে অসমলৈ আনে। সেই সময়ত গুৱাহাটীত বাহৰ পাতি থকা স্বৰ্গদেৱে তেওঁৰ চেহেৰাপাতি দেখি সন্তুষ্ট নোহোৱাত তেওঁ অপমানিত বোধ কৰি ভটিয়াই যায়। ইতিমধ্যে ৰাজ্যত অমঙ্গলে দেখা দিয়াত স্বৰ্গদেৱে তেওঁক পুনৰ সসম্মানে মতাই অনাই ৰাজগুৰু পাতে। অনেক লোকে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। ৰুদ্ৰসিংহই দি যোৱা নিৰ্দেশ ক্ৰমে তেওঁৰ পুতেক শিৱসিংহই* ৰাজপাটত উঠি ভট্টাচাৰ্যত শৰণ লয়। শিৱসিংহৰ ওপৰত তেওঁৰ বিস্তৰ প্ৰভাৱ আছিল। শিৱসিংহই নীলাচল পাহাৰত তেওঁক অজস্ৰ মাটি-সম্পত্তি দিছিল। পৰ্বতত থকা বাবে তেওঁ আৰু তেওঁৰ সন্ততি সকল *'পৰ্বতীয়া গোসাঁই'* নামে জনাজাত আছিল। এওঁৰ দিনতে শাক্ত ধৰ্ম ৰজাঘৰীয়া ধৰ্ম হৈ পৰে; অনেক বঙলুৱা নীতিও অসমত সোমায়। স্বৰ্গদেৱ প্ৰমত্ত সিংহয়ো* তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। (৬৫, ২৫২, ২৮৮)

**কৃষ্ণৰাম বৰভাণ্ডাৰ বৰুৱা** (?—১৮৪৯): উত্তৰ গুৱাহাটীৰ মানুহ আছিল। পিতৃ শ্ৰীৰাম চাংকাকতী। গুৱাহাটী কাছাৰীত সোমাই চিৰস্তাদাৰ, চুপাৰিন্টেণ্ডেন্ট আদি

হয়গৈ। প্ৰতাপী আৰু আঢ্যৱন্ত লোক আছিল। হেম বৰুৱা (২)*ৰ আজোককাক। (৫৩, ১২৩)

**কেকাই সোনোৱাল** : (১৮৯৭ - ১৯৫৮): জন্ম গোলাঘাটৰ বুঢ়াগোহাঞি খাটত। স্বাধীনতা আন্দোলনৰ নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আছিল। নিজ অঞ্চলত বয়ন কেন্দ্ৰ, তেলপেৰা ঘানি আদি বহুৱাই কুটীৰ শিল্পৰ বাট মুকলি কৰিছিল। বিয়াল্লিশৰ আন্দোলনৰ সময়ত কিছুকাল কাৰাবাস খাটিছিল। (৩৮০ক)

**কেকেৰু কলিতা হাজৰিকা** (১৮ শতিকা) : বৰগোঁহাইৰ বিলতীয়া পাইক খনিকৰ ভূঞাৰ ল'ৰা। লক্ষ্মী সিংহক* ৰজা হোৱাত সহায় কৰাত ৰজাই ভাণ্ডাৰী বৰুৱা পাতে। ইমানেই ক্ষমতাশালী হৈ উঠিছিল যে বৰুৱা উপাধিধাৰী হোৱা সত্ত্বেও ফুকন উপাধিৰেহে সকলোৱে সম্বোধন কৰিছিল। মনথিৰ ভঁৰালী বৰুৱাৰ* পিছতেই আহোম ৰাজ্যত এনে ক্ষমতা পোৱা প্ৰথম অনা-আহোম। আহোম বিষয়া কিছুমানৰ ষড়যন্ত্ৰত তামোলবাৰী নামে ঠাইলৈ বহিষ্কৃত হয। তাতে বহুতো বিদ্ৰোহীৰ লগলাগি এখন স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰিব খুজিছিল— যদিও সফল হোৱা নাছিল। (২৮২, ২৯০)

**কেদাৰ নাথ গোস্বামী** (১৯০১ - ২২।১০।১৯৬৪) : জন্ম জখলাবন্ধাৰ ওচৰৰ জামুগুৰিত। পিতৃ ব্ৰহ্মকান্ত জামুগুৰি সত্ৰৰ অধিকাৰ আছিল। খুড়াকৰৰ তত্বাৱধানত শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়, শান্তিনিকেতন আৰু বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত শিক্ষা লৈছিল। ১৯২১ চনত বি.এ. পৰীক্ষা নিদি অসহযোগ আন্দোলনত জঁপিয়াই পৰে আৰু কিছুদিন জেল খায়। জেলৰ পৰা পলাই কিছুদিন ধুবুৰীত কংগ্ৰেছৰ কাম কৰিছিল। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত স্বেচ্ছাসেৱক দলৰ অধিনায়ক আছিল। ১৯৩০ চনত ডিব্ৰুগড়লৈ আহে আৰু ৰাধানাথ চাংকাকতী* প্ৰতিষ্ঠিত *'টাইমচ্ অৱ্ আচাম'* কাকতৰ সম্পাদকৰ ভাৰ বহন কৰে। তেওঁৰ প্ৰায় পোন্ধৰ বছৰীয়া সম্পাদনাত কাকতখনে জাতীয়তাবাদী ৰূপ পায় আৰু তেওঁৰ ইংৰাজ



কেদাৰনাথ গোস্বামী

বিৰোধী লেখাৰ কাৰণে ই চাহবাগানৰ মালিকসকলৰ পৃষ্ঠপোষকতা হেৰুৱায়। ১৯৩৮ চনত ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সভাপতি আছিল। শেষ বয়সছোৱা ডিব্ৰুগড়ৰ ওচৰৰ মৰাণত কটাইছিল আৰু তেওঁৰ মন মাৰ্ক্সবাদৰ ফালে ঢাল লৈছিল। উজনী অঞ্চলত কৃষক-বনুৱাৰ অন্যতম নেতা আছিল আৰু এওঁলোকৰ ওপৰত কৰা নিৰ্যাতন সম্পৰ্কে ভালেমান প্ৰবন্ধ লিখিছিল। (৭৬, ১৫৫, ২৭৭)

**কেৰামৎ আলি** (১৮৮২ ১৯৬৯) যোৰহাটৰ মানুহ। ১৯১০ চনত ওকালতিত যোগ দিয়ে। ১৯২৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। ছৈয়দ মহম্মদ ছাদুল্লাৰ* ঘনিষ্ঠ সতীৰ্থ হিচাপে ১৯৪৫ চন পৰ্যন্ত এই পদত আছিল। ১৯৪৭ চনত অসমৰ প্ৰতিনিধি হিচাপে ভাৰতৰ ব্যৱস্থাপক সভালৈও নিৰ্বাচিত হৈছিল। ১৯২২-২৫ আৰু ১৯৩১-৩৮ কালছোৱাত যোৰহাট মিউনিচিপেল বোৰ্ডৰ সভাপতি আছিল। অসম সাহিত্য সভাৰ প্ৰথম কাৰ্যনিৰ্বাহকৰ সভ্য হোৱাৰ ওপৰিও জগন্নাথ বৰুৱা কলেজৰ পৰিচালনা সমিতিত বহু বছৰ ধৰি আছিল। বৃটিছ চৰকাৰৰ পৰা 'খান বাহাদুৰ' উপাধি লাভ কৰিছিল। (৪০০)

**কেশৱচৰণ আতা** (১৬—১৭ শতিকা) : জন্ম লক্ষীমপুৰ জিলাৰ কাচিকটা নদীৰ পাৰৰ ভাটৌকুচি গাওঁত। সেয়ে 'ভাটৌকুচীয়া আতা' নামেৰেও জনাজাত। ঘাট মাউৰা আছিল। বিয়াৰ পিছতে পত্নীও ঢুকুৱাত সংসাৰবিৰাগী হৈ মাধৱদেৱক* লগ ধৰাৰ উদ্দেশ্যে দক্ষিণ কামৰূপত থকা বৰবিষ্ণু আতাৰ* কাষ পায়। আতাই তেওঁক সুন্দৰীদিয়াত থকা মাধৱদেৱৰ ওচৰলৈ লৈ যায় আৰু মাধৱে তেওঁক শৰণ দিয়ে। ৰঘুদেৱৰ* দিনত কামৰূপত থাকি অশান্তি পোৱাত মাধৱে তেওঁক উজনীত থকা বংশীগোপাল দেৱৰ* ওচৰলৈ পঠাইছিল তালৈ যোৱাৰ ব্যৱস্থা কৰিবৰ অৰ্থে। কিন্তু কেশৱচৰণ উভতি আহি নৌ পাওঁতেই মাধৱদেৱে কামৰূপ এৰি কোচবিহাৰ পায়গৈ। কেশৱচৰণেও উজনীৰ পৰা লগতে অনা পদ্ম আতাৰ* সৈতে তেওঁক অনুসৰণ কৰি কোচবিহাৰৰ মধুপুৰ সত্ৰত মাধৱদেৱৰ লগত থাকেহি। মাধৱদেৱ তিৰোভাৱ পৰ্যন্ত এই সত্ৰতে আছিল। পিছত ঠাকুৰ আতাৰ* নিৰ্দেশত পদ্ম আতাৰ সৈতে পুনৰ অসমলৈ যায় আৰু জন্মস্থানৰ কাযতে 'বৰজহা সত্ৰ' পাতি থাকে। তাতে তেওঁৰ তিৰোভাৱ ঘটে। (২০২, ২০৩, ২৪০)

**কেশৱচৰণ কায়স্থ** (১৬ - ১৭ শতিকা) : শংকৰদেৱৰ* সতীয়া ভায়েক বনগঞ্জাগিৰীৰ* নাতি। কোচবিহাৰত দামোদৰ দেৱৰ* লগত আছিল আৰু তাৰ পৰাই ধৰ্ম লৈছিল। অৱশ্যে শংকৰদেৱৰ 'দাসৰো দাস' বুলি আত্ম পৰিচয় দি গৈছে। ভাগৱতৰ অনুবাদক গোপালচৰণ দ্বিজৰ* সুহৃদ আছিল। ভাগৱতৰ ৭ম স্কন্ধ, ৮ম স্কন্ধৰ মৎস্য অৱতাৰ অংশ আৰু ৯ম স্কন্ধৰ অনুবাদক। (১৩৫, ২০০)

**কেশৱ চাংকাকতি** (১।২।১৯২৯ - ১২।১০।১৯৮১) : জন্ম ডুমডুমাৰ ওচৰৰ দৈমুখীয়া চাহ বাগিচাত। পিতৃ প্ৰকাশ চন্দ্ৰ উত্তৰ গুৱাহাটীৰ মানুহ আছিল। ডুমডুমা মধ্য ইংৰাজী স্কুলত কিছুকাল পঢ়াৰ পিছত উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত নাম লগায়। শেষত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা দি কটন কলেজত নাম ভৰ্তি কৰে কলেজীয়া শিক্ষা সাং নকৰি ১৯৪৯ চনত অসম চৰকাৰৰ বৃত্তি লৈ লক্ষ্ণৌৰ ভাটখণ্ডে বিদ্যাপীঠত তবলাৰ শিক্ষা লয়। ওস্তাদ মুন্নে খাঁৰ অধীনত ব্যক্তিগতভাৱেও শিক্ষা লৈছিল। সংগীতৰ বিশাৰদ উত্তীৰ্ণ হৈ ১৯৫৪ চনত গুৱাহাটীলৈ আহি 'গুৱাহাটী সংগীত কলেজ'ত শিক্ষকতা কৰাৰ উপৰিও গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ তবলাবাদক ৰূপেও নিযুক্তি পায়। ভাৰতৰ বিভিন্ন প্ৰখ্যাত সংগীতজ্ঞৰ লগত তবলা সংগত কৰিছিল। ১৯৬০ চনত বৰগীত গৱেষণা সমিতিয়ে তেওঁক বৰগীতৰ তাল বিশ্লেষণ কৰাৰ ভাৰ দিয়ে। ফলস্বৰূপে ১৯৬২ চনত মহেশ্বৰ নেওগৰ স'তে যুটীয়াকৈ প্ৰকাশ পায়— *The Rythm in Vaisnava Music of Assam* নামৰ এখনি পুথি। ১৯৭৩ চনত প্ৰকাশিত হয় পুনৰ মহেশ্বৰ নেওগৰ লগত যুটীয়াকৈ '*সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল*'। ১৯৭৪ চনত *'মধ্য অসম সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল' নামে পুথিও যুগুত কৰিছিল। তবলাৰ বিষয়ে তেওঁৰ দুখন পুথি হ'ল— 'তাল মালিকা'* (১৯৭৮) আৰু '*তাল প্ৰদীপ*' (১৯৮৩)। (১১২)

**কেশৱদেৱ** (১৬৩৮-১৭২৬): পিতৃ কৃষ্ণানন্দদেৱ। আউনীআটী সত্ৰৰ অধিকাৰ নিৰঞ্জনদেৱে* পঢ়াই শুনাই ডেকা অধিকাৰ পাতিছিল। ১৬৫৮ চনত নিৰঞ্জনদেৱৰ মৃত্যুৰ পিছত সত্ৰৰ অধিকাৰ হয়। ইয়াৰ তিনি বছৰ পিছতে মিৰজুমলাই অসম আক্ৰমণ কৰাত সত্ৰ এৰি উত্তৰ লক্ষীমপুৰৰ লেংদি নামে ঠাইত কিছুমান অস্থায়ী সত্ৰ পাতি আছিল। গদাধৰ সিংহৰ* সত্ৰ নিৰ্যাতনৰ সময়ত স্বৰ্গদেউৰ আদেশত সত্ৰৰ পৰা বহিস্কৃত হৈ সদিয়াত এবছৰমান আছিলগৈ। ৰুদ্ৰসিংহই* ৰাজপাট পোৱাত পুনৰ নিজ সত্ৰলৈ উভতি আহিবলৈ সক্ষম হয়। ৰুদ্ৰসিংহৰ পৰা যথেষ্ট অনুগ্ৰহ পাইছিল। সুদীৰ্ঘ ৬৮ বছৰ অধিকাৰ হৈ আছিল

আৰু বাৰজন স্বৰ্গদেৱৰ চাউল খাইছিল। (৯৭)

**কেশৱ নাৰায়ণ দত্ত** ( ? — ১৯৭২): জন্ম বজালী অঞ্চলৰ ৰতনপুৰ গাঁৱত। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত এম. এ. উপাধি লৈ চিলঙৰ চেণ্ট এডমাণ্ডচ্ কলেজত কিছুকাল অধ্যাপনা কৰিছিল। পিছত চৰকাৰী চাকৰিত সোমাই 'আসাম গেজেটিয়েৰ'ৰ সম্পাদক হয়। অসম সাহিত্য সভাৰ সম্পাদকৰূপে তিনি বছৰ কাল (১৯৫০-৫৩) আছিল। *Landmarks of the Freedom Struggle in Assam* আৰু ইয়াৰ অসমীয়া অনুবাদ *'ভাৰতৰ স্বাধীনতা ৰণত অসম'* গ্ৰন্থৰ প্ৰণেতা। ১৯৬৭ চনত ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ বুৰঞ্জী অধিবেশনৰ পৌৰোহিত্য কৰিছিল। (৪০০)

**কেহোৰাম হাজ'ৰিকা** (১৯২৭—১৯৮৯): জন্ম নগাঁৱৰ ওচৰৰ ভোটাই গাৱঁত। ১৯৪৭ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি নগাঁও কলেজত নাম লগায়, কিন্তু শিক্ষা সাং নকৰি বামপন্থী আন্দোলনত নামে। ১৯৪৭ চনত ছাত্ৰ ফেডাৰেচনৰ নগাঁও জিলা কমিটিৰ সম্পাদক আৰু পিছৰ বছৰত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ জিলা সম্পাদক হয়। ১৯৪৯ চনত পাৰ্টি বেআইনী বুলি ঘোষিত হোৱাত চৰকাৰে গ্ৰেপ্তাৰ কৰি তিনি বছৰ নিৰাপত্তা বন্দী হিচাপে ৰাখে। ১৯৬৭ চনৰ পৰা একেৰাহে এঘাৰ বছৰ অসম বিধান সভাৰ সদস্য হৈ আছিল। তেল শোধনাগাৰ আন্দোলন (১৯৫৬, ১৯৬৯), খাদ্য আন্দোলন (১৯৬৬), কৃষক আন্দোলন (১৯৬৯-৭০) আদিত সক্ৰিয় অংশ লৈছিল। পুৰণিগুদাম মহাবিদ্যালয় প্ৰমুখ্যে বিভিন্ন অনুষ্ঠানৰ গুৰি ধৰিছিল। (৩৭৬)

**কৈৱল্যনন্দনদেৱ** (১৭০৫ - ১৭৮২): প্ৰেমভূষণদেৱৰ প্ৰথম পুত্ৰ। পিতৃৰ মৃত্যুত ১৫ বছৰ বয়সত দিহিং সত্ৰৰ অধিকাৰ হয়। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ লগত বিশেষ বন্ধুত্ব আছিল। ৰাজ অনুগ্ৰহত শিলিখাতলিৰ পৰা ৰংপুৰলৈ সত্ৰ তুলি আনে। ৰজাঘৰৰ পৰা ভালেমান নিষ্কৰ ভূমি পাইছিল। অকল লক্ষীমপুৰতে ৭৫০ পুৰা নিজৰ মাটি আছিল। সেইবাবে অতি ধুনীয়া বাবে 'চিকুন গোঁসাই' নাম পাইছিল। শিৱসাগৰৰ মেটেকাত মৃত্যু হয়। ৭৩ টি গীতৰ বাক্য, খোৱা আৰু যাত্ৰাও ৰচনা কৰিছিল। (২০৭, ২৩৮, ১ক)

**কোহিৰাম দাস** (১৮৮২ [illegible]): জন্ম সৰুবোৰীত। পিতা ভিখাৰাম, মাতৃ ৰতনা। স্থানীয় স্কুলৰ



কোহিৰাম দাস

পৰাত ছাত্ৰ-বৃত্তি পৰীক্ষা পাছ কৰি গুৱাহাটীৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৮৯৯ চনত দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কোচবিহাৰৰ ভিক্টোৰীয়া কলেজত ভৰ্তি হয়গৈ। ১৯০৩ চনত দৰ্শনত দ্বিতীয় বিভাগত সন্মানসহ বি.এ. উপাধি লয়। কোচবিহাৰ কলেজতে এম.এ. আৰু আইন বিভাগতো নাম লগাইছিল। কিন্তু উত্তীৰ্ণ হব নোৱাৰি ১৯০৬ চনত নাজিৰা হাইস্কুলত প্ৰথমে সহকাৰী প্ৰধান শিক্ষকৰূপে, পিছত প্ৰধান শিক্ষকৰূপে যোগ দিয়ে। ইয়াত পাঁচ বছৰ মান থকাৰ পিছত স্কুলৰ ইংৰাজ কৰ্তৃপক্ষৰ লগত মনোমালিন্য হোৱাত ১৯১২ চনত গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত সোমায়। তাতো কৰ্তৃপক্ষৰ লগত মিলিব নোৱাৰি ১৯১৫ চনত গুৱাহাটীৰ সোণাৰাম হাইস্কুল

আৰু এবছৰমান পিছত কলেজিয়েট হাইস্কুলৰ শিক্ষক হয়। এই চাকৰিও এৰি দি কিছুদিন কাৰাকুচিত, কিছুদিন বৰপেটাত থাকে। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিয়ে। ১৯২৫ চনত শৰৎচন্দ্ৰ গোস্বামীৰ* চেষ্টাত 'চন্দ্ৰকান্ত অভিধান' সংকলনৰ ভাৰ পায়। তিনি বছৰমান এই কামত থাকি ম-আখৰলৈকে শব্দ সংগ্ৰহ কৰাৰ পিছত তাৰ পৰা আঁতৰি আহিব লগাত পৰে। শেষ জীৱন সৰ্থেবাৰী, জালাহ্ আৰু বৰপেটা সত্ৰত কটাইছিল। 'চেতনা', 'জয়ন্তী' আদি কাকতত দুই-এটা প্ৰবন্ধ লিখিছিল। '*আত্মজীৱন চৰিত*' আৰু '*ভাৰতৰ ধৰ্মগুৰু সকল*' প্ৰভৃতি দুখনমান পুথিৰ ৰচক। (১৪, ৬০, ১৭০)

# খ

**খগেন্দ্ৰনাথ নাথ** (২০ শতিকা): গোৱালপাৰা অঞ্চলৰ লোক। ভাৰতৰ মুক্তি আন্দোলনৰ অন্যতম যুঁজাৰু আছিল। ১৯২১ চনত স্কুল এৰি অসহযোগ আন্দোলনত যোগ দি গ্ৰেপ্তাৰ বৰণ কৰে। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত স্বেচ্ছাসেৱকৰূপে, ১৯২৮ চনৰ কলিকতা কংগ্ৰেছত গোৱালপাৰাৰ প্ৰতিনিধিৰূপে যোগ দিছিল। ১৯৩০ চনত তেৰ মাহ কাৰাবাস খাটে। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনতো এবছৰ কাৰাদণ্ড ভোগে। ১৯৪৫ চনৰ পৰা ১৯৫২ চনলৈকে গোৱালপাৰা জিলা কংগ্ৰেছৰ সভাপতি আছিল। (৩৯)

**খগেন্দ্ৰনাথ বৰবকৱা** (২০।৯।১৯১৫-১৪।১০।১৯৮৩): জন্ম শিৱসাগৰ জিলাৰ নামতি অঞ্চলৰ বৰাহীবাৰী গাৱঁত। পিতৃ মুহীধৰ, মাতৃ ৰত্নেশ্বৰী। ১৯৩৩ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ছাত্ৰাৱস্থাতে সাম্যবাদী আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ ১৯৩৮ চনত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট দলত (আৰ. চি. পি. আই) যোগ দিয়ে। কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ হৈ থকা সময়ত কৰ্তৃপক্ষৰ দ্বাৰা ছাত্ৰ প্ৰতিনিধি নিয়োগ কৰা প্ৰথাৰ বিৰুদ্ধে যুঁজি মুকলি নিৰ্বাচন অনুষ্ঠিত কৰায়, নিজেও নিৰ্বাচনত উঠি সাধাৰণ সম্পাদক হয়। সেই বছৰতে বৈপ্লৱিক কাৰ্য-কলাপৰ বাবে কলেজৰ পৰা এবছৰৰ বাবে বহিষ্কৃত হয় আৰু নিজ অঞ্চলত অন্তৰীণ হৈ থাকেগৈ। এই সময়ছোৱাত হাইস্কুল পতা, আলি-পদুলি বন্ধা আদি অঞ্চলটোৰ উন্নয়নৰ কামত ব্ৰতী হয়, লগতে বৈপ্লৱিক আদৰ্শ প্ৰচাৰতো লাগে। অন্তৰীণ কাল অন্ত পৰাৰ পিছত পৰীক্ষা দি ১৯৩৯ চনত স্নাতক



খগেন্দ্ৰনাথ বৰবকৱা

উপাধি লাভ কৰে। ১৯৪২ চনত বিপ্লৱী কাৰ্য-কলাপৰ বাবে কাৰাবৰণ কৰিব লগা হয়। ১৯৪৪ চনত মুক্তি লাভ কৰি নামতি হাইস্কুলত দুবছৰ শিক্ষকতা কৰিছিল। দেশ স্বাধীন হোৱাৰ পিছত বিষ্ণুৰাম মেধি* চৰকাৰে কমিউনিষ্ট দল নিষিদ্ধ কৰাত ১৯৫০ চনত আত্মগোপন কৰে যদিও বছৰেক পিছত চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰে। ১৯৫৩ চনৰ উপনিৰ্বাচনত আৰ. চি. পি. আই-ৰ প্ৰাৰ্থী হিচাপে লোকসভালৈ উঠি পৰাস্ত হয়। ১৯৫৭ চনত আমগুৰি সমষ্টিৰ পৰা বিমলাপ্ৰসাদ চলিহাক* হৰুৱাই বিধান সভাৰ সদস্য পদ লাভ কৰে। পৰৱৰ্তী নিৰ্বাচনতো এই পদবাহাল ৰাখিবলৈ সমৰ্থ হৈছিল। নিষ্ঠাবান তথা নিস্বাৰ্থ সমাজকৰ্মী

আছিল। অসমত কমিউনিষ্ট আন্দোলনৰ গঢ় দিওঁতা সকলৰ অন্যতম। (২১৫ক, ৩৩৪ক, ৪০০)

**খনীন্দ্ৰ চন্দ্ৰ বৰুৱা** (৪ ৪।১৯০৪ ২৫।৪।১৯৯০) জন্ম নলবাৰীৰ ওচৰৰ কমাৰকুছিত। পিতৃ উত্তমচন্দ্ৰ*, মাতৃ কনকলতা। ১৯২২ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰবেশিকা, ১৯২৪ চনত কটন কলেজৰ পৰা অসমৰ ভিতৰত দ্বিতীয় স্থান অধিকাৰ আই এছ ছি আৰু ১৯২৬ চনত কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা অৰ্থনীতিৰ সম্মান বিষয় সহ বি এ পাছ কৰে। কলেজৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি সোণৰ পদক পাইছিল দুবাৰো আই চি এছ পৰীক্ষা দি শেষ বাহুনিত উত্তীৰ্ণ নোহোৱাত শেষত এ চি এছ পৰীক্ষাত বহি ১৯৩০ চনত চৰকাৰী চাকৰিত সোমায় আৰু বিভিন্ন পদবীত থাকি পাৰ্বত্য বিভাগৰ কমিছনাৰ হিচাপে ১৯৬০ চনত অৱসৰ লয় অৱসৰৰ পিছত বিভিন্ন সামাজিক কামত ব্ৰতী হৈছিল। শোধনাগাৰ আন্দোলন, ভাষা আন্দোলন, বিদেশী বহিষ্কাৰ আন্দোলন আদিত সক্ৰিয় অংশ লৈছিল শেষৰ আন্দোলনটোত দুমাহ কাৰাবাসো খাটিছিল। দেৰগাঁৱৰ চেনিকল, জাগীৰোডৰ স্পান মিল, যোগীঘোপাৰ কাগজ কল, গুৱাহাটীৰ উদ্যোগ গাম আদিৰ স্থাপনত বিশেষ অৰিহণা যোগাইছিল। অসম কোঅপাৰেটিভ এপেক্স বেংক, চিটি বেংক, চিটি কো অপাৰেটিভ বেংক, অসম যুৱক সমাজ আদি অনুষ্ঠানৰ সভাপতি আছিল। *Critical Days of Assam*, *'অসমৰ সংকট কাল'* প্ৰমুখ্যে খনদিয়েক পুস্তিকাৰ ৰচক। (৪৩ৰ, ৪০০)

**খৰ্গেশ্বৰ তালুকদাৰ** (২০।৬।১৯৫৯ ১০।১২।১৯৭৯): জন্ম কামৰূপৰ ভবানীপুৰ অঞ্চলৰ উজান বৰবৰী গাঁৱত। পিতৃ গৌৰীকান্ত, মাতৃ সাবিত্ৰীবালা। সদৌ অসম ছাত্ৰ সন্থাৰ সক্ৰিয় কৰ্মী আছিল। সৰুপেটাৰ বি.এইচ. বি মহাবিদ্যালয়ত



খৰ্গেশ্বৰ ত লুকদাৰ

প্ৰাক বিশ্ববিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিকত প , পঢ়া কালত আন্দোলনৰ আৰম্ভণিতে লোকসভা নিৰ্বাচনৰ মনোনয়ন পত্ৰ দাখিলত বাধা দিবলৈ গৈ পুলিচৰ গুলীত নিহত হয়। অসম আন্দোলনৰ প্ৰথম শ্বহীদ। (৪০০)

**খৰচিং তেৰাং** (১৯০৬ - ২৮।১১।১৯৫৫) : জন্ম ডিফু চহৰৰ পৰা কুৰি মাইল নিলগৰ বংলংচ' গাঁৱত। পিতৃ চাৰইক ওৰফে লংকাম মৌজাৰ মৌজাদাৰ আছিল। মাতৃ কাকু তিমুংপী। গোলাঘাট এম. ভি স্কুলৰ প্ৰথমমানলৈকে পঢ়ি স্কুল এৰে আৰু দোকানী হয়। দেউতাকৰ মৃত্যুত মৌজাদাৰৰ পদ পায়। ১৯৮৭ চনৰ পৰা মৃত্যুকাললৈকে অসম ব্যৱস্থাপক সভাৰ সভ্য আছিল। ছেমচনচিং ইংতি* আদিৰ সহযোগিতাত কাৰ্বিসকলৰ বাবে সুকীয়া জিলাৰ দাবী কৰাৰ চেষ্টাৰ ফলস্বৰূপে ১৯৫১ চনত 'সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা' গঠিত হয়। ইয়াৰ প্ৰথম মুখ্য কাৰ্যপালিকা আছিল। কাৰ্বিসকলৰ উন্নতিৰ অৰ্থে যথেষ্ট কাম কৰি থৈ গৈছে। শ্বিলঙত মৃত্যু হয়। (৩২৬)

**খহুলি নাথ** (? — ২০।৯।১৯৫২) : চিতৰ মহিলা আছিল। স্বামী সোনাৰামৰ লগতে স্বাধীনতা সংগ্ৰামত যোগ দিছিল। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উত্তোলনৰ বাবে গৈ পুলিচৰ গুলীত নিহত হয়। (১১১)

**খাকান আহমেদ** (১৩।৩।১৯৪১ - ২৮।৯।১৯৮৮) : যোৰহাটৰ মানুহ। যোৰহাটৰ অভিযান্ত্রিক মহাবিদ্যালয়ৰ পৰা ১৯৬৫ চনত বি. ই. উপাধি লৈ অসম চৰকাৰৰ গড়কাপ্তানী বিভাগত চাকৰি কৰিছিল। প্রসিদ্ধ ক্রিকেট আৰু ফুটবল খেলুৱৈ। ক্রিকেটত সর্বভাৰতীয় ৰঞ্জী ট্রফীত অসমৰ নেতৃত্ব দিছিল। ফুটবলতো অসম ৰাজ্যিক দলৰ অধিনায়ক আছিল। (৪০০)

**খামুন ৰাজমন্ত্রী ফুকন** (১৬-১৭ শতিকা): আহোম ৰজাঘৰৰ নাওবৈচা ফুকন আছিল। জয়ধ্বজ সিংহই* খামুনৰ দুই জীয়েকৰ বৰজনীক বৰকুঁৱৰী আৰু সৰুজনীক পৰ্বতীয়া কুঁৱৰী কৰি চপাই লৈছিল আৰু সেই আপাহতে তেওঁক ৰাজমন্ত্রী পাতিছিল। 'গড়গাঞা ৰজা শহুৰ' নামেও জনাজাত আছিল। মীৰজুমলাৰ অসম আক্রমণৰ সময়ত ১৬৬৩ চনত ৰজা আৰু মোগলৰ মাজত ঘিলাজাৰি ঘাটত হোৱা সন্ধিপত্রত চহী কৰিছিল। জয়ধ্বজৰ মৃত্যুৰ পিছত নিজে অথবা নিজৰ পৰিয়ালৰ লোকক ৰজা পতাৰ চক্রান্ত কৰাৰ অপৰাধত চক্রধ্বজ সিংহই* সবংশে নিধন কৰে। (২৯০)

**খীৰা মৰল** (১৬-১৭ শতিকা) : প্রকৃত নাম ক্ষীৰদ সিং চৌধুৰী। পিতৃ বিজয় সিংহৰ* নাতি কৃপাময় সিং উজীৰ। বৰপেটাৰ সুন্দৰীদিয়া অঞ্চলৰ মণ্ডল আছিল গুণে সর্বসাধাৰণৰ মাজত খীৰা মৰল নামে জনাজাত হৈছিল। শংকৰদেৱত* শৰণ লৈছিল। মাধৱদেৱ* সুন্দৰীদিয়ালৈ আহোতে তেওঁৰ বাসস্থানৰ ব্যৱস্থা কৰি দিছিল। তেওঁৰ মাটিতে সুন্দৰীদিয়া সত্রৰ প্রতিষ্ঠা হৈছিল। ভকতৰ বাবে নিয়মীয়াকৈ চাউল, খৰি আদিৰ যোগান ধৰিছিল। অতিৰাম বৰুৱা,* প্রসন্নলাল চৌধুৰী* আদিৰ উপৰিপুৰুষ। (১২৭, ১৮১)

**খেৰসূতী** (১৫ শতিকা): ৰাম চৌধাৰীৰ কন্যা। স্বামী সূর্যবৰ। শংকৰদেৱৰ* আইতাক আছিল। শংকৰদেৱৰ মাতৃ সত্যসন্ধা কম বয়সতে ঢুকোৱাত শংকৰক ডাঙৰ-দীঘল কৰাৰ দায়িত্ব লৈছিল। শংকৰদেৱে প্রথম বাৰ তীর্থভ্রমণ কৰি অহাৰ পিছতো তেওঁ জীয়াই আছিল। (২০১)

**খোৰা ৰজা :** চুখামফা চাওক।

# গ

**গংগা গোবিন্দ ফুকন** (৯।১৮৪১-২২।৬।১৯২৬) : জন্ম যোৰহাটৰ ককিলামুখত। পিতৃ কেশৱ দেৱশর্মা। শিৱসাগৰ হাইস্কুলৰ পৰা এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হৈ ১৮৬৩ চনত মণিৰাম দেৱানৰ* বিচাৰক কেপ্টেইন হলৰইডৰ সহকাৰী ৰূপে কিছুকাল চাকৰি কৰে। পিছত এগ্নিউ নামে এজন ইংৰাজ বিষয়াৰ পৰামর্শত ওকালতি পৰীক্ষা পাছ কৰি পোনতে কিছুদিন গুৱাহাটীত, পিছত শিৱসাগৰত মুনচিফ ৰূপে সোমায়। শেষত গোলাঘাটৰ মহকুমাধিপতি হয়গৈ। স্থায়ীভাৱে কিছুকাল দৰং জিলাৰ উপায়ুক্তও আছিল। ১৮৭৭ চনত চৰকাৰী কাম এৰি চাহ বাগিচা খোলে। স্বাধীনচিতীয়া স্বভাৱৰ লোক আছিল আৰু ইংৰাজ বিষয়াৰ লগত সমানে ফেৰ মাৰিছিল। 'আছাম এচোচিয়েছন'ৰ অন্যতম প্রতিষ্ঠাতা। ১৯১৬ চনত গুৱাহাটীত বহা ইয়াৰ অধিবেশনৰ সভাপতি আছিল। পৰমানন্দ ভৰালীক* সহযোগী হিচাপে লৈ শিৱসাগৰ চহৰৰ উন্নতিত অৰিহণা যোগাইছিল। ইয়াৰ মিউনিচিপেলিটিৰ প্রথম চেয়াৰমেন। ১৮৭০ চনত শিৱসাগৰ ছোৱালী হাইস্কুল স্থাপন কৰে। ইয়াত এখন নৈশ বিদ্যালয় প্রতিষ্ঠা কৰিছিল। জাঁজীতো এখন স্কুল খুলিছিল। ভাল চিকাৰীও আছিল। (১৮৭, ৩৬০)

**গংগাৰাম দাস** (১৮ শতিকা) : *'সীতাৰ বনবাস'* নামৰ পদপুথিৰ ৰচক। *'সীতাৰ পাতাল গমন'* নামৰ পুথিও সম্ভৱ তেৱেঁই লিখিছিল। (২০০, ২৬৬)

**গজনাৰায়ণ** (১৬-১৭ শতিকা) : পিতৃ ৰঘুদেৱ।* আহোমে বেলতলা অঞ্চলৰ শাসনকৰ্তা পাতিছিল। (২৯১)

**গজেন বৰুৱা** (১৯১৫—২০।১।১৯৭৭) : জন্ম জামুগুৰিত। পিতৃ গংগাৰাম, মাতৃ কুমুদিনী। জামুগুৰিত প্ৰাথমিক শিক্ষা সাংকৰি তেজপুৰ চৰকাৰী হাইস্কুলত পঢ়িছিল। ১৯৩৩ চনত কানিংহাম চাৰ্কুলাৰৰ বিৰোধিতা



গজেন বৰুৱা

কৰি ফাটেক খায়। ১৯৩৪ চনত প্ৰৱেশিকা পৰীক্ষা দিয়েই ঘৰৰ অমতে কলিকতালৈ যায় আৰু শান্তিনিকেতনত নাম লিখায়। ইয়াত কেইমাহমান থকাৰ পিছত অৰ্থৰ অভাৱত পৰি লাহোৰলৈ যায় আৰু তাৰ 'কেপিটেল চিনেটোন' নামৰ অনুষ্ঠানৰ কেমেৰামেন প্ৰতাপ বৰুৱাৰ* চেষ্টাত তাৰ ষ্টাফ আৰ্টিষ্ট নিযুক্ত হয়, লগতে 'মেযো স্কুল অব আৰ্ট' নামৰ বিদ্যালয়তো ছাত্ৰ হিচাপে ভৰ্তি হয়। প্ৰতাপ বৰুৱাৰ মৃত্যুৰ পিছত দিল্লীলৈ আহি তাৰ এটা প্ৰেছৰ কামত সোমায় আৰু 'বাৰ্মা আৰ্ট গেলেৰী'ত ছবি আঁকিবলৈ লয়। এবছৰমান পিছত 'ওৰিয়েণ্টেল বেলে' নামৰ নৃত্যদলত নৃত্যশিল্পী হিচাপে যোগ দিয়ে। পিছত লা মেৰী নামৰ এগৰাকী ফৰাচী শিল্পীয়ে গঠন দল এটাত সোমাই লাহোৰ, কৰাচী, বোম্বে আদি চহৰত নৃত্য প্ৰদৰ্শন কৰিছিল। লা মেৰী ফ্ৰান্সলৈ গুচি যোৱাত দিল্লীত কেইমাহমান থাকি কথাকলি নৃত্য শিকাৰ উদ্দেশ্যে মাদ্ৰাজলৈ যায়। বোম্বে অপেৰা দলত কিছুদিন থাকি কলিকতাৰ নটৰাজ বাসীৰ দলত যোগ দি ১৯৪০ চনত ব্ৰহ্মদেশলৈ যায়। জব্বলপুৰত এখন সংগীত বিদ্যালয় খুলি সেইখন দুবছৰমান চলাই ১৯৪৪ চনত 'শোণিত কোঁৱৰ স্কুল অব কামৰূপ ডান্সেচ' খোলে। ১৯৫০ চনত জামুগুৰিতে 'কৃষ্টি সংযোগ কেন্দ্ৰ' নামে এটি সাংস্কৃতিক দল গঠন কৰি ভৈয়ামৰ সাংস্কৃতিক ঐক্যত জোৰ দিয়ে। বাঁওজ্ঞা সত্ৰত থাকি সত্ৰীয়া সংস্কৃতি অধ্যয়ন কৰিছিল। জামুগুৰি থানৰ চহৰীয়া সত্ৰৰ পুনৰ প্ৰতিষ্ঠাপক। ১৯৬৫ চনত 'কণ্ঠহাৰ' আৰু 'ঢেকৰ চেকা' নামৰ দুখন আলোচনীৰো সম্পাদনা কৰিছিল। 'শোণিত কোঁৱৰ' নামে জনাজাত আছিল। (৩৩, ২১০)

**গঙ্গাপাণি** : ৰামদাস আতা চাওক

**গড়গঞা ৰজা** : চুক্লেনমুং চাওক

**গড়গঞা সন্দিকৈ ফুকন** ( ? — ১৬৯৫) : গড়গাঁৱৰ মানুহ, প্ৰকৃত নাম চেংকাক। প্ৰথমে নেওগ আছিল লʼৰা ৰজাৰ* দিনত ফুকন হয়। গদাপাণি বা গদাধৰ সিংহৰ* সপক্ষে আছিল আৰু তেওঁ পলাই ফুৰা অৱস্থাত তেওঁৰ লগত গোপনে সংযোগ ৰাখিছিল। ঘাইকৈ তেওঁৰ উদ্যোগতে কলিয়াবৰত থকা বিষয়াসকলে গদাপাণিক ৰজা পাতিবলৈ সম্মত হয়। ১৬৮২ চনত স্বৰ্গদেৱে বন্দৰ লানমাখৰুৰ* ঠাইত বৰফুকন পাতে। দক্ষ বিষয়া আছিল। উমানন্দৰ শিৱমন্দিৰ তেওঁৰ তত্ত্বাৱধানতে সজা হৈছিল। (২৯০)

**গড়মা কুৱঁৰী** (১৬ শতিকা) : পিতৃ গৌড় দেশৰ বাদচাহ। কমতা ৰজাই বিয়া কৰাই হিন্দু কৰি লয় আৰু 'সুশুদ্ধি' নাম দিয়ে। চন্দ্ৰশেখৰ নামে ৰজাৰ এজন পুৰোহিত পুত্ৰৰ লগত তেওঁৰ গোপন প্ৰণয়ৰ কথা গম পাই ৰজাই তেওঁক বন্দী কৰি ৰাখে। এই বাতৰি পাই গৌড়েশ্বৰে তেওঁৰ তোলনীয়া পো তুৰ্বকক কমতা ৰাজ্য আক্ৰমণ কৰিবলৈ

পঠিয়ায়। ইতিমধ্যে সুশুদ্ধিয়ে কছাৰী ৰজা ডেৰচুংফালৈ গোপনে সংবাদ পঠিওৱাত ৰজাই তেওঁক নি নিজৰ মুখ্য পটেশ্বৰী পাতে। তাতে তেওঁ 'গৌৰ মা' বা 'গড়মা' নামে প্ৰসিদ্ধ হয়। ইতিমধ্যে আহোম-কছাৰীৰ মাজত হোৱা ৰণত জয়ী হৈ স্বৰ্গদেউ চুহুংমুঙে* তেওঁক কুঁৱৰী কৰি গড়গাঁৱলৈ লৈ আনে। চুহুংমুঙৰ ওপৰত তেওঁৰ ৰূপৰ বেছ প্ৰভাৱ পৰিছিল। (২৮৬)

**গণপতি বৰ্মন** (৫ম শতিকা): পিতৃ কল্যাণ বৰ্মন*। প্ৰায় ১০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰাৰ পিছত ৪৫০ চন মানত পুতেক মহেন্দ্ৰ বৰ্মনৰ* হাতত ৰাজ্যভাৰ গটাই দিয়ে। (৪৪,১৫৮,২৯৮)

**গণেশচন্দ্ৰ** (১৯ শতিকা) : নেঘেৰিটিং অঞ্চলৰ লোক। পিতৃ আদিৰাম মণিৰাম দেৱানৰ* মাকৰ ফালৰ সম্বন্ধীয় আছিল। ১৮৫৭ চনৰ বৃটিছ বিৰোধী আন্দোলনত মণিৰামক সহায় কৰা হেতুকে তিনি বছৰ কাৰাদণ্ড ভুগিছিল। (১৮৪)

**গণেশ চন্দ্ৰ গগৈ** (১২।১৯০৭—২১।৮।১৯৩৮): জন্ম উত্তৰ লক্ষীমপুৰৰ ঢকুৱাখনাত। পিতৃ কনকচন্দ্ৰ বৃটিছ চৰকাৰৰ ই.এ.চি আছিল। ১৯২৬ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি প্ৰথমে কটন কলেজত, পিছত কাশী বিশ্ববিদ্যালয়ত পঢ়িবলৈ যায়। কিন্তু পৰীক্ষা নিদিয়াকৈ ১৯২২ চনত তাৰ পৰা উভতি আহি ধনশিৰিমুখত কাঠৰ কাৰবাৰত ধৰে; পিছত মদৰ মহলদাৰো হৈছিল। ৰোমান্টিক কবি আৰু নাট্যকাৰ। ৰচনাঃ কবিতাপুথি— *পাপৰি (১৯৩৪) স্বপ্নভংগ* (১৯৪৬); নাটক— *শকুনিৰ প্ৰতিশোধ, কাশ্মীৰ কুমাৰী* (১৯৩৯)। গ্ৰামোফোন ৰেকৰ্ডৰ বাবে *জেৰেঙ্গাৰ সতী, সীতাৰ বনবাস, দক্ষযজ্ঞ, লাচিত* প্ৰমুখ্যে কিছুমান নাট লিখিছিল। ডেৰশমান কবিতা অপ্ৰকাশিত অৱস্থাত আছে। যোৰহাটৰ পৰা ওলোৱা 'নগৰৰ কথা' নামে কাকতত ছদ্মনামত ধেমেলীয়া কথা আৰু কবিতা লিখিছিল। ভাল অভিনেতা, চিকাৰী আৰু খেলুৱৈ আছিল। আনন্দ চন্দ্ৰ বৰুৱাৰ* নলে গলে লগা বন্ধু আছিল। (৮, ১৮, ২০৭, ২৬৬)

**গণেশ চন্দ্ৰ হাজৰিকা** (২০ শতিকাৰ আগভাগ): জন্ম শিৱসাগৰৰ ওচৰৰ কোঁৱৰপুৰ মৌজাৰ যোগনীয়া গাঁৱত। পিতৃ যোগাই। কটন কলেজত পঢ়া কালত একতা সভা, এ.এচ.এল. ক্লাব, অসম ছাত্ৰ সম্মিলন আদিৰ লগত জড়িত আছিল। সদৌ অসম কৈৱৰ্ত সম্মিলনৰ অন্যতম প্ৰতিষ্ঠাতা। বাঁহী, আলোচনী, আদি কাকতত প্ৰবন্ধ আৰু কবিতা ছপা হৈছিল। প্ৰকাশিত পুথি *'বিশ্ব আৰু তাৰ প্ৰাকৃতিক চিত্ৰ'* (১৯২০)। বিয়াৰ পিছত আত্মহত্যা কৰে। (৮, ২০০)

**গণেশলাল চৌধুৰী** (১৮৯৬-১৯৩২): জন্ম পলাশবাৰীত। পিতৃ শ্যামলাল*। প্ৰসন্নলাল চৌধুৰীৰ* ভায়েক। হাইস্কুলৰ কেইশ্ৰেণীমান পঢ়ি ১৯১৪ চনত বোলপুৰলৈ পলাই যায় আৰু তাত থাকি পঢ়াৰ সিদ্ধান্ত কৰে। কিন্তু ধনৰ অভাৱত উভতি আহে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত পত্ৰালাপ আছিল। এখন নাটক আৰু কিছু কবিতা লিখিছিল। বাঁহী, চেতনা, আসাম বান্ধৱ, আৱাহন আদিত কবিতা প্ৰকাশ হৈছিল। মঞ্চশিল্পীও আছিল। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি ফাটেক খাটিছিল। গুৱাহাটীত মৃত্যু হয়। (৮,২১)

**গদাধৰ সিংহ** (?—২।১৬৯৬): পিতৃ তুংখুঙীয়া ফৈদৰ গোবৰ ৰজা*। পূৰ্বৰ নাম গদাপাণি। ল'ৰা ৰজাই* ৰজা হোৱাৰ উপযুক্ত কোঁৱৰসকলক অংগখুঁত বা হত্যা কৰিবলৈ বিচাৰি ফুৰাত তিনি বছৰমান কাল বিভিন্ন ঠাইত আত্মগোপন কৰি থাকে। লালুকসোলা বৰফুকনৰ* হত্যাৰ পিছত ১৬৮১ চনত বিষয়াসকলে ল'ৰা ৰজাক ভাঙি কলিয়াবৰতে তেওঁক ৰজা বুলি ঘোষণা কৰে। ৰাজ পাটত উঠি আহোম মতে

চুপাংফা আৰু হিন্দুমতে গদাধৰ সিংহ নাম লয়। ৰজা হৈয়ে ইটাখুলিত হোৱা ৰণত মোগলক পৰাস্ত কৰি গুৱাহাটী পুনৰুদ্ধাৰ কৰে আৰু মোগল সৈন্যক মানাহ পাৰ কৰি খেদি পঠিয়ায়। ৰাজক্ষমতা হস্তগত কৰিব খোজা বিষয়াসকলক কঠোৰ শাস্তি দি, নামচঙীয়া আৰু লোথা নগাসকলক দমন কৰি দেশলৈ শান্তি আৰু সুস্থিৰতা আনে। জয়ধ্বজ সিংহৰ* দিনৰ পৰাই ক্ষমতাশালী হৈ উঠা সত্ৰসমূহৰ পৰা বিপদৰ আশংকা কৰি মহন্ত নিযাতন অভিযান চলাইছিল। নিজে শাক্ত আছিল। তেওঁৰ আদেশতে ১৬৯৪ চনত উমানন্দ দেৱালয় সজা হৈছিল। ধোদৰ আলি, নগা আলি আদি নিৰ্মাণ কৰাইছিল। দেশত জৰীপ কৰা কাম আৰম্ভ কৰাইছিল বাহুবলী আৰু দৃঢ়চেতা পুৰুষ আছিল। জয়মতীৰ* স্বামী (৮১, ৬৮, ২৯৮)

**গধুলা ব্ৰাওন (১৯ শতিকা) :** জন্ম শিৱসাগৰৰ দৈ কলঙীয়া গাঁৱত। পিতৃ কৈৱৰ্তকুলীয়া কলিবৰ দাসে ১৯৯৫ চনতে খৃষ্টান ধৰ্ম গ্ৰহণ কৰি প্ৰায় দুকুৰি বছৰ ধৰি খৃষ্টান মিছনৰ সেৱা কৰিছিল। পুত্ৰ গধুলাই খৃষ্টানসকলে স্থাপন কৰা নগাঁৱৰ 'অৰফেন ইনষ্টিটিউ'ত পঢ়ি ১৯৫৩ চনত তাৰ পৰা শিক্ষা সাং কৰে। ১৮৫৮ চনত খৃষ্টান ধৰ্মত দীক্ষিত হৈ ব্ৰাফুচ ব্ৰাওন নাম লয়। ধৰ্ম প্ৰচাৰাৰ্থে উত্তৰ কামৰূপত কেইবা বছৰো থাকি ১৮৬৬ চনত শিৱসাগৰলৈ আহে আৰু লুচী নামৰ এজনী খৃষ্টান ছোৱালী বিয়া কৰায়। বিয়াৰ পিছত সপৰিয়ালে মাজুলীলৈ গৈ তাত ধৰ্মপ্ৰচাৰৰ চেষ্টা কৰি সুবিধা কৰিব নোৱাৰাত ১৮৭১ চনত নগা পাহাৰলৈ যায়গৈ। তাত অসমীয়া ভাষাৰ মাধ্যমেৰে আন নগাসকলৰ মাজত খৃষ্টৰ বাণী প্ৰচাৰ কৰি ধৰ্মৰ লগত অসমীয়া ভাষাৰ প্ৰচাৰো কৰিছিল। (১৭৩ক, ৩৬৩)

**গমধৰ কোঁৱৰ (১৯ শতিকা):** পিতৃ আহোম ৰাজপৰিয়ালৰ যেনা কোঁৱৰ। ইংৰাজে অসম অধিকাৰ কৰাৰ লগে লগেই বহুতো বিক্ষুব্ধ আহোম বিষয়াই এওঁক ৰজা পাতি লৈ বৃটিছক খেদোৱাৰ ষড়যন্ত্ৰ কৰিছিল। বৃটিছে সহজেই এই বিদ্ৰোহ ওফৰাই পেলোৱাত গমধৰে যোৰহাটলৈ নিজে ধৰা দিয়ে। মণিৰাম দেৱান* অাগিয়ে পঞ্চায়ত সজা বহুৱাই এওঁক মৃত্যুদণ্ড দিছিল। কিন্তু ইংৰাজ শাসনাধিপতি নিউভিল চাহাবে সেই দণ্ড পৰা ৰেহাই দি যোৰহাটৰ ফাটেকত থয়। গমধৰে ফাটেকৰ পৰা পলাই গৈ ভেশচন ধৰি ঘূৰি ফুৰোঁতে পুনৰ ধৰা পৰে। তেতিয়া ডেভিড স্কটে তেওঁক চৌন্ধ বছৰ ফাটেক দি বংগদেশৰ ৰংপুৰ জেলত ৰাখে। পিছত কি হ'ল জনা নাযায়। (৫২, ১৮৪)

**গগনাৰায়ণ চৌধুৰী (১৮৯৩ ১৯৭৯).** জন্ম বৰপেটাৰ ৭৫৬৩ ত। পিতৃ আনন্দৰাম চেঙা মৌজাৰ মৌজাদাৰ আছিল। মাতৃ কামেশ্বৰী। কটন কলেজিয়েট স্কুলৰ পৰা প্ৰবেশিকা আৰু কটন কলেজৰ পৰা বি এ পাছ কৰি গুৱাহাটীৰে আৰ্ল ল. কলেজত নাম লগায় আৰু ১৯২১ চনত তাৰ পৰা বি.এল. উপাধি লয়। বৰপেটাত কিছু বছৰকাল ওকালতি কৰাৰ পিছত ১৯৪৭ চনত গুৱাহাটীত ওকালতি কৰিবলৈ লয়। ছাত্ৰ নেতা আছিল। ১৯২২ চনত হেমচন্দ্ৰ গোস্বামীৰ* সভাপতিত্বত গুৱাহাটীত বহা অসম ছাত্ৰ সম্মিলনৰ সপ্তম অধিবেশনত ইয়াৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হোৱাৰ লগতে ইয়াৰ মুখপত্ৰ 'মিলন'ৰো সম্পাদনাৰ দায়িত্ব লৈছিল। ১৯২২-২৩ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ* 'চেতনা' কাকতৰ সম্পাদকৰ দায়িত্বত আছিল। বৰগীতসমূহ সম্পাদনা কৰি উদ্ৰিওৱাৰ উপৰিও নাৰায়ণ দাস ঠাকুৰ আতাৰ* এখন চৰিত পুথি লিখিছিল। ১৯৬৯-৭০ কালছোৱাৰ 'অসম বাৰ্তাৰ'ত ই ধাৰাবাহিক ভাৱে প্ৰকাশ পাইছিল। (৪০০)

**গহনচন্দ্ৰ গোস্বামী (৪।৪।১৯০০—১৮।১।১৯৭৯) :** জন্ম তেজপুৰৰ নিকামুল সত্ৰত। পিতৃ মংগল চন্দ্ৰ, মাতৃ ভিম্বেশ্বৰী। পিতৃ বিয়োগ হেতু ন বছৰ বয়সতে নিকামুল

সত্ৰৰ অধিকাৰ হয়। ঘৰতে প্ৰাথমিক শিক্ষা লৈ তেজপুৰ চৰকাৰী হাইস্কুলত নাম লগায়, লগতে ঘৰুৱাভাৱে সংস্কৃত শিক্ষাও আৰম্ভ কৰে। পিছত উচ্চ শিক্ষাৰ্থে নবদ্বীপলৈ যায় আৰু তাত তিনি বছৰ থাকি 'কবিৰত্ন' উপাধি পায়। উভতি



গহণ চন্দ্ৰ গোস্বামী

আহি সত্ৰ পৰিচালনাৰ দায়িত্ব লোৱাৰ লগতে পৰম্পৰাগত বৈষ্ণৱ সংগীতৰ লগতে আধুনিক সংগীতৰো শিক্ষা লয়।

১৯২১ চনত বাহৰ ফুৰিবলৈ যাওঁতে নগাঁৱত মহাত্মা গান্ধীৰ ভাষণ শুনি বিশেষভাৱে অনুপ্ৰাণিত হয় আৰু সামন্তযুগীয় ধৰ্মীয় আড়ম্বৰ ত্যাগ কৰি স্বাধীনতাৰ যুঁজত জপিয়াই পৰে। ১৯৩১-৪২ কালছোৱাৰ ভিতৰত প্ৰায় পাঁচ বছৰ কাৰাদণ্ড ভোগাৰ উপৰিও বিয়াল্লিশত সত্যাগ্ৰহ কৰাৰ শাস্তিস্বৰূপে ৭৯ বিঘা মাটি, লগতে অনেক অস্থাৱৰ সম্পত্তি নিলামত হেৰুৱাব লগা হয়। সত্ৰৰ ভালেমান পুৰণি সম্পদো পুলিচৰ হাতত নষ্ট হয়। 'গোঁসাই প্ৰভু' নামেৰে জনাজাত আছিল। দেশৰ মুখ্য নেতাসকল জেলত থকা সময়ত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত স্বাধীনতা আন্দোলন চলাই যোৱাৰ ভাৰ পৰিছিল জ্যোতিপ্ৰসাদ আগৰৱালাৰ* লগতে 'গোঁসাই প্ৰভু'ৰ ওপৰত। তেজপুৰৰ সত্ৰত গোপনে মৃত্যুবাহিনীৰ প্ৰশিক্ষণ দিছিল। স্বাধীনতাৰ পিছত অসমৰ প্ৰথম বিধান সভাত গহপুৰ সমষ্টিৰ প্ৰতিনিধিত্ব কৰিছিল। নিষ্ঠাবান সমাজকৰ্মী আছিল। খাদীৰ প্ৰচাৰ, অস্পৃশ্যতা বৰ্জন, সাম্প্ৰদায়িক সম্প্ৰীতি আদি কামত আগভাগ লৈছিল। জনজাতিসকলৰ লগত একাত্মীয়তাৰ ভাৱ গঢ়ি তোলাত বিশেষ উদ্যোগী আছিল। বৰ্তমান অৰুণাচলৰ কামেং আৰু চিয়াং অঞ্চলত শংকৰী ধৰ্ম প্ৰচাৰৰ বাবে যত্নপৰ হৈছিল। বৈষ্ণৱ সংস্কৃতি জনপ্ৰিয় কৰি তোলাত আগৰণুৱা আছিল। ১৯৬০ চনত সংগীত নাটক একাডেমীৰ ৰাজ্যিক আৰু ১৯৭১ চনত ৰাষ্ট্ৰীয় বঁটা পাইছিল। বিশ্ব হিন্দু পৰিষদৰ পৰা পাইছিল 'ধৰ্মৰত্ন' উপাধি। অসম সাহিত্য সভাৰ বৰপেটা অধিবেশনত সাংস্কৃতিক সম্মিলনৰ সভাপতি আছিল। (৪০০)

**গাগিনী ডেকা মহন্ত** (?—১৭৭০) : পিতৃ মাযামৰা সত্ৰ অধিকাৰ অষ্টভুজদেৱ*। ভাল নাম সন্তভুজ। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ * দেবগাঁৱৰ পৰা ৰংপুৰলৈ যাওঁতে বাটতে ৰজাক সোধপোচ কৰাত অপৰাধ ধৰি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই* অপমান কৰে আৰু শাৰীৰিকভাৱে নিৰ্যাতন কৰোৱায়। ইয়াৰ প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে নামঘৰ সজাৰ অজুহাতত সকলো শিষ্যকে মালৌ পথাৰত গোট খুৱায়। শিষ্যৰ বিপুল পৰিমাণ দেখি উৎসাহিত হৈ ৰজাঘৰৰ বিৰুদ্ধে ৰাঘ মৰাণ*, নাহৰখোৱা* আদিৰ লগত যোগ দিয়ে। ৰাঘ মৰাণ আদিৰ মৃত্যুৰ পিছত লক্ষ্মীসিংহ* যেতিয়া পুনৰ ৰাজপাটত উঠে, তেতিয়া ৰজাঘৰীয়া সৈন্যৰ হাতত পিতা-পুত্ৰ দুয়োৰে মৃত্যু হয়। (২৮৮, ২৯০)

**গাভৰু খাঁ** (১৬ শতিকা): পিতৃ ৰাম খাঁ। চিলাৰায়ৰ* আহোম ৰাজ্য আক্ৰমণ অভিযানৰ অন্যতম সেনাপতি আছিল। কংসাৰি কায়স্থ* প্ৰমুখ্যে বৈষ্ণৱ কবিসকলৰ পৃষ্ঠপোষকতা কৰিছিল। চতুৰ্ভুজ ঠাকুৰৰ* কন্যা ভৱপ্ৰিয়াক বিয়া কৰাইছিল। (২৬৬, ২৯৯)

**গিদাগাঠি হাজৰিকা** (১৭ শতিকা): দক্ষিণপাটৰ হাজৰিকা আছিল। লালুকসোলা বৰফুকনৰ* আদেশত

জয়মতী কুঁৱৰীক* শাস্তি দি মাৰিছিল। লালুকসোলাৰ মৃত্যুৰ পিছত ভোটাই ডেকা* আৰু মাধ তামুলীয়ে তেওঁক কলিযাবৰৰ বৰফুকন পাতে। কিন্তু কিছুদিনৰ পিছতেই তেওঁৰ ঠাইত বন্দৰ লানমাখৰু* বৰফুকন হয়। (২৮৮, ২৯০)

**গিয়াচুদ্দিন** (১৬-১৭ শতিকা) : পিতৃ আবুবকৰ। আবুবকৰ কোচ হাজোৰ শাসন কৰ্তা পৰীক্ষিত নাৰায়ণক* দমন কৰাৰ উদ্দেশ্যে ঢাকাৰ নবাবে ১৬১৪ চনত পঠোৱা সৈন্যদলৰ অন্যতম সেনাপতি আছিল। গিয়াচুদ্দিন পিতৃৰ স'তে অসমলৈ আহিছিল। পৰীক্ষিতৰ লগত হোৱা যুদ্ধত তেওঁৰ মৃত্যু হয়। পণ্ডিত লোক আছিল। তেওঁৰ সমাধিস্থল পিছলৈ 'পোৱা মক্কা' নামে প্ৰসিদ্ধি লাভ কৰে। (২৮৮)

**গিৰিকান্ত মহন্ত** (৩।১।১৯০৯ -১।১০।১৯৮০). জন্ম কলিযাবৰত। পিতৃ দেউকান্ত শ্ৰাৱণী সত্ৰৰ অধিকাৰ আছিল

মাতৃ পদুমী। ১৯২৭ চনত স্থানীয় মজলীয়া স্কুলৰ শিক্ষা সাংকৰি কলিযাবৰ আদৰ্শ বিদ্যাপীঠত নাম লগায়। কিন্তু দশম শ্ৰেণীত পঢ়ি থাকোতেই অসহযোগ আন্দোলনত যোগ দি চাৰিমাহ জেল খাটে। জেলৰ পৰা ওলাই তেজপুৰৰ নিকামূল সত্ৰত থাকি তেজপুৰ একাডেমীত নাম ভৰ্তি কৰে। ১৯৩২ চনত প্ৰৱেশিকা পৰীক্ষাৰ বাবে সাজু হওঁতেই কানিংহাম চাৰ্কুলাৰৰ ফলত পৰীক্ষা দিয়াৰ পৰা বাঞ্চিত হয়। ১৯৩৪ চনত শিক্ষক জীৱন আৰম্ভ কৰি ১৯৪১ চনত নৰ্মাল পঢ়িবৰ বাবে যোৰহাটলৈ যায়। কিন্তু বিয়াল্লিশৰ গণ-বিপ্লৱত যোগ দিয়াত চাকৰি হেৰুৱায়। ১৯৪৪ চনতহে নৰ্মাল পাছ কৰি কলিয়াবৰ হাইস্কুলৰ শিক্ষক হয়। ১৯৭২ চনত তাৰ পৰা অৱসৰ লয়।

সত্ৰীয়া সংস্কৃতিৰ গৱেষক আৰু প্ৰচাৰক। অসমৰ বিভিন্ন ঠাইত গীত-মাত-ভাওনা পৰিবেশন কৰাৰ উপৰিও নাগপুৰ, দিল্লী আদি চহৰত সত্ৰীয়া সংস্কৃতি প্ৰদৰ্শন কৰিছিল। *জন্মযাত্ৰা, বৈকুণ্ঠ প্ৰয়াণ, শালদৈত্য বধ, প্ৰভাস যাত্ৰা* আদি কেইবাখনো নাট লিখি মঞ্চস্থ কৰিছিল। সত্ৰীয়া সংস্কৃতিৰ গৱেষণাৰ নিমিত্তে ১৯৭২ চনত কেন্দ্ৰীয় সংগীত নাটক একাডেমীয়ে ফেলোশ্বিপ দিছিল। গৱেষণাৰ ফলস্বৰূপে '*সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল (মধ্য অসম)*, নামেৰে এখন কিতাপ যুগুত কৰিছিল। '*খোলৰ প্ৰাথমিক তাল*' আৰু '*অংকীয়া ভাওনাৰ প্ৰশিক্ষণ*' নামেৰে দুখন পাঠ্যপুথি জাতীয় কিতাপো লিখিছিল। কিন্তু প্ৰতিখন কিতাপেই অপ্ৰকাশিত। ছটা বৰগীতৰ স্বৰলিপিৰে *'বৰগীত গৱেষণা সমিতি'ক সহায় কৰিছিল। গুৱাহাটীত মৃত্যু হয়। (৫০)*

**গিৰিজা হাজৰিকা** (  ১৬।৫।১৯৮৯) এগৰাকী অগ্ৰণাৰীৰ অভিনেত্ৰী। ১৯৫০-৬০ৰ দশকত অসমৰ প্ৰায়বোৰ ৰংগমঞ্চ আৰু কথাছবিত ভাও লৈছিল। অভিনয় কৰা কথাছবিবিলাকৰ ভিতৰত 'সতী বেউলা' আৰু 'নিৰ্মলা অংক' উল্লেখযোগ্য। (৪০০)

**গিৰিধৰ শৰ্মা** (৩।৭।১৯১২—১০।৫।১৯৭৮): জন্ম নলবাৰীৰ ওচৰৰ ককয়া গাঁৱৰ গোবিন্দ মিশ্ৰৰ* বংশত। পিতৃ ৰাধানাথ, মাতৃ দশমপ্ৰিয়া। আঠ বছৰ বয়সতে পিতৃ বিয়োগ হোৱাত মাকে কষ্টেৰে-ডাঙৰ দীঘল কৰে। ১৯২৯ চনত এম.ই.আৰু ১৯৩৩ চনত চামতা হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি ওচৰৰে গঙ্গিয়া প্ৰাথমিক বিদ্যালয়ত শিক্ষকতাৰ কামত সোমায়, লগতে সংস্কৃত টোলত অধ্যয়নো আৰম্ভ কৰে। ১৯৩৫ চনত টোলৰ ব্যাকৰণৰ উপাধি পৰীক্ষাত প্ৰথম হৈ সোণৰ পদক পায়। সেই বছৰতে যোৰহাটৰ নৰ্মাল স্কুলত নাম ভৰ্তি কৰে। নৰ্মালৰ শিক্ষা সাং কৰি প্ৰথমতে নলবাৰী ছোৱালী এম.ই.স্কুলত প্ৰধান শিক্ষকৰূপে সোমায়। পিছত ১৯৩৯ চনৰ পৰা ১৯৪৯ চনলৈকে চৰকাৰী হাইস্কুলৰ শিক্ষক ৰূপে কহিমা, শিৱসাগৰ, উত্তৰ লখীমপুৰ, ধুবুৰী আৰু গুৱাহাটীত চাকৰি

কৰে। এই কালছোৱাৰ ভিতৰতে প্ৰাইভেটকৈ পৰীক্ষা দি ১৯৪৮ চনত অসমীয়া বিষযত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। *Sanskrit Grammer and Composition'* আৰু *'প্ৰৱেশিকা ৰচনা শিক্ষা'* নামৰ দুখন পাঠ্যপুথিও এই কালছোৱাতে ৰচনা



গিৰিধৰ শৰ্মা

কৰিছিল। এম.এ. মহলাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ সন্দিকৈ কলেজত কেইমাহমান কাম কৰাৰ পিছত বাৰ বছৰ কাল (১৯৫০-৬২) কটন কলেজত অধ্যাপনা কৰে। *'অসমীয়া ভাষাৰ ব্যাকৰণ,'* *'অসমীয়া অভিধান,'* *'Sarma's Anglo-Assamese Dictionary'*, *'সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা'* আদি পাঠ্যপুথি ৰচনা কৰাৰ উপৰিও এই কালছোৱাৰ ভিতৰত *'গল্পগুচ্ছ'* আৰু *'দেৱী চৌধুৰানী'* বঙলাৰ পৰা অনুবাদ কৰে আৰু অধ্যাপক হেমন্ত শৰ্মাৰ লগ লাগি এখনি *'চুটি গল্প সংকলন'* সম্পাদনা কৰে।

কৰ্মযোগী পুৰুষ আছিল। বিভিন্ন শিক্ষা আৰু সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত আছিল। ভালেমান বছৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিল আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সভ্য আছিল। জীৱনৰ শ্ৰেষ্ঠ কীৰ্তি গুৱাহাটীৰ আৰ্যবিদ্যাপীঠ কলেজ। ১৯৫৮ চনত এই কলেজ স্থাপন কৰে আৰু চৰকাৰী চাকৰি ইস্তফা দি ১৯৬২ চনৰ পৰা ইয়াৰ অধ্যক্ষ হয়। এই পদৰ পৰা অৱসৰ লয় ১৯৭৫ চনত। অৱসৰৰ পিছত ঘৰতে এটি ছপাখানা খুলিছিল।

১৯৬১ চনৰ পৰা লাইব্ৰেৰী সংঘৰ লগত জড়িত আছিল। সাহিত্য সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯৭৩ চনত ৰঙিযাত বহা সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ সভাপতি হৈছিল।

ৰাষ্ট্ৰীয় সেৱক সংঘৰ লগত বিশেষভাৱে জড়িত আছিল। ১৯৭৫ চনৰ পৰা মৃত্যু পৰ্যন্ত এই সংঘৰ প্ৰান্তীয় সংঘচালক আছিল। (১২৭, ২৪০, ৩১৭)

**গিৰীন্দ্ৰনাথ চৌধুৰী** (? ১৯৮৬) : জন্ম উত্তৰ গুৱাহাটীত। পিতৃ জীৱনচন্দ্ৰ। ১৯৩০ চনত কটন কলেজত পঢ়ি থকা কালত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে কলেজত পিকেটিং কৰাত ছমাহ কাৰাদণ্ড ভোগে। বিয়াল্লিশৰ আন্দোলনত ভাগ লৈ চাকৰি ইস্তফা দিছিল। কংগ্ৰেছ কৰ্মী আছিল। কিছুকাল ৰাজ্যিক মন্ত্ৰীসভাৰ সদস্যও হৈছিল। (৪৩ক)

**গিৰীন্দ্ৰনাথ গগৈ** (১৮৯৩ - ১৯৬৯) : জন্ম শিৱসাগৰৰ হাঁহচৰা মৌজাৰ জাজিপটীয়া গাঁৱত। নাজিৰা হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কটন কলেজৰ পৰা বি. এ. পাছ কৰি বাণিজ্য শিক্ষা অধ্যয়নৰ অৰ্থে বোম্বেলৈ যায়। কিন্তু এই শিক্ষা আধৰুৱাকৈ এৰি ১৯২৬ চনত গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধি লৈ শিৱসাগৰত ওকালতি কৰেহি। লগতে কংগ্ৰেছৰ নেতৃত্বত হোৱা আইন অমান্য আন্দোলনতো যোগ দিয়ে। ১৯৩৯ চনত কংগ্ৰেছ ত্যাগ কৰি আহোম সভা গঠন কৰে। ১৯৫১ চনত পুনৰ কংগ্ৰেছত যোগ দি ১৯৫২ চনৰ পৰা ১৯৬২ চনলৈকে বিধানসভাৰ সদস্য হৈ আছিল। এই কালছোৱাত প্ৰথমে উপমন্ত্ৰী, পিছত পূৰ্ণ পৰ্যায়ৰ মন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰিছিল। 'সদৌ অসম অন্যান্য পিছপৰা সম্প্ৰদায়'ৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। (৪০০)

**গিৰীশ চন্দ্ৰ চৌধুৰী (১৮৯৫ - ১৯৮২) :** জন্ম বৰপেটাত। পিতৃ ভক্তিৰাম, মাতৃ চন্দ্ৰাৱলী। বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৯১৯ চনত কটন কলেজৰ পৰা বি. এ. আৰু ১৯২২ চনত আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধি লয়। প্ৰথম বৰপেটাত ওকালতি কৰিছিল। পিছত চৰকাৰী চাকৰিত সোমাই ১৯৫৪ চনত অতিৰিক্ত উপায়ুক্তৰূপে অৱসৰ লয়। অভিনেতা আৰু নাট্যকাৰ আছিল। *'মণিপুৰৰ যুদ্ধ'* আৰু *'শিবাজী মহাৰাজ'* নামৰ দুখন নাটৰ ৰচক। বিয়াল্লিশৰ আন্দোলনত অংশ লৈছিল। শেষ বয়সত বৰপেটা জিলা জনতা পাৰ্টিৰ সভাপতি হৈছিল। (৪০০)

**গিৰীশ চন্দ্ৰ বেজবৰুৱা (২২।১০।১৮৭০—?) :** জন্ম শিৱসাগৰৰ অৰ্জুনগুৰিত। পিতৃ ঘনশ্যাম, মাতৃ দুৰ্গেশ্বৰী। নগাঁও হাইস্কুলত প্ৰধান শিক্ষকৰ সৈতে কাজিয়া কৰি ৰাষ্টিকেট হোৱাত কলিকতাত পঢ়েগৈ। ১৮৮৯ চনত এণ্ট্ৰেন্স পৰীক্ষাত অকৃতকাৰ্য হয়। পিছৰ বছৰত নগাওঁ হাইস্কুলৰ পৰা এই পৰীক্ষা পাছ কৰে। কলিকতাৰ জেনেৰেল এচেম্ব্লি ইনষ্টিটিউছনত উচ্চ শিক্ষাৰ বাবে নাম ভৰ্তি কৰিছিল যদিও পঢ়া নহ'ল। প্ৰথমে কাছাৰীত, পিছত বিভিন্ন চাহ বাগিচাত চাকৰি কৰিছিল। দুৰ্দান্ত আৰু সাহসী মানুহ আছিল। ১৯০৯ চনত গুৱাহাটীত ভূটানৰ প্ৰধান মন্ত্ৰীক লগ পাই ভূটানৰ ৰাজধানী পুনাখালৈ যায়। তাৰ প্ৰধান মন্ত্ৰীৰূপে ভূটানত চাৰি বছৰ আছিল। ভূটানত থকা কালত তিব্বত আৰু লাচালৈও গৈছিল। (২১৭)

**গিৰীশ চন্দ্ৰ ৰায়চৌধুৰী (১৮৮৩—৫।১০।১৯৪৫) :** জন্ম বৰপেটাৰ সুন্দৰীদিয়াত। পিতৃ কৃষ্ণৰাম, মাতৃ দৈৱকীসুন্দৰী। অম্বিকাগিৰীৰ* জ্যেষ্ঠ ভ্ৰাতৃ। গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা আই.এ.পাছ কৰি কোচবিহাৰ কলেজত বি.এ.পঢ়ে। কিন্তু পাছ কৰিব নোৱাৰি প্ৰথমে গুৱাহাটীৰ সোণাৰাম, পিছত তেজপুৰ হাইস্কুলত শিক্ষকৰূপে সোমায়। সহকাৰী স্কুল পৰিদৰ্শক ৰূপে ধুবুৰীত বহুদিন আছিল। তাৰ পৰা গৈ সদিয়া চৰকাৰী মাইনৰ স্কুলৰ প্ৰধান শিক্ষক, কটন কলেজিয়েটৰ শিক্ষক আৰু বৰপেটা চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হয়। অৱসৰৰ পিছত ১৯৪৪ চনত বনিয়াকুচি স্কুল, ১৯৪৫ চনত তিনিচুকীয়া চেনাইৰাম স্কুলৰ প্ৰধান শিক্ষক হয়। সমাজৰ নৈতিক উন্নয়নৰ হেতু চেষ্টা কৰিছিল। সত্ৰীয়া সংস্কৃতিৰ ভক্ত আছিল আৰু নিজে বৰগীত গাব পাৰিছিল। অভিনয়তো ৰাপ আছিল। ভায়েক অম্বিকাগিৰীক* নানা প্ৰকাৰে সহায় কৰিছিল। শ্বিলঙত মৃত্যু হয় (১৭, ২২)

**গুণ্প্ৰানন বৰুৱা (১৮৬০-১৯৩৬) :** জন্ম শিৱসাগৰত। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৮৩ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। ১৮৮৯ চনত তাৰ পৰা বি.এল. উপাধি লৈ শিৱসাগৰত ওকালতি কৰিছিল। কলিকতাৰ এ.এচ.এল ক্লাবৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ঘনশ্যাম বৰুৱা*, ৰত্নধৰ বৰুৱা* আদিৰ স'তে লগ লাগি শ্বেক্সপীয়েৰৰ 'কমেডি অৱ এৰ্ৰচ' নাটখন *'ভ্ৰমৰংগ'* নাম দি অসমীয়ালৈ ভাঙনি কৰাৰ উপৰিও 'মাৰ্চেন্ট অৱ ভেনিচ'খনো অসমীয়ালৈ নিজাকৈ অনুবাদ কৰিছিল। (৩১১)

**গুণগোবিন্দ দত্ত (১৯০১-১৮।৬।১৯৭৩):** জন্ম যোৰহাটৰ নকাৰী গাঁৱত। ১৯১৮ চনত যোৰহাট চৰকাৰী স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত ভৰ্তি হয়। তাৰ পৰা ১৯২০ চনত প্ৰথম বিভাগত আই.এ. আৰু ১৯২২ চনত বুৰঞ্জীত সন্মানসহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ ঢাকালৈ যায়। তাৰ পৰা ১৯২৪ চনত বুৰঞ্জীত এম.এ. আৰু ১৯২৫ চনত বি.এল উপাধি লাভ কৰে। যোৰহাট আৰু গুৱাহাটীত পাঁচ বছৰকাল ওকালতি কৰাৰ পিছত উজনি অসমৰ প্ৰথম মহাবিদ্যালয়

জগন্নাথ বৰুৱা কলেজ (তেতিয়া যোৰহাট কলেজ) প্ৰতিষ্ঠা হোৱাত তাত অবৈতনিক ভাৱে অধ্যাপনা কৰিবলৈ লয়। মাধৱ চৌধুৰী কলেজৰ অধ্যক্ষৰূপে এবছৰমান কাল (১৯৪৯-৫০) বৰপেটাত কটোৱাৰ পিছত পুনৰ জে.বি. কলেজলৈ উপাধ্যক্ষৰূপে আহে আৰু ১৯৫২ চনৰ পৰা ১৯৬৪ চনলৈকে এই মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে থাকে। ১৯৬৮ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনত বুৰঞ্জী সম্মিলনৰ সভাপতিত্ব কৰিছিল। *'ভাৰতৰ চমু বুৰঞ্জী', 'ইংলণ্ডৰ চমু বুৰঞ্জী'* আৰু 'A Short European History' নামৰ তিনিখন বুৰঞ্জী বিষয়ক পাঠ্যপুথিৰ ৰচক। (৪০০)

**গুণাভি বৰদলৈ** (১৮৯০-২৬।৮।১৯৪২): জন্ম বেবেজিয়াৰ দৰঙীয়া গাৱঁত। বিয়াল্লিশৰ আন্দোলনত



গুণাভি বৰদলৈ

মিলিটেৰীৰ আগমন ব্যৰ্থ কৰাৰ উদ্দেশ্যে জোঙ্গাল বলহু গড়ৰ ওচৰৰ এখন দলং ভাঙিবলৈ যাঁওতে মিলিটাৰীৰ গুলিত ছহীদ হয়। (১১১)

**গুণাভিৰাম বৰুৱা** ১২।১।১৮৩৪-২৫।৩।১৮৯৪) : জন্ম যোৰহাটত। পিতৃ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ* তোলনীয়া পুতেক ৰণৰাম। মাতৃ ৰণৰামৰ দ্বিতীয়া পত্নী শচী দেৱী।

চাৰি বছৰ বয়সত দেউতাক আৰু বাৰ বছৰ বয়সত মাক ঢুকোৱাত সম্পৰ্কীয় ভতিজাক আনন্দৰাম ঢেকিয়াল ফুকনে* পঢ়াশুনাৰ দায়িত্ব লয়। ১৮৫১ চনত আনন্দৰামৰ লগত কলিকতালৈ গৈ তাৰ স্কুলত পঢ়ে আৰু প্ৰৱেশিকা পৰীক্ষাত বৃত্তি পাই প্ৰেচিডেন্সী কলেজত নাম লগায়। কিন্তু দ্বিতীয় বাৰ্ষিকৰ পৰীক্ষাত কৃতকাৰ্য নহৈ পঢ়া এৰে আৰু আনন্দৰামে কলিকতাত প্ৰতিষ্ঠা কৰা ছপাশাল 'নিউপ্ৰেছ'ৰ অধ্যক্ষ হয়। ১৮৫৭ চনত কলিকতাৰ পৰা অসমলৈ আহি থাকোতে *'ৰাম নৱমী'*নাটক ৰচনা কৰে। ১৮৫৯ চনত ছাব এচিষ্টেণ্ট কমিচনাৰ পদত মকৰল হয়। পিছত কালেক্টৰ, মহকুমাধিপতি আদি বিভিন্ন পদত থাকি তেজপুৰ, গোৱালপাৰা, নগাওঁ, ধুবুৰী আদি অসমৰ বিভিন্ন ঠাই ঘূৰি ১৮৯০ চনত অৱসৰ লয়। ১৮৮৭ চনত 'ৰায় বাহাদুৰ' খিতাপ পায়। ১৮৬৯ চনতে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল।

দুবাৰ বিয়া কৰিছিল। প্ৰথম বিবাহ সম্পন্ন হয় ১৮৫৭ চনত আনন্দৰামৰ খুলশালীয়েক ব্ৰজসুন্দৰীৰ লগত। ১৮৬৭ চনত ব্ৰজসুন্দৰীৰ মৃত্যু হোৱাত ১৮৭০ চনত পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়াক* বিয়া কৰে। ১৮৭২ চনত বিবাহ পঞ্জীয়ন আইন বলবৎ হোৱাত সেই বছৰতে এই বিবাহ ৰেজিষ্ট্ৰী কৰে। এয়ে অসমৰ প্ৰথম ৰেজিষ্ট্ৰী বিবাহ আৰু সম্ভৱ জাদুৰাম ডেকা বৰুৱাৰ* পিছৰ দ্বিতীয় বিধৱা বিবাহ। অৱসৰৰ পিছত সপৰিয়ালে কলিকতাত আছিল। তাতে মৃত্যু হয়।

সুসাহিত্যিক আছিল। ৰচনাৱলী—*ৰাম নৱমী নাট* (প্ৰকাশ ১৮৭০), *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ* (১৮৮০), *আসাম বুৰঞ্জী* (১৮৮৪), *কঠিন শব্দৰ ৰহস্য ব্যাখ্যা* (১৯১১)। পাঠ্যপুথি— *ল'ৰাপুথি (১৮৭৪), অসমীয়া ল'ৰাৰ ভূগোল* (১৮৭৯), *পদাৰ্থ বিদ্যা*। ইয়াৰ উপৰিও '*কাব্য কুসুম*'নামেৰে এখনি পদ্যপুথি সংকলন কৰিছিল (১৮৭৩)। আনন্দৰাম ঢেকিয়াল ফুকনৰ

*'অসমীয়া ল'ৰাৰ মিত্ৰ'* সংশোধন আৰু সম্পাদন কৰি উলিয়াইছিল ১৮৫৩ চনত। ১৮৫৫ চনত ছপা কৰি


গুণাভিৰাম বৰুৱা

উলিয়াইছিল *'ঘোষা পুথি'*। অৰুনোদই, জোনাকি, বিজুলী আদি কাকতত নিয়মীয়াকৈ লিখিছিল। *'আসাম বন্ধু'*ৰ (১৮৮৫-৮৬) প্ৰতিষ্ঠাতা সম্পাদক আছিল। (২৬, ১১৭, ১২৮, ১৪৮)

**গুৰুপ্ৰসাদ দাস** (১৯০৬ - ১৯।২।১৯৮২) জন্ম বৰপেটাত। পিতৃ ৰামপ্ৰসাদে বৰপেটাত ওকালতি কৰিছিল। বৰপেটাৰ চৰকাৰী হাইস্কুলত অষ্টম মানলৈকে পঢ়ি ঘৰৰ পৰা পলাই কলিকতা পাযগৈ আৰু এজন অসমীয়া ব্যৱসায়ীৰ মটৰ গেৰেজ এটাত যোগালি হিচাপে সোমায়। তাত তেওঁৰ কাৰিকৰী দক্ষতাত মুগ্ধ হৈ এজন ইংৰাজ ভদ্ৰলোকে হাওৰাৰ 'বাৰ্ন এণ্ড কোম্পানী' নামৰ এটা বৃটিছ কোম্পানীত তেওঁক এপ্ৰেণ্টিচৰূপে সুমুৱাই দিযে। ইয়াতো কৃতিত্ব দেখা পাই কোম্পানীৰ বৰমূৰীয়াগৰাকীযে তেওঁক ইংলণ্ডলৈ লৈ যায় আৰু ৰেল ইঞ্জিনৰ কাৰিকৰী প্ৰশিক্ষণৰ অনুষ্ঠান এটাত তেওঁৰ নাম ভৰ্তি কৰাই দিযে। তাত কিছুবছৰ প্ৰশিক্ষণ লোৱাৰ পিছত ইংলণ্ডৰ 'ইনষ্টিটিউত অৱ মেকানিকেল ইঞ্জিনীয়াৰ্ছ'ৰ সন্মানীয সহযোগী সদস্য (এচোচিয়েটেড মেম্বাৰ) পদ লাভ কৰে। ইংলণ্ডত থকা কালতে তেতিয়াৰ ইংৰাজ চৰকাৰে তেওঁক লণ্ডনস্থ ভাৰতীয ৰেলসেৱা বিভাগত (ইণ্ডিযান ৰেলৱে চাৰ্ভিচ- আই. আৰ. এছ) চাকৰি যাঁচে। আই. আৰ. এছ অৰ পদ মৰ্যাদা পোৱা প্ৰথম অসমীয়া। লণ্ডনত থকা কালতে ৰেলৰ এক নতুন ব্ৰেক পদ্ধতি আৱিষ্কাৰ কৰিছিল। তেওঁৰ নামানুসৰি ইযাৰ নামকৰণ কৰা হৈছিল 'জি. পি. ব্ৰেক'। ইংলণ্ডৰ পৰা উভতি আহি কলিকতাত পূৰ্ব ভাৰত ৰেলৱেৰ উচ্চ পদত অধিষ্ঠিত হয। কিছুবছৰৰ পিছত ৰেলৰ চাকৰি এৰি দি প্ৰথমে বি অ-চিত, পিছত কলিকতা পৌৰ নিগমত ৱৰ্কশ্বপ মেনেজাৰৰ পদ লয। দ্বিতীয মহাযুদ্ধৰ সময়ত সামৰিক বাহিনীৰ ইঞ্জিনীয়াৰিং বিভাগৰ কামত সোমায আৰু যাঠিৰ দশকৰ শেষভাগত কৰ্নেল ৰূপে অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পিছত কলিকতাৰ কেইবাটা ও কোম্পানীৰ সঞ্চালক হোৱাৰ উপৰিও এ. এছ. আই. ডি. কৰ্পোৰেছনৰ চেয়াৰমেন, জি. ই. ছি, এ. আই. ডি. চি. আৰু অসম পেট্ৰ'কেমিকেলছৰ সঞ্চালক আদি পদত নিযুক্ত হৈছিল। বঙালী ছোৱালী বিয়া কৰাই কলিকতাতে নিগাজীকৈ বাস কৰিছিল। তাতে মৃত্যু হয। (৩৪৪খ)

**গোপাল** ( ? আ ১০৮৫)· পিতৃ ইন্দ্ৰপাল*, মাতৃ ৰাজাদেৱী। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় ২০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮, ২৯০)

**গোপাল আতা** (১৫৪১— ১৬১১): জন্ম গড়গাঁৱৰ ওচৰৰ খোকোৰা গাঁৱত। পিতৃ কামেশ্বৰ ভূঞা, মাতৃ বদ্ধৰংগী। কোচ আক্ৰমণৰ সময়ত (১৫৬৪ চনত) আহোম ৰজাঘৰৰ লগত কিবা খৰিযাল লগাত মাক-দেউতাকেৰে সৈতে পলাই বৰপেটাৰ ওচৰৰ ভৱানীপুৰত থাকেহি। দেউতাকে সৈতে শংকৰদেৱৰ* লগত সাক্ষাত হৈছিল। শংকৰৰ মৃত্যুৰ পিছত মাধৱদেৱৰ* ওচৰত শৰণ লয আৰু

ভৱানীপুৰত সত্ৰ পাতে। মাধৱদেৱৰ মৃত্যুৰ পিছত কালজাৰত সত্ৰ স্থাপন কৰে। কাল সংহতিৰ প্ৰৱৰ্তক। বাৰজন ভকতক আচাৰ্য পাতি উজনীলৈ ধৰ্ম প্ৰচাৰাৰ্থে পঠাইছিল। *'উদ্ধৱ যাত্ৰা'* আৰু *'জন্মযাত্ৰা-নন্দোৎসৱ'*—এই দুখন নাট লিখাৰ উপৰিও ভালেকেইটি গীত আৰু ঘোষা ৰচনা কৰিছিল। ধৰ্ম কথাবোৰ মোহনীয়ভাৱে শিষ্যক বুজাব পাৰিছিল; সেয়ে 'কথাৰ সাগৰ' ৰূপে খ্যাতি লভিছিল। 'ভৱানীপুৰীয়া গোপাল আতা' নামেৰেও জনাজাত। (২০০, ২০১, ২০৩, ২১০, ২৬৬)

**গোপালকৃষ্ণ দে** ( ? - ১৯২৪): গুৱাহাটীৰ কাৰ্জন হলৰ (এতিয়াৰ নবীনচন্দ্ৰ বৰদলৈ ভৱনৰ) পুথিভঁৰালী আছিল। অসম আৰু অসমীয়াৰ প্ৰতি গভীৰ অনুৰাগ দেখুৱাইছিল। 'হেমকোষ'ৰ ৰচক হেমচন্দ্ৰ বৰুৱাৰ* স্মৃতিফলক তেওঁৰ উজান বজাৰস্থ বাসগৃহত বহুওৱা হয় ঘাইকৈ দেৰ যত্নতে। নলিনীবালা দেৱীৰ* শ্ৰদ্ধেয় ঘৰুৱা শিক্ষক আছিল। কনকলাল বৰুৱা * আৰু ৰজনীকান্ত বৰদলৈৰ * সতে যুটীয়াভাৱে 'সাৱিত্ৰী সত্যবান' নাটক লিখিছিল। দুৰ্বৃত্তৰ হাতত কম বয়সতে মৃত্যু বৰণ কৰে। (১৪১, ২২৯)

**গোপাল চন্দ্ৰ ভূঞা** (১৮৭০-১৯২৫) : জন্ম ৰহাত। পিতৃ ৰূপসিং। চৰকাৰী হাইস্কুলৰ শিক্ষক হৈ নগাঁৱত আছিল। 'জোনাকি' কাকতত দুটিমান কবিতা লিখিছিল। হিৰণ্যচন্দ্ৰ ভূঞাৰ* পিতৃ। (৮)

**গোপাল চৰণ দ্বিজ** (১) (আ.১৬ শতিকা): শংকৰদেৱৰ* শিষ্য। দামোদৰদেৱৰ* মৃত্যুৰ পিছত কোচবিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰত আছিল। ভাগৱতৰ তৃতীয় স্কন্ধ আৰু অষ্টম স্কন্ধৰ একাংশৰ অনুবাদক। (১৩৫,২০০,২০৭,২৬৬)

**গোপাল চৰণ দ্বিজ** (২)(আ.১৬ শতিকা) : সম্ভৱতঃ বংশী গোপালদেৱৰ* শিষ্য আছিল। দামোদৰদেৱৰ* মৃত্যুৰ পিছত বৈকুণ্ঠপুৰ সত্ৰত বাস কৰি 'ভক্তি ৰত্নাকৰ' গদ্যলৈ ভাঙে। এই গোপালচৰণ ভাগৱতৰ অনুবাদক গোপালচৰণৰ সৈতে একে হোৱাও অসম্ভৱ নহয়। (১৩৫, ২০০, ২০৭, ২৬৬)

**গোপাল মিশ্ৰ** (১৬-১৭ শতিকা): জন্ম নলবাৰীৰ ওচৰৰ খুদিয়া গাঁৱত। পাটবাউসীলৈ আহি দামোদৰদেৱত শৰণ লয়। বংশী গোপালদেৱৰ* সখিয়েক আছিল। নাম-ঘোষাৰ আৰ্হিত *'ঘোষা-ৰত্ন'* নামৰ পুথিখন ৰচনা কৰিছিল। *'শংখচূড় বধ'* বা *'মহিষাসুৰ বধ'* নামৰ এখনি বধকাব্যও লিখিছিল বুলি কথিত। সংগীত বিদ্যাতো নিপুণ আছিল। ১৬১২ চনত খুদিয়া সত্ৰ প্ৰতিষ্ঠা কৰে। (৬১, ২০০)

**গোপীনাথ পাঠক** (১৭ শতিকা): কামৰূপৰ বজালী অঞ্চলৰ পাটচৌৰা চিলাকোণ গাঁৱত জন্ম। পিতৃ মহাভাৰতৰ কবি ৰাম সৰস্বতী*। মহাভাৰতৰ অনুবাদত পিতাকক সহায় কৰাৰ উপৰিও নিজেও সভাপৰ্ব, দ্ৰোণপৰ্ব আৰু অশ্বাৰোহণ পৰ্বৰ পদ ভাঙনি কৰিছিল। দৰঙী ৰজা ধৰ্মনাৰায়ণৰ* পৃষ্ঠপোষকতা পাইছিল। (২০০, ২৬৬)

**গোপীনাথ বৰদলৈ** (৬।৬।১৮৯০-৫।৮।১৯৫০): জন্ম ৰহাত। পিতৃ বুদ্ধীন্দ্ৰ নাথ চৰকাৰী চিকিৎসক আছিল। সৰুতে মাতৃ বিয়োগ হোৱাত বিধবা বায়েক শশীপ্ৰভাৰ তত্ত্বাবধানত ডাঙৰ-দীঘল হয়। দেউতাকৰ লগত ৰহা, মঙ্গলদৈ, বৰপেটা আৰু গুৱাহাটীত বাল্যকাল কটাই ১৯০৭ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজত নাম লগাই তাৰ পৰীক্ষাৰ্থীসকলৰ মাজত তৃতীয় হৈ আই. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ্থে কলিকতালৈ গৈ ১৯১১ চনত তাৰ পৰা বুৰঞ্জীত সন্মান সহ বি. এ. উপাধি লয়। গুৱাহাটীৰ সোণাৰাম

হাইস্কুলত শিক্ষকতা কৰি ১৯১৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত প্ৰাইভেটকৈ এম. এ. পাছ কৰে। পিছৰ বছৰত আইনৰ পৰীক্ষাতো উত্তীৰ্ণ হয়। সোণাৰাম হাইস্কুলত কিছুদিন চাকৰি কৰাৰ পিছত ১৯১৭



গোপীনাথ বৰদলৈ

চনত সেই চাকৰি এৰি গুৱাহাটীতে ওকালতিত লাগে। ১৯২১ চনত গান্ধীজীৰ আহ্বান ক্ৰমে ওকালতি বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দিয়ে আৰু এবছৰ জেল খায়। ১৯২৩ চনমানৰ পৰা পুনৰ ওকালতি আৰম্ভ কৰে। ১৯৩৪ চনত গুৱাহাটী মিউনিচিপেল বোৰ্ডৰ চেয়াৰমেন হয়। ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে জয়ী হৈ দলৰ নেতা নিৰ্বাচিত হয় আৰু ছৈয়দ ছাদুল্লাৰ* মন্ত্ৰীসভাৰ পতন ঘটাই কংগ্ৰেছ মন্ত্ৰীসভা গঠন কৰে। পিছে তেৰ মাহৰ পিছত তেওঁৰ মন্ত্ৰীসভাৰো ওৰ পৰে। ১৯৩৯ চনত আৰম্ভ হোৱা সত্যাগ্ৰহ আন্দোলনৰ নেতৃত্ব দি দুবছৰ জেল খায়। ১৯৪৬-৪৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ দল জয়ী হোৱাত এই মন্ত্ৰীসভাৰ মুখ্যমন্ত্ৰী হয়। মুখ্যমন্ত্ৰী হিচাপে আটাইতকৈ ডাঙৰ কৃতিত্ব হ'ল — এই সময়ছোৱাত অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ যি অপচেষ্টা চলিছিল, গান্ধীজীৰ সমৰ্থনত তাক ওফৰাই দিয়াটো। এগৰাকী নিস্বাৰ্থ সমাজকৰ্মী আছিল। অসমত নিজা বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয়, চিকিৎসা মহাবিদ্যালয় আদি স্থাপনত বহুমূলীয়া বৰঙনি আছে। অসমৰ ৰাইজে 'লোকপ্ৰিয়' উপাধিৰে বিভূষিত কৰিছিল। (৪৩, ৭৭, ১৯৮, ২৬৪)

**গোপী ভাইৰা** (১৯০৬ - ।১১।১৯৬৬) : জন্ম নলবাৰী অঞ্চলৰ শিমেলিবাৰী গাঁৱত। প্ৰকৃত নাম গোপীনাথ মালাকাৰ। প্ৰতিভাশালী ঢুলীয়া আৰু পুতলা নাচৰ শিল্পী আছিল। (২৫৭)

**গোবৰ ৰজা** ( ' ১৬৭৫) : পিতৃ চুক্লেনমুং গড়গঞা ৰজাৰ* পুত্ৰ সৰগা গোহাঁই। ৰামধ্বজ সিংহক* হত্যা কৰি ডেবেৰা বৰবৰুৱাই* চুহুং* নামে এজনক কুৰি দিনৰ বাবে ৰজা পাতি পিছত তেওঁকো হত্যা কৰি গোবৰক আহোম ৰাজসিংহাসনত বহুৱায়। মাত্ৰ কুৰিদিন ৰাজপাট ভোগ কৰাৰ পিছতে লালুক সোলা বৰফুকনৰ* হাতত ডেবেৰাৰ লগতে নিহত হয়। গদাধৰ সিংহৰ* পিতৃ। (২৯০)

**গোলাপচন্দ্ৰ বৰুৱা** (১৮৬৭ - ১৯৩৩) : জন্ম যোৰহাটৰ বালিগাঁৱত। পিতৃ সোণাধৰ শৰ্মা বৰুৱা। এঘাৰ বছৰ বয়সতে নিঠৰুৱা হয়। মোমায়েকৰ ঘৰত থাকি যোৰহাট চৰকাৰী স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কোচবিহাৰ কলেজত নাম লগায়। তাৰ পৰা এফ. এ পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱসাগৰ বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰে। ফণীধৰ চলিহাৰ* উদ্গনিত আহোম ভাষা শিকে। তেওঁৰ দ্বাৰা আহোম বুৰঞ্জী অনুবাদ কৰোৱাৰ অৰ্থে এডোৱাৰ্ড গেইটে* শ্বিলং সচিবালয়ত কাম দিয়ে। ১৮৯৮ চনত তাৰ পৰা আহি ডিব্ৰুগড়, তেজপুৰ আৰু শিৱসাগৰত স্কুল উপ-পৰিদৰ্শকৰ কাম কৰে। শেষত যোৰহাটত অসম উপত্যকাৰ সহকাৰী স্কুল পৰিদৰ্শকৰ পদ পায়। ১৯২১ চনৰ অসহযোগ আন্দোলনত পুতেক বিপিন চন্দ্ৰ* আৰু পৰিয়ালৰ অন্যান্য লোকে যোগ দিয়াত তেওঁক পুনৰ উপ-পৰিদৰ্শকৰ পদলৈ চৰকাৰে নমাই আনে।

আহোম ভাষাবিদ আছিল। গেইটক অসম বুৰঞ্জী লিখাত সহায় কৰিছিল। আহোম ভাষা শিকাৰ উদ্দেশ্যে ভাষাবিদ চি. এ. গ্ৰিয়েৰছনে কলিকতালৈ মাতি নিছিল। আহোম ভাষাৰ এখন অভিধান আৰু আহোম আৰু ইংৰাজীত অসম বুৰঞ্জীৰ এছোৱা ৰচনা কৰিছিল। *'লাইটু'* বা *'লাওফলা'* নামৰ আহোমৰ সৃষ্টিতত্ত্বৰ কাহিনী ইংৰাজী আৰু অসমীয়াত লিখিছিল। *Nature's Lesson* নামে এখন পুথি অসমীয়ালৈ ভাঙিছিল। বৃটিছ চৰকাৰৰ পৰা 'ৰায়চাহাব' উপাধি পাইছিল। (৭১)

**গোলাপ চন্দ্ৰ বেজবৰুৱা** ( ? - ৩।১২।১৯০৭) : পিতৃ দীননাথ,* মাতৃ ধৰ্মী। প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাত পঢ়িবলৈ যায়। কিন্তু বি. এ. নপঢ়ি গোপনে কলিকতাৰ মেডিকেল কলেজত নাম লগায়। এই কথা গম পালত দেউতাকে লৈ আহি প্ৰথমে গোলাঘাটত এটা স্কুল পতাই তাৰ হেডমাষ্টৰ, পিছত শিৱসাগৰত থকা নিজৰ চাহ বাগিচা দুখনৰ মেনেজাৰ কৰি দিয়ে। কিন্তু বাগিচাৰ বনুৱা সংগ্ৰহ কৰাৰ অজুহাতত পুনৰ কলিকতা ওলায়গৈ আৰু ককায়েক গোবিন্দ বেজবৰুৱাৰ* যত্নত পুনৰ মেডিকেল কলেজত ভৰ্তি হয়। ককায়েকৰ যত্নতে বিলাতলৈ যায়, আৰু গ্লাচগো আৰু এডিনবৰাৰ পৰা ডাক্তৰী পৰীক্ষাত উত্তীৰ্ণ হৈ এল. আৰ. চি. পি. আৰু এল. এফ. পি. চি. উপাধি লয়। তাৰ পৰা ঘৰলৈ নাহি বৃটিছ গায়েনাৰ মানা আৰু ডামবাপা নামে ঠাইত চিভিল চাৰ্জন হয়গৈ। তাৰ পৰাই ভায়েক লক্ষ্মীনাথ বেজবৰুৱাক* কলেজীয়া শিক্ষা সমাপ্ত কৰাত আৰ্থিকভাৱে সহায় কৰিছিল। ১৫/১৬ বছৰ দক্ষিণ আমেৰিকাত কটোৱাৰ পিছত তাৰ পৰা অৱসৰ লৈ হাওৰা মিউনিচিপেলিটিত স্বাস্থ্য বিষয়াৰ চাকৰি কৰিছিল। কলিকতাৰ অ. ভা. উ. সা. সভাৰ সপ্তম অধিৱেশনৰ (১৮৯৫) সভাপতি আছিল। খৃষ্টান ধৰ্ম গ্ৰহণ কৰিছিল। কলিকতাতে মৃত্যু হয়। (১২৯, ২৪৭)

**গোলাপ চৌধুৰী** (১৯০৪ - ১৯৭৭) : জন্ম উত্তৰ গুৱাহাটীত। গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কটন কলেজৰ পৰা বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰথমে উত্তৰ গুৱাহাটীৰ কমলদেৱ ইনষ্টিটিউটত, পিছত তেজপুৰ চৰকাৰী হাইস্কুলত কিছুকাল শিক্ষকতা কৰে। ১৯৩৭ চনত গুৱাহাটীৰ নৱ-প্ৰতিষ্ঠিত কামৰূপ একাডেমীলৈ আহে। ভালেমান বছৰ ধৰি এই স্কুলৰ প্ৰধান শিক্ষকৰূপে থাকি ১৯৬৭ চনত অৱসৰ লয়। গুৱাহাটীৰ অন্যতম শিক্ষাবিদ তথা সমাজকৰ্মী। কামৰূপ একাডেমীক এটা লেখৰ অনুষ্ঠানৰূপে গঢ়ি তোলাৰ উপৰিও গুৱাহাটীৰ তাৰিণীচৰণ ছোৱালী হাইস্কুল, ভাস্কৰ বিদ্যাপীঠ, বি. বৰুৱা কলেজ, জে. বি. ল কলেজ, অসম মিউজিক কলেজ আদি বিভিন্ন শিক্ষানুষ্ঠানৰ গঢ় দিওঁতাসকলৰ অন্যতম। উত্তৰ গুৱাহাটীতো এখন প্ৰাথমিক স্কুল, এখন মাইনৰ স্কুল, এখন ল'ৰাৰ হাইস্কুল, এখন ছোৱালী হাইস্কুল, তদুপৰি আনন্দৰাম বৰুৱা ভৱন আদিৰ স্থাপনাত গুৰি ধৰিছিল। অন্যান্য সামাজিক কামতো আগৰণুৱা আছিল। ১৯৫৩-৫৫ কালছোৱাত গুৱাহাটী পৌৰসভাৰ ভাইচ-চেয়াৰমেন আৰু ১৯৫৫-৫৭ কালছোৱাত ইয়াৰ চেয়াৰমেন আছিল। খেলা-ধূলাতো আগ্ৰহী আছিল। গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম তেওঁ পৌৰসভাত থকা কালতেই স্থাপিত হোৱা। (১৩৪)

**গোলোকচন্দ্ৰ পাঠক** ( - ১৯৭৭) : ঘৰ বৰপেটাৰ চেঙাত। ১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত লাগে আৰু ছমাহ কাৰাদণ্ড ভোগে। ১৯৩০-৪১ কালছোৱাতো তিনিবাৰকৈ সৰ্বমুঠ পোন্ধৰ মাহ কাৰবাস খাটিছিল। ১৯৪২ চনৰ গণ-বিপ্লৱত সৰভোগৰ বিমান ঘাটি ধ্বংস কাৰ্যত ব্ৰজনাথ শৰ্মা(২)ৰ* অন্যতম সহযোগী আছিল। পলাতক হিচাপে কিছুকাল থাকি ১৯৪৩ চনত ধৰা পৰে আৰু পুনৰ কাৰাদণ্ড ভোগে। শংকৰ বৰুৱাৰ* সহযোগীৰূপেও কিছুকাল আছিল। (৪৩ক)

**গোৱিন্দ আতা (লেচাকণীয়া)** (১৬-১৭ শতিকা): হাজোৰ দুই মুনি শিলাৰ ওচৰত জন্ম। বৰপেটাত মাধৱদেৱৰ* ওচৰত শৰণ লয়। তাৰ আগতে বিয়া কৰাইছিল। পত্নী আছিল তিনিগৰাকী — লক্ষ্মী, সুমিত্রা আৰু গংগা। কাৰো পুত্ৰ সন্তান নাছিল। গতিকে পদ্মপাণি নামৰ ল'ৰা এটি তোলনীয়া পো কৰি লৈছিল। ধনী গৃহস্থী আছিল। মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰৰ* নিৰ্দেশত দৰঙী ৰাজ্যলৈ যায় আৰু তাৰে খটৰা নামে ঠাইত সত্ৰ পাতি থাকে। প্ৰতিষ্ঠা কৰা আন সত্ৰবোৰ হ'ল — পালভিটা, চিৰাজুলি, ভুলঙ্গ আৰু নগৰা। (২০২, ২০৮)

**গোৱিন্দ আতৈ (বুঢ়ীৰ পো)** (১৬-১৭ শতিকা): পিতৃ গোৱিন্দপুৰ নামে ঠাইৰ মানুহ আছিল। মাতৃ ৰতি আছিল মাধৱদেৱৰ* শিষ্য বৰ কৰৈবাৰীৰ সুদাম আতৈৰ জীয়েক। জন্মৰ কেইমাহমানৰ ভিতৰতে পিতাক ঢুকোৱাত ককাক সুদামে নিজৰ লগলৈ আনে। পিছত ৰতিৰ ইচ্ছাত মাক-পুতেক দুয়ো সুন্দৰীদিয়াত মাধৱদেৱৰ সত্ৰত থাকিবলৈ লয়। ইয়াতে পুতেক গোবিন্দ 'বুঢ়ীৰ পো' নামে জনাজাত হৈ পৰে। মাধৱদেৱ কোচবিহাৰলৈ যাওঁতে তেওঁৰ লগতে গৈছিল। তাত বীৰু কাৰ্জিৰ ষড়যন্ত্ৰত ৰাজসভাত থিয় হ'বলগীয়া হৈছিল আৰু যন্ত্ৰণাও ভুগিছিল। মাধৱদেৱৰ মৃত্যুৰ পিছত ভেলা সত্ৰৰ অধিকাৰ হয়। (২০২, ২০৮)

**গোৱিন্দ কৱিশেখৰ** (১৭ শতিকা) অসমৰ পশ্চিমাঞ্চলৰ মানুহ। পিতৃ ভৱানন্দ। বেহাৰৰ ৰজা বীৰনাৰায়ণৰ আদেশক্ৰমে মহাভাৰতৰ কিৰাতপৰ্বৰ অসমীয়া ভাঙনি কৰে। (২০০)

**গোৱিন্দ গৰমলি** (১৬-১৭ শতিকা): উদাৰ গোবিন্দ নামেও জনাজাত । প্ৰথমে কোচ ৰজাৰ গৰমলি (পুলিচ বিষয়া) আছিল। দেৱী পূজা কৰি সৰ্বস্বান্ত হৈছিল। এনেতে ঠাকুৰ আতাই* পাই চুপাপোৱাত থকা শংকৰদেৱৰ* ওচৰলৈ লৈ আহে আৰু তেওঁত শৰণ দিয়ায়। শংকৰমাধৱৰ একান্ত ভক্ত আছিল। শংকৰদেৱে বহা কঁঠৰ পৰা এটা টুপী সাজি লৈছিল। ৰামদিয়াত মাধৱদেৱে* ভৰি দিয়া কাঠৰ টুকুৰা এটা পৱিত্ৰ চিন হিচাপে ৰাখি থৈছিল। (২০২, ২০৩)

**গোৱিন্দ গাঁওবুঢ়া** ( ? - ৪।১৭৭০): প্ৰকৃত নাম গোৱিন্দ ৰাম। উজনীৰ মায়ামৰা সম্প্ৰদায়ৰ বৰমেধি আছিল। মায়ামৰা মহন্তৰ আজ্ঞাক্ৰমে এওঁৰ নেতৃত্বত দিহিংপৰীয়া ৰাইজে 'পৰজা ঐ জৰৌ বৌৱা, চেকনী ঐ চপাই ধৰা' — এই ধ্বনি দি হাতে হাতে ভলুকা বাঁহৰ টোকোনত চেকনী কোবাই হুহৰি গাই ৰজাৰ বিৰুদ্ধাচাৰণ কৰি ফুৰিছিল। আহোম সৈন্যই শগুণমুৰী নামে ঠাইত ধৰি হত্যা কৰে। পিছত ৰাঘ মৰাণক* হত্যা কৰা হৈছিল এই চেকনী কোবোৱা সৈন্যৰ ভাও ধৰিয়েই। (২৮৮, ২৯১, ২৯৫)

**গোৱিন্দ দাস** (১৭-১৮ শতিকা): দক্ষিণপাট সত্ৰৰ প্ৰথম অধিকাৰ বনমালীদেৱৰ* সেৱক আছিল। *'সত্ৰ সম্প্ৰদায় কথা'* বা *'এটকা মহন্তৰ চৰিত'* পুথিৰ ৰচক। এইখনক সত্ৰসমূহৰ প্ৰথম বুৰঞ্জী বুলিব পাৰি। (২০০)

**গোৱিন্দ দেৱমিশ্ৰ** (১৮৪১ - ১৫/৭/১৯২৩): জন্ম বৰপেটাত। বাইশ বছৰ বয়সত বৰপেটা সত্ৰৰ ডেকা অধিকাৰ হয়। আঠাইশ বছৰ এই পদত থকাৰ পিছত পঞ্চাশ বছৰ বয়সৰ পৰা বুঢ়া অধিকাৰ ৰূপে বত্ৰিশ বছৰ থাকে। ধৰ্মপ্ৰাণ পুৰুষ আছিল। *'মালা প্ৰকাশ'* নামে এখনি ধৰ্মবিষয়ক পুথিৰ ৰচয়িতা। নাৰায়ণ দেৱমিশ্ৰৰ* পিতৃ। (২২)

**গোৱিন্দ বেজবৰুৱা** (১৮৫০ ৪।১।১৯১৯): পিতৃ দীননাথ*, মাতৃ থানেশ্বৰী দেৱী । কলিকতাৰ কলেজত পঢ়িছিল। কিন্তু চতুৰ্থ বাৰ্ষিকৰ পৰা পঢ়া এৰি কলিকতা হাইকোৰ্টত অসমীয়া ট্ৰেন্সলেটৰ ৰূপে সোমায়। ভায়েক গোলাপ বেজবৰুৱাক* ডাক্তৰী পঢ়িবলৈ বিলাতলৈ পঠাইছিল। পিছত অসমলৈ আহি উজনীত ছখনকৈ ইংৰাজী

স্কুল পাতে। ১৮৮৪ চনত জাঁজী হাইস্কুল, ১৮৮৫ চনত ডেৰগাঁও মাইনৰ স্কুল (যিখন পিছত নেঘেৰিটিঙলৈ উঠাই নিয়া হয়), ১৮৮৬ চনত গোলাঘাট হাইস্কুল, ১৮৯৩ চনত



গোবিন্দ বেজবৰুৱা

যোৰহাট হাইস্কুল, ১৯০২ চনত চাৰিগাঁও মাইনৰ স্কুল প্ৰতিষ্ঠা কৰে। এই সকলোবোৰ 'বেজবৰুৱা স্কুল' নামে জনাজাত আছিল। বৃটিছ যুগৰ অসমৰ অন্যতম শিক্ষাবিদ। নিৰ্ভীক, স্পষ্টবাদী আৰু স্বাধীনচিতীয়া ব্যক্তি আছিল। চাহাবী ধৰণৰ লোক আছিল যদিও স্বদেশ-প্ৰীতি আছিল নিভাঁজ। (১৮৫, ২৪৭, ২৮৯)

**গোৱিন্দ মিশ্ৰ** (১৬-১৭ শতিকা) : পিতৃৰ নাম সম্ভৱতঃ তাৰাপতি। ভট্টদেৱৰ* শিষ্য আছিল। *'কৃষ্ণগীতা'* বা *'পদগীতাৰ'* ৰচক। ভট্টদেৱৰ সংস্কৃত গ্ৰন্থ *'ভক্তি বিবেক'*ৰ পদভাঙনি কৰিছিল। (২০০, ২০৭, ২৬৬)

**গোৱিন্দৰাম চৌধুৰী** (১৮২৬ - ১৮৯৬) : জন্ম বৰপেটাৰ সুন্দৰীদিয়াত। পিতৃ খীৰা মৰলৰ* বংশৰ হৰি প্ৰসাদ*। চৈধ্য বছৰ বয়সত বৰপেটা কাছাৰীত ৰেভিনিউ মহৰাৰ ৰূপে সোমায়। ১৮৫৫ চনত কামৰূপৰ সদৰামীনৰ কাৰ্যালয়ত চিৰস্তাদাৰৰ পদ পায়। ১৮৫৭ চনৰ পৰা দুবছৰ কাল গুৱাহাটীত ওকালতি কৰিছিল। ১৮৫৯ চনত দক্ষিণ কামৰূপৰ চমৰিয়াৰ মৌজাদাৰ হয়। ১৮৬৭ চনৰ পৰা ১৮৮৩ চনলৈকে অনাৰেৰি মেজিষ্ট্ৰেট, লগতে পলাশবাৰী অঞ্চলৰ তহচিলদাৰ নিযুক্ত হয়। বিভিন্ন সামাজিক আৰু সাংস্কৃতিক কামৰ লগত জড়িত আছিল। ৰাজনৈতিক ক্ষেত্ৰত ইণ্ডিয়া লীগৰ সভ্য আছিল। আনন্দৰাম ঢেকিয়াল ফুকনক* *'আইন ও ব্যৱস্থা সংগ্ৰহ'* লিখাত সহায় কৰিছিল। *'ৰাম-বনবাস'* আৰু *'ৰাধিকাৰ মানভঞ্জন'* নামৰ দুখন নাট বাংলা ভাষাত ৰচনা কৰিছিল। *'সূতিকা পটল'* নাম দি ধাত্ৰী বিদ্যাৰ এখনি পুথিৰ বাংলাৰ পৰা অসমীয়ালৈ ভাঙিছিল। কানি নিবাৰণী তদন্ত আয়োগৰ আগত সাক্ষী দিবলৈ ১৮৯১ চনত আগ্ৰালৈ গৈছিল। প্ৰসন্নলাল চৌধুৰীৰ* ককাক। (২২, ১২১, ১৮১)

**গৌৰীকান্ত তালুকদাৰ** (১৮৮৫ - ২২।১০।১৯৬৬) : জন্ম নলবাৰীৰ ওচৰৰ চামতাত। পিতৃ বীৰদত্ত, মাতৃ গান্ধাৰী। সৰুতে ঘাটমাউৰা হোৱাত মোমায়েকহঁতৰ তত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯০২ চনত নলবাৰী মধ্য ইংৰাজী স্কুলৰ পৰা শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯০৬ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স, ১৯০৮ চনত কটন কলেজৰ পৰা এফ. এ., ১৯১০ চনত কলিকতাৰ মেট্ৰোপলিটান কলেজৰ পৰা বি. এ. পাছ কৰে। ১৯১৩ চনত কলিকতাৰ আইন কলেজৰ পৰা বি. এল. উপাধি লৈ গুৱাহাটীত ওকালতি ব্যৱসায়ত লাগে। ১৯২১ চনত গান্ধীজীৰ আহ্বানত ওকালতি ত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিয়ে আৰু কিছুকাল কাৰাবাস খাটে। ১৯৩০ চনত গুৱাহাটীত প্ৰতিষ্ঠিত *'কামৰূপ একাডেমী'* স্কুল সমিতিৰ সম্পাদক হয়। ১৯৩৭ চনত নলবাৰী সমষ্টিৰ পৰা অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৪০ চনত গান্ধীজীৰ নিৰ্দেশত সত্যাগ্ৰহ কৰাত ছমাহ, ১৯৪২ চনৰ গণ-আন্দোলনত যোগ দিয়াত তিনি বছৰ জেল খাটে। ১৯৪৬ চনত নলবাৰী সমষ্টিৰ পৰা বিধান সভালৈ বিনা

প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয়। 'অসম অস্পৃশ্যতা দূৰীকৰণ লীগ'ৰ প্ৰধান সম্পাদক, 'গুৱাহাটী হৰিজন সংঘ'ৰ সভাপতি, 'গুৱাহাটী বেংক'ৰ প্ৰথম মেনেজিং ডাইৰেক্টৰ আছিল। হিন্দু সমাজ সংঘৰ কামত আগভাগ লৈছিল।



গৌৰীকান্ত তালুকদাৰ

নলবাৰী আৰু গুৱাহাটীৰ বিভিন্ন স্কুল-কলেজ প্ৰতিষ্ঠাত সক্ৰিয় অংশ লৈছিল। সাহিত্য চৰ্চাও কৰিছিল। ৰচনা— *'পুৰণি কামৰূপৰ ক্ষত্ৰিয় জাতি'* (১৯৪২), *'হিন্দুৰ ধৰ্মানুষ্ঠান পদ্ধতি'* (১৯২৬), *'গীতাৰ অসমীয়া ভাঙনি'* (১৯৫৩) *'হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য'* (১৯৫৭)। ১৯৫৪ চনত গুৱাহাটীত লাৱণ্য প্ৰেছ স্থাপন কৰি তাৰ পৰা *'দীপক'* নামৰ এখন মাহেকীয়া শিশু আলোচনী উলিয়াই মৃত্যুকাললৈকে সেইখন নিজে সম্পাদনা কৰিছিল। (১৩, ৪৩)

**গৌৰীকান্ত দ্বিজ** (১৮-১৯ শতিকা): ১৮১১ চনত কমলেশ্বৰ সিংহৰ* আদেশত ব্ৰহ্মবৈবৰ্ত পুৰাণৰ গণপতি খণ্ডৰ আলমত তিনি অংকৰ সংস্কৃত নাটক *'বিঘ্নেশ জন্মোদয়'* ৰচনা কৰোঁতা। (২১৮, ২৬৬)

**গৌৰীনাথ সিংহ** ( ? - ১৯।১২।১৭৯৪): পিতৃ লক্ষ্মীসিংহ*। পূৰ্বৰ নাম লোকনাথ। পিতৃৰ মৃত্যুত ১৭৮৩ চনত আহোম ৰাজপাটত উঠি হিন্দুমতে গৌৰীনাথ সিংহ আৰু আহোম মতে চুহিংপুংফা নাম লয়। পিতৃৰ দিনত আৰম্ভ হোৱা মোৱামৰীয়া বিদ্ৰোহ এওঁৰ দিনত তুংগত উঠে, আৰু বিষয়াসকলৰ মাজতো (বিশেষকৈ কীৰ্তিচন্দ্ৰ বৰবৰুৱা* আৰু পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ* মাজত) খিয়লা খিয়লি বাঢ়ে। মোৱামৰীয়া বিদ্ৰোহত তিষ্ঠিব নোৱাৰি ১৭৮৬ চনত ৰাজধানীৰ পৰা পলাই গৈ প্ৰথমে নগাঁৱত থাকে। তাত সিন্ধুৰা হাজৰিকাৰ* খেদা খাই গুৱাহাটী পায়। ইতিমধ্যে দৰঙৰ ৰজা হংসনাৰায়ণ* আৰু কৃষ্ণনাৰায়ণ*, আৰু কামৰূপৰ হৰদত্ত চৌধুৰীৰ* নেতৃত্বত নামনি অসমতো বিদ্ৰোহ আৰম্ভ হয়। উপায়বিহীন হৈ গৌৰীনাথে বৃটিছৰ সহায় বিচৰাত ১৭৯২ চনত লৰ্ড কৰ্ণৱালিছে কেপ্তেইন ৱেল্‌চৰ অধীনত এদল ফৌজ পঠিয়ায়। বৃটিছৰ সহায়ত গুৱাহাটীৰ পৰা উভতি আহি যোৰহাটত বাহৰ কৰি থাকিবলৈ লয়। তাতে মৃত্যু হয়। উদ্ধত, অবিবেচক আৰু নিষ্ঠুৰ প্ৰকৃতিৰ লোক আছিল। চৈধ্য বছৰৰ সাত মাহ ৰজা হৈ আছিল যদিও তাৰে ছ বছৰ তিনি মাহ ভগনীয়া ৰূপেহে থাকিবলগীয়া হৈছিল। এওঁৰ দিনৰ পৰাই দেশত কানি খোৱাৰ প্ৰচলন হয়। (৪১, ৬৮, ২৯৮)

## ঘ

**ঘনশ্যাম কাৰিকৰ** (১৭-১৮ শতিকা): প্ৰকৃত নাম সম্ভৱতঃ ঘনচামুদ্দিন। ৰংপুৰত ৰাজধানী পতাৰ উদ্দেশ্যে ৰুদ্ৰসিংহ* স্বৰ্গদেৱে কোচবিহাৰৰ পৰা মতাই অনাইছিল। ৰংপুৰৰ আৰু চৰাইদেউৰো পকীঘৰবিলাকৰ নিৰ্মাতা। কাৰ্যকালৰ অন্তত স্বৰ্গদেৱে ভালদৰে পুৰস্কৃত কৰি বিদায় দিয়ে। কিন্তু যোৱাৰ আগমুহূৰ্তত অসমৰ মানচিত্ৰ আঁকি লগত লৈ যোৱাৰ কথা গম পাই স্বৰ্গদেৱে আটক কৰে আৰু মৃত্যুদণ্ড দিয়ে। (২৮৮)

**ঘনশ্যাম খাৰঘৰীয়া ফুকন** (১৭৯৫-১৮৮০): পিতৃ হলিৰাম বৰকাকতী। সংস্কৃত পণ্ডিত আছিল। আহোম ৰজাঘৰৰ পৰা খাৰঘৰীয়া ফুকন পদ পায়। মানৰ দিনত অশেষ কষ্ট ভোগে। বৃটিছে অসম লোৱাত ডিব্ৰুগড়ত প্ৰথমে ফৌজদাৰী চিৰস্তাদাৰ, পিছত মুনচিফ হয়। *'কল্কি পুৰাণ'ৰ* পদ ভাঙনি কৰিছিল। নীলমণি ফুকনৰ* পিতামহ। (২০০, ২৬৬)

**ঘনশ্যাম দাস** (১৯০৪ - ৫।৭।১৯৮৭): জন্ম গোৱালপাৰাত। ১৯২০ চনত গোৱালপাৰা পুথিৰাম হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ইতিমধ্যে অসহযোগ আন্দোলন আৰম্ভ হোৱাত কলেজ এৰি আন্দোলনত যোগ দিয়ে। পিছত কটন কলেজৰ পৰাই আই. এ. পাছ কৰি ডিব্ৰুগড় মেডিকেল স্কুলত পঢ়েগৈ আৰু ১৯২৬ চনত তাৰ পৰা এম. এ. পি. উপাধি লয়। গোৱালপাৰা চিকিৎসালয়ত কিছুকাল অবৈতনিক ভাৱে কাম কৰি গুৱাহাটী অসামৰিক চিকিৎসালয়ত এচিষ্টেণ্ট চাৰ্জন ৰূপে যোগ দিয়ে। পিছলৈ চৰকাৰী চাকৰি এৰি গুৱাহাটীতে স্বাধীন চিকিৎসা ব্যৱসায় আৰম্ভ কৰে। দক্ষ চিকিৎসক আছিল। অৱহেলিত লোকক বিনা পইচাই চিকিৎসা আগবঢ়াইছিল। ১৯৪৭ চনত *'স্বাস্থ্যপ্ৰদীপ'* নামে এখন আলোচনী নিজা খৰচত উলিয়াইছিল। ভাৰতীয় চিকিৎসা সন্থাৰ অসম শাখাৰ পৰা ওলোৱা *'আমাৰ স্বাস্থ্য'* নামৰ মাহেকীয়া আলোচনীৰো সম্পাদকৰ দায়িত্বত আছিল। ১৯৭৬ চনত অসম মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ *'জনকল্যাণ'* নামৰ মাহেকীয়া আলোচনীও সম্পাদনা কৰিছিল। *'স্বাস্থ্য সংগ্ৰহ', 'হৰিজন কল্যাণ', 'সুৰাৰ পৰিণাম', 'কুষ্ঠৰোগৰ প্ৰতিকাৰ',* প্ৰমুখ্যে কেইবাখনো পুস্তিকাৰ ৰচক।

ছাত্ৰাৱস্থাতে স্বাধীনতা সংগ্ৰামত যোগ দিছিল যদিও ১৯৩৬ চনৰ পৰাই কংগ্ৰেছৰ সক্ৰিয় কৰ্মী হয়। ১৯৩৬ চনত অসম বিধান সভালৈ নিৰ্বাচিত হৈ বনবিভাগৰ উপমন্ত্ৰীৰ দায়িত্বত কিছুকাল থাকে। ১৯৬২ চনত পুনৰ ইয়াৰ সদস্য নিৰ্বাচিত হৈছিল। বিভিন্ন সামাজিক অনুষ্ঠানৰ স'তে জড়িত আছিল। ১৯৬৭ চনৰ পৰা ১৯৮১ চনলৈকে অসম হৰিজন সংঘৰ সভাপতি আছিল। মৃত্যুৰ আগে আগে গুৱাহাটীৰ বাসভৱনটো দুখীয়া ৰাইজৰ বিনামূলীয়া চিকিৎসাৰ অনুষ্ঠান হিচাপে দান দি যায়। (৪৩, ৭৩)

**ঘনশ্যাম বৰুৱা** ১৫।৪।১৮৬৭ - ১৯২৩): জন্ম গোলাঘাটত। পিতৃ কান্তি বৰুৱা খুমটাই মৌজাৰ মৌজাদাৰ আছিল। ১৮৮২ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। তাৰ প্ৰেচিডেন্সী কলেজৰ পৰা এফ. এ. আৰু ১৮৮৭ চনত জেনেৰেল এচেমব্লি ইনষ্টিটিউছনৰ পৰা বি. এ. পাছ কৰে। একে বছৰতে বি. এল. উপাধিও লৈ গোলাঘাটত ওকালতি আৰম্ভ কৰে। দলৈজান বাগিছা খুলি চাহৰ ব্যৱসায়ো কৰিছিল। অসমৰ ৰাজনীতিৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল। ১৯১৩ চনত অসম কাউন্সিলৰ সদস্য হয়। ১৯১৯ চনত ইয়াৰ উপসভাপতি নিৰ্বাচিত হয়। ১৯২১ চনত মন্ত্ৰীপদ পায়। ১৯১৫ চনত চৰকাৰে 'ৰায়বাহাদুৰ' উপাধি দিয়ে। ১৯১৪ চনৰ পৰা মন্ত্ৰী হোৱাৰ আগলৈকে 'অসম এচোচিয়েছন'ৰ সম্পাদক আছিল। কলেজত পঢ়াকালত সাহিত্য চৰ্চাও কৰিছিল। ৰমাকান্ত বৰকাকতী* প্ৰমুখ্যে *'ভ্ৰমৰংগ'* নাট ৰচোঁতা চাৰিজন অসমীয়া গ্ৰেজুয়েটৰ অন্যতম। হোমিওপেথিক চিকিৎসাও জানিছিল। শ্বিলঙত মৃত্যু হয়। (১৪৮)

**ঘনশ্যাম বুঢ়াগোহাঁই** ( ?—১৭৮৪): শিৱসাগৰ অঞ্চলৰ কুৰৈগাৱঁৰ মানুহ। পিতৃ ভাগী মোৱামৰীয়া বিদ্ৰোহৰ সময়ত আহোম ৰজা লক্ষ্মীসিংহৰ* সমৰ্থক আছিল। ঘনশ্যামেও লক্ষ্মীসিংহক ৰজা হোৱাত সহায় কৰিছিল। এই

আপাহতে ৰজাই হাজৰিকাৰ পৰা নি বুঢ়াগোহাঁই পাতে। কঠিন হাতেৰে বিদ্ৰোহ দমন কৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* পিতৃ। (২৮৮, ২৯১)

**ঘিনাৰাম গোহাঞিবৰুৱা** (১৮২৪—১৯০৭): জন্ম যোৰহাটৰ ওচৰৰ জাঁজীত পিতৃ কিনাৰাম। সৰুতে ঘাট মাউৰা হোৱাত, বৌৱেকৰ দুৰ্ব্যৱহাৰত থাকিব নোৱাৰি উত্তৰ লক্ষীমপুৰলৈ যায় আৰু তাতে পঢ়া-শুনা কৰি ১৮৪৯ চনত পুলিচ বিভাগত সোমায়। ১৮৫৭ চনৰ বিদ্ৰোহত মণিৰাম দেৱানৰ* লগত যোগ দিয়া মানুহক ধৰিবৰ বাবে তেওঁক বিশেষভাৱে নিযুক্ত কৰা হৈছিল। আবৰসকলক দমন কৰাত পৰ্বতীয়া জাতিবোৰৰ সীমা নিৰ্ধাৰণত চৰকাৰে নিয়োগ কৰিছিল। পিছত পুলিচৰ চাকৰি বাদ দি ১৮৬১ চনত কাকতীৰ কামত সোমায়। সেই কামো এৰি ১৮৬৮ চনত প্ৰথম নকাৰী মৌজাৰ, পিছত আৰু দুটা মৌজাৰ মৌজাদাৰ হয়। ইংৰাজ চৰকাৰৰ বিশেষ বিশ্বাসী আছিল। পদ্মনাথ গোহাঞিবৰুৱা* আৰু নাৰায়ণী সন্দিকৈৰ* পিতৃ। (১৪৮, ১৭২)

**ঘোৰাকোঁৱৰ বৰবৰুৱা** (১৭ শতিকা): পিতৃ আও গোহাঁই। শৰাইঘাটৰ যুদ্ধৰ সময়ত গুৱাহাটী আৰু গড়গাঁৱৰ মাজৰ সংযোগ ৰক্ষাকাৰী বিষয়া আছিল। ১৬৭২ চনত উদযাদিত্য সিংহই* ডফলা দমন কাৰ্যত নিয়োগ কৰে। প্ৰাকৃতিক দুৰ্যোগৰ বাবে এই কামত সফল নোহোৱাত ৰজাই প্ৰাণদণ্ডৰ আদেশ দিয়ে। পিছত ৰাজমাওসকলৰ চেষ্টাত ৰক্ষা পৰে যদিও বৰবৰুৱা পদ এৰিবলগীয়া হয়। কিছুকালৰ পিছত ৰজাই ভিতৰুৱাল ফুকনৰ পদ দিয়ে। ৰামধ্বজ সিংহই* ৰাজপাট পোৱাত তেওঁক সহায় কৰা হেতুকে নতুন ৰজাই পুনৰ বৰবৰুৱা পাতে। কিন্তু ডেবেৰাই* মিছা অভিযোগতে এই পদৰ পৰা আঁতৰোৱাত গুৱাহাটীৰ ফুকন হয়গৈ। পিছত আন বহুতো বিষয়াৰ স'তে ডেবেৰাৰ ষড়যন্ত্ৰত নিহত হয়। (২৯০)

## চ

**চক্ৰধ্বজ** (১৫ শতিকা): পিতৃ খেন বংশৰ প্ৰতিষ্ঠাতা নীলধ্বজ*। পিতৃৰ মৃত্যুৰ পিছত কমতা ৰাজ্যৰ ৰজা হৈছিল। (৪১, ৯৪, ২৯৮)

**চক্ৰধ্বজ সিংহ** ( ?—১৬৬৯): দেওৰজা নামৰ এজন আহোম কোঁৱৰৰ নাতি। আহোম নাম চুপুংমুং। আগতে চাৰিঙীয়া ৰজা আছিল। জয়ধ্বজ সিংহৰ* মৃত্যুত আহোম ৰাজপাট পায়। স্বাধীনতাপ্ৰিয় স্বৰ্গদেৱ আছিল মোগলক কৰ দিবৰ বাবে জয়ধ্বজে যি চুক্তি কৰিছিল, সেই চুক্তি ভংগ কৰে। ফলত মোগল বাদচাহে অসম আক্ৰমণ কৰিবলৈ সৈন্য পঠায়। কিন্তু মোগলক খেদিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ আতন বুঢ়াগোহাঁই* আৰু লাচিত বৰফুকনৰ* সহযোগিতাত যুঁজৰ বিশেষ প্ৰস্তুতি চলায়। এওঁৰ দিনত সাময়িকভাৱে মোগলৰ হাতৰ পৰা গুৱাহাটী উদ্ধাৰ কৰে। (৪১, ২৯৮)

**চক্ৰপাণি বৈৰাগী আতৈ** (১৭-১৮ শতিকা): নৰোৱা সত্ৰৰ অধিকাৰ ৰমাকান্ত আতাৰ* সেৱক আছিল। *'কথা গুৰু চৰিত'* পুথি বৰ্ণনা কৰোঁতা। গুৰুৰ আজ্ঞামতে নৰোৱাৰ বাসুদেৱ থানৰ পৰা গৈ বিভিন্ন সত্ৰত বাৰ বছৰ ভ্ৰমি বৰদোৱাত থিতাপি লয়। তাতে মৃত্যু হয়। চৰিত চৰ্চা কৰাৰ উপৰিও ভালেমান গীত আৰু ভাওনা ৰচিছিল। (৫৮)

**চক্ৰেশ্বৰ ভট্টাচাৰ্য** (১৯১৬ ১৯৭২): জন্ম নলবাৰীৰ আঠঘৰীয়া গাঁৱত। কটন কলেজৰ পৰা বি. এ. আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত এম. এ. পাছ কৰি বৃটিছৰ তলত চাকৰি নকৰোঁ বুলি বিয়াল্লিশৰ আন্দোলনত জঁপিয়াই পৰে। স্বাধীনতাৰ পিছত অনাতাঁৰ বিভাগত যোগ দি দিল্লীত বহু বছৰ থকাৰ পিছত গুৱাহাটী

কেন্দ্ৰলৈ আহে আৰু তাৰ পৰাই অৱসৰ লয়। প্ৰগতিশীল মনৰ লোক আছিল। 'জয়ন্তী' আলোচনী উলিওৱাত ভৱানন্দ দত্ত* আৰু কমল নাৰায়ণ দেৱৰ ঘনিষ্ঠ সহযোগী আছিল। ভালেমান প্ৰৱন্ধ-পাতি লিখাৰ উপৰিও *'ভগবান বুদ্ধ'* নামৰ এখন কিতাপ অসমীয়ালৈ ভাঙিছিল। (৪৩ক)

**চণ্ডীনাৰায়ণ বৰুৱা** (১৮-১৯ শতিকা): পিতৃ কামৰূপৰ বৰনগৰ অঞ্চলৰ শাসনকৰ্তা সোমনাৰায়ণৰ* নাতি জগন্নাৰায়ণ। আহোমৰ অধীনত বৰনগৰৰ বৰুৱা আছিল। বৰ্ত্তমানৰ হাউলি অঞ্চলত বাস কৰিছিল। মানৰ তৃতীয় আক্ৰমণ সময়ত মানৰ লগত পৰাক্ৰমেৰে যুঁজ দিছিল। মানে তেওঁক ধৰি নি বৰপেটাৰ ওচৰৰ মইনাবৰি নামে ঠাইত বধ কৰে। বৰনগৰৰ সমৃদ্ধি এওঁৰ দিনত বৃদ্ধি পাইছিল। (২৯৯)

**চণ্ডীবৰ ভূঞা** (১৪ শতিকা): কমতা ৰজা দুৰ্লভ নাৰায়ণে* ৰাজলৈ অনা সাতঘৰ কায়স্থৰ অন্যতম। পিতৃ লণ্ডাবৰ। শংকৰদেৱৰ* আজোককাক। দুৰ্লভনাৰায়ণে কমতা ৰজা ধৰ্মপালৰ* সৈতে কৰা যুদ্ধত বীৰত্ব দেখুৱাইছিল। দুয়ো ৰজ্যৰ মাজত মিত্ৰতা হোৱাত ধৰ্মপালে নিজ ৰাজ্যৰ পূৰ্বাঞ্চল ৰক্ষা কৰিবলৈ পঠায়। পৰিণামত হাজোৰ ওচৰৰ লেঙ্গামাগুৰিত থাকি প্ৰতাপশালী হৈ উঠে। দুৰ্লভনাৰায়ণৰ বা-বাতৰি লবলৈ এৰাত দুৰ্লভনাৰায়ণে ধৰাই নিয়ে আৰু দহ মাহ বন্দী কৰি ৰাখে। ইতিমধ্যে চন্দ্ৰকবি নামে এজন পণ্ডিতৰ সৈতে তৰ্কযুদ্ধ কৰি জয়ী হোৱাত মুক্তি পাই পুনৰ লেঙ্গামাগুৰিলৈ আহে। ইয়াতে ভূটীয়াসকলক যুঁজত পৰাস্ত কৰে। কিছুকাল পিছত লেঙ্গামাগুৰি এৰি পূবলৈ যায় আৰু নগাৱঁৰ আলিপুখুৰীত থাকিবলৈ লয়। তাত ব্ৰহ্মপুত্ৰৰ পানীয়ে অনিষ্ট কৰাত উত্তৰ পাৰে গৈ প্ৰথমে গোপেশ্বৰ, পিছত বৌঅত থাকে। উত্তৰে বৌঅৰ পৰা দক্ষিণে কপিলী আৰু পূবে গাংমৌৰ পৰা পশ্চিমে বৰনদীলৈকে-এই খণ্ডৰ অধিকাৰী আছিল। (২০১, ২০৩, ২১০, ২৯৯)

**চতুৰ্ভূজ ঠাকুৰ** (১৫৯৬-১৬৪৯): পিতৃ শংকৰদেৱৰ* কনিষ্ঠতম পুত্ৰ হৰিচৰণ*। মাতৃ ৰামদাস আতাৰ* জীয়েক বিষ্ণু আই। চতুৰ্ভূজৰ বাল্যকাল অতিবাহিত হয় পাটবাউসী আৰু সুন্দৰীদিয়াত, কিন্তু পিছত ঘৰচীয়া নামে এখন ঠাইত থাকেগৈ। তাতে 'ঘিলাজাৰি সত্ৰ' পাতে। পত্নী আছিল তিনিগৰাকী— কনকলতা*, দেৱমূৰ্তি বা ৰেৱতী আৰু মুকুন্দপ্ৰিয়া। সুভদ্ৰা আৰু ভৱপ্ৰিয়া নামে কনকলতাৰ ফালৰ দুই কন্যা আৰু সুমিত্ৰা নামে দেৱমূৰ্তিৰ ফালৰ এক কন্যা আছিল। দেৱীনন্দন নামে মুকুন্দপ্ৰিয়াৰ গৰ্ভত এক পুত্ৰ জন্মিছিল, কিন্তু এওঁ সৰুতে ঢুকায়। ১৬১৯ চনত বৰদেউতাকৰ পুতেক পুৰুষোত্তম ঠাকুৰৰ* মৃত্যু হোৱাত পুৰুষ-সংহতিৰ অধিকাৰ হয়। ইয়াৰ সাত বছৰৰ পিছত গোৱালপাৰাত বিষ্ণুপুৰ সত্ৰ পাতে। পো ৰূপে তুলি লোৱা ভাগিনীয়েক দামোদৰক* পুৰুষ-সংহতিৰ ভাৰ দি পুৰুষোত্তমৰ অস্থি লগাবলৈ তীৰ্থলৈ যাওঁতে তাতে পুহ মাহত গংগাতীৰত মৃত্যু হয়। ককায়েক পুৰুষোত্তমৰ দৰে তেৰোঁ ছজন ব্ৰাহ্মণ আৰু ছজন অব্ৰাহ্মণক ধৰ্ম প্ৰচাৰাৰ্থে নিয়োগ কৰিছিল। (৫৭, ২০৩, ২০৮, ২৯৯)

**চতুৰ্ভূজ দেৱমিশ্ৰ** (১৮৭২-১৯৪১): জন্ম বৰপেটাত। পিতৃ ৰামৰাম গুৰুৰ* বংশৰ মহেশ্বৰ বৰপেটা সত্ৰৰ বুঢ়াসত্ৰীয়া আছিল। মাতৃ দময়ন্তী। পিতৃৰ মৃত্যুৰ পিছত ভোটৰ মাধ্যমেৰে সত্ৰাধিকাৰ নিৰ্বাচন পদ্ধতি হোৱাত বিপুল ভোটত জয়ী হৈ বুঢ়াসত্ৰীয়া পদ পায়। এওঁৰ দিনতে সত্ৰৰ সংবিধান ৰচনা হয়। জাতিভেদ প্ৰথাৰ বিৰোধী আছিল। জনজাতীয় লোকক শৰণ দিছিল। *'কথা গুৰু চৰিত'*ৰ প্ৰথম পাণ্ডুলিপি বাণীকান্ত কাকতিয়ে* এওঁৰ পৰাই সংগ্ৰহ কৰিছিল। (২২)

**চন্দ্ৰকমল বেজবৰুৱা** (১৮৬৮ - ৬।৮।১৯৩৯): জন্ম

যোৰহাটৰ ওচৰৰ ৰজাহাউলীত। শিৱসাগৰ আৰু কলিকতাৰ হাইস্কুলত পঢ়িছিল। কিন্তু স্কুলীয়া শিক্ষা সাং নকৰি দেউতাকে ন কৈ কিনা চাহ বাগিচা চলোৱাৰ ভাৰ লয়। ১৯০৫ চনত কেৰামত আলিৰ* পৰা টিয়কৰ ওচৰৰ বলমা চাহ বাগিছা কিনে আৰু তাতে স্থায়ীভাৱে থাকিবলৈ লয়। দক্ষ ব্যৱসায়ী আৰু সমাজকৰ্মী আছিল। চুবুৰীয়া ইংৰাজ চাহ মালিক সকলৰ মইমতালিৰ বিৰুদ্ধে সাহসেৰে যুঁজিছিল। এবাৰ ৰাজহুৱা আলিবাট এটা বৃটিছ চাহ কোম্পানী এটাই বেআইনীকৈ বন্ধ কৰি ৰখাত তাৰ বিৰুদ্ধে মোকৰ্দমা তৰিছিল আৰু তাত জয়লাভো কৰিছিল। ১৯৩৩ চনত বৈদেহী চাহ বাগিচাত এটা চেনীকল খোলে ; সেই উদ্দেশ্যেৰে বহলকৈ কুঁহিয়াৰ খেতি কৰাইছিল। ধানখেতিৰ ওপৰতো গুৰুত্ব দিছিল। ১৯৩৫ চনত মাছৰ উৎপাদন বঢ়োৱাৰ উদ্দেশ্যে এখন মীন ফাৰ্ম স্থাপন কৰিছিল।

১৯২৬ চনৰ নিৰ্বাচনত শিৱপ্ৰসাদ বৰুৱাৰ* বিৰুদ্ধে ৰোহিণীকুমাৰ হাতীবৰুৱাক* জয়লাভ কৰাত সহায় কৰিছিল। হাতীবৰুৱাৰ মৃত্যুত ১৯৩০ চনত নিজে নিৰ্বাচনত নামে যদিও পৰাজিত হয়। কংগ্ৰেছৰ সমৰ্থক আছিল। ভাটী বয়সত চাহাবী পোছাক বৰ্জন কৰি খদ্দৰৰ পোছাক পিন্ধা কৰিছিল। ১৯৩৮ চনত বলমাত এখন হাইস্কুল স্থাপন কৰে। ই সম্প্ৰতি চন্দ্ৰকমল বেজবৰুৱা হাইস্কুল নামেৰে জনাজাত। ইয়াৰ উপৰিও বলমাত হৰিমন্দিৰ, নাট্যমন্দিৰ আদি প্ৰতিষ্ঠা কৰোঁতা। (৩৪০ক)

**চন্দ্ৰকান্ত বৰপূজাৰী** (১৮৮০- ।১২।১৯৪৮): জন্ম যোৰহাটৰ বৰিগাঁৱত। ১৯০০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ সমূহ ছাত্ৰৰ ভিতৰত সংস্কৃতত সৰ্বোচ্চ নম্বৰ পাই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয় আৰু 'হেমধৰ বৰুৱা সোঁৱৰণী বঁটা' লাভ কৰে। প্ৰথম চামৰ ছাত্ৰ হিচাবে কটন কলেজত নাম লগাই যদিও আৰ্থিক অনাটন হেতু পঢ়া সাং নকৰি তেজপুৰত স্কুল সহ-পৰিদৰ্শকৰ পদত সোমায়হি। পিছত চিলেটৰ সংস্কৃত টোলৰ পৰা 'বিদ্যাৰত্ন' উপাধি লৈ প্ৰথমে শিৱসাগৰ, পিছত যোৰহাট হাইস্কুলত শিক্ষকতা কৰি প্ৰধান শিক্ষক ৰূপে অৱসৰ গ্ৰহণ কৰে। এখন সংস্কৃত ব্যাকৰণ লিখাৰ উপৰিও ভালেমান প্ৰবন্ধ-পাতিও লিখিছিল। (২০৭ক)

**চন্দ্ৰকান্ত বিদ্যালংকাৰ** (২০।১২।১৮৭০ - ২৪।৩।১৯৫২) : জন্ম নলবাৰীৰ ওচৰৰ গামেৰিমুৰী গাৱঁত। পিতৃ হৰিদেৱ শৰ্মা, মাতৃ দুৰ্গাপ্ৰিয়া। গৌৰীপুৰ, কোচবিহাৰ আদি ঠাইত সংস্কৃত শিক্ষা লাভ কৰি কোচবিহাৰৰ ৰাজপণ্ডিতসকলৰ পৰা 'বিদ্যালংকাৰ' উপাধি পায়। পৰম্পৰাগত সংস্কৃত পণ্ডিত আছিল। *'শব্দমঞ্জৰী', 'ধাতুমঞ্জৰী', 'পদমঞ্জৰী', 'দশকৰ্মপদ্ধতি'* আৰু *'মণ্ডলাধ্যায়'*— এই পাঁচখন সংস্কৃত পুথি ৰচনা কৰিছিল। তাৰে ভিতৰত *'শব্দমঞ্জৰী'* জীৱনকালত প্ৰকাশ পাইছিল। শেষোক্ত পুথি দুখন কোনোবাই অপহৰণ কৰে। (২৩৩)

**চন্দ্ৰকান্ত সিংহ** (১৭৯৭— ?) : পিতৃ লেচাই নামৰূপীয়া ৰজাৰ* নাতি কদম দীঘলা। ককায়েক কমলেশ্বৰ সিংহৰ* মৃত্যুত ১৮১১ চনত আহোম ৰাজপাটত উঠে আৰু চুডিনফা নাম লয়। তেনেই কম বয়সত ৰজা হোৱাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়েই* প্ৰকাৰান্তৰে ৰাজ্য চলাইছিল। বাল্যবন্ধু সতৰামক* আগে দি পৰাক্ৰান্ত কৰি তুলিছিল। এওঁৰ দিনতে বদন বৰফুকনে* মানক অসমলৈ আনে (১৮১৬) আৰু অসমত অৰাজকতাৰ সৃষ্টি কৰে। ১৮১৮ চনত ৰজা ভগা যায় আৰু মানে পুৰন্দৰ সিংহক* ৰাজপাটত তোলে। কিন্তু এবছৰৰ পিছত পুনৰ ৰজা হয় আৰু ১৮১২ চনলৈকে ৰাজপাটত থাকে। ইংৰাজে দেশ লোৱাত বৃটিছৰ পেনচনভোগী হৈ আছিল। (৪১, ৬৮, ২৯১)

**চন্দ্ৰকুমাৰ আগৰৱালা** (২৮।১০।১৮৬৭ -২।৮।১৯৩৮) : জন্ম তেজপুৰৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজান নৈৰ পাৰত।

হৰিবিলাস আগৰৱালাৰ* দ্বিতীয় পুত্ৰ। মাতৃ মলমা। তেজপুৰৰ চৰকাৰী হাইস্কুলত কেই-শ্ৰেণীমান পঢ়ি কলিকতাৰ নিজা ঘৰত থাকি হেয়াৰ হাইস্কুলত পঢ়িছিল; কিন্তু পুনৰ তেজপুৰৰ পৰাই প্ৰৱেশিকা পাছ কৰে। এফ.



চন্দ্ৰকুমাৰ আগৰৱালা

এ. পাছ কৰে কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা। বিলাতলৈ গৈ বেৰিষ্টাৰ হোৱাৰ ইচ্ছা আছিল। কিন্তু দেউতাকৰ অনুমতি নাপাই প্ৰেচিডেন্সী কলেজত তৃতীয় বাৰ্ষিকলৈকে পঢ়ি পঢ়া এৰে আৰু দেউতাকৰ ব্যৱসায়ত লাগে। দেউতাকৰ অৱস্থা কিছু পৰি অহাত অসমলৈ আহে আৰু ডিব্ৰুগড়ৰ তামোলবাৰী বাগিচা চলাবলৈ লয়। কলিকতাত থাকোতেই লক্ষ্মীনাথ বেজবৰুৱা* আৰু হেমচন্দ্ৰ গোস্বামীৰ* লগত নিবিড় বন্ধুত্ব হৈছিল আৰু তেওঁলোকৰ সহযোগিতাত *'জোনাকী'* আলোচনী উলিয়াইছিল ১৮৮৯ চনত। প্ৰথম দুই সংখ্যাৰ সম্পাদকো আছিল। কলিকতাত থকা কালত 'আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিচাৰ্চ লিমিটেড' কোম্পানী খুলি অসমীয়া কিতাপৰ ব্যৱসায়ো কৰিছিল। ১৯১৮ চনত ডিব্ৰুগড়ৰ পৰা সাদিনীয়া *'অসমীয়া'* উলিয়ায়। ১৯২৪ চনত গুৱাহাটীৰ পৰা এই কাকত উলিয়াবলৈ ধৰে। ১৯৩০ চনত ইয়াক তিনিদিনীয়া কৰে। গুৱাহাটীলৈ আহি খাৰঘুলিত 'নিউ প্ৰেছ' নামৰ ছপাশাল খুলিছিল। *'বাঁহী'* নামৰ আলোচনীখন একেৰাহে ওঠৰ বছৰ এই প্ৰেছতে ছপা হৈ আছিল। ব্যৱসায় বুদ্ধিত তীখৰ আছিল। জীৱনৰ আগ বয়সত চাহেবিয়ানা আছিল, পিছলৈ স্বদেশপ্ৰেমী হৈ পৰিছিল। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে ডিব্ৰুগড়ত তেওঁৰ ঘৰতে আছিল।

ৰোমাণ্টিক যুগৰ অন্যতম শ্ৰেষ্ঠ কবি। ছাত্ৰ অৱস্থাৰ পৰাই কবিতা লিখিছিল। কবিতা পুথি — *প্ৰতিমা* (১৯১৪), *বীণ ব'ৰাগী* (১৯২৩) আৰু মৰণোত্তৰ প্ৰকাশ- *'চন্দ্ৰামৃত'* (১৯৬৭)। অসম সাহিত্য সভাৰ সভাপতিৰ পদ যঁচা হৈছিল, কিন্তু গ্ৰহণ কৰা নাছিল। (৮, ১৪৮, ২০৭, ২৬৭, ৩০১,)

**চন্দ্ৰচূড় আদিত্য** (১৭ শতিকা): শ্ৰীহট্ট অঞ্চলৰ লোক। স্কন্দ পুৰাণৰ উৎকল খণ্ডৰ অনুবাদ কৰে ১৬৭৬ চনত। ভাষাত বঙলুৱা ঠাঁচ বিদ্যমান। (২০০, ২০৭)

**চন্দ্ৰধৰ গোস্বামী** (১৮।১১।১৯১২ - ।৪।১৯৮৫)জন্ম এতিয়াৰ শোণিতপুৰ জিলাৰ কলিবাৰীত। পিতৃ ফণিধৰ, মাতৃ শশীপ্ৰভা। কম বয়সতে পিতৃ পৰিয়ালৰ সতে তেজপুৰলৈ উঠি আহে। ১৯৩২ চনত তাৰ পৰাই প্ৰৱেশিকা পৰীক্ষা পাছ কৰি শান্তিনিকেতনলৈ যায় আৰু প্ৰখ্যাত শিল্পী নন্দলাল বসুৰ অধীনত ছবি আঁকিবলৈ শিকে। কিন্তু পিতৃ বিয়োগ হোৱাত শিক্ষা সাং নকৰাকৈয়ে উভতি আহে। বহু বছৰ ইটো সিটো কৰাৰ পিছত ষাঠিৰ দশকৰ পৰা তেজপুৰত ওকালতি কৰিবলৈ লৈছিল। খ্যাতনামা মঞ্চ তথা চিত্ৰাভিনেতা। বিষ্ণুপ্ৰসাদ ৰাভা*, জ্যোতিপ্ৰসাদ আগৰৱালা*, ফণী শৰ্মা*, আদিৰ সান্নিধ্যলৈ আহি তেজপুৰ বাণমঞ্চত সঘনে অৱতীৰ্ণ হৈছিল। 'ছিৰাজ' (১৯৪৮)ৰ জৰিয়তে বোলছবি জগতলৈ আহে। ভালেমান অসমীয়া ছবিত অভিনয় কৰিছিল। অভিনীত সৰ্বশেষ ছবি 'সোণৰ হৰিণ'। বাণমঞ্চৰ পৰা 'মঞ্চকোঁৱৰ' উপাধিৰ উপৰিও চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰিছিল। (৪০০)

**চন্দ্ৰ চৌধুৰী** (২৭।৪।১৯১৭ - ৪।৯।১৯৮৫): জন্ম পাঠশালাত। অভিনয় আৰু সংগীতত সৰুৰে পৰা ৰাপ আছিল। ১৯২৫ চনত 'পাঠশালা অপেৰা পাৰ্টি'ত ভৰ্তি হয়। অভিনয় দক্ষতা দেখি ১৯৩১ চনত ব্ৰজনাথ শৰ্মাই* তেওঁৰ 'কোহিনূৰ অপেৰা' পাৰ্টিলৈ আনে। ১৯৩৬ চনত ফণী শৰ্মা* পৰিচালিত 'অল্ আচাম ড্ৰামাটিক থিয়েটাৰ'ত যোগ দি উজনী অসমৰ বিভিন্ন ঠাইত অভিনয় প্ৰদৰ্শন কৰে। ১৯৪৪ চনত ঘৰলৈ আহি 'পাঠশালা নাট্য সমিতি'ৰ বিভিন্ন নাট পৰিচালনা কৰিবলৈ লয়। ১৯৪৭ চনত ৰত্ন তালুকদাৰৰ* লগ লাগি পাঠশালাত এখন সংগীত বিদ্যালয় খোলে। নটৰাজ, সুৰদেৱী, কোহিনূৰ, আৱাহন আদি ভ্ৰাম্যমান নাট্যদলত অভিনয় কৰাৰ উপৰিও 'ব্লেকমাণি', 'ধৰ্মকাই', 'উপগ্ৰহ' আৰু 'বহাগৰ দুপৰীয়া' এই চাৰিখন চিনেমাতো অভিনয় কৰিছিল। নাট্যকাৰো আছিল। নাট ৰচনা কৰাৰ উপৰিও ভালেমান নাট অনুবাদো কৰিছিল। শেষ জীৱনত *'মোৰ নাট্য জীৱনৰ তিনি কুৰি বছৰ'* নামে এলানি আত্মজীৱনীমূলক প্ৰবন্ধ লিখিছিল। (৩৩১)

**চন্দ্ৰধৰ বৰুৱা** (১০।১৮৭৪- ২৬।১০।১৯৬১): জন্ম যোৰহাটত। পিতৃ দুৰ্গাধৰ নেঘেৰিটিঙৰ বৰঠাকুৰ বংশৰ লোক আছিল। মাতৃ ৰাজগুৰু ফুকনৰ ঘৰৰ প্ৰেমাৱতী। ১৮৯২ চনত যোৰহাট হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। মেট্ৰোপলিটান ইনষ্টিটিউছনৰ পৰা এফ. এ. পাছ কৰি চেণ্ট জেভিয়াৰ্চ কলেজত নাম লগায়। কিন্তু পিতৃ বিয়োগৰ কাৰণে বি. এ. উপাধি নোলোৱাকৈয়ে ঘৰলৈ উভতি আহে। ১৯০০ চনত আইনৰ পৰীক্ষা পাছ কৰি যোৰহাটত ওকালতি আৰম্ভ কৰে। কিছু বছৰৰ পিছত ওকালতি এৰি শহুৰেক জগন্নাথ বৰুৱাৰ* চাহ ব্যৱসায়ত লাগে। 'সাৰ্বজনিক সভা' আৰু 'অসম এচোচিয়েছন'ৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯২০ চনত অসম ব্যৱস্থাপক সভাৰ আৰু ১৯২৮ চনত দিল্লীৰ কাউন্সিল অৱ ষ্টেটচৰ সদস্য হয়। ১৯৩০ চনত বিলাতত বহা ঘূৰণীয়া মেজ-মেলত অসমক প্ৰতিনিধিত্ব কৰিছিল। ৰাজনৈতিক ক্ষেত্ৰত ধীৰপন্থী আছিল।



চন্দ্ৰধৰ বৰুৱা

নাট্যকাৰ, কবি আৰু গীতিকাৰ। ৰচনা- মধুসূদন দত্তৰ মেঘনাদ বধ কাব্যৰ ছাঁ লৈ লেখা *'মেঘনাদ বধ নাট'* (১৯০৪), ধেমেলীয়া নাট *'ভাগ্য পৰীক্ষা'* (১৯১৫), *'তিলোত্তমা সম্ভৱ'* (১৯২৪), *'ৰাজৰ্ষি'* (১৯৩৭)। ইবিলাকৰ উপৰিও *'পুনৰ্জন্ম'*, *'মোগল বিজয়'*, *'আহোম সন্ধ্যা'* আদি নাট মৰণোত্তৰ কালত প্ৰকাশিত। *'বিদ্যুৎ বিকাশ'* আৰু *'কামৰূপ জীয়াৰী'*—এই নাট দুখন 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ পাইছিল। ২৫ টা গীত লিখাৰ উপৰিও *'ৰঞ্জন'* নামৰ এখন ধেমেলীয়া কবিতা পুথি প্ৰকাশ কৰিছিল ১৯২৭ চনত। চাণক্য শ্লোক প্ৰমুখ্যে সংস্কৃতৰ খণ্ড কবিতা কিছুমান *'মুক্তাৱলী'* নাম দি অসমীয়ালৈ ভাঙিছিল। *'ৰত্নকোষ'* নাম দি বহুতো অসমীয়া ফকৰা-যোজনা সংগ্ৰহ কৰিছিল। তাৰে প্ৰথম খণ্ডহে মাথোন প্ৰকাশিত (১৯৬২)। দুটিমান গল্প, *'শান্তি'* নামে এখন উপন্যাস, বিলাত ভ্ৰমণৰ এটি কাহিনীৰো ৰচক।

১৯১৮ চনত গোৱালপাৰাত বহা অসম সাহিত্য সভাৰ দ্বিতীয় অধিবেশনৰ সভাপতি আছিল। সাহিত্য সভা পত্ৰিকাৰ প্ৰথম সম্পাদক। ১৯২৯ চনত কামৰূপ সঞ্জীৱনী

সভাই 'সাহিত্য ৰত্ন' উপাধি প্ৰদান কৰে। ১৯২৬ চনত এই সভাৰ বাৰ্ষিক অধিবেশনৰ সভাপতিত্ব কৰিছিল। 'আসাম সংগীত সংঘৰ' তৃতীয় বছৰেকীয়া অধিবেশনৰ সভাপতি আছিল। ক্ৰীড়ামোদীও আছিল। অসম অলিম্পিক এচোচিয়েছনৰ সভাপতি আছিল। (১৩, ৮৮, ৮৯, ১২৭)

**চন্দ্ৰনাথ কলিতা** (১৯০৪—৫।১।১৯৮৩) : জন্ম টীয়কত। পিতৃ গেলাই বৰা। কাকজান স্কুলৰ পৰা এম.ই.পৰীক্ষাত অসমৰ ভিতৰতে প্ৰথম হৈ যোৰহাট চৰকাৰী হাইস্কুলত নাম লগায়। তাৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি গুৱাহাটীৰ কটন কলেজৰ পৰা বি.এ. আৰু আৰ্ল ল কলেজৰ পৰা বি.এল. উপাধি লয়। ১৯৩২ চনৰ পৰা দুবছৰ কাল চামতা হাইস্কুলত প্ৰধান শিক্ষকতা কৰি যোৰহাটত আইন ব্যৱসায়ত লাগে। ইতিমধ্যে ইংৰাজীত এম.এ. পাছ কৰি ১৯৩৮ চনত কটন কলেজত যোগদান কৰে। ১৯৬২ চনত অৱসৰ লৈ টীয়কৰ চন্দ্ৰকমল বেজবৰুৱা* কলেজত অধ্যক্ষতা কৰিছিল। বৈষ্ণৱ ধৰ্মত ভক্তি আছিল। নিজে খেতিবাতি কৰিছিল। ১৯৬২ চনত বিনোবা ভাবে অসমলৈ আহোতে তেওঁৰ ভ্ৰমণ সংগী আছিল (৩৫৮)

**চন্দ্ৰনাথ শৰ্মা** (১০।১৮৮৯—২০।৭।১৯২২): জন্ম তেজপুৰৰ ওচৰৰ বিহগুৰিত। পিতৃ দণ্ডিনাথে খেতি বাতি আৰু পুৰোহিতালি কৰিছিল। ১৯০৯ চনত বিহগুৰি প্ৰাথমিক স্কুলৰ পৰা বৃত্তি পাই তেজপুৰ মজলীয়া স্কুলত নাম লগায়। ১৯০৪ চনত তেজপুৰ হাইস্কুলত ভৰ্তি হয়। ১৯১০ চনত গুৱাহাটীৰ পৰা মেট্ৰিক দিয়ে আৰু বিয়াও কৰে। শহৰৰ ঘৰত থাকি ১৯১৪ চনত কটন কলেজৰ পৰা বি.এ. উপাধি লয়। ইয়াৰ পিছত গুৱাহাটীৰ সোণাৰাম হাইস্কুলত শিক্ষকতা কৰে আৰু আৰ্ল ল কলেজতো পঢ়িবলৈ ধৰে। ১৯১৮ চনত বি.এল. পাছ কৰি গুৱাহাটীতে উকীল হয়।

ছাত্ৰাবস্থাতে ৰাজনৈতিক চেতনাৰ উন্মেষ ঘটিছিল। ১৯১৬ চনত 'অসম ছাত্ৰ সন্মিলন' প্ৰতিষ্ঠা কৰি তাৰ গুৰি ধৰিছিল। ১৯১৮ চনত 'অসম এচোচিয়েছন'ৰ সহকাৰী



চন্দ্ৰনাথ শৰ্মা

সম্পাদক নিৰ্বাচিত হয়। এচোচিয়েছনখনক আৱেদন নীতিৰ পৰা মুক্ত কৰি সংগ্ৰামমুখী কৰি তুলিছিল। অসমত কংগ্ৰেছ দল গঠিত হয় প্ৰধানকৈ তেওঁৰ যত্নতে। কংগ্ৰেছৰ হকে দেহে কেহে খাটিছিল। ১৯২০ চনত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশনত অসমৰ প্ৰতিনিধি হৈ গৈছিল। ১৯২১ চনত তেওঁৰ আহ্বানত মহাত্মা গান্ধী অসমলৈ আহে। ই অসহযোগ আন্দোলন অসমত জোৰাল কৰি তোলে। একনিষ্ঠ আৰু উদ্যমী সমাজসেৱী আছিল। সাহিত্য চৰ্চাতো ৰাপ আছিল। জন্মলগ্নৰ পৰাই অসম সাহিত্য সভাৰ লগত জড়িত আছিল। তেওঁ বিভিন্ন অনুষ্ঠানত দিয়া ভাষণসমূহ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। আলোচনীত প্ৰবন্ধ-পাতিও লিখিছিল। ছাত্ৰাস্থাতে বেজবৰুৱাৰ লগত এবাৰ তৰ্কযুদ্ধত লিপ্ত হৈছিল।

যক্ষ্মা ৰোগত চিলঙত মৃত্যু হয়। (৪৩, ১০০, ১৮২, ১৮৫)

**চন্দ্ৰনাৰায়ণ** (?—১৬৬০): পিতৃ মহেন্দ্ৰনাৰায়ণ*। আহোমৰ অধীনত দৰঙৰ শাসনকৰ্তা আছিল। ভূটীয়াক বশ

কৰিছিল। সোতৰ বছৰ ৰাজত্ব কৰি মৃত্যু হয়। (৬৮,২৯১)

**চন্দ্ৰপ্ৰভা** (?—১৭২১) : কছাৰী ৰজা তাম্ৰধ্বজৰ* পত্নী। সম্ভৱতঃ আহোম কন্যা আছিল। ৰুদ্ৰসিংহ* স্বৰ্গদেৱে কছাৰী ৰাজ্য আক্ৰমণ কৰাত তাম্ৰধ্বজ সপৰিবাৰে মাইবং এৰি খাচপুৰলৈ পলাই যায় আৰু জয়ন্তীয়া ৰজা ৰামসিংহৰ সহায় বিচাৰে। ৰামসিংহই সহায় কৰক চাৰি তাম্ৰধ্বজক সপৰিবাৰে খাচপুৰৰ পৰা ধৰাই নিয়ে আৰু জয়ন্তীপুৰত বন্দী কৰি ৰাখে। চন্দ্ৰপ্ৰভা তাৰ পৰা পলাই গৈ ৰহীয়াল বৰুৱাৰ কাষ চাপে আহোম ৰজাৰ অনুগ্ৰহ বিচাৰি। ৰহীয়াল বৰুৱাই সেই সময়ত বিশ্বনাথত থকা ৰুদ্ৰসিংহৰ ওচৰলৈ তেওঁক পঠাই দিয়ে। চন্দ্ৰপ্ৰভাই স্বামীৰ হৈ ক্ষমা প্ৰাৰ্থনা কৰাত স্বৰ্গদেৱে তাম্ৰধ্বজৰ মুক্তিৰ অৰ্থে এদল সৈন্য পঠিয়াই দিয়ে। চন্দ্ৰপ্ৰভাই নিজেও এই সৈন্যদলৰ লগত জয়ন্তীয়া ৰজাৰ বিৰুদ্ধে যুঁজ কৰিছিল বুলি কথিত। তাম্ৰধ্বজ মুক্ত হ'ল যদিও নিজ ৰাজ্যলৈ যোৱাৰ পথত তেওঁৰ মৃত্যু হয়। ফলত কুৰি বছৰীয়া পুত্ৰ সুদৰ্প নাৰায়ণ ৰাজপাটত উঠে। ৰাজ্য চলোৱাত চন্দ্ৰপ্ৰভাৰ হাত আছিল। অসমৰ পৰা ভালেমান পণ্ডিতক নি কছাৰী ৰাজসভাত স্থান দিছিল। তেওঁৰ নিৰ্দেশতে ভুৱনেশ্বৰ বাচস্পতিয়ে* বৃহদ্‌নাৰদীয় পুৰাণ অসমীয়ালৈ ভাঙে। ১৭২১ চনত সুদৰ্প নাৰায়ণৰ মৃত্যুৰ কিছুদিন পিছতে চন্দ্ৰপ্ৰভাৰ মৃত্যু হয়। (২২৪)

**চন্দ্ৰপ্ৰভা শইকীয়ানী** (১৬।৩।১৯০১—১৬।৩।১৯৭২) : জন্ম বজালী অঞ্চলৰ দৈশিঙৰী গাৱঁত। পিতৃ-মাতৃৰ আৰ্থিক সম্বল নথকাত মোমায়েকৰ ঘৰত থাকি শিক্ষা লাভ কৰে। চোকা বুদ্ধি দেখা পাই স্কুল পৰিদৰ্শক নীলকান্ত দাসে বৃত্তিৰ যোগাৰ কৰি দিয়ে। এই বৃত্তিৰ সহায়ত এম.ভি. আৰু নৰ্মাল পাছ কৰি এখন প্ৰাথমিক স্কুল খোলে আৰু নিজে প্ৰধান শিক্ষয়িত্ৰীৰ পদ লয়। দণ্ডিনাথ কলিতাৰ* লগত অসামাজিকভাৱে বিয়া হৈছিল। কিন্তু একেটি মাত্ৰ পুত্ৰ অতুল শইকীয়াৰ* জন্মৰ পিছত সংসাৰ ত্যাগ কৰে আৰু পুতেকক নিজৰ মাক-দেউতাকৰ হাতত গটাই দেশ সেৱাত লাগে। এগৰাকী অসাধাৰণ মহিলা আছিল। সমাজত নাৰীৰ সম্পৰ্কে সচেতন আছিল আৰু তাৰ অৰ্থে যুঁজ দিছিল। ১৯২০ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনত কানিৰ বিৰুদ্ধে অগ্নিগৰ্ভা ভাষণ দিছিল ১৯২৫ চনত ৰজনীকান্ত



চন্দ্ৰপ্ৰভা শইকীয়ানী

বৰদলৈৰ* সভাপতিত্বত বহা নগাঁও অধিবেশনত দেশৰ নাৰী সমাজক স্বাধীনতা যুঁজৰ বাবে ওলাই আহিবলৈ উদাত্ত কণ্ঠে আহ্বান জনাইছিল। ইয়াৰ পৰিণামত এই অধিবেশনতে 'অসম মহিলা সমিতি'ৰ জন্ম হয়। ১৯২৬ চনত ধুবুৰীত বহা অসম মহিলা সমিতিৰ অধিবেশনত প্ৰধান সম্পাদিকা নিৰ্বাচিত হয়। একেৰাহে সাত বছৰকাল এই ভাৰ নিয়াৰিকৈ বহন কৰিছিল। স্বাধীনতা সংগ্ৰামৰ অক্লান্ত সংগ্ৰামী আছিল আৰু তিনিবাৰকৈ (১৯২৩, ১৯৪৩, ১৯৪৩) জেল খাটিছিল। কিছুকাল 'কৃষক সভা'ৰ সভানেত্ৰী আছিল। ১৯৪৫ চনত মহাত্মা গান্ধী আৰু ১৯৬৩ চনত বিনোৱা ভাৱে অসমলৈ আহোঁতে তেওঁলোকৰ ভ্ৰমণৰ সংগী হৈছিল। স্বাস্থ্য পৰি অহাত ১৯৬৯ চনৰ পৰা সামাজিক কাম-কাজৰ পৰা অব্যাহতি লয়। সমাজ-সেৱাৰ উপৰিও সাহিত্য-চৰ্চাও কৰিছিল। *'পিতৃভিটা'* নামৰ এখন উপন্যাসৰ ৰচয়িত্ৰী।

ভনীয়েক ৰজনীপ্ৰভা আছিল অসমৰ প্ৰথম মহিলা এম.বি.বি.এছ। (৪৩, ২৬১, ৪০০)

**চন্দ্ৰ ফুকন** (২২।৮।১৯০৯ - ২৭।৮।১৯৭১) : জন্ম নগাঁৱৰ আমোলাপট্টীত। নাওবৈচা ফুকনৰ বংশৰ লোক আছিল। ১৯২৮ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাত কিছুদিন পঢ়াৰ পিছত কোচবিহাৰ কলেজত ভৰ্তি হৈ ইংৰাজীত সন্মানসহ বি.এ.পৰীক্ষা পাছ কৰে। চাকৰি নকৰি ১৯৩৬ চনত নগাঁৱৰ ওচৰৰ কুঠৰীত মৌজা লয়। লগতে আনাৰসৰ বাগিচা খুলি ১৯৫৩ চনত তাত ফল সংৰক্ষণৰ কাৰখানা বহুৱায়। দক্ষ অভিনেতা আছিল। স্কুলীয়া কালৰে পৰা বিভিন্ন নাটকত অভিনয় কৰি খ্যাতি আৰ্জিছিল। নগাঁও নাট্য মন্দিৰৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল আৰু তাক জাতীয় ৰংগমঞ্চলৈ ৰূপান্তৰিত কৰাৰ প্ৰয়াস কৰিছিল। *বিপ্লৱী* (১৯৪৮), *পাৰঘাট* (১৯৪৮) আৰু *পিয়লি ফুকন* (১৯৫৫)— এই তিনিখন কথাছবিত অভিনয় কৰিছিল। ভাটী বয়সত *'আমাৰ প্ৰতিনিধি'* আদি আলোচনীত দুটিমান কবিতাও লিখিছিল। (৩৭, ২৭৪)

**চন্দ্ৰভাৰতী :** অনন্ত কন্দলি চাওক।

**চন্দ্ৰমুখ বৰ্মন** ( ? - আ. ৫৬৫) : পিতৃ ভূতিবৰ্মন*। পিতৃৰ মৃত্যুত প্ৰায় ১০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮, ২৯৮)

**চন্দ্ৰমোহন গোস্বামী** (১৯-২০ শতিকা) : পূৰ্বপুৰুষ বৰ্তমান বাংলাদেশৰ গোৱালন্দৰ আছিল। পিতৃ ৰাধামোহনে গুৱাহাটীৰ কাছাৰীত মুনচেফৰ কাম কৰিছিল। চিনিয়ৰ স্কলাৰ ৰূপে শিক্ষা সাং কৰি গুৱাহাটী স্কুলৰ কলেজিয়েট শ্ৰেণীৰ শিক্ষক হয়। কলেজিয়েট শ্ৰেণী উঠি যোৱাত মংগলদৈত ই. এ. চি. ৰূপে নিযুক্ত হয়। কিন্তু পুনৰ শিক্ষা বিভাগলৈ আহে। গোৱালপাৰা, শিৱসাগৰ, কহিমা আদি বিভিন্ন ঠাইত চাকৰি কৰিছিল। উনৈশ-কুৰি শতিকাৰ অন্যতম কৃতী শিক্ষক। আনন্দৰাম বৰুৱা*, শিৱৰাম বৰা*, প্ৰভৃতিকে মুখ্য কৰি লক্ষ্মীনাথ বেজবৰুৱা* আৰু পদ্মনাথ গোহাঞি বৰুৱালৈকে* অসমৰ অনেক খ্যাতিমান ব্যক্তিৰ শিক্ষক আছিল। শেষ জীৱন গুৱাহাটীত কটাইছিল। পানাসক্তিৰ দোষ আছিল। (২৮৯, ৪০০)

**চন্দ্ৰশেখৰ দাস** (১৮৯২-২২।৬।৪৩) : জন্ম ঢকুৱাখনাত। পিতৃ জিউৰাম বৰুৱা। ১৯০৮ চনত ঢকুৱাখনা মজলীয়া বিদ্যালয়ৰ পৰা শিক্ষা সাং কৰি ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউছনত নাম লগায়। কিন্তু আৰ্থিক অনাটন হেতু অষ্টমমানতে শিক্ষা সাং কৰিব লগাত পৰে। ১৯১৬-১৭ত তেজপুৰত এখন মাইনৰ স্কুল স্থাপন কৰি তাত শিক্ষকতা আৰম্ভ কৰে। দুবছৰমান পিছত বয়নশিল্প আৰু হিন্দী ভাষাৰ প্ৰশিক্ষণ লোৱাৰ উদ্দেশ্যে গুৱাহাটীলৈ আহে। ইয়াতে তৰুণৰাম ফুকন* আৰু নবীন চন্দ্ৰ বৰদলৈৰ* সান্নিধ্য পাই কংগ্ৰেছ কৰ্মৰ প্ৰতি আগ্ৰহী হৈ পৰে। ১৯২১ চনত সৰ্বেশ্বৰ বৰুৱাৰ* উদ্যোগত 'উত্তৰ লক্ষীমপুৰ জিলা কংগ্ৰেছ' প্ৰতিষ্ঠা হোৱাত প্ৰথমে তাৰ উপসভাপতি, পিছত (১৯২৮ চনত) তাৰ সভাপতি হয়গৈ। উত্তৰ লক্ষীমপুৰ অঞ্চলত কংগ্ৰেছ শক্তিশালী কৰোঁতাসকলৰ ভিতৰত অন্যতম। অসহযোগ আন্দোলনৰ কালত তিনিমাহ সশ্ৰম কাৰাদণ্ড ভুগিছিল আৰু অনেক সা-সম্পত্তি বাজেয়াপ্ত হৈছিল। নিষ্ঠাবান সমাজকৰ্মী আছিল। ১৯৩৬ চনত ঘাইকৈ তেওঁৰ চেষ্টাতে ঢকুৱাখনাত হাইস্কুল স্থাপিত হয়। সাহিত্য-সংগীত আদিতো ৰাপ আছিল। (৪৩)

**চন্দ্ৰশেখৰ ভট্টাচাৰ্য** (১৬-১৭ শতিকা) : পুৰুষোত্তম বিদ্যাবাগীশৰ* নাতিয়েক। কোচ ৰজা লক্ষ্মীনাৰায়ণৰ* সভাপণ্ডিত আছিল বুলি কথিত। ককাকৰ ব্যাকৰণ *'প্ৰয়োগ ৰত্নমালা'*ৰ টীকা ৰচনা কৰিছিল। (২৩৩)

**চন্দ্ৰাৱতী দেৱী কটকী** (১৮৯৭-১৯৭৪) : জন্ম জখলাবন্ধা সত্ৰত। পিতৃ ৰঘুনাথ গোস্বামীৰ* পুত্ৰ চন্দ্ৰহাস*। স্বামী পুৰণিগুদাম নিবাসী যোগেন্দ্ৰ নাথ গোস্বামী। *'গুণমালা'* আৰু *'তত্বমালা'* নামৰ দুখন পুথিৰ ৰচয়িত্ৰী। (২৬১)

**চৰ্দাৰ বৈৰাম সিং** (১৮৯৩ - ৭।৩।১৯৭৩) : জন্ম পঞ্জাবৰ ফিৰোজপুৰত। পিতৃ এচ. চাণ্ডা সিং। ১৯১৩ চনত ডিব্ৰুগড়লৈ আহি পোনতে মটৰ চালক হয়। পিছলৈ নিজা মটৰ ছাৰ্ভিচ খোলে। ১৯২১ চনত মহাত্মা গান্ধী ডিব্ৰুগড়লৈ আহোতে তেওঁৰ সান্নিধ্য পাই ভাৰতৰ মুক্তি সংগ্ৰামৰ ৰণুৱা হৈ পৰে। ১৯২৬ চনত পাণ্ডু কংগ্ৰেছত, পিছত কৰাচী কংগ্ৰেছত যোগ দিছিল। ১৯৩০ চনত এবছৰ কাৰাবাস খাটে। ১৯৩৯ চনত ডিগবৈৰ বনুৱা ধৰ্মঘটত যোগ দি মাহ চেৰেক আৰু ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি পুনৰ দুবছৰ কাৰাদণ্ড ভোগে। ১৯৪৪ চনত মুক্তি পায় যদিও ১৯৪৬ চনলৈকে গোৱালপাৰাত অন্তৰীণ হৈ থাকিবলগীয়া হৈছিল। ডিব্ৰুগড় জিলা কংগ্ৰেছৰ নিষ্ঠাৱান কৰ্মী আছিল। (৪৩ক)

**চশ্মে নুৰজাহান বেগম** (২৬।১১।১৯০৫ -২।১১।১৯৭৩) : জন্ম ডিব্ৰুগড়ত। পিতৃ হাজী আকবৰ আলি, মাতৃ মফিজুদ্দিন আহমদ হাজৰিকাৰ* বায়েক উম্মে কুলচুম। অষ্টমমান শ্ৰেণীলৈকে পঢ়াৰ পিছত ১৯২১ চনত ফৈজনুৰ আলিৰ* ভায়েক ৰিয়াজুদ্দিন আহমেদৰ স'তে বিয়া হয়। ন বছৰ সংসাৰ কৰি বিধৱা হোৱাত তিনিচুকীয়াৰ মধ্য ইংৰাজী স্কুল এখনত শিক্ষয়িত্ৰী ৰূপে যোগ দিয়ে। তিনিচুকীয়াৰ মহিলা সমিতি স্থাপন কৰোঁতাসকলৰ অন্যতম। *'মলয়া'* নামৰ মাহেকীয়া সাহিত্যালোচনী এখন প্ৰকাশ কৰিছিল। *'আৱাহন'*, *'সাধনা'* আদি কাকতত কবিতা, গল্প আদি লিখিছিল। অসমীয়া মুছলমান সমাজৰ আগৰণুৱা লেখিকা। (২৬১)

**চাওচিং** (১৬ শতিকা) : নৰা ৰজাৰ ৰাজকুমাৰী আছিল। চুক্লেনমুং* গড়গাঞা ৰজাই কুঁৱৰী কৰি আনে। বিদুষী মহিলা আছিল। ভৰিৰেই টাই ভাষাৰ আখৰ লিখিব পাৰিছিল বুলি কথিত। তেওঁৰ পৰামৰ্শ মতেই স্বৰ্গদেৱে চৰাগুৱাৰ (চৰাইদেউৰ) পৰা ৰাজধানী তুলি আনি দিখৌৰ পাৰত পাতে আৰু নতুন ৰাজধানীৰ চৌদিশে গড় মৰায়। (৪৯, ২৯২)

**চান্দৰায় বৰকায়স্থ** (১৭ শতিকা) : জন্ম কামৰূপৰ লুৱাগুৰি গাঁৱত। পিতৃ নীলকণ্ঠ। লাচিত বৰফুকনৰ* অধীনত সেনাপতি ৰূপে শৰাইঘাটৰ ৰণত যোগ দিছিল। কামৰূপৰ খাজনা আদায়কাৰী 'বৰকায়স্থ' আছিল। পিছত আহোম ৰজাৰ পৰা 'বুজৰবৰুৱা' বিষয় পায়। (২৯৮)

**চান্দসাই** (১৬ শতিকা): মুছলমান দৰ্জী আছিল। শংকৰদেৱত* শৰণ লয়। গীত ৰচিছিল। ভক্ত সমাজত 'কবীৰ' বুলি জনাজাত আছিল। (২০০, ২০৭)

**চাৰু সিংহ** (১৮ শতিকা) : ৰাজেশ্বৰ সিংহ* স্বৰ্গদেৱৰ দ্বিতীয় পুত্ৰ। বিদ্যোৎসাহী পুৰুষ আছিল। তেওঁ আৰু তেওঁৰ এগৰাকী পত্নী প্ৰমদাসুন্দৰীৰ নিৰ্দেশত কবিশেখৰ ভট্টাচাৰ্যই* 'হৰিবংশ'ৰ পদ অসমীয়া কৰিছিল। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ* উচটনিত লক্ষ্মীসিংহই* তেওঁক নামৰূপলৈ নিৰ্বাসন দিয়ে। মোৱামৰীয়া বিপ্লৱৰ সময়ত মৰাণে তেওঁক বা মোহনমালা গোহাঁইক* ৰজা পাতিম বুলি তেওঁলোকৰ পক্ষীয়া কৰি লৈছিল। পিছে মৰাণে ৰাজ্য লোৱাৰ পিছত তেওঁক বিহ খুৱাই হত্যা কৰে। (২৮৭, ২৮৮)

**চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচ** (১১।১।১৭৯৩ — ২৩।৪।১৮৭১) : জন্ম ইংলণ্ডত। নেপোলিয়নৰ বিৰুদ্ধে ইংৰাজে কৰা যুদ্ধত যোগ দি বন্দী হয়। বন্দীশালৰ পৰা

মুক্তি পাই ভাৰতলৈ আহে আৰু ১৮২৩ চনত অসম পায়হি। পিছ বছৰতে এটা সৰু নৌবাহিনীৰ অধ্যক্ষৰূপে শদিয়া পায়গৈ। এনে সময়তে ভায়েক ৰবাৰ্ট ব্ৰুচে চিংফৌসকলৰ পৰা চাহৰ সন্ধান পায় আৰু ককায়েকৰ লগ লাগি এই সম্পৰ্কে কৰ্তৃপক্ষক জনায়। অৱশেষত কলিকতাৰ চাহ কমিটিৰ অনুমোদন ক্ৰমে আৰু গৱৰ্ণৰ জেনেৰেল লৰ্ড বেণ্টিঙ্কৰ নিৰ্দেশত চাৰ্লচে জয়পুৰ, চাবুৱা, টিংৰাই আৰু শুকানপুখুৰীত পৰীক্ষামূলকভাৱে চাহপুলি ৰুই চায় আৰু ইয়াৰ বাণিজ্যিক সফলতা সম্পৰ্কে নিশ্চিত হয়। তেওঁৰ ৰিপোৰ্টৰ পিছৰ পৰাই অসমত চাহ-ব্যৱসায় চলিবলৈ ধৰে। অসম তথা ভাৰতত চাহ বাণিজ্যৰ পিতৃস্বৰূপ। তেজপুৰত মৃত্যু হয়। (১৮৪, ৪০০)

**চিকুণ গোঁসাই :** কৈৱল্য নন্দনদেৱ চাওক।

**চিদানন্দদেৱ** (১৯ শতিকা): *'বংশাৱলী পুথি'* বা *'অনিৰুদ্ধদেৱৰ চৰিত্ৰ আৰু মায়ামৰা সত্ৰ গোঁসাইসকলৰ বংশাৱলী'* শীৰ্ষক পুথিৰ (১৮৮৫) ৰচক। (২০০, ২৬৬)

**চিড্‌নী এণ্ড্‌ল** (১৮৪০ - ১৯০৭): জন্ম ইংলণ্ডৰ ডেভনছায়াৰ অঞ্চলৰ টট্‌নেচ নামে ঠাইত। স্থানীয় গ্ৰামাৰ স্কুলৰ পৰা শিক্ষা সাং কৰি ধৰ্মযাজক হোৱাৰ মানসেৰে কেণ্টাৰবাৰিৰ চেইণ্ট আগষ্টাইন কলেজত নাম লগায়। ইয়াৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ এংলিকান মিছনৰ নিৰ্দেশত ১৮৬৪ চনত তেজপুৰলৈ আহে আৰু চি. এইচ. হেছেলমেয়াৰ নামৰ এজন জাৰ্মান পাদুৰীৰ সহায়ক হয়হি। কিন্তু সোনকালেই তেওঁক চাহ-বনুৱাৰ মাজত কাম কৰাৰ উদ্দেশ্যে ডিব্ৰুগড়লৈ পঠোৱা হয়। ১৮৬৯ চনত হেছেলমেয়াৰৰ মৃত্যুত পুনৰ তেজপুৰলৈ আহে আৰু দৰং জিলাৰ চাহ বনুৱা আৰু বড়োকছাৰী সম্প্ৰদায়ৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ দায়িত্ব লয়। বড়ো ভাষা সম্পৰ্কীয় এখন পুস্তিকা লিখাৰ উপৰিও 'নিউ টেষ্টামেণ্ট' খন সেই ভাষালৈ ভাঙিছিল। *'The Kacharis'* নামৰ গ্ৰন্থৰ ৰচক। ডিব্ৰুগড়ত মৃত্যু হয়। (৮০ক, ১৭খ)

**চিন্তাহৰণ পাটগিৰি** (২৯।১১।১৮৯২ - ৩।৯।১৯৭৮): জন্ম বজালীৰ বামাখাটা গাঁৱত। পিতৃ কাশীনাথ, মাতৃ অমূল্যবালা। ১৯১০ চনত বজালী মধ্য ইংৰাজী স্কুলৰ পৰা এম.ই. পাছ কৰি গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত নাম লগায়। ১৯১৫ চনত তাৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯১৭ চনত কটন কলেজৰ পৰা আই.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। সেই বছৰতে চৌখুটি মধ্য ইংৰাজী স্কুলত শিক্ষক জীৱন আৰম্ভ কৰি ১৯১৮ চনত বিজনী হাইস্কুললৈ আহে আৰু ১৯৩৬ চনলৈকে এই স্কুলত থাকে। মাজতে এবছৰমান স্কুল চাব-ইন্স্‌পেক্টৰৰ পদত আছিল। ১৯৩৬ চনৰ পৰা বৰনগৰ জুৰোৰাম হাইস্কুলত চাকৰি কৰি ১৯৫৩ চনত প্ৰধান শিক্ষকৰূপে তাৰ পৰা অৱসৰ লয়। অৱসৰৰ পিছতো জুৰোৰাম ছোৱালী হাইস্কুলত কিছুকাল শিক্ষকতা কৰিছিল। শিক্ষকতাৰ লগতে সাহিত্য চৰ্চাও কৰিছিল। সমসাময়িক আলোচনীত ভালেমান প্ৰৱন্ধ-পাতি লিখাৰ উপৰিও *'সংসাৰ চিত্ৰ'* (উপন্যাস, ১৯২১), *'সৰল ৰসায়ন'* (১৯৩১), *'মাইকেল মধুসূদন দত্ত'* (১৯৩৭) প্ৰমুখ্যে কেবাখনো গ্ৰন্থ ৰচনা কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ সদস্য আছিল। 'বৰনগৰ সাহিত্য সমাজ'ৰ (১৯২৬) প্ৰতিষ্ঠাতা। (১৯১ ক)

**চিলাৰায়** (১৫১৫ - ১৫৭৩): পিতৃ বিশ্বসিংহ*। ককায়েক নৰনাৰায়ণৰ* সৈতে কাশীত বিদ্যাধ্যয়ন কৰিছিল। পিতৃৰ মৃত্যুৰ পিছত ৰজা হ'ব খোজা ককায়েক নৰসিংহক* খেদি নৰনাৰায়ণক ৰজা হোৱাত সহায় কৰিছিল। কোচ ৰাজ্যৰ প্ৰধান সেনাপতি আছিল আৰু ৰাজ্য শাসনত নৰনাৰায়ণৰ সোঁহাত আছিল। পিতৃদত্ত নাম আছিল শুক্লধ্বজ। যুঁজত চিলাৰ দৰে তৎপৰ হোৱা হেতুকে 'চিলাৰায়' নামে প্ৰখ্যাত হৈছিল। ১৫৫৬ চনত আহোমক প্ৰথমবাৰ পৰাস্ত কৰি লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ পায়গৈ

আৰু ভায়েক গোঁহাইকমলৰ তত্ত্বাৱধানত কোচবিহাৰৰ পৰা তালৈকে চাৰে তিনিশ মাইল দীঘল এটা আলি সজায়। ১৫৬২ চনত আহোমক দ্বিতীয়বাৰ পৰাস্ত কৰি দিখৌ পৰ্যন্ত উজাই গৈছিল। কছাৰী, জয়ন্তীয়া, ত্রিপুৰা, মণিপুৰ আদি ৰাজ্যসমূহ তেওঁৰ পৰাক্ৰমতেই কোচৰ কৰতলগত হৈছিল। ১৫৬৮ চনত গৌড়ৰ লগত যুদ্ধ কৰি পৰাস্ত আৰু বন্দী হয়। কিন্তু গৌড়ৰ ৰজা চুলেমান কৰৰানিৰ বেগমৰ সহাযত মুক্তি পায়। গৌড়ৰ বিৰুদ্ধে দ্বিতীয়বাৰ অভিযান চলোৱা সময়তে বসন্ত হৈ গংগাৰ পাৰত মৃত্যু হয়।

নৰনাৰায়ণৰ লগত শংকৰদেৱৰ* সম্ভ্ৰাৰ স্থাপনৰ প্ৰধান সহায়ক আছিল। পিছত শংকৰদেৱৰ শৰণ লয় আৰু তেওঁৰ সম্পৰ্কীয় ভতিজা জীয়েক ভুৱনেশ্বৰীক* বিয়া কৰায়। বিদ্যোৎসাহী পুৰুষ আছিল। তেওঁৰ অনুৰোধতে শংকৰদেৱে *'ৰাম বিজয়'* নাট লিখিছিল আৰু মাধৱদেৱে* ৰচনা কৰিছিল *'জন্ম ৰহস্য'* পুথি। তদুপৰি পীতাম্বৰ সিদ্ধান্তবাগীশ* আৰু পুৰুষোত্তম বিদ্যাবাগীশক* নিজ ৰাজ্যলৈ অনাইছিল আৰু সিদ্ধান্তবাগীশক ৰাজগুৰু পদত বৰণ কৰিছিল। (৪১, ৬৮, ২৬৭)

**চুকাফা** (? - ১২৬৫): অসমত আহোম ৰাজত্বৰ প্ৰতিষ্ঠাতা। ১২১৫ চনত প্ৰায় ন হেজাৰ মতা-তিৰোতাৰ সৈতে উত্তৰ ব্ৰহ্মৰ মৌলুঙৰ পৰা অসম অভিমুখে আহে। প্ৰায় তেৰ বছৰ ধৰি পাটকাইৰ বিভিন্ন পাহাৰীয়া অঞ্চলত ঘূৰি ১২২৮ চনত নগাসকলক পৰাস্ত কৰি খামজাং নামে ঠাই পায়হি। ১২৩৬ চনত মুংক্লাং চেক্ৰু (অভয়পুৰ) নামে এঠাইলৈ আহি তাত কেইবা বছৰো থাকে। ১২৪০ চনত ব্ৰহ্মপুত্ৰই দি ভটিয়াই আহি হাবুং পায়হি। তাত দুবছৰমান থাকি দিখৌমুখ আৰু লিগিৰীমুখতো দুবছৰমান বাস কৰে। ১২৪৬ চনত শিমলুগুৰিলৈ আহি তাত কেই বছৰমান থাকে। ১২৫৩ চনত চৰাইদেউলৈ আহে আৰু মৰাণ-বৰাহীসকলক পৰাস্ত কৰি আহোম ৰাজ্য স্থাপন কৰে। চৰাইদেউ তেওঁৰ ৰাজ্যৰ ৰাজধানী আছিল। তাতে মৃত্যু হয়। (৪১, ৬৮, ২৯৮)

**চুক্লাম্‌ফা :** ৰামধ্বজ সিংহ চাওক।

**চুক্লিম্‌ফা :** কমলেশ্বৰ সিংহ চাওক।

**চুক্লেনমুং** (? - ১৫৫২): পিতৃ চুহুংমুং*। পিতৃক বধ কৰি আহোম ৰাজপাটত উঠে। ৰাজধানী বকতাৰ পৰা তুলি আনি গড়গাঁৱত পতা বাবে 'গড়গঞা ৰজা' নামেৰেও খ্যাত। এওঁৰ দিনতে (১৫৪৭ চনত) কোচৰ লগত হোৱা যুঁজত আহোমৰ জয় হয়। আহোম ৰাজ্যত প্ৰথম মুদ্ৰাৰ প্ৰচলন কৰোঁতা। (৪১, ৬৮, ২৯৮)

**চুখাংফা** (? - ১৩৩২) পিতৃ চুবিন্‌ফা*। উনচল্লিশ বছৰ ধৰি আহোম ৰাজ্য শাসন কৰিছিল। কমতা ৰজাৰ লগত যুদ্ধ চলাইছিল। অৱশেষত কমতা ৰজাই তেওঁৰ ছোৱালী স্বৰ্গদেৱলৈ দি সন্ধি কৰে। (৪১, ৬৮, ২৯৮)

**চুখাম্‌ফা** (? - ১৬০৩): পিতৃ চুক্লেংমুঙৰ* মৃত্যুৰ পিছত ১৫৫২ চনত আহোম ৰাজপাটত উঠে। ৰজা হোৱাৰ পিছতে হাতী ধৰিবলৈ যাওঁতে এখন ভৰি খোৰা হয় বাবে 'খোৰা ৰজা' নামেৰেও জনাজাত। ১৫৫৫, '৬৯ আৰু '৭৩ চনত নগাৰ বিৰুদ্ধে যুঁজ কৰি জয়ী হয়। ১৫৬২ চনত চিলাৰায়ৰ* নেতৃত্বত কোচসকলে আহোম ৰাজ্য আক্ৰমণ কৰি গড়গাঁও পৰ্যন্ত সোমায়হি। চুখাম্‌ফাই উত্তৰপাৰে নাৰায়ণপুৰলৈকে ৰাজ্য এৰি দিবলৈ গাত লোৱাত চিলাৰায় উভতি যায়। কিছুকাল পিছতেই নাৰায়ণপুৰ অঞ্চল আহোমে পুনৰুদ্ধাৰ কৰে। চিলাৰায়ে বন্দী কৰি লৈ যোৱা আহোম ৰাজকোঁৱৰ কেইজনকো নৰনাৰায়ণে* মুক্তি দিয়ে। এওঁলোকে সোণাৰী, কঁহাৰ আদি কাৰিগৰ শ্ৰেণীৰ লোক লগত লৈ আহিছিল। এইদৰে ভাটীৰ লগত উজনীৰ সম্পৰ্ক বাঢ়ে। ১৫৭০ চনত

কোচৰ লগত পুনৰ যুদ্ধ হয়, যদিও এইবাৰ আহোম জয়ী হয়। ১৫৮৫ চনত কোচৰজা ৰঘুদেৱে* নিজৰ ছোৱালী চুখাম্‌ফালৈ বিয়া দি আহোমৰ লগত মিত্ৰতা স্থাপন কৰে। এইজনা স্বৰ্গদেউৰ দিনতে চুতীয়া আৰু নৰাসকলকো পৰাস্ত কৰা হৈছিল। বিলাসী ৰজা আছিল। এওঁৰ দিনত ১৫৯৬ চনত এটা ডাঙৰ ভুইকঁপ হৈছিল। বৈষ্ণৱ ধৰ্ময়ো প্ৰসাৰতা লাভ কৰিছিল এওঁৰ ৰাজত্বকালতে। সুদীৰ্ঘ একাৱন্ন বছৰ ধৰি ৰাজত্ব কৰাৰ পিছত মৃত্যু হয়। (৪১, ৬৮, ২৯৮)

**চুখ্ৰাম্‌ফা** (?—১৩৬৪) : পিতৃ চুখাংফা*। পিতৃৰ মৃত্যুৰ পিছত ৰাজপাটত উঠে। ভায়েক চাৰিঙীয়া ৰজাই বিৰুদ্ধাচাৰণ কৰি কমতা ৰজাৰ লগ লাগিছিল—যদিও শেষত দুয়োৰে মাজত সদ্ভাৱ জন্মে। বত্ৰিশ বছৰ ধৰি ৰাজত্ব কৰিছিল। (৪১, ৬৮, ২৯৮)

**চুখ্ৰুংফা : ৰুদ্ৰসিংহ** চাওক।

**চুচেংফা : প্ৰতাপসিংহ** চাওক।

**চুচেন্‌ফা** ( ?—১৪৮৮): পিতৃ চুচাক্‌ফা*। সুদীৰ্ঘ উনপঞ্চাশ বছৰকাল আহোম ৰাজপাট খাইছিল; টংচু নগাক বশ কৰিছিল। (৪১, ৬৮, ২৯৮)

**চুজাংফা** (?—১৪২২) : পিতৃ চুডাংফা*। পিতৃৰ মৃত্যুৰ পিছত আহোম ৰাজপাটত উঠে। পোন্ধৰ বছৰকাল ৰাজত্ব কৰিছিল। (৪১, ৬৮, ২৯৮)

**চুজিন্‌ফা : অৰ্জুন দিহিঙীয়া ৰজা** চাওক।

**চুডাংফা** (১৩৭৬—১৪০৭) : তাও খামথিৰ* সৰু কুঁৱৰীৰ পুত্ৰ। তাও খামথিৰ অনুপস্থিতিৰ সুবিধা লৈ বৰ ৰাণীয়ে সৰু কুঁৱৰীক মিছা অপৰাধৰ চেলু লৈ প্ৰাণদণ্ডৰ আদেশ দিছিল। কিন্তু সৰু কুঁৱৰীৰ গৰ্ভাৱস্থা দেখা পাই ডাঙৰীয়াসকলে তেওঁক হত্যা নকৰি ব্ৰহ্মপুত্ৰইদি ভুৰত তুলি পঠাই দিয়ে। হাবুঙৰ এজন ব্ৰাহ্মণৰ ঘৰত চুডাংফাৰ জন্ম হয়। সেয়ে 'বামুণী কোঁৱৰ' নামে জনাজাত। তাও খামথিৰ মৃত্যুৰ আঠ বছৰৰ পিছত তেৰ বছৰ বয়সত আহোম ৰাজপাটত উঠে। প্ৰথমে চোলা নামে ঠাইত, পিছত ছৰগুৱাত ৰাজধানী পাতিছিল। বাল্যকালৰ আশ্ৰয়দাতা ব্ৰাহ্মণক গোপন পৰামৰ্শদাতা নিযুক্ত কৰিছিল আৰু তেওঁৰ পুতেকসকলকো বিষয়-বাব দিছিল। এওঁৰ দিনতে আহোম ৰাজনীতিত হিন্দুৰ প্ৰভাৱ বাঢ়ে। শিঙৰী-ঘৰত উঠি অভিষিক্ত হোৱা নিয়ম প্ৰৱৰ্তন কৰিছিল। (৪১, ৬৮, ২৯৮)

**চুডিংফা : চন্দ্ৰকান্ত সিংহ** চাওক।

**চুদৈফা** (?—১৬৭৯) : অৰ্জুন দিহিঙীয়া ৰজাৰ * মৃত্যুৰ পিছত ১৬৭৭ চনত আহোম ৰাজপাটত উঠে। হিন্দু নাম লোৱা নাছিল। চৰাইদেউ পৰ্বতত বসতি কৰিছিল বাবে 'পৰ্বতীয়া ৰজা' নামেও জনাজাত। আতন বুঢ়াগোহাঁইৰ* যত্নত ৰজা হৈছিল। সেই আপাহতে আতনক প্ৰচুৰ মাটি-বৃত্তি দান কৰিছিল আৰু তেওঁৰ জীয়েকক বিয়া কৰাইছিল। এবাৰ কোনো কোনো বিষয়াই তেওঁক মাৰিবলৈ ষড়যন্ত্ৰ কৰিছিল,—যদিও কোনোমতে ৰক্ষা পৰে। এওঁৰ দিনতে মোগলে গুৱাহাটী অধিকাৰ কৰেহি। তেতিয়া গুৱাহাটীৰ বৰফুকন আছিল লালুকসোলা *। ১৬৭৯ চনত লালুকৰ ষড়যন্ত্ৰত ৰাজপাট হেৰুৱায়। কিছুকাল পিছত চৰাইদেউত বন্দী অৱস্থাত তেওঁক হত্যা কৰা হয়। (৪১, ৬৮, ২৯৮)

**চুতান্‌ফা : শিৱসিংহ** চাওক।

**চুতাম্‌লা : জয়ধ্বজ সিংহ** চাওক।

**চুতুফা** (?—১৩৭৬): পিতৃ চুখাংফা*। ককায়েক চুখ্ৰাম্‌ফাৰ* মৃত্যুৰ পিচত আহোম ৰাজপাটত উঠে। চুতীয়া

ৰজাৰ লগত ৰণত লিপ্ত হৈছিল। চুতীয়া ৰজাই বুদ্ধি কৰি হত্যা কৰে। (৪১, ৬৮, ২৯৮)

**চুতেউফা** (?—১২৮১): পিতৃ চুকাফা*। পিতৃৰ মৃত্যুৰ পিচত তেৰ বছৰ ধৰি ন-প্ৰতিষ্ঠিত আহোম ৰাজ্য স্থাপন কৰিছিল। নৰাসকলক পৰাস্ত কৰি ৰাজ্য বিস্তাৰত তৎপৰ হৈছিল। (৪১, ৬৮, ২৯৮)

**চুত্যিন্‌ফা** (?—১৬৪৮): পিতৃ প্ৰতাপ সিংহ*। ককায়েক চুৰাম্‌ফাৰ* মৃত্যুত ১৬৪৪ চনত আহোম ৰাজপাটত উঠে। তেওঁৰ কাম-কাজত কষ্ট হৈ বিহ খুৱাই হত্যা কৰায়। স্বাস্থ্য দুৰ্বল হোৱা হেতু 'নৰীয়া ৰজা' নামেও খ্যাত। (৪১, ৬৮, ২৯৮)

**চুনেন্‌ফা**: প্ৰমত্ত সিংহ চাওক।

**চুন্যাৎফা**: উদয়াদিত্য সিংহ চাওক।

**চুন্যেউফা**: লক্ষ্মীসিংহ চাওক।

**চুপাৎফা**: গদাধৰ সিংহ চাওক।

**চুপিম্‌ফা** (?—১৪৯৭): পিতৃ চুহান্‌ফা*। আহোম ৰাজপাটত উঠিযেই পিতৃবধী সকলক হত্যা কৰে; তেওঁলোকৰ নেতা বুঢ়াগোহাঁইৰো নগুৰ-নাগতি হয়। অত্যাচাৰী ৰজা আছিল। কিছুমান বিষয়াই ষড়যন্ত্ৰ কৰি হত্যা কৰে। (৪১, ৬৮, ২৯৮)

**চুপুংমুং**: চক্ৰধ্বজ সিংহ চাওক।

**চুফাক্‌ফা** (?—১৪৩৯): পিতৃ চুজাংফা*। পিতৃৰ মৃত্যুৰ পিছত সোতৰ বছৰ ধৰি আহোম ৰাজপাট খাইছিল। (৪১, ৬৮, ২৯৮)

**চুফী চাহাব** (১৭৯৬-১৮৯১): জন্ম শিৱসাগৰত, পিতৃ আজান ফকীৰৰ* লগত অহা পীৰ মহম্মদৰ পুত্ৰ ফৰজন্দ গাওঁবুঢ়া। গুৱাহাটীৰ পৰা পৰা ছাত্ৰ-বৃত্তি পৰীক্ষা পাছ কৰি ঢাকালৈ যায়। আৰু তাত পাঁচ বছৰ ধৰি আৰবী-ফাৰ্চী শিকে। ইয়াৰ পিছত জৌনপুৰত উচ্চ শিক্ষা লয়গৈ আৰু তাৰ পৰা 'চুফী' উপাধি লাভ কৰে। পৰৱৰ্তী কালত সেই উপাধিৰেই জনাজাত হৈ পৰে, যদিও প্ৰকৃত নাম আছিল আব্দুল জালাল জোলকাদ আলি। উৰ্দু ভাষাত তিনিখন কিতাপ লিখাৰ উপৰিও *'সত্যৰ পথ'* আৰু *'বিবি ৰেমিহৰ জীৱনী'* শীৰ্ষক দুখন কিতাপ অসমীয়া ভাষাতো লিখিছিল। কিন্তু দুয়োখন কিতাপৰে লিপি আছিল উৰ্দু। (২৯)

**চুবিন্‌ফা** (?—১২৯৩). পিতৃ চুতেউফা*। পিতৃৰ মৃত্যুৰ পিছত বাৰ বছৰ ধৰি আহোম ৰাজ্য শাসন কৰিছিল। (৪১, ৬৮, ২৯৮)

**চুৰাম্‌ফা** (?—১৬৪৪): পিতৃ প্ৰতাপ সিংহ*। পিতৃৰ মৃত্যুত ১৬৪১ চনত আহোম ৰাজপাটত উঠে। নিৰ্দয় আৰু বদ চৰিত্ৰৰ লোক আছিল। বিষয়াসকলে ৰজা ভাঙি বিহ খুৱাই হত্যা কৰায়। 'ভগা ৰজা' নামেও খ্যাত। (৪১, ৬৮, ২৯৮)

**চুৰেম্‌ফা**: ৰাজেশ্বৰ সিংহ চাওক।

**চুলিক্‌ফা**: ল'ৰা ৰজা চাওক।

**চুহান্‌ফা**(?—১৮৯৩): পিতৃ চুচেন্‌ফা*। এওঁৰ দিনত আহোম ৰাজ্য ভাটীলৈ ক্ৰমাৎ বিস্তাৰ হয়। নিজৰ জীয়েকক কছাৰী ৰজালৈ বিয়া দি মৰঙীলৈকে ৰাজ্য বহলাইছিল। টংচু নগাৰ লগত হোৱা যুদ্ধত পৰাস্ত হৈছিল। বুঢ়াগোহাঁইৰ উচটনিত টাইকংবান খেলৰ এদল আহোমে অভিসন্ধি কৰি হত্যা কৰে। (৪১, ৬৮, ২৯৮)

**চুহিংপুংফা**: গৌৰীনাথ সিংহ চাওক।

**চুহুং**(?—১৬৭৫): চাৰিংগুৱীয়া ফৈদৰ আহোম ৰাজকোঁৱৰ। ৰামধ্বজ সিংহৰ* মৃত্যুৰ পিছত ডেবেৰা

বৰবৰুৱাই* আহোম স্বৰ্গদেউ পাতিছিল। কিন্তু মাত্ৰ কুৰিদিন ৰাজত্ব কৰাৰ পিছতে তেওঁক বিহ খুৱাই হত্যা কৰোৱা হয়। (৪১, ৬৮, ২৯৮)

**চুহুংমুং** (?—১৫৩৯) : পিতৃ চুডাংফা* বা বামুণী কোঁৱৰ। পিতৃৰ মৃত্যুত ১৪৯৭ চনত ৰাজপাটত উঠে আৰু 'স্বৰ্গনাৰায়ণ' নাম লয়। হিন্দু নাম গ্ৰহণ কৰা প্ৰথম আহোম ৰজা। 'দিহিঙীয়া ৰজা' নামেও জনাজাত। এওঁৰ দিনত হিন্দু ধৰ্মৰ প্ৰভাৱ বাঢ়িছিল। হিন্দু নাম লোৱাৰ উপৰিও আহোমৰ 'আইজোতা' অব্দৰ পৰিবৰ্তে হিন্দুৰ শকাব্দ প্ৰচলন কৰে। অসমীয়া ভাষাত প্ৰথম বুৰঞ্জী লিখাওঁতা। আহোম ৰাজ্য শক্তিশালী কৰি তুলিছিল। ১৫২৩ চনত চুতীয়া ৰাজ্য নিজ দখললৈ আনে আৰু সেই অঞ্চল শাসন কৰিবৰ নিমিত্তে 'শদিয়াখোৱা গোহাঁই' পদ সৃষ্টি কৰে। কছাৰী ৰাজ্য দুবাৰো আক্ৰমণ কৰিছিল আৰু নগাওঁৰ ভালেখিনি অঞ্চল কছাৰীৰ পৰা জয় কৰি লৈছিল। এই অঞ্চল শাসনৰ নিমিত্তে 'মৰঙীখোৱা গোহাঁই' পদ সৃষ্টি কৰে। 'বৰপাত্ৰ গোহাঁই' পদো সৃষ্টি হয় এওঁৰ দিনতে। তিনিবাৰকৈ মুছলমানৰ আক্ৰমণ ব্যৰ্থ কৰিছিল আৰু বন্দী হোৱা মুছলমানসকলক বিভিন্ন ঠাইত থাপিছিল। ১৫৩৫-৩৬ চনত নামচঙীয়া আদি ফৈদৰ নগাসকলক দমন কৰিছিল। এওঁৰ দিনতে অসমীয়া সৈন্যই খাৰ-বাৰুদ ব্যৱহাৰ কৰিবলৈ শিকে। অসমৰ প্ৰথম লোক পিয়লো এওঁৰ দিনতে আৰম্ভ হয়। শংকৰদেৱে* ভক্তিধৰ্মৰ প্ৰচাৰ কৰে এওঁৰ ৰাজত্বতে। ৪২ বছৰ ৰাজত্ব কৰাৰ পিচত পুতেক চুক্লেন্ মুঙৰ* ষড়যন্ত্ৰত এজন কছাৰী ভৃত্যৰ হাতত মৃত্যু হয়। (৪১, ৬৮, ২৯৮)

**চূড়ামণি** (১৬-১৭ শতিকা) : *'জ্যোতিষ চূড়ামণি'* নামৰ জ্যোতিষৰ এখনি পদপুথিৰ ৰচক। পুথিখনিত বকুল কায়স্থৰ* মাহাত্ম্য স্বীকাৰ কৰি লোৱা হৈছে। (২০০, ২০৫, ২৬৬)

**চেংমুন বৰফুকন** (১৬-১৭ শতিকা) : জয়ধ্বজ সিংহৰ* শহুৰ খামুন ৰাজমন্ত্ৰী ফুকনৰ* ককায়েক। গুৱাহাটীৰ বৰফুকন আছিল। গুৱাহাটীতে বেছি সময় কটোৱা বাবে 'নামনিয়াল ৰজা শহুৰ' নামেও খ্যাত। মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত ৰজাই অনা আহোম মনথিৰ ভৰাঁলী বৰুৱাক* নামনিৰ ফৌজৰ সেনাপতি পতাত ক্ষুণ্ণ হৈ চেংমুনে কৰ্তব্যত হেলা কৰিছিল ; এনেকি মোগলক ৰাস্তা দেখুৱাই দিবলৈও গাত লৈছিল। মীৰজুমলাৰ সৈতে সন্ধি হোৱাৰ পিছত ৰজাই তেওঁক দণ্ড দিবলৈ যো-জা কৰোঁতেই নিজৰ গাত জুই লগাই আত্মহত্যা কৰে। (২৯০)

**চেনিৰাম দাস** (১৯০৩ - ২৪।৩।১৯৮০) : জন্ম বিশ্বনাথ চাৰিআলিৰ ওচৰৰ ভীৰগাঁৱত। পিতৃ তাডুৰাম, মাতৃ হাৰমতী। ১৯১৭ চনত তেজপুৰ মজলীয়া স্কুলৰ পৰা বৃত্তি লাভ কৰি তেজপুৰ চৰকাৰী হাইস্কুলত নাম লগায়। কিন্তু গান্ধীজীৰ আহ্বানত স্কুলীয়া শিক্ষা বৰ্জন কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিয়ে। ১৯৩১ আৰু ৪২ৰ আন্দোলনত কাৰাবাস খাটিছিল। সমাজকৰ্মী আছিল। ১৯৫১ চনত তেজপুৰ লোকেল বোৰ্ডৰ প্ৰথমে ভাইচ চেয়াৰমেন, পিছত কেইবা বছৰো ধৰি চেয়াৰমেন হৈ আছিল। (১৫০ক)

# ছ

**ছবিলাল উপাধ্যায়** (১২।৫।১৮৮২ - ২৪।১।১৯৮০) : জন্ম তেজপুৰৰ বিশ্বনাথ মৌজাৰ বালি-পুখুৰী গাঁৱত। পিতৃ কাশীনাথ* নেপালৰ পৰা আহি অসমত বসতি কৰা আঢ্যৱন্ত খেতিয়ক তথা গো-পালক আছিল। হাতীবন্ধা স্কুলৰ পৰা প্ৰাথমিক শিক্ষা সাং কৰি পৈতৃক ব্যৱসায় চলাইছিল। ১৯১৮ চনত 'আসাম এচোচিয়েছন'ত যোগ দি পিছত কংগ্ৰেছলৈ আহে। ১৯২১ চনৰ অসহযোগ আন্দোলনত

লাগি ছমাহ সশ্রম কাৰাদণ্ড ভোগে। ১৯৪২ চনৰ 'ভাৰত ত্যাগ'ৰ সময়তো প্ৰায় চাৰিমাহ কাৰাবাস খাটে। অসমীয়া নেপালী সমাজৰ তথা তেজপুৰ অঞ্চলৰ অন্যতম নেতা আৰু সমাজকৰ্মী আছিল। বহু বছৰ ধৰি অখিল ভাৰতীয় গোৰ্খা লীগৰ অসম শাখাৰ সভাপতি তেজপুৰ লোকেল বৰ্ডৰ মনোনীত সদস্য আছিল। বিহালী হাইস্কুলৰ অন্যতম প্ৰতিষ্ঠাপক। বিশ্বনাথ চাৰিআলি কলেজলৈ তেত্ৰিশ হেজাৰ টকাৰ এটা ন্যাস পুঁজি দান দি থৈ গৈছে। (৪৩, ১৭৮ক)

**ছুছান আৰ. বি. ব্ৰাউন** (১৯ শতিকা): বেপ্তিষ্ট মিছনেৰী উইলিয়াম ব্ৰাউনৰ* পত্নী। স্বামীৰ মৃত্যুৰ পিছত ১৮৭৩-৭৪ কালছোৱাত 'অৰুনোদই' কাকতৰ ভাৰ লৈছিল (?)। কেইবাখনো পুথিৰ ৰচয়িত্ৰী। প্ৰকাশিত গ্ৰন্থ — Brief Vocabulary in English and Assamese with Rudimentary Exercises *(ইংৰাজী আৰু অসমীয়া বাক্যাৱলী)* (১৮৬৪), *পাপ ক্ষেমা পোৱা এজনী* (১৮৭৯), *গুৰু আহিল তোমাক মাতিছে* (১৮৭৯), *বাৰীৰ মিত্ৰ* (১৮৭৯)। (১৩০, ২০৪)

**ছেখ ফৰ্মুদ আলি** (১৯ শতিকা): কন্দৰ্পেশ্বৰ সিংহ* স্বৰ্গদেউৰ কাৰেংত বহা মজলিচৰ ওস্তাদ আছিল। ১৮৫৭ চনত মণিৰাম দেৱানৰ* নেতৃত্বত হোৱা বৃটিছ বিৰোধী সংগ্ৰামত ভাগ লোৱা হেতুকে চৈধ্য বছৰৰ বাবে কলীয়াপানীলৈ নিৰ্বাসিত হৈছিল। (৫৬, ১৮৪)

**হেমহনছিং ইংতি** (১৮।২।১৯১০ - ২৭।২।১৯৪৮): জন্ম বৰ্তমানৰ কাৰ্বি আংলং জিলাৰ বৈঠালাংছ'ৰ ওচৰৰ টিকা পাহাৰত। পিতৃ থেংকুৰছিং ইংতি। হেমহনৰ এবছৰমান বয়সতে পিতৃ খৃষ্টান ধৰ্ম প্ৰচাৰক হিচাপে সপৰিয়ালে গোলাঘাটলৈ আহে। তাৰে মিছন প্ৰাইমাৰী স্কুলত পঢ়ি ১৯২০ চনত বৃত্তিসহ উত্তীৰ্ণ হৈ স্থানীয় বেজবৰুৱা হাইস্কুলত নাম লগায়। ১৯২৮ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম ভৰ্তি কৰে। কিন্তু ১৯৩৩ চনত চিলেটৰ মুৰাৰীচাঁদ কলেজৰ পৰাহে বি. এ. উপাধি লয়। কাৰ্বি সম্প্ৰদায়ৰ প্ৰথম গ্ৰেজুৱেট। স্কুল পৰিদৰ্শকৰ কামত সোমাই



হেমহনছিং ইংতি

তেতিয়াৰ মিকিৰ পাহাৰৰ বিভিন্ন ঠাই ঘূৰি কাৰ্বিসকলৰ দুৰৱস্থাৰ কথা বুজিব পাৰিছিল। ১৯৪১ চনত চৰকাৰী চাকৰি এৰি কাৰ্বি সমাজৰ কামত একাগ্ৰতাৰে লাগে। ছাৰছিং টেৰণ, খৰছিং তেৰাং* আদিৰ লগ হৈ 'কাৰ্বি আদৰবাৰ' নামে এটি সামাজিক-ৰাজনৈতিক দল গঠন কৰে। নিজে শেষ জীৱনলৈকে ইয়াৰ সম্পাদকৰ দায়িত্বত আছিল। এই দলৰ চেষ্টাতে ১৯৪২ চনৰ পৰা তেতিয়াৰ মিকিৰ পাহাৰৰ পৰাও ব্যৱস্থাপক সভাৰ সদস্য লোৱাৰ নিয়ম হয়। পিছত কাৰ্বিসকলৰ বাবে সুকীয়া জিলাও গঠিত হয়।

কাৰ্বিসকলৰ উন্নতিৰ অৰ্থে আপ্ৰাণ চেষ্টা চলাইছিল। তেওঁলোকৰ গাঁও সংগঠন কৰাত, তেওঁলোকৰ মাজত ভৈয়ামৰ দৰে খেতিৰ প্ৰচলন কৰাত, কানি আৰু মদ খোৱা প্ৰথা বন্ধ কৰাত, শিক্ষাৰ বিস্তাৰ কৰাত অৱদান প্ৰচুৰ। কটন কলেজত পঢ়ি থকা অৱস্থাতে *'মিকিৰৰ আদি কথা'* নামে এখন কিতাপ লিখাৰ উপৰিও কাৰ্বি ভাষাতো কেইবাখনো পাঠ্যপুথি ৰচনা কৰিছিল। অসমীয়া ছোৱালী বিয়া কৰাই নগাঁৱত বাস কৰিছিল। (৮১)

**ছেমুৱেল এম.হোৱাইটিং** (১৯ শতিকা): ১৮৪১ চনত আমেৰিকাত খৃষ্টান মিছনেৰীৰ দীক্ষা লৈ ১৮৫১ চনত সপত্নীক শিৱসাগৰলৈ আহে আৰু বেপ্তিষ্ট মণ্ডলীৰ সভ্য হয়। ১৮৬১ চনত দেশলৈ ওভতে। ফেব্ৰুৱাৰী, ১৮৫৭ —ডিচেম্বৰ, ১৮৬০ — এই কালছোৱা 'অৰুনোদই' কাকতৰ সম্পাদক আছিল। (২০৪)

**ছৈয়দ মহম্মদ ছাদুল্লা** (২১।৫।১৮৮৫ - ৮।১।১৯৫৫): জন্ম গুৱাহাটীৰ লাখটকীয়াত। কটন কলেজিয়েট স্কুল, কটন কলেজ, প্ৰেচিডেন্সী কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি ৰসায়ন বিজ্ঞানত এম. এছ্. ছি. উপাধি লৈ প্ৰথমে



ছৈয়দ মহম্মদ ছাদুল্লা

গুৱাহাটীৰ সোণাৰাম হাইস্কুল আৰু কটন কলেজত কিছুকাল শিক্ষকতা কৰিছিল। ১৯০৯ চনত আইনৰ পৰীক্ষা পাছ কৰি গুৱাহাটীতে ওকালতি ব্যৱসায়ত লাগে, লগতে ৰাজনীতিত যোগ দিয়ে। ১৯১৩-২০ কাল ছোৱাত অসম ব্যৱস্থাপক সভালৈ দুবাৰো নিৰ্বাচিত হয়। মাজতে গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেনো হয়। ১৯২০-২৪ কালছোৱাত কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰেগৈ। ১৯২৪ চনত ব্যৱস্থাপক সভালৈ পুনৰ নিৰ্বাচিত হয়, আৰু শিক্ষা আৰু কৃষি বিভাগৰ মন্ত্ৰীত্ব পদ লাভ কৰে। ১৯২৯ চনত পুনৰ সদস্য নিৰ্বাচিত হয়। ১৯৩৪ চনৰ পৰা দুবছৰ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰেগৈ। ১৯৩৭ চনৰ নিৰ্বাচনত জয়ী হৈ মন্ত্ৰীসভা গঠন কৰে। নিৰ্বাচনত কংগ্ৰেছৰ সমৰ্থন নথকাত যুৰোপীয় চাহ-মালিকসকলৰ সমৰ্থনত মন্ত্ৰীসভা বচাই ৰাখিছিল। কিন্তু ১৯৩৮ চনত কংগ্ৰেছে অনা অনাস্থামূলক প্ৰস্তাৱৰ ফলত এই মন্ত্ৰীসভাৰ পতন হয়। কিন্তু মহাযুদ্ধৰ বিৰোধিতাত কংগ্ৰেছ নিজে স্থাপন কৰা মন্ত্ৰীসভা পদত্যাগ কৰাত মুছলিম লীগত যোগ দি পুনৰ মন্ত্ৰীসভা গঠন কৰে। ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত নিৰ্বাচিত হয়, কিন্তু কংগ্ৰেছে জয়লাভ কৰাত বিৰোধী দলৰ দলপতি হিচাপে থাকে। ১৯৫২ চনত স্বাধীন প্ৰাৰ্থী হিচাপে পুনৰ মনোনয়ন পত্ৰ দিছিল, কিন্তু সি নাকচ হয় আৰু তেতিয়াৰ পৰা তেওঁৰ ৰাজনৈতিক জীৱনৰো অন্ত পৰে।

দেশ বিভাজনৰ সময়ত মুছলিম লীগে অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিব খোজা কাৰ্যক সমৰ্থন কৰিছিল। তদুপৰি নানা আছিলা লৈ অজস্ৰ মৈমনচিঙীয়া মানুহক অসমত বহুৱাইছিল। বৃটিছ স্বাৰ্থৰ হৈ কাম কৰা বাবে ইংৰাজে 'চাৰ' উপাধি দিছিল, যদিও পিছত মুছলিম লীগৰ নিৰ্দেশত এই উপাধি ত্যাগ কৰে। (২৬৪,৩৪৮)

# জ

**জগত চন্দ্ৰ বেজবৰুৱা** (১৮৯২-১৯৬১): জন্ম নগাঁৱত। নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কলিকতাৰ ৰিপন কলেজৰ পৰা বি. এ. আৰু গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি. এল. পাছ কৰি নগাঁৱত কিছুকাল ওকালতি কৰিছিল। পিছত ওকালতি এৰি নগাঁৱৰে এটা আবকাৰী মহল চলাই জীৱিকা উলিয়াইছিল। খ্যাতিমান অভিনেতা আছিল। নগাওঁ নাট্যমঞ্চৰ স'তে ঘনিষ্ঠভাৱে জড়িত আছিল। চল্লিশৰ দশকতে তেওঁ কৰা জুলিয়াছ চিজাৰৰ অভিনয়ত

মুগ্ধ হৈ তেতিয়াৰ নগাঁও জিলাৰ ইংৰাজ উপায়ুক্তই তেওঁক ১৫০ বিঘা মাটি পত্তন দিছিল। 'বিপ্লৱী' চিনেমাত (১৯৫০) অভিনয় কৰিছিল। ১৯৫২ চনত নগাঁও নাট্যমন্দিৰৰ উদ্যোক্তাসকলে ইয়াৰ সোণালী জয়ন্তী উৎসৱৰ লগতে 'জগত জয়ন্তী' পাতি তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিছিল। (৬, ৩৭)

**জগতসিং কছাৰী** (২০ শতিকাৰ প্ৰথমাৰ্ধ): তেজপুৰৰ মানুহ। কুৰি শতিকাৰ তৃতীয় দশকত কলিকতালৈ গৈ তাৰ আৰ্ট স্কুলৰ পৰা ডিপ্লোমা লৈছিল। আধুনিক অসমীয়া চিত্ৰকলাৰ অন্যতম পথিকৃৎ। তেওঁৰ ভালেমান চিত্ৰ অসম চিত্ৰকলা পৰিষদত সংগৃহীত হৈ আছে। অকালতে মৃত্যু হয়। (১৪৩)

**জগদানন্দ** (১৭ শতিকা): পিতৃ বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়া আতাৰ* শিষ্য কাজলী মাজি। ভালেমান গীতৰ ৰচক। (২০০)

**জগদীশ চন্দ্ৰ মেধি** (৯।৯।১৯০৪ - ১৭।১১।১৯৮৫): জন্ম বৰপেটাত। পিতৃ ঘনশ্যাম, মাতৃ দময়ন্তী। বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা বি. এ. আৰু ১৯৩০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিষয়ত এম. এ. পাছ কৰে। কলিকতাৰ পৰাই বি. এল. উপাধিও লয়। বৰপেটালৈ আহি বৰপেটা বিদ্যাপীঠ প্ৰতিষ্ঠা কৰে আৰু তিনি বছৰ তাৰ প্ৰধান শিক্ষকৰূপে থাকে। ১৯৩৪ চনত গুৱাহাটীত ওকালতি আৰম্ভ কৰে। গুৱাহাটীত উচ্চ ন্যায়ালয় প্ৰতিষ্ঠা হোৱাৰ লগে লগে ১৯৪৮ চনত তাৰ অধিবক্তা হয়। ১৯৫২ চনত উচ্চ ন্যায়ালয়ৰ পঞ্জীয়ক পদ পায়। এই পদত এবছৰমান থাকি উচ্চ শিক্ষাৰ্থে ইংলণ্ডলৈ যায় আৰু ভাৰতীয় সংবিধানৰ মৌলিক অধিকাৰ সম্পৰ্কে দুবছৰ গৱেষণা কৰি লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. উপাধি লাভ কৰে। উভতি আহি অসম চৰকাৰৰ আইন সচিব হয়। ১৯৫৮ চনত এই পদৰ পৰা অৱসৰ লৈ গুৱাহাটীতে পুনৰ ওকালতি আৰম্ভ কৰে। লগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইন



জগদীশ চন্দ্ৰ মেধি

কলেজৰ অংশকালীন অধ্যক্ষ আৰু আইন বিভাগৰ গুৰু (Dean) পদো বৰণ কৰে। ১৯৬৭ চনলৈকে এই পদত আছিল। ১৯৭০ চনৰ পৰা আঠ বছৰকাল অসমৰ এডভোকেট জেনেৰেল ৰূপে থাকি এই পদৰ পৰাও অব্যাহতি লয়। সাংবিধানিক আইনৰ বিশেষজ্ঞ আছিল। ১৯৭০ চনত বেলগ্ৰেডত বহা আন্তৰ্জাতিক আইন মহাসভাত ভাৰতৰ প্ৰতিনিধিত্ব কৰিছিল।

স্বাধীনতা আন্দোলনৰ আশাসুধীয়া কৰ্মী আছিল। ছাত্ৰাৱস্থাতে ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি স্কুল এৰিছিল আৰু জৰিমানাও ভৰিছিল। বৃটিছৰ বিৰুদ্ধে উত্তেজনাপূৰ্ণ বক্তৃতা দিয়া হেতুকে ১৯৪১ চনত ছমাহ কাৰাবাস খাটিছিল। পিছৰ বছৰত ভাৰত ত্যাগ আন্দোলনত লাগি পুনৰ ছমাহমান জেল খাটে আৰু মুক্তিৰ পিছতো কেইবামাহো গুৱাহাটীতে অন্তৰীণ হৈ থাকিবলগীয়া হয়। কংগ্ৰেছী আছিল যদিও ১৯৫০ চনত কিছুদিনৰ বাবে জে. বি. কৃপালনী প্ৰতিষ্ঠিত কিষান মজদুৰ পাৰ্টিত যোগ দিছিল।

সাহিত্যতো ৰাগ আছিল। অৰ্থনীতি বিষয়ক দুটামান

প্ৰবন্ধ লিখাৰ উপৰিও গোটাদিয়েক ভাল গল্প ৰচনা কৰিছিল। (৪৩ক,)

**গন্নাথ তিৰুকাকতী** (১৭৯৫-১৮৯৫): পিতৃ ধনীৰাম, মাতৃ সুপাহী। আমগুৰি অঞ্চলৰ মানুহ আছিল। লোহা গলোৱা কৌশল জানিছিল। তিৰু পাহাৰত থকা লোহাৰ আকৰ কামত খটুৱাৰ অৰ্থে আহোম ৰজা পুৰন্দৰ সিংহই* গেন্ধেলা গৰীয়া নামে গৌৰদেশীয় লৌহ খনিকৰ এজনক তিৰু পাহাৰত ৰাখি তেওঁক কামৰ তত্বাৱধান কৰিবৰ বাবে জগন্নাথক কাকতি হিচাপে ৰাখিছিল। জগন্নাথ আৰু গেন্ধেলা— দুয়ো আহোম ৰজাৰ বাবে অনেক হিলৈ আৰু বৰতোপ তৈয়াৰ কৰিছিল। জগন্নাথৰ কৰ্ম আৰু ভক্তি নিষ্ঠাৰ বাবে ৰজাই তেওঁক চৰাইবাহী টীয়কত মাটি-বাৰী দিছিল। পুৰন্দৰৰ ৰাজ্য ভাগিলত শিৱসাগৰৰ বলীয়াঘাটলৈ উঠি আহে। তাত ধৰ্ম-চৰ্চাৰ বাবে এটা মন্দিৰ সজাই দিছিল। (২১৭,২৭৬)

**জগন্নাথ বৰভঁৰালী বৰুৱা** (আ. ১৮ শতিকা): পিতৃ বেজবৰুৱা বংশৰ নিৰঞ্জন, পিতামহ পুৰুষোত্তম বৰুৱা*। আহোম ৰজাই বৰভঁৰালী পদ দিছিল। ৰজাৰ আদেশ অনুসাৰে দেশ পাতি, প্ৰজা বহুৱাই ৰজা ঘৰৰ পৰা মাটি-বাৰী, দাস-দাসী আদি বঁটা স্বৰূপে পায়। ৰজাই লুইতৰ উত্তৰপাৰে আঠকোণীয়াকৈ আঠোটা শিলৰ খুঁটি পোতাই তেওঁক এক খণ্ড ভূমিদান কৰিছিল। ই পিছলৈ 'f ালপোতা' নামে জনাজাত হয়। হেমচন্দ্ৰ বৰুৱা(১)* তে ৰ বৰজনা ভাৰ্যাৰ আৰু লক্ষ্মীনাথ বেজবৰুৱা* তেওঁৰ সৰু ৱনা ভাৰ্যাৰ বংশধৰ। (২২১)

**জগন্নাথ বৰুৱা** (৯।১৮৫১-২১।৪।১৯০৭): জন্ম যোৰহাটৰ ৰজাহাউলীত। পিতৃ হেমধৰ*, মাতৃ চণ্ডীদেৱী (?)। ঘৰতে প্ৰাথমিক শিক্ষা শেষ কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৯৬৮ চনত তাৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি গুৱাহাটী চেমিনাৰীত নকৈ খোলা এফ. এ. শ্ৰেণীত নাম ভৰ্তি কৰে। ১৮৭০ চনত এফ. এ. পাছ কৰি ১৮৭২ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা



জগন্নাথ বৰুৱা

বি. এ. উপাধি লয়। উজনী অসমৰ প্ৰথম গ্ৰেজুৱেট হোৱা হেতুকে 'বি. এ. জগন্নাথ' নামেৰে জনাজাত আছিল। চৰকাৰে দুবাৰো এ. ডি. চি.-ৰ চাকৰি যাঁচিছিল; কিন্তু চাকৰিত নোসোমাই দেউতাকে আৰম্ভ কৰা লেটেকুজান চাহ বাগিচা চলাবলৈ লয়। পিছত টিপমীয়া আৰু বচাবৰী বাগিচা খোলে। চাহ খেতিয়ক হোৱাত ৰাধাকান্ত সন্দিকৈক* সহায় কৰিছিল।

উনবিংশ শতিকাৰ শেষছোৱাৰ অসমৰ নেতৃস্থানীয় লোক আছিল। ১৮৭২ চনত কলেজীয়া কালতে মাণিক চন্দ্ৰ বৰুৱাৰ* সৈতে লগ লাগি 'অসমীয়া সাহিত্য সভা'ৰ হৈ লৰ্ড নৰ্থব্ৰুকক অসমত ৰেললাইন খোলাৰ হকে স্মাৰক পত্ৰ দিছিল। ১৮৯৪ চনত কলিকতা প্ৰবাসী অসমীয়াৰ হৈ লৰ্ড এলগিনক অসমৰ অৱস্থা উন্নত কৰিবলৈ অনুৰোধ জনাই অভিনন্দন-পত্ৰ প্ৰদান কৰিছিল। ১৮৮৪ চনত যোৰহাটত 'সাৰ্বজনিক সভা' স্থাপন কৰে। পোনতে ইয়াৰ সম্পাদক, পিছত সভাপতি হৈছিল। ১৯০৩ চনত প্ৰতিষ্ঠিত 'আসাম এচোচিয়েছন'ৰ অন্যতম নেতা আছিল।

১৮৯৮-৯৯ চনত চৰকাৰে 'ৰায়বাহাদুৰ' খিতাপ দিয়ে। ১৯০২ চনত সপ্তম এডোৱাৰ্ডৰ অভিষেক উৎসৱলৈ নিমন্ত্ৰিত হৈ বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যক* ব্যক্তিগত সচিব হিচাপে লৈ বিলাতলৈ যায়।

কলিকতা বিশ্ববিদ্যালয়ৰ 'ফেলো' আৰু পৰীক্ষক আছিল। বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত অসমীয়া ভাষাক স্বীকৃতি দিবৰ বাবে চেষ্টা কৰিছিল। পদ্মনাথ গোহাঞি বৰুৱাক* *'উষা'* আলোচনী উলিওৱাত উৎসাহ দিছিল। এখন বাতৰি কাকত উলিয়াবৰ মনেৰে ১৯০৪ চনত যোৰহাটত 'দৰ্পণ প্ৰেছ' স্থাপন কৰিছিল। যোৰহাটত এটা অভিনয়ৰ দলো খুলিছিল।

পূৰ্ণানন্দ শৰ্মা বৰুৱাৰ* জীয়ৰী ধৰ্মেশ্বৰী দেৱী বৰুৱানী* তেওঁৰ দ্বিতীয়া পত্নী আৰু চন্দ্ৰধৰ বৰুৱা* তেওঁৰ জোঁৱায়েক আছিল। (২২০)

**জগবন্দন দেৱ** (১৬৩১ ১৬৯৪): দিহিং সত্ৰৰ প্ৰতিষ্ঠাতা সনাতন দেৱৰ* তৃতীয় পুত্ৰ। জন্ম দিহিঙৰ শিলিখাতলীত। পিতৃৰ মৃত্যুত সোতৰ বছৰ বয়সত দিহিং সত্ৰৰ অধিকাৰ হয়। গদাধৰ সিংহৰ* ৰোষত পৰি মাকুমলৈ নিৰ্বাসিত হৈছিল। তাতে মৃত্যু হয়। ২১টি গীতৰ ৰচনা কৰাৰ উপৰিও *'যদুমণিদেৱৰ চৰিত্ৰ'* এখনিও লিখি থৈ গৈছে। (২৩৮, ২৬১, ২৬৬)

**জন পিটাৰ ৱেড** (১৭৬২ - ২৪।১০।১৮০২): ইষ্ট ইণ্ডিয়া কোম্পানীৰ এচিষ্টেণ্ট চাৰ্জন আছিল। কেপ্টেইন ৱেল্‌চৰ লগত অসমলৈ আহি ইয়াত ডেৰ বছৰ থাকি *An Account of Assam* গ্ৰন্থ ৰচনা কৰে। ১৭৯৮ চনত পুনৰ অসমলৈ আহি ৰচনা কৰে *A Geographical Sketch of Assam* গ্ৰন্থ। চিকিৎসা বিজ্ঞানৰ তিনিখন গ্ৰন্থৰো ৰচয়িতা। ১৭৯৭ চনত 'ৰয়েল এচিয়াটিক ছোচাইটি অৱ বেংগল'ৰ সভ্য নিৰ্বাচিত হৈছিল। বংগদেশৰ মেদিনীপুৰত মৃত্যু হয়। (১২৯, ২৯১)

**জন বেৰী হোৱাইট** (১৯-২০ শতিকা): ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডাক্তৰ আছিল। ১৮৫৬-৫৭ চনত সামৰিক বাহিনীৰ চিকিৎসকৰূপে ডিব্ৰুগড়লৈ আহে। উদ্যমী ব্যক্তি আছিল। চাকৰি কালত সদিয়া অঞ্চলত চাহ বাগিচা খুলিছিল। লগতে অঞ্চলটোৰ যাতায়াত ব্যৱস্থাৰ উন্নতি সাধন কৰিছিল। পিছত চাকৰিৰ পৰা অৱসৰ লৈ ডিব্ৰুগড়-মাৰ্ঘেৰিটা ৰেল আলি খোলাৰ গুৰি ধৰিছিল। শেষত 'আচাম ৰেলৱেজ এণ্ড ট্ৰেডিং কোম্পানী'ৰ অন্যতম ডিৰেক্টৰ হৈ পোন্ধৰ বছৰকাল এই পদত আছিল। অসমৰ তৈল উদ্যোগতো যথেষ্ট অৰিহণা আছে। তেল অনুসন্ধানৰ উদ্দেশ্যে 'আচাম মিনাৰেল অয়ল কোম্পানী' নামৰ এটা কোম্পানী প্ৰতিষ্ঠা কৰিছিল আৰু বিভিন্ন পুঙৰ পৰা তেল উলিয়াবলৈ সক্ষম হৈছিল। অসমত শিল্পোদ্যোগৰ অন্যতম ভেটি স্থাপন কৰোঁতা। অসমত ডাক্তৰৰ অভাৱ লক্ষ্য কৰি কেইবাজনো অসমীয়া ল'ৰাক নিজ খৰচত ডাক্তৰী পঢ়ুৱাই আনিছিল। অসমত এটা ডাক্তৰী অনুষ্ঠান গঢ়িবৰ উদ্দেশ্যে বহুতো ধন দান কৰে। সেই ধনেৰে ১৮৯৮-৯৯ চনত ডিব্ৰুগড়ত 'বেৰী হোৱাইট মেডিকেল স্কুল' প্ৰতিষ্ঠা হয়। ইয়েই পিছলৈ গৈ 'অসম চিকিৎসা মহাবিদ্যালয়' হয়গৈ। 'টাইমচ্ অৱ্ আচাম' কাকত উলিওৱাত ৰাধানাথ চাংকাকতীক* সহায় কৰিছিল। (৭৬, ১২৯, ৩৯১খ)

**জয়িৰ মাধৱ** (১৬-১৭ শতিকা): কামৰূপৰ জয়ন্তী গাঁৱৰ মানুহ। সম্ভৱতঃ শ্বৈৱ সম্প্ৰদায়ৰ লোক আছিল। নাৰায়ণ ঠাকুৰে* পাই তেওঁক লৈ আহে আহে আৰু শংকৰদেৱত* শৰণ দিয়ায়। তেতিয়াৰ পৰা একান্ত বৈষ্ণৱ হৈ উঠে। শংকৰদেৱ চুন্‌পোৰাত থাকোতে তেওঁক পত্নীয়ে কীৰ্তন-ঘৰ চাফা কৰিছিল। (২০৩,২১০)

**জন্মেজয় দাস** (১৯ শতিকা): পূৰ্বপুৰুষ কলিকতাৰ।

চিপাহী বিদ্রোহৰ সময়ত পাটনাৰ পৰা চট্টগ্ৰাম আৰু তাৰ পৰা গুৱাহাটী চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে অসমলৈ আহে। পিছলৈ একে পদতে নগাঁৱলৈ বদলি হয় আৰু তাতে স্থায়ীভাৱে থাকিবলৈ লয়। অসমত ইংৰাজী শিক্ষা বিস্তাৰৰ অন্যতম গুৰি ধৰোঁতা। অসমীয়া ছোৱালী বিয়া কৰাইছিল। (৪০০)

**জমিৰুদ্দিন আহমেদ** (১৯২৩-২৭।১১।১৯৮৯): জন্ম নলবাৰীৰ ওচৰৰ সন্ধেলি গাঁৱত। একেধাৰে গায়ক, গীতিকাৰ আৰু সুৰকাৰ আছিল। নলবাৰীত ‘গীতাশ্ৰী সংগীত মহাবিদ্যালয়’ প্ৰতিষ্ঠা কৰি মৃত্যুকাললৈকে তাত অধ্যক্ষতা কৰিছিল। নলবাৰী অঞ্চলৰ সাংস্কৃতিক জগতৰ নেতাস্বৰূপ আছিল। অসম চৰকাৰৰ পৰা শিল্পী-সাহিত্যিক পেন্সন লাভ কৰিছিল। (৪০০)

**জয়চন্দ্ৰ চৌধুৰী** (২২।৪।১৮৯৮ - ১৫।২।১৯৮৮): জন্ম চামতাৰ ওচৰৰ কৈঠালকুছিত। পিতৃ ৰাধানাথ, মাতৃ আদেৰীপ্ৰিয়া। বৰপেটা হাইস্কুল আৰু গুৱাহাটীৰ কলেজিয়েট স্কুলত পঢ়ি ১৯১৮ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কটন কলেজৰ পৰা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ তাতে স্নাতক শাখাত নাম লগাইছিল। কিন্তু অসহযোগ আন্দোলনত লাগি কলেজ এৰে আৰু ডিব্ৰুগড়লৈ গৈ চন্দ্ৰকুমাৰ আগৰৱালা* প্ৰতিষ্ঠিত ‘সাদিনীয়া অসমীয়া’ৰ সহকাৰী সম্পাদক হয়গৈ। কিন্তু কিছুকাল পিছত শুৱালকুছি মজলীয়া স্কুলৰ প্ৰধান শিক্ষা হয়হি। তাত শিক্ষকতা কৰিয়েই প্ৰাইভেটকৈ পৰীক্ষা দি ১৯২৩ চনত ডিষ্টিংছন সহ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত নলবাৰী গৰ্ডন হাইস্কুলত কিছুকাল শিক্ষকতা কৰি আৰ্ল ল কলেজৰ ছাত্ৰ হয় আৰু ১৯২১ চনত বি. এল. উপাধি লৈ গুৱাহাটীত ওকালতি আৰম্ভ কৰে। দক্ষ উকীল ৰূপে খ্যাতি আৰ্জিছিল। অসহযোগ আন্দোলনত যোগ দিয়াৰ উপৰিও বিয়াল্লিশৰ আন্দোলনত সক্ৰিয় অংশ লৈ এবছৰ কাৰাদণ্ড ভুগিছিল। ভাল অভিনেতাও আছিল। চামতা আৰু গুৱাহাটীৰ বিভিন্ন শিক্ষানুষ্ঠানৰ লগত জড়িত হোৱাৰ উপৰিও ‘ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ’ৰ গুৰি ধৰিছিল। (৪৩)

**জয়দেৱ** (১৭-১৮ শতিকা): পিতৃ জগতমোহনদেৱ। পিতামহ ম’ৰামৰা সত্ৰৰ প্ৰতিষ্ঠাপক কৃষ্ণদেৱ। ভালেমান গীতৰ ৰচক। গীতসমূহত জয়দেৱৰ ‘গীত গোৱিন্দ’ৰ প্ৰভাৱ আছে। (২০০)

**জয়দেৱ কায়স্থ** (১৭-১৮ শতিকা): পিতৃ ম’ৰামৰা সত্ৰৰ মহন্ত জগতমোহন। ভ্ৰাতৃ ব্ৰহ্মানন্দ*। গীত গোৱিন্দৰ প্ৰভাৱ থকা ভালেমান গীতৰ ৰচক। (২০০,২৬৬)

**জয়ধ্বজ সিংহ** (? -১৬৬৮): পিতৃ চুত্যিনফা* বা নৰীয়া ৰজা। পিতৃৰ মৃত্যুত ১৬৪৮ চনত আহোম ৰাজপাটত উঠে। ১৬৫০ চনত লাকমা নগাৰ বিদ্ৰোহ দমন কৰে। এওঁৰ দিনতে মীৰজুমলাই অসম আক্ৰমণ কৰি গড়গাঁও পৰ্যন্ত সোমাই আহে আৰু স্বৰ্গদেউ চৰাইদেউলৈ পলাই যাবলৈ বাধ্য হয়। মুছলমানৰ লগত সন্ধি স্থাপন কৰাৰ কিছুদিন পিছতে মৃত্যু হয়। হিন্দুধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল আছিল। আউনীআটী সত্ৰৰ সংস্থাপক নিৰঞ্জনদেৱৰ* ওচৰত শৰণ লৈছিল। লক্ষ্মী আইকে* মুখ্য কৰি অনেক মহন্ত-ব্ৰাহ্মণক মাটি-বৃত্তি দিছিল। দুৰ্বল মনৰ স্ত্ৰৈণ ব্যক্তি আছিল। মুছলমানৰ আক্ৰমণত পলোৱা বাবে ‘ভগনীয়া ৰজা’ নামেৰেও খ্যাত। (৪১, ৬৮, ২৯৮)

**জয়নাৰায়ণ দেৱ** (১৬-১৭ শতিকা): পিতৃ খুদীয়া সত্ৰৰ লক্ষ্মীপতি। *‘লক্ষ্মীপতি চৰিত্ৰ’*ৰ ৰচক। (২০০)

**জয়ন্ত হাজৰিকা** (১৯৪২-১৫।১০।১৯৭৭): জন্ম মঙ্গলদৈত। পিতৃ নীলকান্ত। সংগীতত সৰুৰে পৰাই ৰাপ

আছিল। গুৱাহাটীৰ সোণাৰাম হাইস্কুলত পঢ়া-শুনা কৰিছিল। ১৯৬২ চনত প্ৰৱেশিকা পৰীক্ষাত অকৃতকাৰ্য হৈ কলিকতালৈ পলাই যায় আৰু এইচ্. এম. ভি. কোম্পানীত



জয়ন্ত হাজৰিকা

দুটা গীত বাণীবদ্ধ কৰে। 'আগলি বতাহে কঁপালে কলৰে পাত' আৰু 'কৃষ্ণচূড়া কৃষ্ণচূড়া' নামৰ এই গীত দুটাই সুৰকাৰ আৰু গায়ক হিচাপে প্ৰতিষ্ঠিত কৰে।পিছৰ বছৰত মণিৰাম দেৱান কথাছবিত গীত গায়। ভালেমান জনপ্ৰিয় গীতৰ গায়ক আৰু সুৰকাৰ আছিল। কেইবাখনো মঞ্চনাটত সুৰ দিয়াৰ উপৰিও 'বনৰীয়া ফুল', 'বৃষ্টি', 'ধৰ্মকাই' আৰু 'নতুন আশা'— এই চাৰিখন পূৰ্ণদৈৰ্ঘ্য কথাছবিৰ সংগীত পৰিচালনা কৰিছিল। 'দি লাইট ফুল অব নেচাৰ', 'গাইড অব নেচাৰ' আদি কেইখনমান তথ্যচিত্ৰৰো সংগীত পৰিচালক আছিল। 'লখিমী থিয়েটাৰ' নামৰ এটি ভ্ৰাম্যমান নাট্যগোষ্ঠীৰ সংগীত পৰিচালনাৰ লগতো জড়িত আছিল। জ্যেষ্ঠ ভ্ৰাতৃ ভূপেন হাজৰিকাৰ লগত পূব জাৰ্মানী, বাংলাদেশ আদি দেশত সংগীত পৰিবেশন কৰাৰ অভিজ্ঞতা আৰ্জিছিল। গোলাঘটীয়া ৰাইজৰ সহযোগিতাত বানপানী-পীড়িত লোকৰ সাহায্যাৰ্থে 'সুৰ-বাহিনী' গঠন কৰিছিল। 'লটিঘটি' নামৰ এখন চিনেমাত অভিনয়ো কৰিছিল। 'নতুন আশা' কথাছবিৰ গীত বাণীবদ্ধ কৰিবলৈ গৈ কলিকতাত আচম্বিতে মৃত্যু বৰণ কৰে। (৩৩৯, ৪০০)

**জয়পাল** (?— আ. ১১৩০) পিতৃ সম্ভৱ ধৰ্মপাল*। প্ৰায় ৪৫ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। পাল বংশৰ শেষ উল্লেখনীয় ৰজা। (৪৪, ১৫৮, ২৯৮)

**জয়ভদ্ৰ হাগজেৰ** (১৯১৪—?) : জন্ম উত্তৰ কাছাৰ জিলাৰ নানাডিছা গাঁৱত। ডিমাছা সম্প্ৰদায়ৰ লোক। পিতৃ হৈচৰাম মৌজাদাৰ আছিল। ১৯৩৮ চনত ইংৰাজীত সম্মানসহ বি. এ. পাছ কৰে। কিছুদিন যোৰহাটত সহকাৰী জেইলৰ ৰূপে থাকি পিতৃৰ মৃত্যুত মৌজা চলাবলৈ লয়। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলন সমৰ্থন কৰি বন্দী হয়। ১৯৪৪ চনত ভাৰতীয় বায়ুসেনা বাহিনীত যোগ দিয়ে। ১৯৪৭ চনত চাকৰি এৰি সমাজ সেৱাত লাগে। উত্তৰ কাছাৰ স্বায়ত্ত শাসিত জিলা পৰিষদৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল। ১৯৫২ চনত নিৰ্দলীয় প্ৰাৰ্থী ৰূপে অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৫৬ চনত কংগ্ৰেছত যোগ দি উপমন্ত্ৰীৰ পদ পায়। পৰৱৰ্তী নিৰ্বাচন দুটাতো (১৯৬১, ১৯৬৭) জয়ী হৈ কিছুকাল শিক্ষা মন্ত্ৰীৰ পদত আছিল। (৩২৪)

**জয়মতী কুঁৱৰী** (?-১৬৭৯): পিতৃ নাজিৰাৰ ওচৰৰ লাইথেপেনা বৰগোহাঁই। স্বামী গদাপাণি অৰ্থাৎ গদাধৰ সিংহ*। পুত্ৰ লাই আৰু লেচাই। লাই পিছত ৰুদ্ৰসিংহ* নাম লৈ স্বৰ্গদেউ হয়গৈ, লেচাই হয়গৈ নামৰূপীয়া গোহাঁই*। অঙ্গক্ষত হোৱাৰ ভয়ত গদাপাণি দিহিঙে দিপাঙে পলাই ফুৰা কালত ল'ৰা ৰজাৰ* সৈন্যই জয়মতীৰ পৰা স্বামীৰ বাৰ্তা উলিয়াবলৈ গৈ নানা অত্যাচাৰ কৰি জেৰেঙা পথাৰত তেওঁক হত্যা কৰে। (৪৯, ১৪৮, ২৫১)

**জয়ৰামদেৱ** (?-১৬৮৩): কৃষ্ণদেৱৰ* তৃতীয় পুত্ৰ। ককায়েক নিত্যানন্দ দেৱৰ* হত্যাৰ পিছত ১৬৫৪ চনত খুটীয়াপোতাৰ সত্ৰাধিকাৰ হয়। ইয়াৰ আগৰ চাৰি বছৰ সত্ৰ অধিকাৰশূন্য হৈ আছিল। জয়ধ্বজ সিংহ* স্বৰ্গদেৱক শৰণ

দিবলৈ অমান্তি হোৱাত তেওঁক ধৰি নিবলৈ ৰজাই কটকী পঠিয়াইছিল। তেওঁ পলাই সাৰিল যদিও বহুতো ভকতক বন্দী কৰা হ'ল। পিছত আউনীআটী গোঁসাইৰ সহায়ত সিসকলক উদ্ধাৰ কৰে। (২৯৭)

**জয়হৰিদেৱ** (?-১৬৪২): বংশীগোপালদেৱৰ* খুড়াক কমাইদেৱৰ নাতি। বংশী গোপালৰ তত্ত্বাৱধানত ডাঙৰ ৰোষত পৰি বহুদিন অনাই বনাই আছিল। মিশ্ৰদেৱৰ* মৃত্যুৰ পিছত কুৰুৱাবাহী সত্ৰৰ অধিকাৰ হয়। (৯৭)

**জয়াদিত্য সিংহ: চুৰাম্‌ফা** চাওক।

**জাদুৰাম ডেকা বৰুৱা** (৪।১৮০১-১০।১৮৬৯): জন্ম উত্তৰ লক্ষীমপুৰ ঘিলামাৰীত। পিতৃ কৃষ্ণদাস বৰভাণ্ডাৰী বৰুৱা* মান মৰাণৰ বিভ্ৰাটত ভাণ্ডাৰী বৰুৱা দেশান্তৰী হৈ যোৰহাটত থাকিবলৈ লয়। দেশ ইংৰাজে লোৱাত জাদুৰাম শিৱসাগৰত মুন্সিফ কামত সোমায়। যোৰহাট, গোলাঘাট, লক্ষীমপুৰ আদি ঠাইত চাকৰি কৰিছিল। ১৮৬০ চনত বৰপেটাত সদৰামীন হয়। ডিব্ৰুগড়ত চাকৰী জীৱনৰ সামৰণি পৰে। ১৮৩২ চনত আদাম হোৱাইটে তেওঁক ঘিলামাৰীৰ ৰাজখোৱা পাতে। কলাবাৰীত ৩০০ পুৰামান মাটিৰ এটা গ্ৰাণ্টো পায।

অসমৰ প্ৰথম অভিধান প্ৰণেতা। ১৮৩৯ চনত অসমীয়া-ইংৰাজী অভিধানখন হাতে লিখি অসমৰ তেতিয়াৰ গভৰ্ণৰ জেনকিন্‌ছক দিছিল। জেনকিন্‌ছে সেইখন বেপ্টিষ্ট মিছনৰীসকলক দিয়ে। পিছত সেইখনৰ কি অৱস্থা হ'ল জনা নাযায়। সম্ভৱ এই অভিধানৰ ওপৰতে ভিত্তি-কৰি মাইলচ্ ব্ৰন্‌ছনে* ১৮৬৭ চনত তেওঁৰ অভিধানখন লিখে। অসম বুৰঞ্জী সম্পৰ্কে ভাল জ্ঞান আছিল। ইংৰাজে অসম লওতে নিউভিল আদি চাহাবক বহুতো তথ্য পাতি সংগ্ৰহ কৰি দিছিল। হলিৰাম ঢেকিয়াল ফুকনৰ* 'আসাম বুৰঞ্জী'ৰো তেওঁ ভুল উলিয়াইছিল। 'সমাচাৰ চন্দ্ৰিকা', 'সমাচাৰ দৰ্পণ' আদি বঙলা কাকতত প্ৰবন্ধ-পাতি লিখিছিল। সতীদাহ প্ৰথাৰ বিৰোধী আছিল, আনহাতে বিধবা বিবাহ সমৰ্থন কৰিছিল। নিজেও এগৰাকী বিধৱা বিয়া কৰিছিল। গমধৰ কোৱঁৰৰ* ৰাজদ্ৰোহিতাৰ বিচাৰত জুৰীৰ সভ্য আছিল। ক্ষীণ আছিল বাবে 'লেৰেলি ডেকা বৰুৱা' বুলিও জনাজাত আছিল। শিৱসাগৰত মৃত্যু হয়। (৮৬)

**জাম্বৰ গোহাঁই** (১৭-১৮ শতিকা): পিতৃ গোবৰ ৰজা*। গদাধৰ সিংহৰ* ভায়েক। চাৰিঙীয়া ৰজা আছিল। ভতিজাক ৰুদ্ৰসিংহ* আহোম ৰাজাপাটত উঠাত নিজে ৰজা হবৰ মানসেৰে দ্ৰোহ আচৰাত ৰুদ্ৰ সিংহই আঠুৰ ঘিলা কাটি নামৰূপলৈ নিৰ্বাসিন দিছিল। (২৮৮)

**জালনুৰ আলি আহ্‌মেদ** (১৮৪৮-১৯৩১): জন্ম গুৱাহাটীত। দুখীয়া খেতিয়কৰ সন্তান আছিল। ১৮৬৪ চনত গুৱাহাটী চেমিনাৰীৰ (এতিয়াৰ কলেজিয়েট স্কুলৰ) পৰা আনন্দৰাম বৰুৱা*, শিৱৰাম বৰা* আৰু মাধৱ চন্দ্ৰ বৰদলৈ*ৰ স'তে একেলগে এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কলিকতা আৰু গ্লাচগো বিশ্ববিদ্যালয় পৰা চিকিৎসা বিজ্ঞানৰ শিক্ষা সুখ্যাতিৰে সমাপ্ত কৰি ভাৰতীয় সেনাবাহিনীত চিকিৎসক ৰূপে যোগ দিয়ে। অসমৰ বাহিৰৰ বিভিন্ন ঠাইত চাকৰি কৰি কৰ্ণেল ৰূপে অৱসৰ লয়। উৰ্দুভাষী মহিলা বিয়া কৰাই দিল্লীতে নিগাজীকৈ বাস কৰিছিল। ফখৰুদ্দিন আলি আহ্‌মেদৰ* পিতৃ। (১৫)

**জিকিৰ আলি হাজৰিকা** (১৮ শতিকা): পিতৃ মৌলবী গহৰ আলি খাঁ সোতৰ শতিকাৰ শেষভাগত অসমলৈ আহিছিল। জিকিৰে দেউতাকৰ পৰা ভাষা, সাহিত্য আৰু ধৰ্মৰ শিক্ষা লৈ আজান ফকীৰৰ* আশ্ৰমত থাকি ফকীৰৰ জিকিৰসমূহ ভালকৈ গাবলৈ শিকে। সেয়ে জিকিৰ আলি নামে প্ৰসিদ্ধ হয়। তেওঁৰ সংগীতৰ স্বীকৃতি ৰূপে আহোম

বজাই তেওঁক মাটি-বৃত্তি দিয়াৰ উপৰিও এহেজাৰ মুছলিম পাইকৰ ওপৰত তেওঁক হাজৰিকা পাতিছিল। 'বৰমোল্লা' নামেও জনাজাত আছিল। (২২৪)

**জীউৰাম দুলীয়া বৰুৱা** ( ?-৮।১৮৩০): পিয়লি ফুকনৰ* সৈতে ইংৰাজ খেদা ষড়যন্ত্ৰত আগভাগ লোৱা পিয়লীয়া বৰগোহাঁইৰ জোঁৱায়েক। ষড়যন্ত্ৰত এৰোঁ ভাগ লৈ ১৮৪০ চনৰ ২৫ মাৰ্চ তাৰিখে সহযোগীসকলৰ সৈতে শিৱসাগৰত থকা ইংৰাজৰ খাৰ-বাৰুদৰ গুদামত জুই লগাই দিছিল। গেলেকীত ধৰা পৰাত পিয়লি ফুকনৰ সৈতে ফাঁচীৰ হুকুম হয়। শিৱসাগৰৰ পুখুৰী পাৰত দুয়োৰে ফাঁচী হয়। (৫৬, ১৮৪, ১৮৫)

**জীনাৰাম দাস** (১৮৮৬ ১৯৫৩): জন্ম বজালীৰ চৌখুটি গাঁৱত। পিতৃ লোকন। বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স আৰু ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা এল. এম. পি. পৰীক্ষা পাছ কৰি চৰকাৰী চাকৰিত সোমায়। ১৯৩০ চনত চাকৰি এৰি স্বাধীনতা সংগ্ৰামত যোগ দিয়ে। ১৯৩৮ চনত বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি হয়। ১৯৪০-৪২ কালছোৱাত দুবাৰকৈ মুঠ এবছৰ ন-মাহ কাৰাবাস খাটিছিল। স্বাধীনতাৰ পিছত বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। (৪৩ক)

**জীৱন ৰাম ফুকন** ( ।১০।১৯১১ - ২২।১০।১৯৫০): জন্ম ডিব্ৰুগড়ত। পিতৃ গণেশৰাম আছিল নীলমণি ফুকনৰ* জ্যেষ্ঠ ভ্ৰাতৃ। মাতৃ হেমপ্ৰভা। ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউছনৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা আৰু গুৱাহাটীৰ কটন কলেজৰ পৰা আই.এছ.ছি পৰীক্ষা পাছ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। তাৰ প্ৰেচিডেন্সী কলেজৰ পৰা বি.এছ.ছি. আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উদ্ভিদবিজ্ঞানত এম.এছ.ছি. উপাধি লয়। পিছত কলিকতাতে পঢ়ি আইনৰ ডিগ্ৰী লৈ ডিব্ৰুগড়ত ওকালতি আৰম্ভ কৰে। নিষ্ঠাবান সমাজকৰ্মী। কলিকতাত থাকোতে তাৰ এ.এচ.এল. ক্লাবৰ সক্ৰিয় সদস্য আছিল। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ হকে দেহে কেহে খাটিছিল। গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ কংগ্ৰেছত যোগ দিয়ে। ডিব্ৰুগড় জিলা কংগ্ৰেছৰ প্ৰথমে সম্পাদক, পিছত (১৯৪৬) সভাপতি নিৰ্বাচিত হৈছিল। ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ আৰু চাহ কৰ্মচাৰী সংঘৰো সম্পাদকৰ দায়িত্বত আছিল। খেলুৱৈ আৰু মঞ্চশিল্পী হিচাপেও খ্যাতি আছিল। ৰোহিণী কুমাৰ বৰুৱা প্ৰয়োজিত 'মনোমতী' চিনেমাৰ সম্পাদনাৰ ভাৰ লৈছিল আৰু নিজেই সত্ৰীয়া নাচেৰে সৈতে ইয়াৰ শুভাৰম্ভ কৰিছিল। ৰাধানাথ চাংকাকতি* প্ৰতিষ্ঠিত 'টাইমচ্ অৱ আচাম' কাকত বন্ধ হৈ যোৱাত সেইখন পুনৰ পৰিচালনা আৰু সম্পাদনা কৰি উলিয়াইছিল। ১৯৪৭ চনত বহা অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰ বিজ্ঞান শাখাৰ সভাপতি আছিল। ১৯৫০ চনৰ প্ৰবল ভূমিকম্প আৰু বানপানীৰ সময়ত দুৰ্গতসকলক সহায় কৰিবলৈ গৈ ব্ৰহ্মপুত্ৰত সলিল সমাধি ঘটে। (৭৬, ৪০০)

**জীৱেশ্বৰ গোস্বামী** (১৯০৪—৮।৪।১৯৮২): জন্ম



জীৱেশ্বৰ গোস্বামী

নগাঁৱৰ ভোলাগুৰি সত্ৰত। পিতৃ পদ্মনাথ। তেজপুৰ

হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগাই বি. এ. পৰ্যন্ত পঢ়ি চাকৰিৰ সন্ধানত শ্বিলঙলৈ যায় আৰু যোগান বিভাগৰ চাকৰিত সোমাই তাৰ যুটীয়া সঞ্চালক পৰ্যন্ত হয়গৈ। গড়কাপ্তানী বিভাগৰ সচিব ৰূপে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ ক্ষেত্ৰীৰ ওচৰৰ গান্ধীনগৰ আশ্ৰমত ল'ৰা ছোৱালীক অসমীয়া ভাষা আৰু গীত-মাত শিকোৱাৰ ভাৰ লয়। পিছত গুৱাহাটীত স্থায়ীভাবে বাস কৰে। সত্ৰীয়া সংস্কৃতিত বিশেষ বুৎপত্তি আছিল। প্ৰাচীন কামৰূপী নৃত্য সংঘৰ প্ৰতিষ্ঠাতা। সত্ৰীয়া নৃত্য, নাট আদি অসমৰ বিভিন্ন ঠাইত প্ৰদৰ্শন কৰিছিল। অভিনয়ত, বিশেষকৈ ধেমেলীয়া ভাওত নিপুণ আছিল। শিল্প প্ৰতিভাৰ স্বীকৃতি ৰূপে চৰকাৰৰ পৰা শিল্পী সাহিত্যিক পেন্সন পাইছিল। (৩৫৬)

**জীৱেশ্বৰ বৰুৱা** (১৯০৬—৩১।১।১৯৬৪): জন্ম শিৱসাগৰৰ আমোলাপট্টীত। পিতৃ অম্বেশ্বৰ। ১৯২২ চনত শিৱসাগৰৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত পঢ়িবলৈ আহে। কিন্তু পৰিয়ালৰ ইচ্ছাৰ বিৰুদ্ধে কলিকতাৰ আৰ্ট স্কুলত নাম লগায়। ১৯২৫ চনত এটা দুৰ্ঘটনাত আহত হৈ ঘৰলৈ আহে আৰু ইটো সিটো কৰি ১৯৩৮ চনত গুৱাহাটীত 'ৰুবী আৰ্ট হাউচ' খোলে। ১৯৩৭ চনত ডনবস্কো স্কুলত প্ৰতিষ্ঠা কৰে 'গুৱাহাটী স্কুল অৱ আৰ্টচ এন্ড ক্ৰেফ্‌টচ্'। ১৯৫৪ চনত প্ৰতিষ্ঠা হোৱা অসম ললিত কলা একাডেমীৰ অন্যতম উদ্যোক্তা আছিল। মৃত্যুৰ সময়লৈকে ইয়াৰ সম্পাদক আছিল। অসমত আধুনিক চাৰু আৰু কাৰু শিল্পৰ পৰিবেশ সৃষ্টি কৰোঁতাসকলৰ অন্যতম। গুৱাহাটীত তিনিখনকৈ জাতীয় কলা প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল তেওঁৰ প্ৰচেষ্টাতেই। (৩২৮)

**জেমচ্ সিবৰাম ত্ৰিপ** (?—১৮।১১।১৮৫৩): নগাঁৱৰ মিছন স্কুলৰ ছাত্ৰ আছিল। ১৮৪৬ চনত মাইলচ্ ব্ৰনছনে* খৃষ্টান ধৰ্মত দীক্ষা দিয়ে আৰু সেই বছৰতে আমেৰিকালৈ লৈ যায়। ধনিৰামৰ* লগত আমেৰিকালৈ যোৱা প্ৰথম অসমীয়া। দুয়ো হেমিল্টন কলেজত পঢ়া-শুনা কৰিছিল। উভতি আহি ১৮৫১ চনত পাতি নামে এজনী ছোৱালী বিয়া কৰে। সেই বছৰতে বেপ্তিষ্ট মিছনৰ নেটিভ এচিষ্টেণ্ট পদত নিযুক্ত হয়। 'অৰুনোদই' কাকতত লিখিছিল। (২১১)

**জেহিৰুদ্দিন আহমেদ** (১৮৮৬ - ১৯৭৩): জন্ম যোৰহাটত। পিতৃ ডাঃ কেৰামৎ আলি। ১৯১০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি. এ. উপাধি লৈ যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষকৰূপে সোমায়। সুদীৰ্ঘ কাল এই স্কুলৰ লগত জড়িত হৈ থাকি ১৯৮২ চনত প্ৰধান শিক্ষকৰূপে ইয়াৰ পৰা অৱসৰ লয়। কৃতী শিক্ষক তথা শিক্ষাবিদৰূপে খ্যাতি অৰ্জন কৰিছিল। যোৰহাট কলেজৰ পৰিচালনা সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি আছিল (১৯৬২)। শিক্ষাজগতলৈ আগবঢ়োৱা অৱদানৰ স্বীকৃতি হিচাপে বৃটিছ চৰকাৰৰ পৰা 'খান বাহাদুৰ' উপাধি লাভ কৰিছিল। (৪০০)

**জোঙাল বলহু** (আ. ১৪ শতিকা): পিতৃ আৰিমত্ত*। পিতৃয়ে পাতি থৈ যোৱা ৰাজ্যৰ পূব অংশত ৰাজত্ব কৰিছিল। কছাৰীৰ আক্ৰমণৰ পৰা নিজ ৰাজ্য ৰক্ষা কৰাৰ উদ্দেশ্যে এটা গড় সাজিছিল। তথাপি কছাৰীৰ হাতত পৰাস্ত হয় আৰু কলং নদীত পৰি আত্মহত্যা কৰে। (৪১, ৬৮, ২৯৮)

**জ্ঞানদাভিৰাম বৰুৱা** (১৯।৮।১৮৮০ - ২৭।১।১৯৫৫): জন্ম নগাঁৱৰ ফৌজদাৰী পট্টীত। পিতৃ গুণাভিৰাম*, মাতৃ বিষ্ণুপ্ৰিয়া*। দহ বছৰ বয়সতে মাক-দেউতাকৰ সৈতে কলিকতালৈ যায় আৰু তাতে পঢ়া-শুনা কৰে। চৈধ্য বছৰ বয়সত দেউতাক ঢুকোৱাত শুভানুধ্যায়ীসকলৰ চেষ্টাত ১৮৯৬ চনত উচ্চ শিক্ষাৰ্থে বিলাতলৈ যায়। মাজতে ১৯০৬

চনত কলিকতালৈ আহি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভতিজা ছোৱালী লতিকাদেৱীক বিয়া কৰে। লণ্ডনৰ গ্ৰে কলেজৰ পৰা



জ্ঞানদাভিৰাম বৰুৱা

বেৰিষ্টাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১০ চনত ভাৰতলৈ আহে আৰু কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰে। ১৯১৪ চনত গুৱাহাটীত আৰ্ল ল কলেজ প্ৰতিষ্ঠা হোৱাত তাৰ অধ্যক্ষ হয়। ১৯৩৭ চনত এই পদৰ পৰা অৱসৰ লয়।

বহু বছৰকাল বিদেশত থাকিলেও নিভাঁজ অসমীয়া আছিল। বাঁহী, আৱাহন, ৰামধেনু আদি আলোচনীত প্ৰবন্ধ-পাতি লিখিছিল। *'দদাইৰ পঁজা'* আৰু *'ভেনিচৰ সাউদ'* নাম দি 'আংকল টমচ কেবিন' আৰু 'মাৰ্চেন্ট অৱ ভেনিচ' নামৰ গ্ৰন্থ দুখন অসমীয়ালৈ ভাঙিছিল। *Folk Tales of Assam* নামেৰে ইংৰাজীত এখন পুথি লিখিছিল। ইয়াৰ উপৰিও *'বিলাতৰ চিঠি'* আৰু *'মোৰ কথা'* ৰ ৰচয়িতা। ১৯৩৬ চনত উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল। (১১, ১২৭, ১৭৯, ২৬৪)

**জ্ঞাননাথ বৰা** (২০।৩।১৮৯০ - ৩০।১১।১৯৬৮) : জন্ম গুৱাহাটীত। পিতৃ সত্যনাথ*, মাতৃ ভুবনমোহিনী। ১৯১৬ চনত কটন কলেজৰ. পৰা বি. এ. আৰু ১৯২০ চনত আৰ্ল ল কলেজৰ পৰা বি. এল. পাছ কৰি গুৱাহাটীত উকীল হয়। ১৯২৭ চনৰ পৰা ১৯৪৭ চনলৈকে কুৰি বছৰকাল কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰে। ১৯৫১-৫৮ কালছোৱাত গুৱাহাটীৰ ল কলেজৰ অধ্যক্ষ হয়। গুৱাহাটী একতা সভাৰ (১৯০৬) অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰথম সম্পাদক আছিল। অসম ছাত্ৰ সম্মিলনৰ লগতো জড়িত আছিল আৰু ইয়াৰ তৃতীয় অধিবেশনত (১৯১৮) প্ৰধান সম্পাদক নিৰ্বাচিত হৈছিল। জাতীয় চেতনাৰে উদ্বুদ্ধ লোক আছিল। প্ৰাক্-স্বাধীনতা কালত জন্ম লোৱা অসম ৰাজ্যিক মহাসভাৰ সভাপতিৰ দায়িত্ব বহন কৰিছিল।

ছাত্ৰাৱস্থাত 'উষা'ত ভালেমান কবিতা লিখিছিল। পিছত বাঁহী, আৱাহন, মণিদীপ আদি আলোচনীত ৰাজনৈতিক আৰু সাহিত্যিক বিষয়ৰ ওপৰত লিখা অনেক চিন্তাশীল প্ৰবন্ধ প্ৰকাশ পাইছিল। ৰচনা— *অসমত বিদেশী* (১৯২২), *যুগতত্ত্ব* (১৯২৪), *শ্ৰীহট্ট বিচ্ছেদ* (১৯৩৫), *নতুন পৃথিৱী* (১৯৪৫), *অসমীয়া পুৰণি সাহিত্য* (১৯৫০), *A Plea For Sanskrit As National Language* (১৯৫৪), *Provincialism* (১৯৫৫), *আধুনিক অসমীয়া সাহিত্য* (১৯৬০)। *The*



জ্ঞাননাথ বৰা

*New World* নাম দি *'নতুন পৃথিৱী'* নামৰ পুথিখনৰ ইংৰাজী ভাঙনি এটা কৰিছিল। ১৯৬৮ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল। কিন্তু কার্যকাল শেষ নৌহওঁতেই ঢুকায়। অম্বিকানাথৰ* ভ্রাতৃ। (১২৭, ২১৬, ২২২)

**জ্ঞানানন্দ জগতী** (১৮৭২—৩১।১২।১৯৪০): জন্ম ডিব্রুগড়ত। প্রকৃত নাম তুলসী প্রসাদ দত্ত। পিতৃ ৰক্তৰাম বিহাৰৰ ছাপ্রা জিলাৰ পৰা আহি ডিব্রুগড়ত থিতাপি লৈছিল। ডিব্রুগড় চৰকাৰী হাইস্কুলৰ পৰা প্রৱেশিকা পৰীক্ষা পাছ কৰি। কলিকতাত পঢ়িছিল যদিও কলেজীয়া শিক্ষা সাং নকৰি ডিব্রুগড়ৰ 'জর্জ ইনষ্টিটিউছন'ৰ শিক্ষক হয়হি। 'আলোচনী', 'বাঁহী' আদি কাকতত গল্প, প্রবন্ধ, কবিতা আদি লিখিছিল। প্রকাশিত পুথি— *সাধুকথাৰ জোলোঙা* (১৯০৯), *পটেশ্বৰীৰ প্রথম চুমা, ঘৈণী পৰীক্ষা* (১৯২৫)। (৮, ২০০)

**জ্যোতিপ্রসাদ আগৰৱালা** (১৭।৬।১৯০৩ -১৭।১।১৯৫১): জন্ম ডিব্রুগড়ৰ তামোলবাৰী চাহ বাগিছাত। পিতৃ পৰমানন্দ, মাতৃ কিৰণময়ী। ডিব্রুগড় আৰু তেজপুৰ চৰকাৰী হাইস্কুলত পঢ়ি প্রৱেশিকাৰ বাছনি পৰীক্ষাতো উত্তীর্ণ হৈছিল। কিন্তু স্বাধীনতা আন্দোলনত লগাত শেষ পৰীক্ষা দিয়া নহ'ল। ১৯২২ চনত চিত্তৰঞ্জন দাশ প্রতিষ্ঠিত কলিকতাৰ জাতীয় বিদ্যালয়ৰ পৰা দ্বিতীয় বিভাগত প্রৱেশিকা পৰীক্ষা পাছ কৰে আৰু কলিকতাৰে

নেছনেল কলেজত নাম লগায়; কিন্তু দ্বিতীয় বার্ষিক পাওঁতেই কলেজ উঠি যোৱাত কলেজীয়া শিক্ষাৰ সমাপ্তি ঘটে। অসমলৈ আহি বৰদেউতাক চন্দ্ৰকুমাৰৰ* গুৱাহাটীত থকা 'নিউ প্রেছ' চলায়। ১৯২৬ চনত বিলাতলৈ যায় আৰু এডিনবৰা বিশ্ববিদ্যালয়ত প্রাক-স্নাতকৰ বাছনি পৰীক্ষা দিয়ে। প্রথমবাৰ অকৃতকার্য হয় যদিও দ্বিতীয়বাৰ চর্তসাপেক্ষে এম. এ. পঢ়িবলৈ অনুমতি পায়। কিন্তু গণিতত উত্তীর্ণ হোৱা চর্ত পালন কৰিব নোৱাৰাত পঢ়া নহ'ল। ১৯২৪ চনত বার্লিনলৈ যায় আৰু তাত সাত মাহ থাকি হিমাংশু ৰায়ৰ তত্ত্বাৱধানত চিনেমাৰ প্রশিক্ষণ লয়। পিছত



জ্যোতিপ্রসাদ আগৰৱালা

য়ুৰোপৰ বিভিন্ন ঠাই ভ্ৰমি তুৰস্ক আৰবৰ মাজেদি আহি ১৯৩০ চনতহে দেশ পায়হি আৰু পুনৰ স্বাধীনতা সংগ্ৰামত অৱতীর্ণ হয়। তেজপুৰ কংগ্রেছ সেৱক বাহিনীৰ অধিনায়ক আছিল। ১৯৩২ চনত পোন্ধৰ মাহ কাৰাবাস খাটে। আন্দোলন শাম কটাত কিছুদিন ভোলাগুৰি চাহ বাগিচা চলায়। বিয়াল্লিশৰ আন্দোলনত কংগ্রেছ শান্তি বাহিনীৰ অধিনায়ক নিৰ্বাচিত হয়। আন্দোলন চলোৱাৰ সুবিধার্থে কলিকতাত কেইবা মাহো আত্মগোপন কৰি থকাত ৰজাঘৰৰ দ্বাৰা ফেৰাৰ বুলি ঘোষিত হয়। ১৯৪৩ চনত আত্মসমর্পণ কৰে, কিন্তু প্রমাণৰ অভাৱত খালাচ পায়।

আধুনিক অসমৰ সাংস্কৃতিক জীৱনৰ অবিসম্বাদী নেতা। অজস্র গীত-মাত-নাট লিখিছিল আৰু ওজস্বিনী বক্তৃতা দিছিল। প্রধান ৰচনাসমূহ হ'ল :— নাটক— *শোণিত কুঁৱৰী* (ৰচনা—১৯১৭) *কাৰেঙৰ লিগিৰী* (ৰ. ১৯২৬), *ৰূপালীম, নিমাতী কইনা* (ৰ. ১৯৩৬), *লভিতা* (ৰ.

১৯৪৭); কবিতা সংকলন— *লুইতৰ পাৰৰ অগ্নিসুৰ* (১৯৭২); প্ৰবন্ধ সংকলন— *জ্যোতিধাৰা* (১৯৬১); শিশু সাহিত্য —*গীতি ৰামায়ণ;* জীৱনী—*চন্দ্ৰকুমাৰ আগৰৱালা;* ইত্যাদি। ইয়াৰ উপৰিও অনেক শুৱলা গীত ৰচিছিল আৰু সিবিলাকত বিনন্দীয়া সুৰ দিছিল। চন্দ্ৰকুমাৰ প্ৰৱৰ্তিত,বন্ধ হৈ থকা 'অসমীয়া' কাকতখন পুনৰ প্ৰকাশ কৰিছিল আৰু সাতমাহ ইয়াৰ সম্পাদক হৈ আছিল। পিছত স্বাস্থ্যজনিত কাৰণত সম্পাদনা ত্যাগ কৰে আৰু ডিব্ৰুগড়ৰ তামোলবাৰী বাগিচাত থাকিবলৈ লয়। অসমীয়া চিনেমাৰ পথ প্ৰদৰ্শক। ভোলাগুৰি বাগিছাত অস্থায়ী 'চিত্ৰবন' ষ্টুডিও সাজি প্ৰথম অসমীয়া ছবি 'জয়মতী' নিৰ্মাণ কৰে ১৯৩৫ চনত। তেওঁৰ পৰৱৰ্তী চিনেমা হ'ল 'ইন্দ্ৰমালতী' (১৯৩৪)। ১৯৩৬-৩৭ চনত বিষ্ণুপ্ৰসাদ ৰাভাৰ* লগ লাগি 'জয়মতী' আৰু 'শোণিত কুৱঁৰী' নাটৰ ৰেকৰ্ড কৰে। একে সময়তে তেজপুৰত 'জোনাকী' চিনেমা হল সাজে। ১৯৪০ চনত 'তেজপুৰ সংগীত বিদ্যালয়' প্ৰতিষ্ঠা কৰে। অসমত বিশ্ববিদ্যালয় স্থাপনৰ বাবে সৰৱ প্ৰচাৰ চলাইছিল; ইয়াৰ স্থাপত্যৰ আৰ্হিও সাজি উলিয়াইছিল। অসমীয়া ৰাইজে 'ৰূপকোঁৱৰ' উপাধি দিছিল। জীৱনৰ শেষৰ ফালে প্ৰগতিবাদী চিন্তা-চৰ্চাৰ প্ৰতি আকৰ্ষিত হৈছিল। গণনাট্য সংঘৰ অসম শাখাৰ প্ৰথম সভাপতি আছিল। কৰ্কট ৰোগত শ্বিলঙত মৃত্যু হয়। (১৪৮, ১৯৬, ২০৭, ২৩৭, ২৬৮)

**জ্যোতিষচন্দ্ৰ দাস** (১৮৮৬— ?): পিতৃ গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ প্ৰতিষ্ঠাতা সোণাৰাম ৰাজমেধি। কলিকতাৰ পৰা এণ্ট্ৰেন্স, বি.এছ-ছি. আৰু ডাক্তৰী এম.বি. পৰীক্ষা পাছ কৰি ১৯২০ চনত বিলাতলৈ যায়। তাৰ ডাবলিন বিশ্ববিদ্যালয়ৰ পৰা এম. এম. উপাধি লৈ ১৯২৩ চনত উভতি আহি গুৱাহাটীত চিকিৎসা ব্যৱসায় আৰম্ভ কৰে। খ্যাতনামা চিকিৎসক হোৱাৰ উপৰিও সামাজিক কাম-কাজতো আগভাগ লৈছিল। অসমত স্ত্ৰী-শিক্ষাৰ বিস্তাৰত পত্নী ৰাজবালা দাসৰ* প্ৰধান সাৰথি আছিল। ১৯৪৯ চনত পুনৰ সপৰিয়ালে এবাৰ য়ুৰোপলৈ গৈছিল। হৰমোহন দাসৰ* সম্পৰ্কীয় ককায়েক। (১৯৪, ১১০)

**জ্যোৎস্না চন্দ** (২৮।৩।১৯০৪— ?): জন্ম শিলচৰত। পিতৃ মহেশচন্দ্ৰ দত্ত। শিলচৰ মিছন গাৰ্লচ হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ ডায়োচেচান কলেজৰ পৰা বি. এ. উপাধি গ্ৰহণ কৰে। অসমৰ প্ৰথম মহিলা জেইল পৰিদৰ্শকৰূপে ১৯৩১ চনৰ পৰা কিছুকাল কাৰ্যভাৰ বহন কৰিছিল। ১৯৫৭ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৬: চনৰ নিৰ্বাচনত জয়ী হৈ লোকসভাৰ সদস্য পদ লাভ কৰে। লোকসভাৰ পৰৱৰ্তী নিৰ্বাচনতো জয়লাভ কৰিছিল। কাছাৰ জিলাৰ বিভিন্ন উন্নয়নমূলক কামৰ স'তে জড়িত আছিল। (৩২৪, ৩২৫)

**জ্বলতিৰাম লহকৰ** (৩।১৮৮৯ - ১১।৪।১৯৩৯): জন্ম বৰঙিয়াত। পিতৃ মঙ্গলাৰাম, মাতৃ বৈহাগী। ১৯১০ চনত কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। বি. এ. পৰীক্ষাত উত্তীৰ্ণ নোহোৱাত ঢাকাত এল. টি. পঢ়েগৈ আৰু সেই উপাধি লাভ কৰি ১৯১৬ চনত কলেজিয়েট স্কুলৰ শিক্ষক হয়। মৃত্যুকাললৈকে ইয়াত আছিল। সাহিত্য চৰ্চা কৰিছিল। আসাম বান্ধৱ, চেতনা আদি আলোচনীত তেওঁৰ কবিতা আৰু গল্প প্ৰকাশিত হৈছিল। কামৰূপ সাহিত্য সমাজৰ সম্পাদক আছিল। ১৯২০ চনত অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক নিৰ্বাচিত হৈছিল। বঙিয়া অঞ্চলৰ উন্নয়নমূলক কামৰ লগত জড়িত আছিল। (৮, ১৪)

## ঠ

**ঠগীৰাম সুত** (১৯২৪ - ১৮।৯।১৯৪২): জন্ম নগাঁৱৰ

ওচৰৰ শিঙীয়া পেটেনি গাঁৱত। বিয়াল্লিছৰ আন্দোলনত পুলিচৰ গুলিত ছহীদ হয়। (৪৩ক)



ঠগীৰাম সূত
**ঠাকুৰ আতা :** নাৰায়ণ দাস চাওক।

# ড

**ডাক** (? ১০ম শতিকা) লোক বিশ্বাস মতে জন্ম বৰপেটাৰ ওচৰৰ লেহি ডঙৰা গাৱঁত। কুমাৰৰ সন্তান আছিল। পানীত পৰি মৃত্যু হয়। ডাকৰ বচনৰ ৰচয়িতা। (২০০,২২০,২৬৬)

**ডিম্বেশ্বৰ নেওগ** (৭।৮।১৮৯৯— ১১।১১।১৯৬৬) : জন্ম শিৱসাগৰৰ কমাৰফদীয়া গাঁৱত। পিতৃ ৰতিকান্ত নেওগৰ ঘৰৰ মাণিকচন্দ্ৰ। মাতৃ চন্দ্ৰপ্ৰভা। গাঁৱতে প্ৰাথমিক শিক্ষা সাং কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৯১৯ চনত তাৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজৰ বিজ্ঞান বিভাগত ভৰ্তি হয়। ছাত্ৰ সম্মিলনত লাগি প্ৰথমবাৰৰ বি.এছ.ছি পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। ১৯২৪ চনত দ্বিতীয়বাৰ পৰীক্ষা দি পাছ কৰে আৰু গুৱাহাটীতে ইংৰাজীত এম. এ পঢ়িবলৈ লয়। ১৯২৬ চনত বি.এ উপাধি ললে যদিও এম.এ নিদি স্কুলৰ চাকৰিত সোমাল। ১৯৩০ চনত বেণুধৰ ৰাজখোৱাৰ* জীয়েক আজলীতৰাক* বিয়া কৰে। ১৯৩৫ চনত বি. টি পাছ কৰে। ধুবুৰী, ডিব্ৰুগড়, গুৱাহাটী, উত্তৰ লক্ষীমপুৰ আদি ঠাইত চাকৰী কৰি ১৯২৬ চনত যোৰহাট নৰ্মাল স্কুলত সোমায়। তাৰ অধীক্ষক ৰূপে ১৯৫৭ চনত অৱসৰ লয়। কলেজত নাম লগায়েই গুৱাহাটী এ.এচ.এল ক্লাবৰ সম্পাদক হৈছিল (১৯২০-২১)। অসম ছাত্ৰ সম্মিলনৰ সম্পাদক হয় ১৯২৪ চনত। ১৯২২-২৬ কালছোৱাত ইয়াৰ মুখপাত্ৰ 'জন্মভূমি' আৰু পিছত 'মিলন'ৰ সম্পাদক হৈছিল। ১৯৪৪ চনৰ পৰা ১৯৪৭ চনলৈকে অসম সাহিত্য সভাৰ সম্পাদক আছিল। অসম সাহিত্য সভাৰ ৫ম, ৭ম, ৮ম আৰু ১০ম সংখ্যাৰ সম্পাদকৰ দায়িত্বও বহন কৰিছিল।

একেধাৰে কবি, অসমীয়া সাহিত্যৰ বুৰঞ্জীবিদ আৰু কঠোৰ সাহিত্য সমালোচক। কবিতা পুথিবোৰ হ'ল—*মালিকা* (১৯২২), *সঁফুৰা* (১৯২৩), *থুপিতৰা* (১৯২৫), *মালতী* (১৯২৭), *ইন্দ্ৰধনু* (১৯৩০), *দীপাৱলী* (১৯৩১), *মুকুতা* (১৯৩২), *শ্বহীদ কাৰবালা* (১৯৪০), *মেঘদূত* (১৯৪২), *অসমা* (১৯৪৭), *বিচিত্ৰা* (১৯৪৮), *থাপনা* (১৯৪৮), *নেওগ কাব্যমালা* (১৯৬৬)। লোকগীতৰ সংগ্ৰহ আৰু সম্পাদনা— *আকুল পথিক* (১৯২২), *ভোগজৰা* (১৯২৮), *কাব্যপ্ৰতিভা* (১৯৩৫)। সাহিত্যৰ বুৰঞ্জী— *আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী* (১৯৩৭), *অসমীয়া সাহিত্যৰ বুৰঞ্জীত এভুমুকি* (১৯৪০), *অসমীয়া সাহিত্যৰ সংক্ষিপ্ত বুৰঞ্জী* (১৯৫০), *New Light or the History of Asamiya Literature* (১৯৬২), *নতুনৰ পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী* (১৯৬৬)। বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় পুথি— *বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি* (১৯৩৭), Jagatguru Sankardew (১৯৬২), *যুগনায়ক শংকৰদেৱ* (১৯৬৬)।

জীৱন স্মৃতি— *অতীত মাধুৰী*।

১৯৬৩ চনত বহা অসম সাহিত্য সভাৰ নাজিৰা



ডিম্বেশ্বৰ নেওগ

অধিবেশনৰ কবি সন্মিলনৰ সভাপতি আছিল। ১৯৬৬ চনত বহা নলবাৰী অধিবেশনৰ পৌৰোহিত্য কৰিছিল। (৮৭, ১০৬, ১২৭, ১৯৪, ২০৭, ২২২)

**ডেবেৰা বৰবৰুৱা** (১৭ শতিকা) : লুখুৰাখুন ফৈদৰ মানুহ। পিতৃ খৰাগোম মাজুলীৰ দক্ষিণপাটৰ মানুহ আছিল। উদয়াদিত্য সিংহৰ* দিনত ক্ষমতাশালী হৈ উঠে আৰু উদয়াদিত্যক আঁতৰাই ৰামধ্বজক* সিংহাসনত বহুৱায়। তদুপৰি ঘোৰাকোঁৱৰক* ষড়যন্ত্ৰ কৰি বৰবৰুৱা পদৰ পৰা গুচাই নিজে বৰবৰুৱা হয়। লাঙিচাং বৰগোঁহাইকো ষড়যন্ত্ৰেৰে হত্যা কৰাই ভাগিনীয়েক চেংমুঙক বৰগোঁহাই পাতে। অজস্ৰ বিষয়াক হত্যা কৰাইছিল, অৱশেষত ১৬৭৪ চনত স্বৰ্গদেৱকো বিহ খুৱাই মৰায় আৰু ৰাজকুঁৱৰীক জীয়াই জীয়াই কবৰ দিয়ায়। পত্নী হবলৈ অমান্তি হোৱা হেতুকে জয়ধ্বজ সিংহৰ* বিধবা কুঁৱৰীবো একে অৱস্থাই কৰিছিল। ৰামধ্বজৰ মাত্ৰ এজনী জীয়েকৰ বাহিৰে ৰামধ্বজ আৰু উদয়াদিত্যৰ পৰিয়ালৰ সকলোটিকে হত্যা কৰাইছিল। ১৬৭৫ চনত তুংখুঙ্গ ফৈদৰ এজন নাম নজনা কোঁৱৰক সিংহাসনত বহুৱাই নিজৰ জীয়েক অহল্যাক ৰজাৰ বৰকুঁৱৰী পাতে। মাত্ৰ ১২ দিনৰ পিছতে এইজনা ৰজাকো হত্যা কৰে আৰু চামগুৰিৰ চুহুং* কোঁৱৰক সিংহাসনত বহুৱায়। ডেবৰ মাহৰ পিছত এওঁকো মাৰি তুংখুঙ্গীয়া ফৈদৰ গোবৰ গোহাঁইক* সিংহাসনত থাপে। এনেবোৰ কুকাৰ্যৰ কথা শুনি আতন বুঢ়াগোহাঁই* আৰু লালুকসোলা বৰফুকন* প্ৰমুখ্যে বিষয়াসকলে গুৱাহাটীৰ পৰা গৈ ডেবেৰাক বন্দী কৰে। ইয়াৰ কুৰি দিনৰ পিছত মূৰৰ পৰা ভৰিলৈকে কুবিয়াই তেওঁক হত্যা কৰা হয়। (২৯০)

**ডেভিদ এডোৱাৰ্ড ৰবাৰ্টচ্** (১৪।১।১৮৮৮—?): ইংলেণ্ডৰ বেলচ্ অঞ্চলৰ মালট্ৰেকত জন্ম। বেল্‌চৰ জাতীয় বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থবিজ্ঞান বিষয়ত স্নাতকোত্তৰ উপাধি লৈ আই.চি.এচ. কেডাৰৰ বিষয়া হিচাপে ভাৰতলৈ আহে আৰু ১৯১৪ চনত কটন কলেজত শিক্ষকৰূপে যোগদান কৰে। কিছুকাল মুৰাৰিচাঁদ কলেজৰ অস্থায়ী অধ্যক্ষৰূপে থাকি ১৯৩৩ চনত কটন কলেজৰ অধ্যক্ষ হয়। অসমৰ শিক্ষাধিকাৰৰূপেও কিছুকাল আছিল। অসমৰ শেষ য়ুৰোপীয় শিক্ষা বিষয়া। ১৯৩৫ চনত অৱসৰ লৈ বিলাতলৈ যায়গৈ। তাত দ্বিতীয় মহাযুদ্ধৰ কালছোৱাত বিমান বিদ্যালয় এটাত কিছুকাল শিক্ষকতা কৰিছিল। (১২৬, ২৮৯)

**ডেভিদ টমছন** (২৯।৩।১৮৭৯—?): বিলাতত বি.এছ.চি, এম.এ আৰু পি.এইচ.ডি উপাধি লৈ আই.এ.এচ স্তৰৰ শিক্ষকৰূপে কটন কলেজৰ ৰসায়ন বিজ্ঞান বিভাগত যোগদান কৰে ১৯১১ চনত। ১৯২৬ চনত কটন কলেজৰ অধ্যক্ষ হয়। মাজতে অসম উপত্যকাৰ স্কুল পৰিদৰ্শক আৰু মুৰাৰিচাঁদ কলেজৰ অধ্যক্ষও আছিল। শেষত অসমৰ শিক্ষাধিকাৰ হৈছিলগৈ। বাইশ বছৰ কাল অসমৰ শিক্ষাজগতৰ লগত জড়িত হৈ থাকি ১৯৩৩ চনত নিজ দেশলৈ উভতি যায়। (১২৬)

# ত

**তছদ্দুক ইউছুফ** (১৯৩১—১০।৮।১৯৮২): নগাঁৱৰ মানুহ। পিতৃ জিয়াউদ্দিন। কটন কলেজত দুবছৰমান পঢ়ি পঢ়া এৰে। তিনি বছৰৰো উপৰকাল গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ বহু নাটকত অভিনয় কৰিছিল। ৰংগমঞ্চৰ লগতো জড়িত আছিল। নগাঁৱত মঞ্চস্থ হোৱা বহুতো নাটকৰে নাম



তছদ্দুক ইউছুফ

ভূমিকাত নামিছিল; নিজেও কেইবাখনো নাট প্ৰযোজনা কৰিছিল। চলচ্চিত্ৰ অভিনেতা ৰূপেও খ্যাতি আৰ্জিছিল। অভিনীত চিনেমাসমূহ হ'ল— *এৰাবাটৰ সুৰ, ধুমুহা, পুৱেকণ, কাঁচঘৰ, পুৱতি নিশাৰ সপোন, নিয়তি, কাজিৰঙাৰ কাহিনী, পাপ আৰু প্ৰায়শ্চিত্ত, অৰণ্য,* ইত্যাদি। কলং নদীত পৰি আত্মহত্যা কৰে। (৩৪)

**তৰুণ চন্দ্ৰ পামেগাম** ( ১৯২৪—১৯৮৩) : জন্ম মাজুলীৰ কমলাবাৰী মৌজাৰ ২নং বৰগঞা গাঁৱত। পিতৃ বোধবৰ, মাতৃ গুণশ্ৰী। মাজুলীৰ হেমচন্দ্ৰ মধ্য ইংৰাজী স্কুলৰ পৰা ১৯৩৮ চনত এম.ই. পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট চৰকাৰী হাইস্কুলত ভৰ্তি হয় আৰু তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। পিছত নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে বি. এ. উপাধি লয়। বি. টি.ও পঢ়িছিল। গড়মূৰ এম. ই. স্কুল (বৰ্তমান হাইস্কুল), আৰু খাৰজান এম. ই. স্কুলৰ (বৰ্তমান হাইস্কুলৰ) প্ৰতিষ্ঠাতা শিক্ষক। নাট আৰু অভিনয়ত সৰুৰে পৰা ধাউতি আছিল। ১৯৫২-৫৩ চনত ৰচনা কৰা *'পপীয়া তৰা'* নাট চাই পীতাম্বৰ দেৱগোস্বামীয়ে* পুৰস্কৃত কৰিছিল। *'ৰাসলীলা'* নাট লিখি ১৯৭৩ ৰ পৰা '৭৭ লৈ একেৰাহে অভিনয় আৰু পৰিচালনা কৰিছিল। 'ন জোন নাট্য গোষ্ঠী' নামে এটা নাট্য গোষ্ঠীও সংগঠন কৰিছিল। *'নুৰজাহান', 'চান্দ সদাগৰ'; একাংকিকা নাট 'সমান্তৰাল', 'ফৰ্মুলা',* ৰেডিও নাট *'খদমদম'* আদি তেওঁৰ উল্লেখযোগ্য নাটক। মিচিং সংস্কৃতিৰ নিষ্ঠাবান প্ৰচাৰক আছিল। মিচিং সাংস্কৃতিক দলৰ প্ৰচাৰক হিচাপে অসমৰ বিভিন্ন ঠাইলৈ গৈ মিচিং গীত-মাত পৰিবেশন কৰিছিল। নিজেও অনেক মিচিং গীত ৰচিছিল আৰু গাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে মিচিং জন-সাহিত্যৰ বৃত্তিধাৰী গৱেষকৰ পদত নিযুক্ত কৰিছিল।

কবি আৰু সাহিত্যিকো আছিল। স্কুলীয়া কালতে গল্প-কবিতা আদি 'আহ্বান', 'জয়ন্তী' আদিত প্ৰকাশ পাইছিল। *'চকামকা', 'নাৰী', 'কবিতা' লেছেৰী'* আদি তেওঁৰ প্ৰকাশিত পুথি। *'গল্প লেছেৰী'* তেওঁৰ গল্প সংকলন। ১৯৬৬ আৰু ১৯৭৫ চনত বহা মিচিং বানে কেবাঙৰ সাংস্কৃতিক সভাপতি আছিল। ১৯৭৬ চনত অসম চৰকাৰৰ পৰা সাহিত্যিক পেন্সন পায়; একে বছৰতে কৃতী শিক্ষক ৰূপেও পুৰস্কৃত হৈছিল। (৩৭,৩৫৯)

**তৰুণৰাম ফুকন** (২২।১।১৮৭৭ - ২৮।৭।১৯৩৯) : জন্ম গুৱাহাটীত। পিতৃ বলৰাম খাৰঘৰীয়া ফুকন*, মাতৃ ভগীৰথী। ১৮৯৬ চনত গুৱাহাটী চেমিনৰীৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম লগায় আৰু ১৮৯৮ চনত এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ

তাতে বি. এ. পঢ়ে। কিন্তু পৰীক্ষা নিদি ১৯০১ চনত নিজ খৰচত বিলাতলৈ যায়। তাত বেৰিষ্টাৰী পাছ কৰি ১৯০৫ চনত ঘৰলৈ ওভতে। অসমৰ তৃতীয় বেৰিষ্টাৰ। ১৯০৫ চনৰ পৰা ১৯১১ চনলৈ কলিকতাত ওকালতি কৰি তাৰ পিছৰ



অকণৰাম ফুকন

পৰা গুৱাহাটীত শেষ জীৱনলৈকে এৰা ধৰাকৈ এই ব্যৱসায়ত আছিল। ১৯১৪ ২১ কালছোৱাত গুৱাহাটীৰ আৰ্ল ল কলেজত অধ্যাপনাও কৰিছিল।

অসমত স্বাধীনতা আন্দোলনৰ অন্যতম গুৰি ধৰোঁতা। ১৮৯৬ চনতে কংগ্ৰেছত যোগ দিছিল যদিও ১৯২০ চন মানৰ পৰা ৰাজনীতিত ভালকৈ লাগে। ১৯২১ চনত আন্দোলনত লাগি প্ৰায় বছৰেক জেল খায়। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহি তেওঁৰ ঘৰতে থাকি বিলাতী কাপোৰ দাহ কৰিছিল। ১৯২৪ চনত গুৱাহাটী লোকেল ব'ৰ্ডৰ প্ৰথম বেচৰকাৰী চেয়াৰমেন নিৰ্বাচিত হয়। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। নবীন চন্দ্ৰ বৰদলৈৰ* সৈতে এই অধিবেশনত মনে-প্ৰাণে খাটি ঘৰ-মাটি নীলামত দিবলগীয়া হৈছিল। ১৯২৩ চনৰ পৰা ১৯৩৪ চনলৈকে এঘাৰ বছৰকাল কংগ্ৰেছী সভ্য হিচাপে কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সভ্য আছিল। কংগ্ৰেছে সভা বৰ্জন কৰিবলৈ নিৰ্দেশ দিয়াত এই পদ ইস্তফা দিয়ে। কিন্তু স্বৰাজ্য দলৰ প্ৰাৰ্থী ৰূপে পুনৰায় থিয় হৈ কংগ্ৰেছ প্ৰাৰ্থী নবীন চন্দ্ৰ বৰদলৈৰ হাতত নিৰ্বাচনত পৰাস্ত হয়। তেতিয়াৰে পৰা ৰাজনৈতিক কৰ্তৃত্ব প্ৰায় হেৰুৱায়—যদিও পিছত পুনৰ কংগ্ৰেছত যোগ দিছিল।

সাহিত্য চৰ্চাও কৰিছিল। ১৯২৭ চনত গোৱালপাৰাত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল। ১৯২৮ চনত তেজপুৰত বহা অসম ছাত্ৰ সন্মিলনৰ ১৩শ অধিবেশনৰো সভাপতিত্ব কৰিছিল। কবিতাৰ পুথি *'স্মৃতিমালা'* (১৯২৬); তদুপৰি *'সৈনতত্ত্ব'* (১৯৩৩) আৰু *'মোৰ চিকাৰ কাহিনী'* (১৯৭১) তেওঁৰ প্ৰকাশিত গ্ৰন্থ।

চৌখিন আৰু আধুনিক মনৰ মানুহ আছিল। গুৱাহাটীত প্ৰথম চাইকেল চলাইছিল আৰু পত্নীৰ লগত মুকলিভাৱে ফুৰা চকা কৰিছিল। ভাল চিকাৰী আৰু খেলুৱৈও আছিল। ইংৰাজীৰ উপৰিও বঙলা, উৰিয়া, হিন্দী, সংস্কৃত, ফাৰ্চী, উৰ্দু আদি ভাষা জানিছিল আৰু বক্তৃতা দিয়াত পাকৈত আছিল। কলিকতাত থকা কালত ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁক জোঁৱাই কৰিব খুজিছিল, কিন্তু তাক প্ৰত্যাখ্যান কৰি পৰশুৰাম খাউণ্ডৰ জীয়েক বিদ্যুৎপ্ৰভাক বিয়া কৰায়। সৰ্বসাধাৰণৰ মাজত 'দেশভক্ত' নামেৰে জনাজাত আছিল। (২, ৭০, ৮৪, ১২৯, ১৪৮, ২৬৪)

**তাও খামথি** (?—১৩৮৯): পিতৃ চুখাংফা*। ককায়েক চুতুফাৰ* মৃত্যুৰ চাৰি বছৰৰ পিছত ১৩৮০ চনত আহোম ৰাজপাটত উঠে। চুতীয়াসকলক দমন কৰিছিল। তেওঁৰ ওপৰত বৰকুঁৱৰীৰ যথেষ্ট প্ৰভাৱ আছিল আৰু এই সুবিধা লৈ বৰকুঁৱৰীয়ে অনেক দুষ্কাৰ্য কৰিছিল। সেই আপাহতে ডাঙৰীয়াসকলে তেওঁক হত্যা কৰে। (১৪, ৬৭)

**তাৰানাথ চক্ৰৱৰ্তী** (১৮৮০-১৯৫৩): জন্ম নলবাৰীৰ

ওচৰৰ বনগাঁৱত। পিতৃ গোপীনাথ, মাতৃ চন্দ্ৰপ্ৰিয়া। গৌৰীপুৰ আৰু নলবাৰীৰ সংস্কৃত টোলত শিক্ষালাভ কৰি আয়ুৰ্বেদ শিকিবৰ বাবে কলিকতালৈ যায়। নৱদ্বীপ সংস্কৃত সমাজে 'কাব্যবিনোদ' উপাধি দিছিল। প্ৰথমে গাঁৱতে সংস্কৃত টোল খুলি তাত অধ্যাপনা কৰে। পিছত চৰকাৰী স্কুলৰ শিক্ষক হৈ মঙ্গলদৈ, নগাঁও আদিত থাকে। শেষত গৈ ডিব্ৰুগড়ত আয়ুৰ্বেদিক ঔষধালয় খোলে। ১৯১০ চনত ডিব্ৰুগড়ৰ পৰা তেওঁৰ সম্পাদনাত প্ৰকাশিত হয় 'আসাম বান্ধৱ' আলোচনী। আলোচনীখনত কামৰূপীয়া শব্দৰ প্ৰচলনৰ উপৰত জোৰ দিয়া হৈছিল আৰু এই সন্দৰ্ভত 'বাঁহী'ৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাৰ* লগত বাদানুবাদ হৈছিল। প্ৰকাশিত পুথি দুখন— *'বেউলা'* আৰু *'ৰাজবল্লভ'*। (১৪)

**তাৰিণীকান্ত ভট্টাচাৰ্য** (১২।১।১৯১৮-৬।৮।১৯৭৯): জন্ম নলবাৰীৰ ভানুকুছি গাঁৱত। পিতৃ লক্ষ্মীধৰ। ১৯৩৪ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা চাৰিটা লেটাৰ আৰু তিনিটা পদকসহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ইয়াৰ পৰা ১৯৩৬ চনত প্ৰথম বিভাগত আই.এছ-ছি আৰু ১৯৪০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত এম. এ. উপাধি লয়। ছিলংৰ চেণ্ট এডমাণ্ডচ কলেজ আৰু নলবাৰী গৰ্ডন হাইস্কুলত কিছুকাল শিক্ষকতা কৰাৰ পিছত ১৯৪১ চনত ইয়াৰ অধ্যক্ষ হযগৈ। ১৯৭৬ চনৰ পৰা শিক্ষা বিভাগৰ যুটীয়া সঞ্চালকৰ পদত থাকি ১৯৭২ চনত মাধ্যমিক শিক্ষা বোৰ্ডৰ সচিব নিযুক্ত হয়। ইয়াৰ এবছৰৰ পিছত অৱসৰ লয়। *'সাহিত্যৰ গতিপথ'* (১৯৬২), *'শ্বেক্সপীয়েৰ'* (১৯৭৫), *'ইবচেনৰ নাট্য প্ৰতিভা'* (১৯৭৮) প্ৰমুখ্যে দুখনমান মৌলিক গ্ৰন্থৰ ৰচক। তদুপৰি ভালেমান গল্প-প্ৰবন্ধ-পুথি আদি অসমীয়াৰ পৰা বঙলা আৰু ইংৰাজীলৈ আৰু ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছিল। (৪০০)

**তাৰিণী দেৱী** (১৮২৯ - ১৮৯১): হলিৰাম ঢেকিয়াল ফুকন* আৰু তেওঁৰ দ্বিতীয়া পত্নী কল্যাণী দেৱীৰ কন্যা। জখলাবন্ধা সত্ৰৰ সত্ৰাধিকাৰ ৰঘুদেৱ গোস্বামীৰ* লগত বিয়া হয়। ধৰ্মপ্ৰাণা মহিলা আছিল। গীত ৰচিছিল। চন্দ্ৰহাস গোস্বামীৰ* মাতৃ। (২৬১)

**তাৰিণীপ্ৰিয়া দেৱী** (১৯ শতিকা): গৌৰীপুৰৰ জমিদাৰ প্ৰতাপচন্দ্ৰ বৰুৱাৰ* মাতৃ। ধৰ্মশীলা আৰু বিদ্যোৎসাহিনী মহিলা আছিল। সংস্কৃত শিক্ষা প্ৰচাৰৰ নিমিত্তে গৌৰীপুৰত এটা চতুষ্পাঠী স্থাপন কৰিছিল আৰু ছাত্ৰসকলক বিনামূলীয়াকৈ ভৰণ-পোষণ দিছিল। (২৯৯)

**তিথিৰাম বায়ন** (? ১৮২৬—?): জন্ম বৰপেটাত। ১৮৬০ চন মানত বঙালী যাত্ৰাৰ দল এটা গঠন কৰোঁতা। অসমত, বিশেষকৈ নামনি অঞ্চলত, এই দল বেছ জনপ্ৰিয় আছিল। অসমত নাট্য আন্দোলনৰ গুৰি ধৰোঁতাসকলৰ অন্যতম। (২২)

**তিপমীয়া গোহাঁই** (?—১৭৭৭): পিতৃ প্ৰমত্ত সিংহ*। লক্ষ্মীসিংহ* স্বৰ্গদেৱে তিপামৰ গৰাকী পাতিছিল। পিচে ৰাজদ্ৰোহত অভিযুক্ত হোৱাত শাস্তি স্বৰূপে স্বৰ্গদেৱে কাণ কাটি বচা নামে ঠাইত থাপে। তাতো দ্ৰোহ আচৰাত নামৰূপলৈ খেদোৱা হয়। তাতে মৃত্যু হয়। (২৮২, ২৯১)



তিলক ডেকা

**তিলক ডেকা** (১৯২৪—১৯৪২): জন্ম নগাঁৱৰ

চৰাইবাহীত। কংগ্ৰেছৰ শান্তি বাহিনীৰ সভ্য আছিল। বিয়াল্লিশৰ আন্দোলনৰ সময়ত এদিন নিশা গাৰ্ডত মিলিটেৰী সোমোৱাত শিঙা বজাই ৰাইজক সজাগ কৰি দিয়া অপৰাধত মিলিটেৰীৰ গুলিত শ্বহীদ হয়। (১১১)

**তীৰ্থনাথ গোস্বামী** (১৮৭৬ - ১৯৬৬) : জন্ম যোৰহাটৰ ওচৰৰ ধলৰ সত্ৰত। পিতৃ বৃন্দাবন ইযাৰ সত্ৰাধিকাৰ আছিল। শিৱপ্ৰসাদ বৰুৱাৰ* সতে যোৰহাটত থাকি তাৰ ইংৰাজী স্কুলত চেকেণ্ড ক্লাছলৈকে পঢ়িছিল। পিতৃৰ মৃত্যুৰ পিছত সত্ৰাধিকাৰ হয়। ১৮৯৯ চনত সত্ৰতে 'জেনেৰেল এজেন্সী' নামৰ এটা ব্যৱসায় কেন্দ্ৰ খুলি তাত তেল আদি তৈয়াৰ কৰিছিল। ১৯২৫ চনত এই প্ৰতিষ্ঠানৰ লগতে 'যদুমণি প্ৰেছ' খুলি তাৰপৰা ভালেমান ধৰ্মপুথি ছপাই উলিয়াইছিল। ১৯২৬ চনত 'ধৰ্মপ্ৰদীপ' নামে এখন মাহেকীয়া আলোচনীও প্ৰকাশ কৰে। ই তিনি বছৰ ধৰি নিয়মীয়াকৈ চলিছিল। কীৰ্তন, দশম, নামঘোষা আৰু ৰত্নাৱলী পুথি সম্পাদনা কৰাৰ উপৰিও নিজেও ভালেমান ধৰ্মপুথি ৰচনা কৰিছিল। ১৯৩৪ চনত *'ৰিপুঞ্জয় স্মৃতি'* নামৰ এখন সংস্কৃত গ্ৰন্থৰ অসমীয়া অনুবাদ প্ৰকাশ কৰি আহোম সম্প্ৰদায়ৰ বিৰাগভাজন হ'বলগীয়া হৈছিল। (৪০০)

**তীৰ্থনাথ ভট্টাচাৰ্য** (?—২৫।২।১৯৭০) : নগাঁৱৰ লোক। দৰদী কাৰাৰক্ষক আছিল। ১৯৫৮ চনত অৱসৰ লৈ গুৱাহাটীতে স্থায়ীভাৱে বাস কৰে। অভিনয় দক্ষতাৰ বাবে নগাঁও মঞ্চৰ দ্বাৰা সম্বৰ্ধিত হৈছিল। গুৱাহাটীৰ 'ভাস্কৰ বিদ্যাপীঠ' স্থাপনত আগভাগ লৈছিল। (২৫৭)

**তীৰ্থনাথ শৰ্মা** (২৩।১১।১৯১১ - ২৩।১০।১৯৮৬) : জন্ম জাঁজীত। পিতৃ গোলাপ চন্দ্ৰই আবকাৰী বিভাগৰ চাকৰিৰ পৰা অৱসৰ লৈ যোৰহাটত বাস কৰিছিল। যোৰহাটতে স্কুলীয়া শিক্ষা আৰম্ভ কৰি ১৯২৯ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ তাতে কিছুকাল পঢ়াৰ পিছত ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দি কাৰাবাস খাটে। জেলৰ পৰা ওলাই পুনৰ শিক্ষা আৰম্ভ কৰি ১৯৩৪



তীৰ্থনাথ শৰ্মা

চনত সংস্কৃতত সন্মানসহ কটন কলেজৰ পৰা বি. এ. উপাধি লাভ কৰে। ১৯৩৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. উপাধি লৈ একে বিশ্ববিদ্যালয়তে অসমীয়া ভাষা সাহিত্যৰ অধ্যাপনা কৰে ১৯৫০ চন পৰ্যন্ত। ১৯৫০-৫৪ কালছোৱা কটন কলেজৰ গ্ৰন্থাগাৰিকৰূপে আছিল। ইতিমধ্যে গুৱাহাটীত প্ৰাগজ্যোতিষ কলেজ প্ৰতিষ্ঠা হোৱাত ইয়াত অধ্যক্ষ ৰূপে যোগদান কৰে। ১৯৭১ চনত এই কলেজৰ পৰাই অৱসৰ লয়। মাজতে ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত জনসংঘৰ প্ৰাৰ্থীৰূপে লোকসভাৰ নিৰ্বাচনত নামিছিল, যদিও জয়ী হব নোৱাৰিলে। বিশ্ব হিন্দু পৰিষদৰ ৰাজ্যিক শাখাৰ সভাপতি আছিল। একেধাৰে পণ্ডিত, শিক্ষাবিদ আৰু সাহিত্যিক আছিল। *'সাহিত্য বিদ্যা পৰিক্ৰমা'*, *'পঞ্চপুষ্প'*, *'ৰত্নসংগম'*, *'আউনীআটী সত্ৰৰ বুৰঞ্জী'*, *'বেণুধৰ শৰ্মা'* আদি উল্লেখযোগ্য গ্ৰন্থ। শেষোক্ত গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰিছিল। আগবয়সত কবিতা লিখিছিল আৰু *'কাব্যসেন্দুৰ'* নামে এখন কবিতা পুথি প্ৰকাশ কৰিছিল। গল্প আৰু শিশু সাহিত্যতো হাত আছিল।

*'মহাত্মাৰ বাণী'*, *'গান্ধী শিক্ষাসাৰ'* আদি গান্ধীবাদৰ বিষয়ে কিতাপ লিখিছিল। অসম সাহিত্য সভাৰ ১৯৭১ চনত বহা মাকুম অধিবেশনৰ সভাপতি আছিল। (২২২)

**তুলসীচন্দ্ৰ হাতীবৰুৱা** (২৭।৩।১৮৮৭ -২৪।৭।১৯৬৭): জন্ম তেজপুৰৰ ওচৰৰ গবৈমাৰী গাৱঁত। পিতৃ মহীধৰ, মাতৃ নুমলী। পদ্মনাথ গোহাঞিবৰুৱাৰ* তত্ত্বাৱধানত তেজপুৰ চৰকাৰী হাইস্কুলত পঢ়িছিল; কিন্তু ঘৰুৱা অসুবিধা হেতু এণ্ট্ৰেন্স পৰীক্ষা দিবলৈ এবছৰ থাকোতেই পঢ়া সামৰি চাহ বাগিছাৰ চাকৰিত সোমায়। বছৰদিয়েক চাকৰি কৰাৰ পিছত য়ুৰোপীয় মেনেজাৰৰ মইমতালি সহিব নোৱাৰি চাকৰি ইস্তফা দিয়ে আৰু চতিয়াত খেতি-বাতি কৰি থাকিবলৈ লয়। বাগানত চাকৰি কৰি থকা অৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দিয়ে। তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি আছিল (১৯৩৩-৪২)। চাৰিবাৰকৈ সৰ্বমুঠ দুবছৰ সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত হৈছিল। সাহিত্য চৰ্চাতো ৰাপ আছিল। প্ৰকাশিত পুথি *'কাব্যকলি'* (১৯১৬)। জীৱনৰ শেষৰ ফালে বৈষ্ণৱ ধৰ্মৰ প্ৰতি অনুৰাগী হৈ পৰিছিল আৰু জীৱন্মুক্ত ভকতৰ জীৱন যাপন কৰিছিল। (৩২৮ক)

**তুলসী নাৰায়ণ শৰ্মা** (১৮৯৯-১৯৫২): জন্ম যোৰহাটৰ চাৰিগাঁৱত। পিতৃ সোণাৰাম। ১৯১৮ চনত যোৰহাট চৰকাৰী বালক বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম ভৰ্তি কৰে। ১৯২৩ চনত তাৰ পৰা সংস্কৃতত সম্মান সহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত এম.এ. উপাধি লয়। আইনও পঢ়িছিল যদিও তাৰ শেষ পৰীক্ষা দিয়া নহ'লগৈ। ১৯৪৩ চনত প্ৰাইভেটকৈ অসমীয়াতো এম.এ. উপাধি লাভ কৰে। অসম চৰকাৰৰ অনুবাদক হিচাপে কৰ্মজীৱন আৰম্ভ কৰিছিল। এবছৰৰ বাবে টীয়ক মৌজাৰ মৌজাদাৰো আছিল।

উজনী অসমৰ প্ৰথম উচ্চ অনুষ্ঠান জগন্নাথ বৰুৱা কলেজৰ (তেতিয়াৰ যোৰহাট কলেজ) প্ৰতিষ্ঠাত আগভাগ লওঁতাসকলৰ অন্যতম। ১৯৪৫ চনত এই মহাবিদ্যালয়ৰ উপাধ্যক্ষ হয়। ইয়াৰ প্ৰথম অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈ* গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হোৱাত এই মহাবিদ্যালয়ত দ্বিতীয় অধ্যক্ষৰূপে আজীৱন থাকে। অসমত বিশ্ববিদ্যালয় আৰু উচ্চ শিক্ষা প্ৰসাৰৰ অৰ্থে আৰু ছোৱালী কলেজৰ স্থাপনৰ বাবে জনমত গঢ়ি তুলিছিল। অসম ছাত্ৰ সম্মিলন আদি অনুষ্ঠানৰ স'তে জড়িত আছিল। ফুটবল খেলুৱৈ ৰূপে ছাত্ৰ জীৱনত নাম কৰিছিল।

সমসাময়িক আলোচনীবিলাকত সমাজ, সংস্কৃতি আৰু শিক্ষা বিষয়ক ভালেমান প্ৰৱন্ধ-পাতি লিখাৰ উপৰিও চেমনীয়া সকলৰ বাবে 'আমাৰ দেশ' নামৰ এখন আলোচনী প্ৰকাশ কৰিছিল। *'সজ আচৰণ'*, *'বিয়াৰ উপহাৰ'* আদি দুখনমান সৰু সৰু পুথিৰ ৰচক। তদুপৰি দুখনমান সংস্কৃত পুথি অসমীয়ালৈ ভাঙনি কৰিছিল। ১৯৪৮ চনত মাদ্ৰাজত বহা দক্ষিণ-পূব এছীয় শিক্ষা সম্মিলনত আমন্ত্ৰিত অতিথিৰূপে যোগ দিছিল। (৪০০)

**তুলাৰাম সেনাপতি** (?—১২।১০।১৮৫০): কাছাৰৰ লোক। পিতৃ কহিডান কছাৰী ৰজা কৃষ্ণচন্দ্ৰ* আৰু গোৱিন্দচন্দ্ৰৰ* বিষয়া আছিল। পিছত ক্ষমতাশালী হৈ উঠাত গোৱিন্দচন্দ্ৰই তেওঁক হত্যা কৰে। পিতৃবৈৰীক এসেকা দিবৰ মনেৰে ১৮২৪ চনত মানে যেতিয়া কাছাৰ আক্ৰমণ কৰে, তেতিয়া তুলাৰামে মানৰ সহায় লৈ পিতৃয়ে যি অঞ্চলত শাসন কৰিছিল, তাত প্ৰভুত্ব চলাবলৈ ধৰে। তেওঁৰ সেনাপতি আছিল তেওঁৰে ভতিজাক গোবিন্দৰাম। ৰাজদ্ৰোহৰ অপৰাধত তুলাৰামে তেওঁক নিজ অঞ্চলৰ পৰা খেদি পঠিওৱাত গোবিন্দৰাম গোৱিন্দচন্দ্ৰৰ লগ লাগেগৈ। গোৱিন্দচন্দ্ৰই তেওঁক আশ্ৰয় দিলেও তুলাৰামৰ ভয়ত ইংৰাজৰ সহায় বিচাৰে। ইংৰাজ বিষয়া ডেভিদ স্কটৰ পৰামৰ্শ

মতে গোবিন্দচন্দ্ৰই নিজ ৰাজ্যৰ কিছু অংশ তুলাৰামক এৰি দিয়ে। তৎসত্বেও ১৮৩০ চনত তুলাৰামে গোবিন্দচন্দ্ৰক হত্যা কৰে। ১৮৩৪ চনৰ পৰা যোল্ল বছৰ ইংৰাজৰ কৰতলীয়া ৰজা ৰূপে আছিল। (২২৮)

**ত্ৰৈলোক্য নাথ গোস্বামী (১৯০৬ - ২।২।১৯৮৮) :** জন্ম চৈতন্যপন্থী নলবাৰী সত্ৰত। পিতৃ সিদ্ধেশ্বৰ সত্ৰৰ অধিকাৰ



ত্ৰৈলোক্যনাথ গোস্বামী

আছিল। মাতৃ পদ্মপ্ৰিয়া। ১৯২৬ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। ১৯৩০ চনত তাৰ পৰা দৰ্শনত সম্মান সহ বি.এ. উপাধি লৈ তেতিয়াৰ কটন কলেজত থকা ইংৰাজীৰ স্নাতকোত্তৰ শ্ৰেণীত নাম ভৰ্তি কৰে। ১৯৩২ চনত ইংৰাজীত এম.এ. পাছ কৰে। ইয়াৰ তিনি বছৰ পিছত আৰ্ল ল কলেজৰ পৰা বি.এল. উপাধিও লয়। অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছত কাৰ্যালয় সহকাৰী ৰূপে চাকৰী জীৱন আৰম্ভ কৰি প্ৰথমে সহকাৰী শিক্ষকৰূপে গৰ্ডন স্কুলত, পিছত প্ৰধান শিক্ষক ৰূপে উত্তৰ গুৱাহাটীৰ কমলদেৱ ইনষ্টিটিউছনত সোমায়। মাজতে কটন কলেজ আৰু মুৰাৰী চাঁদ কলেজত কিছুকাল অস্থায়ীভাৱে অধ্যাপনা কৰি প্ৰথমে যোৰহাট, পিছত ধুবুৰী চৰকাৰী হাইস্কুলত শিক্ষকতা কৰেগৈ। ১৯৪৫ চনত নলবাৰী কলেজ প্ৰতিষ্ঠা হোৱাত তাত অধ্যক্ষৰূপে যোগ দিয়ে। এই পদত তেইশ বছৰ থাকি ১৯৬৮ চনত অৱসৰ লয়।

খ্যাতনামা সাহিত্যিক তথা সাহিত্য সমালোচক। প্ৰথমে কবিতা আৰু পিছলৈ গল্পেৰে সাহিত্যজীৱন আৰম্ভ কৰে। কবিতা পুথি— *মানসী*। গল্পৰ পুথি— *অকণ* (১৯৪৮), *মৰীচিকা* (১৯৪৮), *শিল্পীৰ জন্ম* (১৯৫৭), *জীৱনৰ জীয়া জুই* (১৯৭০)। '*জীয়া জুই*' নামৰ এখন ব্যংগ উপন্যাসো লিখিছিল। সমালোচনামূলক গ্ৰন্থ— *সাহিত্য আৰু সমালোচনা* (১৯৫০), *আধুনিক গল্প সাহিত্য* (১৯৬১), *সমুদ্ৰ মন্থন* (১৯৬৮), *ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ* (১৯৭০), *সাহিত্যকলা আৰু তাৰ বিচাৰ* (১৯৭০), *নন্দনতত্ত্ব-প্ৰাচ্য আৰু পাশ্চাত্য, চিন্তা তৰংগ*। সম্পাদিত গ্ৰন্থ— —*জীৱনী চয়ন* (১৯৬৫), *আধুনিক অসমীয়া গল্প সংগ্ৰহ*। সম্পাদিত আলোচনী— *মন্দাকিনী*। 'আধুনিক গল্প সাহিত্য'ৰ বাবে ১৯৬৫ চনত সাহিত্য সভা বঁটা আৰু ১৯৬৭ চনত সাহিত্য অকাডেমী বঁটা লাভ কৰে। 'নন্দন তত্ত্ব'ৰ বাবে লাভ কৰে অসম প্ৰকাশন পৰিষদ বঁটা। দুবাৰো (পলাশবাৰী—১৯৬০, গোৱালপাৰা—১৯৬১) অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। সমাজবাদী দলৰ সভ্য আছিল। ১৯৫১ চনত এই দলৰ প্ৰাৰ্থী হিচাপে অসম বিধান সভাৰ সদস্য পদৰ বাবে নিৰ্বাচনতো নামিছিল, যদিও পৰাজয় বৰণ কৰাৰ পিছত সক্ৰিয় ৰাজনীতিত ভাগ লোৱা নাছিল। শশীকান্ত গোস্বামীৰ* কনিষ্ঠ আৰু বিশ্ব গোস্বামীৰ* জ্যেষ্ঠ ভ্ৰাতা। (৯৯, ১২৭, ২৫৯)

**ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানী (১৮৭৫—১৪।৪।১৯৫৪) :** জন্ম গোৱালপাৰাত। পিতৃ পূৰ্ণানন্দ শৰ্মা

বৰুৱা*। তেৰ বছৰ বয়সত জগন্নাথ বৰুৱাৰ* স'তে বিয়া হয়। নিঃসন্তান আছিল। *'সাধুকথা'* (১৯৩৩) আৰু *'সন্ধিয়াৰ সাধু'* (১৯৩৭) নামে দুখন শিশুপাঠ্যৰ ৰচয়িত্ৰী।



ত্ৰৈলোকেশ্বৰী দেৱী-বৰুৱানী

ৰাজহুৱা কাম-কাজৰ লগত জড়িত আছিল। যোৰহাট জে.বি. কলেজৰ ছাত্ৰীনিবাস আৰু বালিগাওঁ বালিকা বিদ্যালয়ৰ প্ৰতিষ্ঠাত অৰিহণা আছে। (২২০, ২৯৯)

## থ

**থানুৰাম ভূঞা** (৯।৮।১৯০১ - ১১।৯।১৯৭৯): জন্ম কলিয়াবৰত। পিতৃ উমাৰাম, মাতৃ মুহিলা। ১৯২০ চনত হাইস্কুলৰ শেষ পৰীক্ষা বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দিয়ে। বিয়াল্লিশৰ আন্দোলনৰ সময়ত মৃত্যু বাহিনীৰ এহেজাৰৰো ওপৰৰ দল এটাই তেওঁৰ নেতৃত্বত শিলঘাটৰ এটা যুদ্ধৰ ঘাটি জ্বলাই দিছিল। ১৯২০ চনৰ পৰা ১৯৪৭ চনলৈকে সাতবাৰ জেললৈ গৈছিল আৰু দেশৰ হকে সৰ্বমুঠ ন বছৰ বন্দী জীৱন যাপন কৰিছিল। (৪৩ক)

**থানেশ্বৰ শৰ্মা** (১৮৯৭ - ১৫।১২।১৯৬৫): জন্ম কমলপুৰ অঞ্চলৰ ননৰা গাঁৱত। ১৯২০ চনৰ প্ৰৱেশিকা পৰীক্ষাত বৃত্তি পাই কটন কলেজত নাম লগায়। কিন্তু গান্ধীৰ আইন অমান্য আন্দোলনৰ সমৰ্থনত পিছৰ বছৰতে কলেজ বৰ্জন কৰে। আন্দোলন শাম কটাত কাশীৰ পৰা সংস্কৃত আৰু আয়ুৰ্বেদ শিক্ষাৰে শিক্ষিত হৈ কবিৰাজ হিচাপে খ্যাতি লাভ কৰে। অসম ৰাজ্যিক আয়ুৰ্বেদ মহাসভাই 'আয়ুৰ্বেদ বিশাৰদ' উপাধি দিছিল। এই অনুষ্ঠানৰ বহুকাল সভাপতিও আছিল। (২১১)

**থানেশ্বৰ হাজৰিকা** (১৮৯৮ - ১৯৪৫): জন্ম শিৱসাগৰৰ বনগাঁৱত। ১৯১৭ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লগায় আৰু ১৯২১ চনত দৰ্শনত সম্মান সহ বি.এ. পাছ কৰে। বাংগালোৰৰ 'ইম্পেৰিয়েল ইনষ্টিটিউট্ অৱ এনিমেল হাচবেণ্ড্ৰি'ত পঢ়ি ১৯২৪ চনত সম্মান সহ ডি. আই. চি. উপাধি লয়। ১৯২৮-৪২ কালছোৱা গুৱাহাটী আৰু শ্বিলঙৰ চৰকাৰী পশুপামৰ মেনেজাৰ ৰূপে কাম কৰে। ১৯৪৩ চনত অসম লাইভষ্টক বিভাগৰ ডেপুটি ডিৰেক্টৰ হয়গৈ। অৰ্ঘ্য, চেতনা, বাঁহী আদি আলোচনীত কবিতা লিখিছিল। *'দীনদুখী'* নাম দি **'লা মিজাৰেবল' নামৰ ফৰাচী গ্ৰন্থৰ** ভাঙনি ৰচনা কৰিছিল (প্ৰকাশ—১৯৬২)। পদ্মধৰ চলিহাৰে* সৈতে লিখা গান্ধীজীৰ জীৱনী এখন প্ৰেছতে হেৰায়। সম্বন্ধত ডিম্বেশ্বৰ নেওগ* আৰু মহেশ্বৰ নেওগৰ মোমায়েক। (২০৭)

## দ

**দণ্ডিনাথ কলিতা** (২৬।২।১৮৯০ - ।৫।১৯৫৫): জন্ম তেজপুৰৰ ওচৰৰ কেতেকীবাৰী গাঁৱত। পিতৃ মঙ্গলৰাম। স্থানীয় কাঁহদল পাঠশালাৰ পৰা প্ৰাথমিক পৰীক্ষাত বৃত্তি ধৰি তেজপুৰ মজলীয়া স্কুলত নাম লগায়। ১৯০২ চনত তেজপুৰ চৰকাৰী হাইস্কুলত ভৰ্তি হৈ তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজত বি.এ. পৰ্যন্ত পঢ়ি তেজপুৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰে আৰু তাৰ পৰাই অৱসৰ

লয়। কবিতা, নাটক, উপন্যাস, জীৱনী আদি বিভিন্ন বিষয়ত সৰ্বমুঠ ৪৩ খন পুথি লিখি প্ৰকাশ কৰিছিল। উল্লেখনীয় ৰচনা: কবিতা—ধেমেলীয়া কবিতাৰ পুথি— *ৰহঘৰা* (১৯১৬), *বগৰ* (১৯২২), *বহুৰূপী* (১৯২৬), ঐতিহাসিক কাব্য—*অসম সন্ধ্যা* (১৯৪৯), *বীণাৰ* 



দণ্ডিনাথ কলিতা

*ঝংকাৰ* (১৯৫১)। উপন্যাস- *ফুল* (১৯০৮), *সাধনা* (১৯৩০), *অগ্নিপৰীক্ষা* (১৯৩৭), *গান্ধৰ্বপুৰ* (১৯৪০), *অদৃষ্ট* (১৯৪৮), *আৱিষ্কাৰ* (১৯৫১), ৰহস্য উপন্যাস— *হত্যাকাৰী কোন* (১৯৪৭) নাটক—ঐতিহাসিক নাটক— *সতীৰ তেজ* (১৯৩১), ব্যংগাত্মক নাটক— *কীচক বধ* (১৯৪০), জীৱনী—*কৰ্মবীৰ চন্দ্ৰনাথ* (১৯২৪), *গোহাঞিৰকবা* (১৯২৮)। বাৰখন পুথি অপ্ৰকাশিত। (১০৬, ২০৭, ২৬৬)

**দণ্ডীধৰ কাটোৱালী (১৮৯৩ - ১৯৮৭): জন্ম শদিয়াৰ অন্তৰ্গত ডাঙৰীত। মাইনৰ পৰীক্ষা পাছ কৰাৰ পিছত আৰ্থিক অনাটনৰ বাবে আগুৱাব নোৱাৰি চাহ বাগিচাৰ চাকৰিত সোমায়, কিন্তু ইংৰাজ মেনেজাৰৰ লগত মতান্তৰ ঘটাত ১৮ বছৰ কাম কৰাৰ পিছত চাকৰি এৰে আৰু খেতি-বাতিত লাগে। আদৰ্শ খেতিয়ক হোৱাৰ উপৰিও সমাজকৰ্মী আছিল। ডাঙৰী-ছৈখোৱা কানি নিবাৰণী অভিযানৰ নেতৃত্ব দিছিল।** আগবয়সত সাহিত্য চৰ্চা কৰিছিল। প্ৰকাশিত ৰচনা: উপন্যাস *'চপলা'* (১৯২২), *'যুগলমূৰ্তি'* (১৯২৪); কবিতাপুথি— *'নৱকলি'* (১৯২৪); *'ভক্তদমন'*, *'নীলাম্বৰ'* আদি কেইখনমান পূৰ্ণাংগ নাট আৰু *'ফেলাত টেঙা'*, *'টেঙা তেল'*, *'সৰস্বতী'* আদি কেইখনমান প্ৰহসনো লিখিছিল। ১৯৭৫ চনৰ তিতাবৰ অধিৱেশনত অসম সাহিত্য সভাই সম্বৰ্ধনা জ্ঞাপন কৰিছিল। ১৯৮৭ চনত চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন পাইছিল। (৩৬৫ক)

**দণ্ডীৰাম দত্ত** (১৮৯৮ - ১২।৭।১৯৮৪): জন্ম বেলশৰত। পিতৃ মাধৱৰাম, মাতৃ জন্টিপ্ৰিয়া। নলবাৰী নৰ্মাল স্কুলৰ পৰা শিক্ষা সাংকৰি বেলশৰ মজলীয়া স্কুলৰ হেডপণ্ডিত হয়। ১৯৪৪ চনত শিক্ষকতা পদ এৰি অসম সাহিত্য সভাৰ, পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথি সংগ্ৰাহক পদত নিযুক্ত হয়। এই পদত প্ৰায় বাৰ বছৰ থাকি ১৯৬৫ চনলৈকে ১১৭৫ খন প্ৰাচীন পুথি সংগ্ৰহ কৰিছিল। তাইকৈ পুৰণি কাইথেলী অংক সংগ্ৰহ আৰু চৰ্চা কৰিছিল। চৰকাৰেও এই কামত আৰ্থিক সাহায্য আগবঢ়াইছিল। বিভিন্ন ঠাইত অংকৰ কৌতুক প্ৰদৰ্শন কৰিছিল। *'কৌতুক'* আৰু *'কাইথেলী অংক'* নামৰ এই বিষয়ৰ দুখন কিতাপো লিখিছিল। *'নিমাতী কন্যাৰ সাধু'* আৰু *'বত্ৰিশ পুতলা'* আন দুখন উল্লেখনীয় গ্ৰন্থ। সৰ্বপল্লী ৰাধাকৃষ্ণণ, জৱাহৰলাল নেহৰু আদিৰ জীৱনী পুস্তিকা লিখাৰ উপৰিও স্কুলীয়া পাঠ্যপুথিও ৰচনা কৰিছিল। ১৯৭২ চনত চৰকাৰে সাহিত্যিক পেন্‌চন আগবঢ়ায়। (২৪৩, ২৯৯)

**দত্তদেৱ গোস্বামী** (১৮১৮ - ।৪।১৯০৪): পিতৃ মাহৰা সত্ৰৰ অধিকাৰ বাসুদেৱ। আউনীআটী সত্ৰৰ অধিকাৰ কৃষ্ণৰামদেৱে ১৮২১ চনত দত্তক পুত্ৰৰূপে তুলি লয়। কৃষ্ণৰামদেৱৰ মৃত্যুৰ পিছত ১৮৩৮ চনত **'ধৰ্ম প্ৰকাশ যন্ত্ৰ'** নাম দি সত্ৰত এটা ছপাশাল বহুৱাইছিল আৰু তাৰ পৰা

'অসম বিলাসিনী' নামৰ এখন কাকত প্ৰকাশ কৰিছিল। অসমীয়া মানুহে উলিওৱা এইখনেই প্ৰথম কাকত। কাকতখন বাৰ বছৰ একেৰাহে চলি আছিল। ইয়াৰ উপৰিও কীৰ্তন, ৰুক্মিণীহৰণ প্ৰমুখ্যে প্ৰাচীন বৈষ্ণৱ পুথি ছপাই


দত্তদেৱ গোস্বামী

ভকতসকলক সুলভ মূল্যত পোৱাৰ ব্যৱস্থা কৰিদিছিল। মৃদু স্বভাৱৰ অথচ দৃঢ়চেতা লোক আছিল। আধুনিকতাৰ আওভাও পাইছিল। বঙলা সংবাদপত্ৰৰ নিয়মিত পাঠক আছিল আৰু সমসাময়িক ৰাজনীতিৰ ভু ৰাখিছিল। সংস্কৃতপ্ৰিয় লোক আছিল। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যক* সত্ৰলৈ নিয়াইছিল আৰু সংস্কৃতত সাহিত্য ৰচনা কৰিবলৈ উদগনি দিছিল। নিজেও *'শ্ৰীকৃষ্ণ লীলামৃত'* নামৰ এখন সংস্কৃত কাব্য ৰচনা কৰিছিল আৰু সেইখন ছপাই উলিয়াইছিল (১৮৯৭ চনত)। অসমীয়া ভাষাতো কেইবাখনো পদপুথি লিখি সেইবোৰ ছপাই উলিয়াইছিল। সেইবোৰৰ ভিতৰত *ধ্ৰুৱচৰিত, দক্ষযজ্ঞ, বেদস্তুতি, গোবিন্দ গুণমালা* আদি উল্লেখযোগ্য। দক্ষ নাট্যকাৰো আছিল। *কালিদমন, কংসবধ, জানকীহৰণ, দ্ৰৌপদীৰ বস্ত্ৰহৰণ, পাণ্ডৱৰ বনগমন* প্ৰমুখ্যে এঘাৰখন নাটৰ ৰচয়িতা। ভালেমান গীতো ৰচিছিল আৰু সেইবিলাকত সুৰ দিছিল। সেইবিলাকত বঙলাৰ কিছু প্ৰভাৱ আছিল। *'ইতিহাসমালা'* নামে এখন সাধুকথাৰ কিতাপো ৰচনা কৰিছিল। সুদীৰ্ঘ ৬৬ বছৰ কাল সত্ৰাধিকাৰ পদত থাকি ৮৬ বছৰ বয়সত মৃত্যু হয়। (৯৭)

**দধি মহন্ত** (১৯১৫ - ৩১।১।১৯৮৭) : জন্ম শিৱসাগৰৰ নামতিত। পিতৃ যাদৱচন্দ্ৰ কৰণ্ডাৰ তেলপানী সত্ৰৰ অধিকাৰ আছিল। মাতৃ বেদেশ্বৰী। গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত পঢ়ি থকা অৱস্থাতে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত লাগি স্কুল এৰে। দুবছৰমান পিছত ককাযেক মোহনচন্দ্ৰ মহন্তই* স্থাপন কৰা স্কুল এখনৰ পৰা এম.ই.পাছ কৰি যোৰহাট বেজবৰুৱা হাইস্কুলত নাম লগায় আৰু ১৯৩৬ চনত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজৰ বিজ্ঞান শাখাত নাম ভৰ্তি কৰিছিল যদিও কলেৰা হোৱাত গুৱাহাটীৰ পৰা আহি যোৰহাটৰ নৱপ্ৰতিষ্ঠিত জে.বি. কলেজৰ কলা বিভাগৰ ছাত্ৰ হয়হি। ১৯৪১ চনত তাৰ পৰা বি.এ. উপাধি লৈ বুৰঞ্জী বিষয়ত এম. এ. পঢ়িবলৈ কলিকতালৈ যায়; কিন্তু পঢ়া সাং কৰা নহ'ল।

ছাত্ৰাৱস্থাতে ৰাজনীতিত যোগ দিছিল। ১৯৩৯ চনত যোৰহাটত বহা ছাত্ৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল। কলিকতালৈ পঢ়িবলৈ গৈ কমিউনিষ্ট ভাৱাপন্ন হৈ পৰে। ১৯৪৩ চনত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ অসম শাখা গোলাঘাটত প্ৰথমে গঠিত হোৱাত তাৰ জিলা কমিটিৰ সম্পাদকৰূপে অসমৰ বিভিন্ন ঠাই ঘূৰি পাৰ্টি সংগঠন কৰা কামত লাগে। ১৯৪৭ চনৰ পৰা গুৱাহাটীৰ কেন্দ্ৰীয় কাৰ্যালয়ত নিগাজীকৈ থাকিবলৈ লয়। ১৯৪৮ চনত পাৰ্টি বেআইনী ঘোষিত হোৱাত প্ৰায় চাৰে চাৰি বছৰকাল আত্মগোপন কৰি থাকে। ১৯৬৪ চনত পাৰ্টি বিভাজন হোৱাত মূল পাৰ্টিতে ৰয়। ১৯৬৭ চনত পাটনাত অনুষ্ঠিত পাৰ্টিৰ জাতীয় অধিৱেশনত পাৰ্টিৰ কেন্দ্ৰীয় পৰিষদলৈ নিৰ্বাচিত হয়। ছাত্ৰ সংগঠন, কৃষক সভা, ট্ৰেড ইউনিয়ন আদি বিভিন্ন কামৰ লগত জড়িত আছিল।

সাহিত্য চৰ্চাত সৰুৰে পৰা ৰাপ আছিল। ছাত্ৰকৰ্মী হিচাপে

থকা সময়তে *'অভিযান'* নামৰ এখন নাট আৰু *'কৃষ্ণ মামা'* নাম দি কৃষ্ণ শৰ্মাৰ* এখন জীৱনী লিখিছিল। অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ কিছুকাল সম্পাদক আছিল। ১৯৫২ চনৰ পৰা ১৯৮৪ চনলৈকে পাৰ্টিৰ মুখপত্ৰ



দধি মহন্ত

'জনমত' সম্পাদনা কৰিছিল। সমসাময়িক আলোচনীসমূহত সাহিত্য আৰু সমাজ বিষয়ক ভালেমান প্ৰবন্ধ-পাতি প্ৰকাশ পাইছিল। প্ৰকাশিত গ্ৰন্থ— *অক্টোবৰৰ এৰাতি* (অনূদিত গল্প সংকলন), *সাম্যবাদী ঘোষণা পত্ৰ* (কমিউনিষ্ট মেনিফেষ্টোৰ ভাঙনি), *বামপন্থী সাম্যবাদ: শিশুসুলভ বিশৃংখলা* (লেনিনৰ এখন গ্ৰন্থৰ অনুবাদ) *শিক্ষাৰ মাধ্যম আৰু অসমৰ ভৱিষ্যত* (১৯৭২ চনৰ ভাষা আন্দোলনক লৈ লিখা), ইত্যাদি। দুৰ্ঘটনাত মৃত্যু হয়। (১৫০)

**দয়াল চন্দ্ৰ পাণিকা** (?—২০।৯।১৯৪২) : চাহ বাগিচাৰ বনুৱা আছিল। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৰুৱাবলৈ গৈ পুলিচৰ গুলীত শ্বহীদ হয়। (১১১)

**দয়াল চন্দ্ৰ সূত্ৰধাৰ** (১৮৯৬-২।৬।১৯৭৯): জন্ম বৰপেটাত। পিতৃ উমাকান্ত দাস, মাতৃ যামিনীবালা। বৰপেটা হাইস্কুলৰ পৰা শিক্ষা লৈ বৰপেটাৰে প্ৰাথমিক স্কুল এখনত শিক্ষকতা কৰিছিল। সত্ৰীয়া সংগীতৰ অন্যতম ধাৰক। দেউতাকৰ উপৰিও বৰপেটাৰ অন্যান্য ভকতসকলৰ পৰা সত্ৰীয়া সংস্কৃতিৰ শিক্ষা লৈছিল। বৰগীতৰ ওস্তাদ আছিল। ১৯৩০ চন মানৰ পৰা কলিকতা অনাতাঁৰ কেন্দ্ৰত বৰগীত পৰিবেশন কৰিছিল। ৰেডিওৰ যোগেদি বৰগীত পৰিবেশন কৰা প্ৰথম অসমীয়া। ১৯৪৮ চনত গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ প্ৰতিষ্ঠা হোৱা দিন ধৰি ১৯৭৪ চন মানলৈকে তাত নিয়মিতভাৱে বৰগীত গাইছিল। অসমৰ বিভিন্ন ঠাইৰ উপৰিও কলিকতা, দিল্লী, জয়পুৰ আদি ঠাইত বৰগীত পৰিবেশন কৰি শ্ৰোতাক মুগ্ধ কৰিছিল। দক্ষ মঞ্চাভিনেতাও আছিল। বৰপেটা অঞ্চলৰ নাট্যাভিনয়ৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। (৫০, ১৮০)

**দৰ্পনাথ শৰ্মা** (১৯০৮ -১১।২।১৯৬২): জন্ম যোৰহাটত। পিতৃ কমলেশ্বৰ। ককায়েক দুৰ্গেশ্বৰ শৰ্মাৰ* লগত থাকি ধুবুৰী হাইস্কুলত পঢ়িছিল। ইয়াতে প্ৰভাত চন্দ্ৰ বৰুৱাই* সৃষ্টি কৰা সাংগীতিক পৰিৱেশত সংগীতৰ প্ৰতি আকৃষ্ট হয়। প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাত পঢ়িবলৈ যায়। কিন্তু পঢ়া শুনাতকৈয়ো সংগীতৰ প্ৰতিহে আগ্ৰহ বেছি হোৱাত কলেজীয়া শিক্ষা আধৰুৱাকৈ এৰি যোৰহাটৰ ঘৰলৈ উভতি আহে। গীতিকাৰ, গায়ক আৰু অভিনেতা আছিল। যোৰহাটৰ বংগমঞ্চত বহু বছৰ ধৰি অভিনয় কৰিছিল। ১৮৪৬ চনত যোৰহাট সংগীত বিদ্যালয় স্থাপন কৰে। ইয়াৰ পৰা 'নটৰাজ' নামৰ এখন সংগীতালোচনীও উলিয়াইছিল। *'কৰবী'* আৰু *'ইন্দ্ৰমালতী'* নামৰ দুখন গীতৰ পুথিৰ ৰচক। *'কল্যাণী'* বোলছবিৰ বাবে লিখা গীত *'সেইদিনা নিজলাৰ মধুজোন্নাৰ'* গীতটিয়ে বেছ জনপ্ৰিয়তা আৰ্জিছিল। সংগীত পৰিচালক দ্বিজেন্দ্ৰনাথ শৰ্মাৰ (জিতুৰ) পিতৃ। (১১২)

**দলবীৰ সিং লোহাৰ** (২৬।১।১৯১৫ - ২৯।৭।১৯৬৯):

জন্ম ডিব্রুগড়ত। পিতৃ আত্মাৰাম নেপালী সম্প্ৰদায়ৰ লোক আছিল। প্ৰৱেশিকা মহলালৈকে পঢ়ি স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। ১৯২৯ চনত তিনিমাহ কাৰাবাস খাটে। ১৯৩৯ চনত হোৱা ডিগবৈৰ বনুৱা ধৰ্মঘটত সক্ৰিয় অংশ



দলবীৰ সিং লোহাৰ

লৈ লক্ষীমপুৰ জিলাৰ গোৱালপাৰালৈ বহিষ্কৃত হৈছিল। তাত কংগ্ৰেছৰ সেৱাদল গঠন কৰাত একানপতীয়াকৈ লাগি ১৯৪১-৪২ চনত পুনৰ দুবছৰ কাৰাদণ্ড ভুগিছিল। ১৯৫২ চনত অসম বিধান সভাৰ সদস্য আৰু কংগ্ৰেছৰ চীফ হুইপ নিবাচিত হয়। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাৰ সভাপতি, অখিল ভাৰতীয় গোৰ্খা লীগৰ সভাপতি-ইত্যাদি বিভিন্ন দায়িত্বত থাকি দেশৰ সেৱা কৰিছিল। (৩২২)

**দামোদৰ আতা** (১৬০৪-৬৫): পিতৃ গৌৰীকান্ত, মাতৃ চতুৰ্ভূজ ঠাকুৰৰ* বায়েক গোৱিন্দপ্ৰিয়া। মোমায়ক চতুৰ্ভুজে পো ৰূপে তুলি লৈছিল। চতুৰ্ভুজৰ মৃত্যুত বিষ্ণুপুৰ সত্ৰৰ অধিকাৰ হয়। কিন্তু মুছলমানে সত্ৰ আক্ৰমণ কৰাত দক্ষিণ কূলৰ দমৰাঞ্চাৰ নামে ঠাইলৈ যায় আৰু তাত বৈকুণ্ঠপুৰ সত্ৰ পাতে। পিছত তাতো আক্ৰমণ হোৱাত বৰদোৱা আৱিষ্কাৰৰ মানসেৰে কনকলতা* আয়ে সৈতে উজনীলৈ যায়। ১৬৫৬ চনমানত বৰদোৱা আৱিষ্কৃত হোৱাত তাৰ ওচৰতে 'বালি সত্ৰ' প্ৰতিষ্ঠা কৰে। এনেতে মীৰজুমলাই অসম আক্ৰমণ কৰাত লক্ষীমপুৰ পায়গৈ আৰু সোৱণশিৰি নৈৰ দাঁতিত 'নৰোৱা সত্ৰ' স্থাপন কৰে। 'লাউমুৰী' আৰু 'চাৰিভাগী' নামৰ আৰু দুখন সত্ৰ পাতিছিল বুলি কথিত। ধৰ্ম প্ৰচাৰত জয়ধ্বজ সিংহৰ* পৃষ্ঠপোষকতা পাইছিল। (২০৩, ২৯৯)

**দামোদৰ দাস** (১৭ শতিকা): ভট্টদেৱৰ* শিষ্য। সম্ভৱত: বৰপেটাৰ মানুহ আছিল। মহাভাৰতৰ শল্যপৰ্ব আৰু দ্ৰোণপৰ্বৰ পদ ভাঙনি কৰিছিল। (২০০, ২০৭, ২৬৬)

**দামোদৰ দেৱ (১)** (১৪৮৮ - ১৫৯৮): জন্ম বৰদোৱাৰ ওচৰৰ নলচা গাঁৱত। পিতৃ সদানন্দ, মাতৃ সুশীলা। কলাপচন্দ্ৰ ভট্টাচাৰ্যৰ ওচৰত শিক্ষা লাভ কৰিছিল। সোতৰ বছৰ বয়সত পূৰ্বপুৰুষৰ স্থান হাজোলৈ আহে। পিছত বৰপেটাৰ পাটবাউসীলৈ গৈ তাত সত্ৰ স্থাপন কৰি ভাগৱতী ধৰ্মপ্ৰচাৰত লাগে। ভক্তি বিৰোধী লোকৰ উচটনি সহিব নোৱাৰি ১৫৯১ চনত বিজয়নগৰলৈ উঠি যায়। তাত এবছৰমান থাকি কোচবিহাৰ পায়গৈ আৰু কোচ ৰজা লক্ষ্মীনাৰায়ণৰ* পৃষ্ঠপোষকতাত তকৰা ঢাপ (পিছলৈ গোৱিন্দপুৰ নামে খ্যাত) সত্ৰ প্ৰতিষ্ঠা কৰে। কোনো পুথি-পাঁজি লিখি থৈ নগলেও ভাগৱতী ধৰ্মত পণ্ডিত আছিল। ধৰ্ম সংগঠনৰ কামতো পাৰ্গত আছিল। ভট্টদেৱ*, বংশী গোপালদেৱ*, যদুমণিদেৱ (আধলীয়া)* আদি লোক সকলে তেওঁত শৰণ লৈছিল। আনবোৰ লেখত লবলগীয়া শিষ্য আছিল ভগৱানদেৱ*, অৰ্জুনদেৱ*, মনোহৰদেৱ*, ইত্যাদি। শংকৰদেৱে তেওঁৰ পত্নী কালিন্দী দেৱী আৰু জ্ঞাতিভাই ৰামৰায়ক* তেওঁৰ হতুৱাই শৰণ নিয়াইছিল। অসমত ভাগৱতী ধৰ্মৰ দামোদৰী পন্থৰ প্ৰৱৰ্তক। (৬১, ১৩৮, ২৩০)

**দামোদৰ দেৱ (২)** (?—১৭৩৭): ৰামচন্দ্ৰ দেৱৰ* মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ অধিকাৰ হৈছিল। এওঁৰ দিনতে শিৱসিংহই সত্ৰ সংস্কাৰ আৰু নৱ-নিৰ্মাণ কৰে।

(৯৭)

**দামোদৰ মিশ্ৰ** (? ১৪ শতিকা): '*জ্যোতিষ সাৰ সংগ্ৰহ*' নামৰ এখন পুথিৰ ৰচক। (২০৫)

**দাসীৰাম বৰা** (১৯০২ - ১।১০।১৯৭৭): জন্ম নগাঁৱৰ খলিহামাৰীত। পিতৃ ভাবিৰাম। ডিগবৈ তেল কোম্পানীৰ ল'ৰাৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক আছিল। ১৯৩৩ চনত চাকৰি ইস্তফা দি স্বাধীনতা আন্দোলনত লাগে। ডিগবৈ কংগ্ৰেছ কমিটিৰ প্ৰতিষ্ঠাপক। ১৯৩৯ চনত ডিগবৈত হোৱা শ্ৰমিক আন্দোলনত তিনি বছৰৰ বাবে কাৰাবাস খাটিছিল। এই কালছোৱাতে নগাঁৱত থকা তেওঁৰ সকলো সম্পত্তি বাজেয়াপ্ত হৈছিল। বিভিন্ন জাতীয় আন্দোলনৰ লগত জড়িত আছিল। দুখনমান স্কুলীয়া পাঠ্যপুথিৰ উপৰিও সামাজিক আৰু ৰাজনৈতিক বিষয়ৰ ভালেকেইখন পুস্তিকাৰ ৰচক। (৩২২)

দিলবৰ (১৭— ১৮ শতিকা): সুকুমাৰ বৰকাথ" ৰচিত 'হস্তিবিদ্যাৰ্ণৱ' পুথিৰ ছবি আঁকোতা। মোগল সাম্ৰাজ্যৰ নানা ঠাইৰ অভিজ্ঞতা আছিল বুলি ছবিৰ পৰা বুজা যায়। জাতত মুছলমান আছিল। (২৮৮)

**দিলীপ চক্ৰৱৰ্তী** (১১।১০।১৯৩৬ ১।১১।১৯৮০): জন্ম কামৰূপ জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ হংসধিবাৰী গাঁৱত। পিতৃ অন্নদাচৰণ শৰ্মা, মাতৃ লীলাদেৱী। কোচবিহাৰৰ দিনহাটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি প্ৰথমে গুৱাহাটী পৌৰ নিগমৰ, পিছত সমাজ কল্যাণ বিভাগৰ চাকৰিত সোমায়। চাকৰিত থাকিয়েই ১৯৬৭ চনত গুৱাহাটীৰ বি, বৰুৱা কলেজৰ পৰা বি.এ. পাছ কৰে। ১৯৭৭ চনত অসম সচিবালয়ৰ চাকৰিত নিযুক্ত হয়। অসম আন্দোলনৰ সময়ত পুলিচৰ গুলিত ছহিদ হয়। (৪০০)

**দিলীপ হুজুৰী** ( ।১২।১৯৬৩-১।১।১৯৮০): জন্ম কামৰূপৰ বাক্সা অঞ্চলৰ খাগ্ৰাবাৰী গাঁৱত। পিতৃ জয়ৰাম, মাতৃ লাহীপ্ৰিয়া। বিদেশী বহিষ্কৰণ আন্দোলনৰ সময়ত সদৌ অসম ছাত্ৰ সন্থা তথা অসম গণ সংগ্ৰাম পৰিষদে দিয়া অসম বন্ধ পালনৰ আলেখ-লেখ চাবলৈ যাওঁতে দুৰ্বৃত্তৰ হাতত ছহিদ হয়। চোকা বুদ্ধিৰ ল'ৰা আছিল। প্ৰাথমিক বিদ্যালয়ৰ পৰাই পৰীক্ষাত সদায় প্ৰথম হৈছিল। মৃত্যুকালত বাগানপাৰা হাইস্কুলৰ দশম মানৰ ছাত্ৰ আছিল। (৪০০)

**দিৱাকৰ গোস্বামী** (১৮৯৫ ৫।১।১৯৮৬): জন্ম গোলাঘাটৰ ওচৰৰ বেতনীয়া গাঁৱত। গোলাঘাট চৰকাৰী হাইস্কুলৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯২০ চনত কটন কলেজৰ পৰা সংস্কৃতত প্ৰথম শ্ৰেণীৰ সম্মান সহ বি. এ পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। ১৯২২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰাচীন ইতিহাস আৰু সংস্কৃতি বিষয়ত প্ৰথম শ্ৰেণীৰ এম. এ. উপাধি লয়। ১৯২৯ চনত প্ৰাইভেটকৈ পৰীক্ষা দি সংস্কৃতত প্ৰথম স্থান লৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দ্বিতীয়বাৰৰ বাবে এম. এ. উপাধি লয়। ১৯২৩ চনত কটন কলেজত অধ্যাপক ৰূপে সোমায়। পিছত স্কুল পৰিদৰ্শক হয়। ১৯৫২ চনত শিক্ষাধিকাৰ পদ পায়। কিছুকাল শিক্ষা বিভাগৰ সচিব আছিল। ৰামকৃষ্ণ মিছনৰ লগত জড়িত আছিল *'উপনিষদ ধেনু'* (১৯৮৪) আৰু *'গীতা প্ৰবেশিকা'*(১৯৮৫) নামৰ দুখন পুথিৰ ৰচক। *'ব্ৰহ্মপুত্ৰ'* নামৰ এখন পুথি অপ্ৰকাশিত। (৩৯০)

**দিহিঙীয়া ৰজা (১): চুহুংমুং চাওক।**

**দিহিঙীয়া ৰজা (২): অৰ্জুন দিহিঙীয়া ৰজা চাওক।**

**দীঘলা বুঢ়াগোঁহাই** ( - ১৬৮১): শিৱসাগৰৰ দিহিং অঞ্চলৰ মানুহ। পিতৃ শুকুলা হুদু বুঢ়াগোঁহাই। চুডেফা পৰ্বতীয়া ৰজাৰ" দিনত ভিতৰুৱাল ফুকন পদ পায়। স্বৰ্গদেউৰ জীয়েকক বিয়া কৰাইছিল। ১৬৭৯ চনত ল'ৰা ৰজাই"

বুঢ়াগোহাঁই পাতে। ল'ৰা ৰজাৰ পক্ষে থকা হেতুকে গদাধৰ সিংহই* ৰাজপাটত উঠিয়েই বধ কৰায়। সকতে মাকে সৈতে এজন হাবুঙীয়া বামুণৰ আশ্ৰয়ত আছিল। ৰাজমন্ত্ৰী হোৱাৰ পিচত তেওঁক দিলিহিলৈ তুলি আনি মাটি-বৃত্তি দিয়াইছিল। এইদৰে দিলিহিয়াল ভট্টাচাৰ্য বংশৰ সূত্ৰপাত হয়। (২৪১ ক, ২৯০)

**দীন কলিতা** (২৯।৭।১৯৪৫ - ২৭।৩।১৯৮৩): জন্ম টিহুৰ ওচৰৰ যমুনাট্ৰাৰি গাঁৱত। পিতৃ উগ্ৰনাথ। ১৯৬১ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি প্ৰথমে দিঘেলী প্ৰাথমিক বিদ্যালয়ত, পিছত দিঘেলী এম. ই. স্কুলত শিক্ষকতা কৰিছিল। শিক্ষকতাৰ মাজতে টিহু কলেজৰ নৈশ শাখাত পঢ়ি বি. এ. উপাধিও লয়। সামাজিক কাম-কাজত ছাত্ৰাৱস্থাৰ পৰাই উৎসাহী আছিল। ১৯৭০ চনত মাৰ্ক্সবাদী কমিউনিষ্ট দলত যোগ দিয়ে। দলৰ এগৰাকী সক্ৰিয় কৰ্মী আছিল। সমাজ সেৱাৰ উপৰিও সমসাময়িক বিভিন্ন আলোচনী আৰু বাতৰি কাকতৰ সামাজিক আৰু ৰাজনৈতিক সমস্যাৰ বিষয়ে লিখিছিল। 'বিৱৰ্তন' নামৰ এখন আলোচনীও কিছুকাল সম্পাদনা কৰি উলিয়াইছিল। অসম আন্দোলনৰ সময়ত দুৰ্বৃত্তৰ হাতত মৃত্যু হয়। (৩৩১খ)

**দীন দ্বিজ** (১৮ শতিকা): কলীয়া ভোমোৰা ফুকনৰ* নিৰ্দেশত অসমীয়া গীত সম্বলিত *'শংখচূড় বধ'* নামে এখন সংস্কৃত নাটক অংকীয়া নাটৰ আৰ্হিত ৰচনা কৰিছিল। নাটখনৰ বিষয়বস্তু ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ পৰা লোৱা। তেওঁৰ আন ৰচনা হ'ল পদ্ম পুৰাণৰ কাহিনীৰ ভিত্তিত ৰচিত *'মাধৱ-সুলোচনাৰ পাঞ্চালী'* বা *'সুলোচনা মাধৱৰ ইতিহাস'*। (২০০,২১৮,২৬৬)

**দীননাথ বেজবৰুৱা** (১৮১৩ - ২৭।৫।১৮৯৫): জন্ম যোৰহাটত। পিতৃ কৃষ্ণৰাম, মাতৃ গোমতী। যোৰহাট সংস্কৃত বিদ্যালয়ত শিক্ষা লৈ ১৬ বছৰ বয়সত তাতে কিছুকাল শিক্ষকতা কৰে। দেউতাক, ককায়েক আদিৰ পৰা আয়ুৰ্বেদ শিক্ষালাভ কৰি তাৰ পৰীক্ষাতো উত্তীৰ্ণ হয়। উনৈশ বছৰ বয়সত দেউতাকৰ মৃত্যু হোৱাত জীৱন নিৰ্বাহৰ উপায় বিচাৰি গুৱাহাটী পায়গৈ তাতে পুৰন্দৰ সিংহ* স্বৰ্গদেৱে ব্যক্তিগত চিকিৎসক ৰূপে তেওঁক নিযুক্ত কৰে। ৰজাৰ লগতে উজনীৰ ৰংপুৰলৈ আহে। পিছত ৰাজ্যভাৰ কোম্পানীয়ে লোৱাত প্ৰথমে কোম্পানীৰ মহাফেজ, তিনি বছৰৰ পিছত কোম্পানীৰ চিৰস্তাদাৰ হয়।

১৮৬১ চনত নগাঁৱৰ মুনচেফ পদ পায়। এই কামত বৰপেটা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ, গুৱাহাটী ঘুৰি ১৮৭৩ চনত অৱসৰ লয় আৰু ঘাই ঘৰ শিৱসাগৰত থিতাপি লাগেগৈ। তাৰে সিংদুৱাৰ আৰু ৰজাবাৰীত দুখন চাহ বাগিচা খোলে।

ধৰ্মপৰায়ণ বৈষ্ণৱ আছিল। চাৰিবাৰকৈ পুৰী আদি তীৰ্থ ভ্ৰমণ কৰিছিল। প্ৰাচীন পন্থী হলেও ইংৰাজী শিক্ষাৰ মোল পিছলৈ বুজিছিল আৰু নিজেও ইংৰাজী শিকিছিল। স্কন্দপুৰাণৰ 'উৎকল খণ্ড' অসমীয়ালৈ ভাঙিছিল। *'গুৰু চৰিত্ৰ'* নামেৰে শংকৰ-মাধৱৰ জীৱনী এখনো লিখিছিল। অসমৰ বুৰঞ্জী এখন লিখাৰো যো-জা কৰিছিল। ১৮৪৪ চনত *'বেজবৰুৱা বংশাৱলী'* পদ্যত ৰচনা কৰে। গোবিন্দ বেজবৰুৱা*, গোলাপ বেজবৰুৱা*, লক্ষ্মীনাথ বেজবৰুৱা* আদিৰ পিতৃ। (১৪৮,২১৯,২৫০)

**দীননাথ শৰ্মা (১)** (১৮৯৬ - ৪।৬।১৯৭৮): জন্ম বজালীৰ ওচৰৰ ধৰমতলা গাঁৱত। পিতৃ চণ্ডীচৰণ কবিৰাজ আছিল। পাটাছাৰকুছি বিদ্যালয়ৰ পৰা এম. ই., গৌৰীপুৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা, কোচবিহাৰ কলেজৰ পৰা এফ. এ. আৰু কলিকতাৰ নেচনেল মেডিকেল কলেজৰ পৰা ডাক্তৰী পাছ কৰে। সাহিত্য চৰ্চাত ৰাপ আছিল ল'ৰালি কালৰ পৰাই। পাটাছাৰকুছিত পঢ়ি থকা কালত 'বীণা' নামৰ এখনি আলোচনী সম্পাদনা কৰিছিল। ১৯২৯ চনত নগেন্দ্ৰ

নাৰায়ণ চৌধুৰীৰ* পৃষ্ঠপোষকতাত 'আৱাহন' আলোচনী কলিকতাৰ পৰা উলিয়ায়। পিছত ইয়াৰ মালিকী স্বত্বও তেওঁৰ হাতলৈ আহে। দ্বিতীয় মহাযুদ্ধৰ আগলৈকে ই



দীননাথ শৰ্মা

নিয়মিতভাৱে ওলাই আছিল। পিছত হেঁচাহেঁচাৰোকাকৈ ওলাই ১৯৪৭ চনত বন্ধ হয়। ১৯৫৩ চনত পুনৰ গুৱাহাটীৰ পৰা ইয়াক প্ৰকাশ কৰিছিল আৰু অনিয়মীয়াকৈ হলেও ১৯৭৪ চনলৈকে ই ওলাই আছিল আৰু এতিয়াও ওলাই আছে। 'পাৰিজাত' নামৰ এখন শিশু আলোচনীও উলিয়াইছিল। চাৰি বছৰ চলাৰ পিছত ই বন্ধ হয়। কলিকতাত থকা কালত 'ৱাইড ইণ্ডিয়া কোম্পানী' নামৰ এটা প্ৰকাশন অনুষ্ঠানো খুলিছিল। ইও বেছিদিন নিটিকিল। আৱাহনত অজস্ৰ সম্পাদকীয় লিখিছিল। অসম সভাৰ খিং অধিবেশনে (১৯৭০) মহেন্দ্ৰনাথ ডেকাফুকনৰ* সৈতে তেওঁক সম্বৰ্ধনা জনাইছিল। (২৬৬, ৩৪৩)

**দীননাথ শৰ্মা (২) (১২।৯।১৯১৪ — ১৮।৮।১৯৮৮):**

জন্ম বিশ্বনাথ চাৰিআলিৰ গড়েহাগী গাঁৱত। বিভিন্ন ঠাইত অস্থায়ীভাৱে নানা চাকৰি কৰি গুৱাহাটীৰ অসম কংগ্ৰেছ প্ৰেছত প্ৰায় সাত বছৰ কাল কটায়। অৱশেষত ট্ৰিবিউন প্ৰেছত ষোল্ল বছৰ চাকৰি কৰি অৱসৰ লয়। তাৰ পিছতো কেই বছৰমান আন সংবাদসেৱী অনুষ্ঠানত কাম কৰিছিল। আৱাহন যুগৰ লিখক। ভালেমান গল্প, উপন্যাস আৰু জীৱনী পুথিৰ প্ৰণেতা। লেখত লবলগীয়া পুথিসমূহ হ'ল-উপন্যাসঃ *উষা* (১৯৪১), *নদাই* (১৯৬০), *সংগ্ৰাম* (১৯৬০), *শান্তি* (১৯৬১), *নবাৰুণ* (১৯৬৫), *তৰুলীপাৰৰ কাহিনী* (১৯৮৭), *মাটি আৰু মানুহ* (নুট হামচুনৰ 'চয়েল অব দি চয়েল'ৰ অনুবাদ) গল্প সংকলনঃ *কল্পনা আৰু বাস্তৱ* (১৯৪৫), *দুলাল* (১৯৫২), *কোৱা ভাতুৰীয়া ওঁঠৰ তলত*; জীৱনী গ্ৰন্থঃ *সত্যনাথ বৰা*, *ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা*, *লক্ষ্মীধৰ শৰ্মা* (৪০০)

**দীনেশচন্দ্ৰ মিশ্ৰ (১৯২২  ৯।৬।১৯৮.)**: জন্ম নলবাৰী অঞ্চলৰ জানিগোগ গাৱঁৰ দুখীয়া পৰিয়ালত। ১৯৪২ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰৱেশিকা মহলাত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত পঞ্চম আৰু অসমৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি কলিকতালৈ যায়। তাত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ কলেজৰ পৰা আই এছ চি. পৰীক্ষাত বিশ্ববিদ্যালয়ৰ দ্বিতীয় স্থান লাভ কৰি প্ৰেচিডেন্সী কলেজত নাম লগায়। ১৯৪৬ চনত তাৰ পৰা পৰিসংখ্যা বিজ্ঞান বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰে। ১৯৪৮ চনত পৰিসংখ্যা বিজ্ঞানৰ স্নাতকোত্তৰ মহলাতো প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পায়। কলিকতা বিশ্ববিদ্যালয়ত এই বিষয়ত প্ৰথম স্থান পোৱা তেৱেঁই প্ৰথম ছাত্ৰ আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ কামত যোগ দিবলৈ আহোঁতে ব্ৰহ্মপুত্ৰত সলিল সমাধি ঘটে। (২৫৭, ২৫৮)

**দীপক মুৰ্মু (১৯২৭ - ১৯৯০)**: জন্ম ডিব্ৰুগড়ৰ লাহোৱাল অঞ্চলত। চাহ বনুৱা সম্প্ৰদায়ৰ অন্যতম নেতা আছিল।

১৯৭২ চনত অবিভক্ত কংগ্ৰেছ প্ৰাৰ্থীৰূপে আৰু ১৯৭৭ চনত কংগ্ৰেছ (এছ) দলৰ প্ৰাৰ্থী ৰূপে অসম বিধান সভালৈ নিৰ্বাচিত হয়। ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাৰ কাৰ্যনিৰ্বাহকৰ সদস্য তথা কোষাধ্যক্ষ আছিল। (৪০০)

**দুতিৰাম বৰভাণ্ডাৰ বৰুৱা** ( ? - ১৮৭৩) : জন্ম নামতি অঞ্চলত। পিতৃ নামতিয়াল কাকতী বংশৰ কৃষ্ণদাস ভঁৰালী বৰুৱা। পুৰন্দৰ সিংহৰ* দিনত বৰভাণ্ডাৰ বৰুৱাৰ পদ পাইছিল। ৰাজ্য ইংৰাজৰ হাতলৈ যোৱাত প্ৰথমে ইংৰাজৰ দাৰোগা হয়। ১৮৪৭ চনত শিৱসাগৰ কাছাৰীত ফৌজদাৰী চিৰস্তাদাৰৰ পদ পায়। মণিৰাম দেৱানৰ* ভনীয়েক তেওঁৰ প্ৰথমা পত্নী আছিল। ১৮৫৭ চনৰ বিপ্লৱত মণিৰামৰ সহযোগিতা কৰিছিল। এই কথাৰ সম্ভেদ পাই বৃটিছে তেওঁক দোষী সাব্যস্ত কৰি আলিপুৰ জেলত থয়। ১৮৫৯ চনত তাৰ পৰা তেওঁক কলীয়াপানীলৈ পঠোৱা হয়। পুতেক প্ৰিয়লালৰ* আৰু তেওঁৰ নিজৰো আবেদন-নিবেদনৰ পিছত ১৮৬৮ চনত মুক্তি পায় যদিও চৰকাৰে তেওঁক উজনীলৈ যাবলৈ নিদি গুৱাহাটীতে মাটি-বাৰী দি নজৰবন্দী কৰি ৰাখে। গুৱাহাটীতে মৃত্যু হয়। কনকলাল বৰুৱাৰ* পিতামহ। (১২৪, ১৮৪, ২৭২)

**দুতিৰাম হাজৰিকা** (১৮০৬-১৯০১) : জন্ম যোৰহাটত। পিতৃ সোণাবৰ হাজৰিকা। বনিয়া সম্প্ৰদায়ৰ লোক আছিল আৰু নিজেও সোণাৰীৰ কাম জানিছিল। পুৰন্দৰ সিংহ* আৰু তেওঁৰ পুতেক কামেশ্বৰ সিংহৰ* পৃষ্ঠপোষকতাত ১৮৫৮ চনত বৈষ্ণৱ পদত *'কলিভাৰত বুৰঞ্জী'* লিখি উলিয়ায়। দিহিং সত্ৰৰ ভকত আছিল। গীত গাব জানিছিল আৰু ভাওনাতো অংশ লৈছিল। অন্যান্য ৰচনা — *'দিহিং সত্ৰৰ বুৰঞ্জী'*, *'ৰসিক পুৰাণ'* আৰু *'বনিয়াসকল অসমলৈ অহাৰ বৃত্তান্ত।'* (২০৭, ২৯৩)

**দুৰ্গাকান্ত বৰুৱা** (১৮৫৩ - ২।১।১৮৮২) : জন্ম উত্তৰ গুৱাহাটীত। পিতৃ হৰকান্ত সদৰামীন,* মাতৃ সাবিত্ৰী। *'কপৌ-কপৌৱনীৰ বিলাপ'* নামে এখন কবিতা পুথিৰ ৰচক। দ্বাদশ স্কন্ধ ভাগৱত ভাঙনি কৰিছিল বুলিও জনা যায়। (৫৩)

**দুৰ্গাধৰ বৰুৱা** (১৮৯২ - ১৯৭৫) : শিৱসাগৰৰ মানুহ। ১৯২১ চনত কটন কলেজত পঢ়ি থকা অৱস্থাত অসহযোগ আন্দোলনত যোগ দি ছমাহ কাৰাবাস খাটে। ১৯৩০ চনৰ আন্দোলনত যোগ দিছিল আৰু স্কুল বৰ্জন কৰা ছাত্ৰসকলৰ কাৰণে যাদৱ প্ৰসাদ চলিহা* আদিৰ সহযোগিতাত শিৱসাগৰ বিদ্যাপীঠ প্ৰতিষ্ঠা কৰিছিল। ১৯৩২ চনত পুনৰ ছমাহ কাৰাবাস খাটিছিল। বিয়াল্লিশৰ আন্দোলনতো ভাগ লৈছিল। নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আছিল। নিজ মাটিত কংগ্ৰেছ অফিচ স্থাপন কৰিছিল। 'গান্ধী' নামেৰে জনাজাত আছিল। অবিবাহিত আছিল। (৪৩ক)

**দুৰ্গানাথ চাংকাকতি** (১৮৭৯-১৯৫০) : ডিব্ৰুগড়ৰ মানুহ। ডিব্ৰুগড় কাছাৰীত ওকালতি কৰিছিল। সাহিত্য, অভিনয় আদিত ৰাপ আছিল। 'টাইমচ্ অৱ আচাম' আদিত প্ৰবন্ধ-পাতি লিখিছিল। কিছুদিন 'আলোচনী' কাকতৰ সম্পাদকো আছিল। ডিব্ৰুগড়ৰ জৰ্জ হাইস্কুল স্থাপন কৰোঁতাসকলৰ অন্যতম। (৭২)

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা** (১৮৭০ - ১৪।৬।১৯২৯) : জন্ম সম্ভৱ গোলাঘাটত । পিতৃ নৰোত্তম নলবাৰীৰ নদলা গাঁৱৰ মানুহ আছিল। ১৮৯২ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। কিন্তু পঢ়া এৰি দুৰ্গানাথ ফুকন নামে এজনৰ লগলাগি কলিকতাতে এখন দোকান খোলে। কেই বছৰমানৰ পিছত শিৱসাগৰলৈ আহি ককায়েক মণিৰামৰ লগত থাকিবলৈ লয়। পিছত শিৱসাগৰ চহৰৰ ওচৰৰে শুকানপুখুৰীত নিজাকৈ ঘৰ-দুৱাৰ সাজে। খেতি-বাতি আৰু ব্যৱসায় কৰাৰ লগতে শিৱসাগৰ অঞ্চলৰ সামাজিক কামৰ জগতো জড়িত আছিল। প্ৰাকৃতিক চিকিৎসা কৰিছিল। কনকলতা চলিহা*, আৰু কমলালয়া কাকতিৰ* যুটীয়া সম্পাদনাত ওলোৱা 'ঘৰ-জেউতি' আলোচনীৰ লগত ঘনিষ্ঠ ভাৱে জড়িত আছিল। একেধাৰে নাট্যকাৰ, শিশু

সাহিত্যিক আৰু বিজ্ঞান লিখক। ৰচিত গ্ৰন্থসমূহ হ'ল— নাটকঃ *মহৰি* (১৮৯৬), *নিত্ৰো* (১৮৯৭, সম্প্ৰতি অপ্ৰাপ্য), *গুৰু দক্ষিণা* (১৯০১), *বৃষকেতু* , *কলিযুগ*



দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা

(১৯০৪ বেনুধৰ ৰাজখোৱাৰ* সৈতে যুটীয়াকৈ), *হৰিনাথৰ সংসাৰ* (অসম্পূৰ্ণ)। শিশু-সাহিত্য— *উৰ্দু কবিতা* (১৮৯৫), *ল'ৰা-কবিতা* (১৮৯৭), *ফুল* (কবিতা, ১৮৯৯), *জ্ঞান মঞ্জৰী* (প্ৰবন্ধ চয়ন, ১৮৯৯), *ফলা* (শিশুপুথি, ১৯০১)। বিজ্ঞান বিষয়ক— *সহজ চিকিৎসা* (১৮৯৯), *প্ৰাকৃতিক চিকিৎসা* (দুই খণ্ড, ১৯২৭), *স্বাস্থ্য পাঠ* (১৯২৭)। আসাম হিতৈষী, আলোচনী, ঘৰ জেউতি আদি সমসাময়িক আলোচনীত প্ৰবন্ধ-কবিতাদি প্ৰকাশ পাইছিল। অভিনেতাও আছিল। (৮, ১০৬, ১২৮, ২০০, ২৩০ ক, ২৬৬)

**দুৰ্গাবৰ** (১৬ শতিকা) : পিতৃ কায়স্থ কুলৰ চন্দ্ৰধৰ। হাজোৰ অথবা নীলাচল অৰ্থাৎ কামাখ্যাৰ লোক। বিশ্বসংহৰ* আমোলা বাহুবল শিকদাৰৰ* পৃষ্ঠপোষকতাত *'গীতি ৰামায়ণ'* আৰু *'মনসা কাব্য'* ৰচনা কৰে। ৰাগ সংগীতৰ প্ৰৱৰ্তক। 'গীতি ৰামায়ণ'ৰ ৫৮টি গীতৰ এটিত মাথোন ৰাগৰ উল্লেখ নাই। বাকী বিলাকত মুঠ ২১টি ৰাগৰ নাম আছে। (২০০, ২৬৬)

**দুৰ্গেশ্বৰ দ্বিজ** (১৮ শতিকা) : পিতৃ ভুধৰ আগমাচাৰ্য্য* বংশৰ সোমেশ্বৰ। নেযেৰিটিং শিৱদ'লৰ বৰঠাকুৰ আছিল। চন্দ্ৰধৰ বৰুৱাৰ* প্ৰপিতামহ। আহোম যুগৰ কবি আছিল। ৰাজেশ্বৰ সিংহ* অথবা লক্ষ্মীসিংহৰ* দিনত ব্ৰহ্মবৈবৰ্ত পুৰাণৰ প্ৰকৃতি খণ্ডৰ পদ ভাঙনি কৰিছিল। (৮৮, ২০০, ২৬৬)

**দুৰ্গেশ্বৰ শৰ্মা** (২।১৮৮৪ ৯।১৯৬১) জন্ম যোৰহাটৰ পটীয়া গাঁৱত। পিতৃ কমলেশ্বৰ। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৮৯৯ চনত এণ্ট্ৰেন্স পাছ কৰি কোচবিহাৰ কলেজত নাম লগায়। ১৯০৩ চনত তাৰ পৰা বি এ উপাধি লয়। ১৯০৬ চনত আইনৰ পৰীক্ষা পাছ কৰি যোৰহাটতে উকীল হয়। ১৯১১ চনত ই এ চিৰ চাকৰিত সোমায়। কোৰ্ট অৱ ৱাৰ্ড্‌চৰ মেনেজাৰ (১৯১৭), বৰপেটাৰ মহকুমাধিপতি (১৯২৬ ২৮), চাব জজ আৰু এডিচনেল ডিষ্ট্ৰিক্ট জজ (১৯২৮ ৩১), মঙ্গলদৈৰ মহকুমাধিপতি (১৯৩১), চিলেটৰ জিলা ন্যায়াধীশ (১৯৩৪-৩৫) কামৰূপৰ



দুৰ্গেশ্বৰ শৰ্মা

জিলাধিপতি (১৯৩৪), ডাইৰেক্টৰ অৱ লেণ্ড ৰেকৰ্ডছ (১৯৩৫), কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ চৰকাৰী সদস্য (১৯৩৬), কানি নিবাৰণ আবকাৰী কমিছনাৰ (১৯৩৮) আদি বিভিন্ন পদত থাকি ১৯৪০ চনত অৱসৰ লয়। ১৯৪৫

চনত কিছুকালৰ বাবে বাবে গৌৰীপুৰ-বিজনী জমিদাৰৰ দেৱান নিযুক্ত হৈছিল।

নাট্যকাৰ আৰু কবি। ৰচনা : নাট— অমিত্ৰাক্ষৰ ছন্দত লিখা *'পাৰ্থ পৰাজয়'* (১৯০৯), শ্বেক্সপীয়েৰৰ 'এজ ইউ লাইক ইট'ৰ ভাঙনি *'চন্দ্ৰাৱলী'* (১৯১০), 'চিম্বেলিন'ৰ ভাঙনি *'পদ্মাৱতী'*, *'বালিবধ'* (১৯২২)। কবিতা পুথি — *অঞ্জলি* (১৯১০), *নিবেদন* (১৯১৫)। আনন্দেশ্বৰ শৰ্মাৰ* পিতৃ। (৮, ২০৭)

**দুৰ্লভচন্দ্ৰ দাস** (১৮৮০ - ৪।২।১৯৪২): জন্ম গোৱালপাৰা জিলাৰ বিলাসীপাৰাত। পিতৃ গোৱালচন্দ্ৰ, মাতৃ কমলা। আৰ্থিক অনাটন হেতু কম বয়সতে পঢ়া এৰি জীৱিকাৰ সন্ধানত তেজপুৰ পায়হি। তাতে পুলিচৰ চাকৰিত সোমাই মঙ্গলদৈলৈ বদলি হৈ আহে আৰু তাৰ সাংস্কৃতিক জীৱনৰ লগত জড়িত হৈ পৰে। ১৯৩৩ চনত অৱসৰ লৈ মঙ্গলদৈতে নিগাজীকৈ থাকিবলৈ লয়। সংগীতজ্ঞ আছিল, নিজে গীত গাইছিল আৰু বিভিন্ন বাদ্যযন্ত্ৰ বজাব জানিছিল। সেইকালত প্ৰচলিত বঙালী যাত্ৰাৰ লগত ফেৰ মাৰি 'অসমীয়া যাত্ৰাদল' খুলিছিল আৰু তেজপুৰ, যোৰহাট আদি অঞ্চলত অভিনয় দেখুৱাই যশস্যা আৰ্জিছিল। অভিনয়ৰ বাবে *'সীতা হৰণ'*, *'ৰামৰ বনবাস'* *'ৰুক্মিণী হৰণ'* আদি কেইবাখনো নাট লিখিছিল। গীতিকাৰো আছিল। অভিনয়ৰ গীতবোৰ *'দুৰ্লভ প্ৰেম সংগীত'* নাম দি পুথি আকাৰে ছপাই উলিয়াইছিল। (৬, ৬৬ ক, ১১২)

**দুৰ্লভনাৰায়ণ (১)** (১৪ শতিকা): পিতৃ প্ৰতাপধ্বজ। পিতৃৰ মৃত্যুত সম্পৰ্কীয় ককায়েক ধৰ্মনাৰায়ণ কমতাপুৰ ৰাজ্যৰ ৰজা হোৱাত ৰাজাৰ উত্তৰ-পূৰ্বাঞ্চল বলেৰে দখল কৰি লয় আৰু গড়িয়া নামে ঠাইত ৰাজধানী পাতি কমতেশ্বৰ বা কামেশ্বৰ উপাধি গ্ৰহণ কৰে। পিছত ককায়েকৰ লগত মিত্ৰতা স্থাপিত হোৱাত তেওঁৰ ৰাজাৰপৰা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ নিজ ৰাজ্যলৈ আনে। এই সাতঘৰ কায়স্থৰে এজন হ'ল শংকৰদেৱৰ* উপৰিপুৰুষ চণ্ডীবৰ ভূঞা*। (৪১, ৬৮, ২৯৮)

**দুৰ্লভনাৰায়ণ (২)** ( ? - ১৭৮৩): পিতৃ মধুনাৰায়ণ*। পিতৃৰ পিছত ককায়েক মহৎনাৰায়ণে* দৰঙৰ ৰাজপাট পোৱাত তাৰ 'ডেকা ৰজা' পদত অভিষিক্ত হৈছিল। (২৮৩)

**দেৱনাথ ঠাকুৰ** (১৬ —১৭ শতিকা): মহাৰাজ নৰনাৰায়ণৰ* সভাপণ্ডিত আছিল। *'অধিকৰণ কৌমুদী'* শীৰ্ষক এখন প্ৰকৰণ গ্ৰন্থৰ ৰচয়িতা। *'মন্ত্ৰ কৌমুদী'* নামৰ এখন তন্ত্ৰ গ্ৰন্থৰ উপৰিও নব্য ন্যায় সম্পৰ্কীয় আৰু দুখনমান গ্ৰন্থ ৰচনা কৰিছিল বুলি জনা যায়। (২৩২ক)

**দেৱনাথ বৰদলৈ** (১৮৭৩-১৯১৬): নগাঁৱৰ মানুহ। পিতৃ ৰুদ্ৰনাথ*। নাট্যকাৰ আছিল। *বৈদেহী বিচ্ছেদ*, *ৰাৱণ বধ*, *হেমপ্ৰভা* আদি কেইবাখনো নাট লিখিছিল আৰু সিবিলাক মঞ্চস্থও হৈছিল। তাৰে মাথোন প্ৰথমখনহে ১৯০১ চনত প্ৰকাশ পাইছিল। (২০, ২০০, ২৬৬)

**দেৱানন্দ ভঁৰালী** (।৬।১৮৮৩ - ।৬।১৯৭২): জন্ম শিৱসাগৰত। পিতৃ ঈশানন্দ। ১৯০০ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স আৰু ১৯০৪ চনত কোচবিহাৰ কলেজৰ পৰা বি. এ. পাছ কৰে। ১৯০৬ চনত চাব-ডেপুটি কলেক্টৰ পদত নিযুক্ত হয়। ১৯২৬ চনত অৱসৰ লয়। সাহিত্যিক আৰু ভাষাবিদ। উষা, বাঁহী, আলোচনী আদি কাকতত প্ৰবন্ধপাতি লিখিছিল। 'মিৰি' ছদ্মনামত 'আলোচনী' কাকতত কবিতাও প্ৰকাশ পাইছিল। ইয়াতে *'বিহু'* নামৰ নাটিকা এখনো ধাৰাবাহিকভাৱে ওলাইছিল। অন্যান্য নাটক হ'ল—চেক্সপীয়েৰৰ 'মেকবেথ' প্ৰভাৱিত *'ভীমদৰ্প'* (১৯১০), আৰু *'শ্ৰীমন্ত শংকৰ'* (১৯৪৪)। *'আচামিজ গ্ৰামাৰ-ইন ইংলিচ'* (১৯০২), *'অসমীয়া*

*ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চিনাকি'* (১৯১২), *'এ ষ্টাডি অব দি ফ'নলজি এণ্ড ভকেবুলেৰি অব আচামিজ লেংগুৱেজ'* (১৯৬০) তেওঁৰ ভাষা বিষয়ক গ্ৰন্থ। (২১৮, ২৭৬)

**দেৱানন্দ শইকীয়া** (২।১০।১৯৩৬ - ৮।৬।১৯৮৪) : জন্ম খোৱাঙত। পিতৃ সোমেশ্বৰ। ১৯৫৬ চনত খোৱাং হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। কটন কলেজৰ পৰা ১৯৫৮ চনত প্ৰথম বিভাগত আই. এছ. চি আৰু ১৯৬০ চনত গণিতত সম্মান সহ প্ৰথম স্থান অধিকাৰ কৰি বি. এছ. চি পৰীক্ষা পাছ কৰে। ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা গণিতত প্ৰথম স্থান সহ এম. এছ. চি উপাধি লৈ ১৯৬৩ চনত গুৱাহাটীৰ আৰ্য বিদ্যাপীঠ মহাবিদ্যালয় অধ্যাপক নিযুক্ত হয়। অতিশয় নিষ্ঠাবান আৰু কৃতী শিক্ষক আছিল। অধ্যক্ষ গিৰিধৰ শৰ্মাৰ* সহযোগাত ১৯৭৩ চনত মহাবিদ্যালয়ত গণিতৰ স্নাতকোত্তৰ শ্ৰেণীৰ সূচনা কৰিছিল। (৪০০)

**দেৱীচৰণ বৰুৱা** (৯।১১।১৮৬৪ ৫।১২।১৯২৬) : পিতৃ সোমদত্ত। ১৮৮২ চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা বৃত্তি সহ এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। ১৮৮৪ চনত তাৰ চিটি কলেজৰ পৰা এফ.এ আৰু ১৮৮৬ চনত জেনেৰেল এছেম্বলি ইনষ্টিটিউটৰ পৰা বি. এ. পাছ কৰে। কলিকতাত থকা কালত তাৰ এ, এচ, এল ক্লাবৰ সম্পাদক আছিল আৰু তাত বহা কংগ্ৰেছ অধিবেশনত অসমৰ প্ৰতিনিধি হিচাপে যোগ দিছিল। কলিকতাৰ পৰা আহি গোলাঘাটত গোবিন্দ বেজবৰুৱা* স্থাপিত বেজবৰুৱা হাইস্কুলৰ প্ৰধান শিক্ষক হয়। পিছত পুনৰ কলিকতালৈ গৈ তাৰ পৰা ১৮৯৬ চনত আইনৰ উপাধি লৈ গোলাঘাটতে ওকালতিত লাগে। চাহ খেতিয়ক বিষ্ণুৰাম বৰুৱাৰ* ছোৱালী বিয়া কৰাই ১৯১৫ চনত ওকালতি এৰি চাহখেতিত মনপুতি লাগে। সাতখন চাহ বাগিছাৰ মালিক হৈছিলগৈ। ১৯১৫ চনত নৱগঠিত যোৰহাট সাৰ্বজনিক সভাৰ



দেৱীচৰণ বৰুৱা

সভাপতি আছিল। যোৰহাট সাৰ্বজনিক সভাৰ প্ৰথমে সম্পাদক আৰু জগন্নাথ বৰুৱাৰ* মৃত্যুৰ পিছত তাৰ সভাপতি হৈছিল। সাৰ্বজনিক সভা লুপ্ত হোৱাত 'আচাম এছোচিয়েছন'ত যোগ দিছিল। ১৯২১— ২৩ কালছোৱাত ভাৰতীয় ব্যৱস্থাপক সভাৰ একমাত্ৰ অসমীয়া সভ্য নিৰ্বাচিত হৈছিল। ১৯২৩— ২৬ কালছোৱা কাউন্সিল অব ষ্টেটৰ সদস্য আছিল। বৃটিছ চৰকাৰে 'ৰায় বাহাদুৰ' খিতাপ দিছিল। (১৫, ৪০০)

**দেৱেন্দ্ৰনাথ আচাৰ্য** (১৯৩৭ - ২৯।৯।১৯৮১) : জন্ম যোৰহাটৰ ওচৰৰ গৰখীয়া দ'লত। খৰগপুৰৰ ইণ্ডিয়ান ইনষ্টিটিউট অব টেক্‌ন'লজিৰ পৰা প্ৰথম শ্ৰেণীৰ সম্মান সহ বি. টেক. উপাধি লৈ ইংলেণ্ডলৈ যায় আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ইঞ্জিনীয়াৰিং বিভাগৰ স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হয়। গৱেষণাৰ স্বীকৃতি পাইছিল ইংলণ্ড আৰু আমেৰিকাৰ কেইবাটাও উচ্চ পৰ্যায়ৰ অনুষ্ঠানৰ পৰা। ১৯৫১ চনত অসম ইঞ্জিনীয়াৰিং কলেজৰ অধ্যাপক নিযুক্ত হয়। পিছত কেইবা ঠাইতো কাম কৰি মৃত্যুৰ সময়ত অসম

গেচ কোম্পানীৰ জেনেৰেল মেনেজাৰ আছিল। অসম বুৰঞ্জীৰ ভিত্তিত কেইবাখনো মনোৰম উপন্যাসৰ ৰচয়িতা। ৰচনা— *অন্য যুগ অন্য পুৰুষ* (১৯৭১), *কালপুৰুষ* (১৯৭৬) আৰু মৰণোত্তৰ প্ৰকাশ *'জংগম'* (১৯৮৩)। *কালপুৰুষ* উপন্যাসৰ বাবে ১৯৭৯ চনত অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰে। (৩৫৫)

**দেৱেন্দ্ৰনাথ উজীৰ** (১৮৯৬ - ১৮।১২।১৯৮৩): জন্ম বৰপেটাত। পিতৃ অভয় চন্দ্ৰ। বৰপেটাৰ পৰা প্ৰৱেশিকা, কলিকতাৰ বংগবাসী কলেজৰ পৰা আই. এ. আৰু ১৯১৬ চনত কটন কলেজৰ পৰা বি. এ. পাছ কৰি আৰ্ল. ল. কলেজৰ পৰা বি. এল. উপাধি লয়। প্ৰথমে গুৱাহাটীত, পিছত বৰপেটাত ওকালতি কৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি ৯ মাহ কাৰাবাস খাটিছিল। গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ সমাজ সেৱাক জীৱনৰ ব্ৰত হিচাপে লৈছিল। (৪৩ক)

**দেৱেন্দ্ৰনাথ কাকতি** (১।১৯০০ - ১২।১৯৬৪): জন্ম ডিব্ৰুগড়ত। পিতৃ মাণিক চন্দ্ৰ। ১৯১৯ চনত ডিব্ৰুগড জৰ্জ ইনষ্টিটিউছনৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কিন্তু উচ্চ শিক্ষা নলৈ স্বাধীনতা আন্দোলনত ব্ৰতী হয়। ১৯৪২ চনত ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সেৱাদলৰ অধিনায়ক ৰূপে 'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি আঢ়ৈ বছৰ কাল বন্দী হৈ থাকে। মহাত্মাৰ আদৰ্শ প্ৰচাৰত দেহে কেহে খাটিছিল। নিজা মাটিত 'মোহনাঘাট খাদী আশ্ৰম' নামৰ এটা খাদী প্ৰশিক্ষণ কেন্দ্ৰ খুলিছিল। (৩২২)

**দেৱেন্দ্ৰনাথ চাংকাকতি** (৯।১৮৯০ - ২২।২।১৯৭৬): জন্ম উত্তৰ গুৱাহাটীৰ মধ্যমখণ্ডত। পিতৃ দুৰ্লভ চন্দ্ৰ, মাতৃ মাহিন্দ্ৰী। সৰুতে ঘাটমাউৰা হয়। গুৱাহাটীৰ সোণাৰাম হাইস্কুল আৰু গৌৰীপুৰৰ হাইস্কুলত পঢ়ি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলত নাম লগায়। ৰজনীকান্ত বৰদলৈৰ* আৰ্থিক সাহায্যত তাত পঢ়ি ১৯১৭ চনত এল. এম. পি উপাধি লয়। ডিব্ৰুগড়ৰে চাহ বাগিছা এখনত এবছৰমান কাম কৰি ১৯১৯ চনত মিলিটেৰী চাৰ্জিচত সোমাই বিভিন্ন ঠাইত চাকৰি কৰি ১৯৫০ চনত অৱসৰ লয়। সংগীতত পটু আছিল। গান আৰু খেলত ৰাপ দেখা পাই প্ৰভাত চন্দ্ৰ বৰুৱাই* গৌৰীপুৰলৈ লৈ গৈছিল। মেডিকেল স্কুলত পঢ়ি থকা কালত সংগীতত পাৰদৰ্শিতাৰ বাবে তিনিটাকৈ সোণৰ পদক পাইছিল। *'সংগীত বিজ্ঞান চিৰিজ'* (১৯৩২) আৰু *'সংগীত উপক্ৰমণিকা'* (১৯৫৩) নামৰ সংগীত বিষয়ক দুখন পুথিৰ ৰচক। (১১২)

**দেৱেন্দ্ৰনাথ বৰুৱা** (১৮৮৫ - ৫।১১।১৯০৯): জন্ম যোৰহাটত। জগন্নাথ বৰুৱাৰ* একমাত্ৰ পুত্ৰ। মাতৃ লীলাৱতী। যোৰহাটৰ পৰা এণ্ট্ৰেন্স পাছ কৰি এফ. এ. পঢ়িবলৈ কলিকতালৈ গৈছিল যদিও পিতৃ বিয়োগ হোৱাত পঢ়া-শুনা আধৰুৱাকৈ এৰি পিতৃৰ ব্যৱসায় চলাইছিলহি। বিয়াৰ কেইমাহমান পিছতে মৃত্যু হয়। জোনাকী আদি কাকতত কবিতা লিখিছিল। সংগীত আৰু শিল্পতো অনুৰাগ আছিল। (২২০)

**দেৱেন্দ্ৰনাথ শৰ্মা** ( ।১২।১৯০২-২৫।১০।১৯৮৯): জন্ম সৰ্থেবাৰীৰ ওচৰৰ কাৰাকুছিত। পিতৃ হংসনাথ, মাতৃ মহেশ্বৰী। ১৯২৩ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কোচবিহাৰলৈ যায় আৰু তাৰ মহাৰানা কলেজৰ পৰা ১৯২৮ চনত বি.এ. উপাধি লয়। হাইস্কুলীয়া ছাত্ৰ হৈ থকা অৱস্থাতে অসহযোগ আন্দোলনত যোগ দি এবছৰলৈ স্কুল এৰিছিল। কোচবিহাৰত পঢ়ি থাকোতে 'অনুশীলন' আৰু 'যুগান্তৰ' নামৰ দুটা বিপ্লৱী দলৰ সংস্পৰ্শলৈ আহিছিল। স্বাধীনচিতীয়া মনোবৃত্তিৰ বাবে

বি.এ. পাছ কৰি উঠি চাকৰি নকৰি 'গ্ৰেজুয়েট ইউনিয়ন' নাম দি গুৱাহাটীত এখন দোকান খোলে। লগতে আৰ্ল ল কলেজত নাম লগাই ছাত্ৰ আন্দোলনত সক্ৰিয়ভাৱে যোগ দিয়ে। ১৯২৯ চনত ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক নিৰ্বাচিত হৈছিল। কানিংহাম চাৰ্কুলাৰৰ বিৰোধিতাৰ ফলত ১৯৩০ চনত স্থাপিত হোৱা 'কামৰূপ একাডেমীৰ' কিছুকাল প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক আছিল। স্বাধীনতা আন্দোলনত লাগি ১৯৩২ চনত ছমাহৰ বাবে জেললৈ যায়। মাজতে কিছুকাল নেতাজী সুভাষ বসুৱে গঠন কৰা 'ফৰোৱাৰ্ড ব্লক'ৰ সভ্য হৈছিল যদিও পুনৰ কংগ্ৰেছলৈ উভতি আহে। কংগ্ৰেছ প্ৰাৰ্থীৰূপে নিৰ্বাচনত যোগ দি ১৯৫২ চনত লোক সভাৰ সদস্য আৰু ১৯৬২ চনত বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫৭ চনত গুৱাহাটী মিউনিচিপেলিটিৰ সভাপতি, ১৯৭১ চনত গুৱাহাটী মহানগৰ কংগ্ৰেছ কমিটীৰ প্ৰতিষ্ঠাতা সভাপতি আছিল। ১৯৩৪ চনত হৰিজন সেৱক সংঘৰ সাধাৰণ সম্পাদকৰূপে মহাত্মা গান্ধীৰ অসম ভ্ৰমণৰ দায়িত্ব লৈছিল। বি. বৰুৱা কেন্সাৰ ইনষ্টিটিউত, পাণ্ডু কলেজ, প্ৰাগজ্যোতিষ কলেজ আদিকে ধৰি গুৱাহাটীৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ সৈতে প্ৰত্যক্ষভাৱে জড়িত আছিল। ৰাজনীতিৰ উপৰিও সাহিত্য চৰ্চা আৰু সাংবাদিকতাও কৰিছিল। ডেকা কালত 'মিলন'ৰ সম্পাদক হোৱাৰ অভিজ্ঞতাৰে 'শান্তিদূত', 'অসম বাইজ' নামৰ দুখন কাকত সম্পাদনা কৰিছিল। *'সমসত্ত্ববাদ', 'কৃষি শক্তিকাৰ মহান বিপ্লৱী', 'ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ ইতিহাস'*কে ধৰি কেইবাখনো গ্ৰন্থৰ ৰচক। এখন আত্মজীৱনীও লিখিছিল, কিন্তু ই আধৰুৱা হৈ ৰয়। (৪০০)

**দেৱেশ্বৰ গোস্বামী (।৫।১৮৫৪ - ১৯২৯): জন্ম গোলাঘাট মহকুমাৰ গোমোঠা মাহৰা সত্ৰত। পিতৃ কৃষ্ণদেৱ, মাতৃ কমলা দেৱী। গোলাঘাটত প্ৰাথমিক শিক্ষা লৈ কাশীত** সংস্কৃত পঢ়েগৈ। ঘৰলৈ আহি চাহ বাগিচাৰ ইংৰাজ মেনেজাৰ এজনৰ ওচৰত ইংৰাজী শিকে। ১৮৭৫ চন মানত কহিমালৈ যায়; তাতে যাদৱচন্দ্ৰ বৰুৱাই* তেওঁক পুলিচৰ চাকৰিত সুমুৱাই দিয়ে। পিতৃ-মাতৃৰ নিৰ্দেশত এই চাকৰি এৰি গোলাঘাটৰ বাদুলিপাৰ চাহ বাগিচাৰ বৰকেৰাণী হয়। ১৯০২ চনত কুঁহিয়াৰ খেতি কৰিবৰ মানসেৰে চাকৰি এৰি 'বৰপথাৰ চুগাৰকেন ফাৰ্ম' খোলে। কিছু বছৰৰ পিছত ইয়াতে অসমৰ প্ৰথম উন্নত চেনিকল প্ৰতিষ্ঠা কৰে। বগাধলা, মাৰো আদি চাহ বাগিচাৰো প্ৰতিষ্ঠাতা। (১০৭)

**দেৱেশ্বৰ শৰ্মা** (১৮৮৭ ১৯৫৯): জন্ম যোৰহাটত। পিতৃ কমলেশ্বৰ। নিজৰ নামত আৰু 'শ্ৰীদে-শ' ছদ্মনামত বাঁহী, আলোচনী, নজোন আদি কাকতত চুটি গল্প আৰু কবিতা লিখিছিল। প্ৰকাশিত পুথি *'গল্প মালিকা'* (১৯৬১)। যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ যত্নেৰে তদাৰক কৰিছিল। দুৰ্গেশ্বৰ শৰ্মাৰ* ভ্ৰাতৃ। (৮, ২১৮)

**দেহীৰাম বৰ্মন** (১৮৮২ - ১৪।১২।১৯৭৯): নলবাৰী অঞ্চলৰ লোক। গুৱাহাটীত উচ্চ শিক্ষা লৈ তাতে ওকালতি কৰিছিল। এগৰাকী মুক্তি যুঁজাৰু আৰু সমাজকৰ্মী। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি তিনি মাহ কাৰাদণ্ড ভুগিছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনতো যোগ দিছিল। ৪২ৰ আন্দোলনত সক্ৰিয় ভূমিকা লৈ এবছৰৰো অধিক কাল জামিনবন্দী ৰূপে আছিল। ঠক্কৰ বাপা আৰু বেইল কুমায় ভাণ্ডাৰীৰ* সান্নিধ্যলৈ আহি হৰিজনসকলৰ উন্নতিলৈ মন দিয়ে। কামৰূপৰ কেইবা ঠাইতো হৰিজনৰ কাৰণে স্কুল খোলাত অৰিহণা যোগাইছিল। গুৱাহাটীত 'হৰিজন সমবায় বেংক' স্থাপন কৰোঁতা। 'গুৱাহাটী বেংক' আৰু 'ভাস্কৰ এণ্টাৰপ্ৰাইজ' নামৰ বীমা কোম্পানীৰ কিছুকাল ডিৰেক্টৰ আছিল। 'কামৰূপ একাডেমী' হাইস্কুল প্ৰতিষ্ঠাত আগভাগ লৈছিল।(৪৩)

**দৈত্যাৰি ঠাকুৰ** ( ? ১৫৬৪ - ১৬২২): পিতৃ মাধৱদেৱৰ* ভাগিনীয়েক ৰামচৰণ*। সুন্দৰীদিয়া সত্ৰৰ সত্ৰীয়া আছিল। মধুপুৰ সত্ৰৰ গোবিন্দ আতৈৰ* মুখে শংকৰ-মাধৱ কাহিনী শুনি *'শংকৰ-মাধৱ চৰিত'* ৰচনা কৰে। *'নৃসিংহ লীলা যাত্ৰা'* বা *'প্ৰহ্লাদ চৰিত্ৰ'* আৰু *'স্যমন্ত হৰণ'* নামে দুখন নাট আৰু দুটিমান গীতৰ ৰচক। (২০০, ২৬৬)

**দৈৱচন্দ্ৰ তালুকদাৰ** (১৯০১ - ৩।১১।১৯৬৭): জন্ম নলবাৰীৰ ওচৰৰ উলাবৰী গাঁৱত। পিতৃ জগতচন্দ্ৰই গুৱাহাটীত সামান্য ব্যৱসায় কৰিছিল। কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম লগায়। ১৯২৩ চনত বি. এছ. চি পৰীক্ষাত অকৃতকাৰ্য হৈ গুৱাহাটী কাছাৰীত আমোলা হিচাপে সোমায়। চাকৰি জীৱনৰ সৰহভাগ গুৱাহাটীতে কটাই ১৯৬৩ চনত অৱসৰ লয়। ডেকা বয়সত ভাল ফুটবল খেলিছিল।

সাহিত্য চৰ্চা কৰিছিল ছাত্ৰাৱস্থাৰ পৰাই। ছাত্ৰ সম্মিলনৰ মুখপত্ৰ তিনিমহীয়া 'জনমভূমি'ৰ সম্পাদক আছিল। 'ধূমকেতু' নামৰ এখনি হাতে লিখা আলোচনীও উলিয়াইছিল। উল্লেখনীয় গ্ৰন্থসমূহ হ'ল: নাটক — *ৰাধা ৰুক্মিণী* (১৯২০), *অসম প্ৰতিভা* (১৯২৩), *বামুণী কোঁৱৰ* (১৯২৩), *হৰদত্ত* (১৯২৩), *লহঙা* (১৯২৫), *ভাস্কৰবৰ্মা* (১৯৩৫)। কবিতা — *প্ৰেমপট* (১৯২২), *কুঁহিমলা* (১৯২৩), *সৌন্দৰ্য* (১৯৩০), *ৎ ভুৰ্য্যায়া*। উপন্যাস — *ধুৱঁলী কুৱঁলী* (১৯২২), *ৎ মেঘগিৰি* (১৯২৪), *অপূৰ্ণ* (১৯৩০), *বিদ্ৰোহী* (১৯৩৯), *ৰাজপথে ৰিঙিয়ায়, আদৰ্শপীঠ, দুনীয়া* (১৯৬২)। তেওঁৰ 'অপূৰ্ণ' এখন বিখ্যাত উপন্যাস। অৱসৰৰ পিছত 'অশোক প্ৰেছ' নামে এটা ছপাকল খুলি তাৰ পৰা *'গাণ্ডীৱ'* নামে এখন সাদিনীয়া কাকত উলিয়াইছিল। ১৯৬৪ চনত চৰকাৰৰ পৰা সাহিত্যিক পেন্সন পায়। (১৪, ১৯০, ২৫৮)

**দোছাই** (১৭-১৮ শতিকা): সুকুমাৰ বৰকাথ* ৰচিত 'হস্তীবিদ্যাৰ্ণৱ' পুথিৰ ছবি আঁকাত দিলবৰৰ* সহযোগী আছিল। (২৮৮)

**দোস্ত হবিবুৰ ৰহমান** (১৯৩৯— ১৩।৮।১৯৬৯): জন্ম গুৱাহাটীত। পিতৃ মহম্মদ ইচমাইল, মাতৃ চফিয়া খাতুন। গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত পঢ়িছিল। সংগীতত ৰাপ আছিল ছাত্ৰাৱস্থাৰ পৰা। কটন কলেজত পঢ়া কালত তাৰ সংগীত বিভাগৰ সম্পাদক নিৰ্বাচিত হৈছিল। গুৱাহাটীৰ বিহুতলী, আকাশবাণী কেন্দ্ৰ আদিত 'গুৱাহাটী চিটি হ'ল,' 'গুহেটিক নমস্কাৰ' প্ৰভৃতি ভালেমান ধেমেলীয়া গীত গাই পেৰডি নায়কৰূপে প্ৰশংসা লভিছিল। ভূপেন হাজৰিকাৰ 'লটিঘটি' আৰু 'চিকমিক বিজুলী' ছবিত ভাও লৈ কৌতুক অভিনেতা ৰূপেও দক্ষতাৰ পৰিচয় দিছিল। কম বয়সতে মৃত্যু হয়। (৪০০)

**দ্বিজ পশুপতি** (১৭ শতিকা): অসমৰ পশ্চিম প্ৰান্তৰ লোক। চুফী কাব্যৰ অনুকৰণত *'চন্দ্ৰাৱলী বিশ্বকেতু'* নামৰ এখন পদপুথি লিখিছিল। (২০০)

**দ্বিজৰাম** ( আ।১৮ শতিকা): ওঠৰ শতিকাৰ আগভাগত বৈষ্ণৱ আদৰ্শেৰে ইচলামীয় কাহিনী *'মৃগাৱতী চৰিত্ৰ'* বা *'চাহাপৰী উপাখ্যান'* ৰচনা কৰিছিল। (২০০, ২০৫, ২০৭)

# ধ

**ধনদা কুমাৰী শইকীয়ানী** (১৮৯৬ - ২১।৩।১৯৭৭): জন্ম ডুমডুমাৰ ওচৰৰ বিচাখুলী চাহ বাগানত। পিতৃ মাণিক দত্ত, মাতৃ তিলোত্তমা। অষ্টমমান শ্ৰেণীলৈকে পঢ়াৰ পিছত শিক্ষক ৰোহিতাশ্ব শইকীয়াৰ স'তে বিয়া হৈ প্ৰথমে ডিব্ৰুগড়,

পিছত সদিয়াত থাকে। অসম সাহিত্য সভাৰ আহ্বান ক্রমে *'ৰান্ধনী'* বা *'ৰন্ধন প্রণালী'* নামে এখন কিতাপ লিখি



ধনদা কুমাৰী শইকীয়ানী

পুৰস্কাৰ পাইছিল। ১৯৩০ চনত ই ছপা হৈ ওলাইছিল। (২৬১)

**ধনাই বৰা** (১৮।৩।১৮৭২-১৬।৬।১৯৫৬) : জন্ম ছিপাঝাৰত। পিতৃ ৰংমল। কম বয়সতে দেউতাক ঢুকোৱাত কষ্টত ডাঙৰ হৈছিল। প্রাথমিক আৰু মজলীয়া ছাত্রবৃত্তি পৰীক্ষা পাছ কৰি গুৱাহাটীৰ নৰ্মাল স্কুলত নাম লগায় আৰু ১৮৯৩ চনত তাৰ শেষ পৰীক্ষাত উত্তীর্ণ হয়। নগাঁও আৰু ডিব্রুগড়ৰ মজলীয়া স্কুলত কাম কৰি ১৯০৪ চনত ডিব্রুগড় চৰকাৰী হাইস্কুলৰ সহকাৰী শিক্ষক হয়। তিনিবছৰ পিছত মজলীয়া স্কুলৰ প্রধান শিক্ষকৰূপে চতিয়ালৈ যায়। ১৯১৪ চনত মঙ্গলদৈ হাইস্কুললৈ বদলি হয় আৰু তাৰ পৰাই ১৯২৭ চনত অৱসৰ লয়। শিশু সাহিত্যিক আছিল। *আদি পুথি, সৰল মৌখিক গণনা, সাহিত্য কণিকা* আদি পুথিৰ ৰচক। অন্যান্য ৰচনা— *কবিতা চন্দ্রিকা, কদলবন যাত্রা (নাটক), মোৰ জীৱন যাত্রাৰ কথা।* নগাঁৱত থকা কালত সূর্য কুমাৰ ভূঞাৰ* ঘৰত শিক্ষকতা কৰিছিল। (৬৬ক, ১০১)

**ধনিৰাম লুচিয়েন হেইডন** (১৯ শতিকা) : নগাঁৱৰ মিছন স্কুলৰ ছাত্র আছিল। ১৮৪৬ চনত মাইলচ্ ব্রনছনে* তেওঁক দীক্ষা দিয়ে আৰু একে বছৰতে জেমচ্ শিবৰাম ত্রিপৰ* লগতে আমেৰিকালৈ যায়। শিবৰামৰ সৈতে হেমিল্টন কলেজত পঢ়িছিল। ১৮৫১ চনত উভতি অহাত বেপ্টিষ্ট এছোচিয়েছন অৱ আছামে তেওঁক 'নেটিভ এজেন্ট' নিয়োগ কৰে। ১৮৫২ চনত বাবৰি মেৰি ইলাইজাৰ সৈতে গুৱাহাটীত খৃষ্টান বিধিৰে বিয়া হয়। অৰুণোদই কাকতত মাজে-সময়ে লিখিছিল। (২০৪)

**ধনীৰাম তালুকদাৰ** (২।৬।১৮৮৮ - ২৪।১।১৯৭১) : জন্ম বৰপেটাৰ ওচৰৰ চেঙাত। পিতৃ সম্বৰুৰাম, মাতৃ মৰিচি। ১৯০৯ চনত ডিব্রুগড়ৰ জৰ্জ ইনষ্টিটিউছনৰ পৰা প্রথম বিভাগত প্রবেশিকা, কটন কলেজৰ পৰা ১৯১১ চনত প্রথম বিভাগত আই.এছ.চি আৰু ১৯১৩ চনত বি.এছ.চি. পাছ কৰে। পিছত আর্ল ল কলেজৰ পৰা বি.এল. উপাধি লৈ বৰপেটাত ওকালতি আৰম্ভ কৰে। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি পোন্ধৰ মাহ জেল খাটিছিল। বৰপেটা অঞ্চলৰ নানাবিধ সামাজিক কর্মৰ স'তে জড়িত আছিল।



ধনীৰাম তালুকদাৰ

একেৰাহে পোন্ধৰ বছৰ বৰপেটা লোকেল বোর্ডৰ সভাপতি হৈ আছিল। তেজস্বী আৰু প্রভাৱশালী পুৰুষ আছিল। (৪৩)

**ধনীৰাম সূত** (? - ১৮।৮।১৯৪২): জন্ম নগাঁৱৰ

বঢ়মপুৰৰ গোমোথা গাৱঁত। বিয়াল্লিশৰ আন্দোলনত পুলিচৰ গুলিত ছহিদ হয়। (১১১)

**ধনেশ্বৰ** (১৮৪০-১৯২৭) : আন নাম ভৱকান্ত। বৰদোৱা সত্ৰৰ লক্ষ্মীদেৱ আতাৰ কনিষ্ঠ পুত্ৰ। *দ্ৰৌপদীৰ স্বয়ম্বৰ, বালীবধ* আৰু *ৰাম-বিজয়, বলিদলন*— এই তিনিখন নাট ৰচনা কৰাৰ উপৰিও *'শংকৰদেৱৰ উৰ্দ্ধ-অধঃ পুৰুষৰ সংক্ষিপ্ত বংশাৱলী'* নামে এখন চৰিত পুথি লিখিছিল। (২৫৮)

**ধনেশ্বৰ শৰ্মা** (১) (১৮-১৯ শতিকা) : ১৮০৫ চনত **কমলেশ্বৰ সিংহৰ*** আদেশত *'টৈটোন চৰিত্ৰ'* নামে এখন পুথি সংকলন কৰিছিল। (২১৮)

**ধনেশ্বৰ শৰ্মা** (২) (১৮৯৫-১৯৫১) : জন্ম নলবাৰীৰ ওচৰৰ পিপলিবাৰী গাৱঁত। পিতৃ বনমালী, মাতৃ মাইলতা। নলবাৰীত মজলীয়া স্কুলৰ শিক্ষা সাং কৰি ১৯১১ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজতো নাম লগাইছিল যদিও ঘৰুৱা অসুবিধাত পঢ়িব নোৱাৰি ১৯১৬ চনত গুৱাহাটীৰ কাছাৰীত আমোলা সোমায। এবছৰৰ পিছত সেই কাম এৰি নলবাৰী গৰ্ডন স্কুলৰ শিক্ষক হয়। মৃত্যু পৰ্যন্ত ইয়াতে আছিল। নাট্যকাৰ আছিল। কামৰূপত বঙলা যাত্ৰা-গানৰ সলনি অসমীয়া নাট প্ৰচলন কৰাত অৰিহণা আছে। কেইবাখনো নাট বঙলাৰ পৰা অসমীয়ালৈ ভাঙিছিল। কিছু গীতো ৰচনা কৰিছিল। 'পিপলিবাৰী জ্ঞানদায়িনী সভা', 'ক্ষেত্ৰী-ধৰ্মপুৰ ৰায়ত সম্মিলন', 'মথুৰাপুৰ জ্ঞানদায়িনী চতুষ্পাঠী' আদিৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। (১৪)

**ধৰমৰাম সূত্ৰধাৰ** (১৮৭২ - ১৭।১০।১৯৫২) : জন্ম বৰপেটাত। কজলা মাজিৰ বংশৰ লোক। সৰুতে ঘাট মাউৰা হোৱাত পঢ়া-শুনাৰ সুবিধা কৰিব পৰা নাছিল। প্ৰসিদ্ধ নাও খেলুৱৈ হোৱাৰ উপৰিও সত্ৰীয়া সংস্কৃতিৰ বিভিন্ন কামৰ লগত জড়িত আছিল। (২২)

**ধৰ্মকান্ত গোহাঁই** (১৭।১০।১৯২২ - ১৯।১।১৯৮৩) : জন্ম নামতি চাৰিআলিত। ডুমডুমাত কাঠৰ ব্যৱসায় কৰিছিল। সাহিত্য-সংস্কৃতি-সংবাদ সেৱাত ৰাপ আছিল। দুখনমান নাট আৰু প্ৰবন্ধ পুথিৰ ৰচক (৩৭৫)

**ধৰ্মকান্ত শৰ্মা** (আ. ১৮৯৬ - ?) : জন্ম নলবাৰীৰ ওচৰৰ দেহাৰকুচিত। পিতৃ ভৱকান্ত। স্বাধীনতা সংগ্ৰামত যোগ দি ১৯২১ চনত ছমাহ, ১৯৩০ চনত ন মাহ আৰু ১৯৩২ চনত চাৰি মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল। ১৯৪৩ চনত পুনালৈ যায়। তাতে বন্দী হৈ তিনিমাহ সশ্ৰম কাৰাদণ্ড ভোগে। পুলিচৰ জিম্মাত অসমলৈ আহি ইয়াতো ১৫ মাহ জেল খাটিবলগীয়া হয়। নলবাৰী অঞ্চলৰ মুক্তি-যুঁজাৰু-সকলৰ অন্যতম। (৪৩ক)

**ধৰ্মদেৱ ভট্টাচাৰ্য** (১৮ শতিকা) : পিতামহ গোপাল ভট্ট। ১৭৯৬ চনত কীৰ্তনৰ আৰ্হিৰে ভাগৱতৰ বৰ্ণনাৰ লগত সানমিহলি কৰি জয়দেৱৰ গীত গোবিন্দ অসমীয়ালৈ ভাঙে। *'ধৰ্মোদয়'* নামে এখন নাটকৰ প্ৰণেতাও সম্ভৱ এৱেঁই। (২০০, ২১৮, ২৬৬)

**ধৰ্মনাথ বৰঠাকুৰ** (১৪।১।১৮৮৬-১৯৭৭) : জন্ম নগাঁৱৰ জাগী গাঁৱত। পিতৃ কাশীনাথ, মাতৃ বিৰ্চিত্ৰি। নগাঁৱৰ পৰা প্ৰথম বিভাগত এম.ভি. পাছ কৰি গুৱাহাটীৰ নৰ্মাল স্কুলত নাম লগায়। ইয়াৰ পৰাও সুখ্যাতিৰে উত্তীৰ্ণ হৈ গুৱাহাটী, কমলপুৰ, নগাঁও আদি ঠাইত শিক্ষকতা কৰি ১৯৩৮ চনত জাগী হাইস্কুলৰ শিক্ষক হয়হি। জাগী হাইস্কুলৰ অন্যতম প্ৰতিষ্ঠাতা। স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯২১ চনত ন মাহ আৰু ১৯৪২ চনত ছমাহ

কাৰাবাস খাটিছিল। দক্ষ অভিনেতা আছিল। নগাঁও নাট্য সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। (১৯১ক)

**ধৰ্মনাৰায়ণ : বলি নাৰায়ণ** চ'ওক।

**ধৰ্মপাল** (?— আ. ১১২০): পিতৃ হৰ্ষপাল*। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় ২৫ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। প্ৰাগজ্যোতিষপুৰৰ ওচৰৰে কামৰূপ নগৰত (উত্তৰ গুৱাহাটী) ৰাজধানী পাতিছিল। পাল বংশৰ এগৰাকী ক্ষমতাশালী ৰজা আছিল। (৪৪, ১৫৮, ২৯৮)

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী** (১৮৯২ - ৯।৩।১৯৬০): জন্ম গুৱাহাটীৰ পঞ্চৱটী আশ্ৰমত। পিতৃ যজ্ঞোৰাম দেৱশৰ্মা কন্দৰ্পেশ্বৰ সিংহ* স্বৰ্গদেৱৰ মুক্তিয়াৰ আছিল। মাতৃ ৰত্নাপ্ৰিয়া। সৰুতে ঘাটমাউৰা হোৱাত গুৱাহাটীৰ অন্নদাকুমাৰ বৰুৱাৰ তত্বাৱধানত ডাঙৰ-দীঘল হয়। ঘৰতে



ধৰ্মেশ্বৰী দেৱী বৰুৱানী

শিক্ষা লৈছিল। ১৯০২ চনত গুৱাহাটীৰ দুৰ্গানাথ বৰুৱাৰ স'তে বিয়া হয়। ১৯০৮ চনত বাত বেমাৰত আক্ৰান্ত হয়, পিছত সেই বেমাৰতে পংগু হৈ পৰে। ১৯৪৩ চনত বিধৱা হয়। কবি আছিল। প্ৰকাশিত পুথি— *ফুলৰ শৰাই* (১৯২৮), *প্ৰাণৰ পৰশ* (১৯৫১), *অশ্ৰুধাৰা, জীৱন তৰী* (১৯৪৩)। এখনি জীৱন স্মৃতি, এখন ভ্ৰমণ কাহিনী আৰু এখন উপন্যাস অপ্ৰকাশিত। ১৯৫৬ চনত অসম সাহিত্য সভাই 'কাব্য ভাৰতী' উপাধিৰে সন্মানিত কৰিছিল। (৮, ২০০, ২০৭, ২৬৬,)

**ধাতু ওজা** (? ১৯৭০): জন্ম মঙ্গলদৈৰ ওচৰৰ আঠিয়াবাৰী গাঁৱত। পিতৃ দৃষ্টিকৰ শৰ্মা, মাতৃ দৰিকণা। সামান্য প্ৰাথমিক শিক্ষালৈ পুৰোহিতালি বিদ্যাৰে কৰ্মজীৱনৰ পাতনি মেলে। লগে লগে সোণাৰীৰ কাম আৰু ওজাপালি শিকিবলৈ লয়। ওজা হিচাপে বিশেষ খ্যাতি লভিছিল। অসমৰ বিভিন্ন অঞ্চলত ওজাপালি দেখুৱাই দৰ্শকক মুগ্ধ কৰিছিল। থলুৱা গীত মাতৰ একনিষ্ঠ সেৱক আছিল। (৬৬ক)

**ধাৰেশ্বৰ শৰ্মা** (২৪।৭।১৯১৪ ২৯।৭।১৯৮১): জন্ম নলবাৰীৰ ওচৰৰ দেহাৰকুছি গাঁওত। অৰ্থৰ অভাৱত অষ্টম শ্ৰেণীতে পঢ়া সাংকৰি প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হয়। ১৯৩১ চনৰ পৰা ভাৰতৰ মুক্তি আন্দোলনত ভাগ লয়। ১৯৪৩ চনত ব্ৰজনাথ শৰ্মা*২। আদিৰ স'তে লগলাগি সৰভোগ বিমানকোঠ ধ্বংস কৰা কামত লিপ্ত হৈছিল। সাম্ৰাজ্যবাদ বিৰোধী কামৰ বাবে তিনিবাৰ কাৰাবৰণ কৰাৰ উপৰিও পাঁচ বছৰ পলাতক অৱস্থাত আছিল। কিছুকাল গুৱাহাটী জিলা কংগ্ৰেছৰ সহকাৰী সম্পাদক আৰু অসম প্ৰাদেশিক কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল। (৪৩)

**ধীৰনাৰায়ণ** (১৮ শতিকা): পিতৃ সূৰ্যনাৰায়ণ*। খুড়াক মধুনাৰায়ণক* ভাঙি ১৭৪৪ চনত দৰঙৰ ৰজা হয়। তিনি বছৰৰ পিছত আভ্যন্তৰীণ কন্দল হেতু ডিমৰুৱালৈ পলাই যায়। (৬৬, ২৯০)

**ধীৰেন দত্ত** (১৯৩৩- ২২।১০।১৯৭২): জন্ম গোলাঘাটৰ

কৰুণাটিং বাগিছাৰ এটি বাঙালী পৰিয়ালত। পিতৃ শৰৎচন্দ্ৰ ডাক্তৰ আছিল। মাতৃ নয়নতৰা। দেউতাক ঢুকোৱাত বাৰ বছৰ বয়সত দেৰগাঁও হাইস্কুলৰ ৬ষ্ঠমান শ্ৰেণীৰ পৰা পঢ়া এৰে। পিছতে ঘৰুৱাকৈ কম্পাউণ্ডাৰি শিকিছিল। শংকৰ বৰুৱাৰ* সান্নিধ্যলৈ আহি চাকৰি নকৰি ১৯২৮ চনত জাতীয় কংগ্ৰেছত যোগ দিয়ে। ভালেমান বছৰ প্ৰাদেশিক কংগ্ৰেছৰ সভ্য আছিল। ১৯৩০ চনত দুবছৰৰ বাবে জেল খায়। ১৯৩৮ চনত গোলাঘাটত বহা অসম কংগ্ৰেছৰ অধিবেশনত স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক আছিল। এই কালছোৱাতে তেওঁৰ মন সাম্যবাদৰ ফালে ঢাল খায়। আৰু ১৯৩৯ চনত মিছামৰাত হোৱা অসম কমিউনিষ্ট দলৰ প্ৰথম অধিবেশনৰ উদ্যোক্তা হয়। ১৯৪২ চনত আৰু স্বাধীনতাৰ পিছত বিষ্ণুৰাম মেধিৰ* দিনতো কমিউনিষ্ট দলৰ সভ্য হিচাপে দুবাৰো জেললৈ গৈছিল। নিজা মাটি বাৰী নাছিল। গোলাঘাটত দিয়া সামান্য কিতাপৰ দোকানেৰে সংসাৰ চলাইছিল। প্ৰগতিশীল অসমীয়া কবি। 'কাঠমিস্ত্ৰীৰ ঘৰ' তেওঁৰ এটি বিখ্যাত কবিতা। প্ৰকাশিত পুথি *'অভিযান'* (১৯৩৬)। সুবক্তা আৰু সুগায়কো আছিল। (১১০)

**ধীৰেন্দ্ৰনাথ বৰদলৈ** (৩০।১০।১৯২৭ - ১৯৮৯): জন্ম গুৱাহাটীত। পিতৃ গোপীনাথ*, মাতৃ সুৰবালা। নৱপ্ৰতিষ্ঠিত কামৰূপ একাডেমীৰ পৰা হাইস্কুলীয়া শিক্ষা লৈ ১৯৪৫ চনত কেইবাটাও ষ্টাৰ সহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। উচ্চশিক্ষাৰ অৰ্থে বেনাৰচ হিন্দু বিশ্ববিদ্যালয়লৈ গৈছিল, যদিও অসুস্থতাৰ বাবে উভতি আহি শ্বিলঙৰ চেণ্ট এডমাণ্ডচ্ কলেজত নাম লগায়। ১৯৪৮ চনত তাৰ পৰা আই. এ. পাছ কৰি অসম চিকিৎসা মহাবিদ্যালয়ত ভৰ্তি হয়। ডাক্তৰী শিক্ষা সাং কৰি সামৰিক চিকিৎসা বিভাগত লেফটেনাণ্ট ৰূপে যোগ দিয়ে। ১৯৭৯ চনত বিগ্ৰেডিয়াৰ হৈছিলগৈ। একাগ্ৰতীয়াকৈ সেৱা আগবঢ়োৱাৰ স্বীকৃতি ৰূপে ১৯৮৫ চনত ভাৰত চৰকাৰে 'বিশিষ্ট সেৱা মেডেল' প্ৰদান কৰে। ৰেল দুৰ্ঘটনাত মৃত্যু হয়। (৪০০)

**ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ** (১৯২৯ - ২৫।৭।১৯৯০): জন্ম নগাঁৱত। পিতৃ গুৱাহাটীৰ কল্পনাৰায়ণ। কলেজিয়েট স্কুল, কটন কলেজ আৰু লক্ষ্ণৌ বিশ্ববিদ্যালয়ত পঢ়াশুনা কৰি ১৯৫৩ চনত নৃতত্ত্বত স্নাতকোত্তৰ উপাধি লয়। অসম সেৱা সমিতিৰ অধীনত গাৰো পাহাৰত কিছুকাল কাম কৰি তাতে খণ্ড উন্নয়ন বিষয়া হিচাপে চৰকাৰী চাকৰিত যোগ দিয়ে। ১৯৬৫ চনত চৰকাৰী চাকৰি এৰি গাৰো পাহাৰৰ নৃতত্ত্ব বিষয়ক গৱেষণাত ৰত হয় আৰু দুবছৰৰ পিচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি. ফিল উপাধি পায়। ইয়াৰ পিছত নৃতত্ত্বৰ প্ৰবক্তা হিচাপে একে বিশ্ববিদ্যালয়ত যোগদান কৰে আৰু ১৯৯০ চনত ৰীডাৰ হিচাপে তাৰ পৰা অৱসৰ লয়। দক্ষ গৱেষক আছিল। বিশেষকৈ গাৰোসকলৰ ৰীতি-নীতি সম্পৰ্কে তেওঁৰ দখল আছিল প্ৰচুৰ। এই সম্পৰ্কে বক্তৃতা দিবলৈ যুগোস্লাভিয়া, জাপান আদি দেশলৈও গৈছিল। (৪০০)

**ধীৰেশ্বৰাচাৰ্য** (৫।১৮৫১-৯।১৯১৯): জন্ম কামৰূপ জিলাৰ আঠঘৰীয়া গাঁৱত। পিতৃ কেশৱাচাৰ্য, মাতৃ চন্দ্ৰপ্ৰভা। গাৱঁতে প্ৰাথমিক শিক্ষা সাং কৰি প্ৰথমে পিতামহৰ টোলত, পিছত লৰমা আৰু গুৱাকুচি গাঁৱৰ টোলত কিছুদিন পঢ়ি শেষত কোচবিহাৰৰ খাগৰিবাৰীৰ সিদ্ধনাথ বিদ্যাবাগীশৰ চতুষ্পাঠীত সংস্কৃত অধ্যয়ন কৰে। ইয়াত বিদ্যাবাগীশৰ ছন্দত ভুল ধৰি ঘৰলৈ আহি কিছুকাল পিছত আচাৰ্যৰূপে উত্তৰ গুৱাহাটীৰ টোললৈ আহে। ছাত্ৰাভাৱত টোলৰ অৱস্থা বেয়া হৈ অহাত গুণাভিৰাম বৰুৱা* প্ৰমুখ্যে দুজনমান লোকে তেওঁক নগাঁৱৰ টোললৈ লৈ যায়। তাতো ছাত্ৰৰ সংখ্যা কমি অহাত তাৰ চৰকাৰী স্কুলৰ হেডপণ্ডিত নিযুক্ত হয়।

তেওঁৰ পাণ্ডিত্যৰ কথা শুনি আউনীআটী সত্ৰৰ অধিকাৰ দত্তদেৱ গোস্বামীয়ে* তেওঁক আউনীআটীলৈ নিয়ে। তাত

সাত-আঠ বছৰমান থকাৰ পিছত গুৱাহাটীৰ পৌৰসভাই শুক্ৰেশ্বৰত সংস্কৃত টোল নিৰ্মাণ কৰাত তেওঁ তালৈ আহে। শেষ জীৱন নিজ গাৱঁত কটায়।

সংস্কৃত পণ্ডিত আছিল। আউনীআটীত থকা কালতে ছন্দ সম্পৰ্কীয় তেওঁৰ বিখ্যাত গ্ৰন্থ *'বৃত্তমঞ্জৰী'* লিখে। *'কৰ্ণভূক'* নাম দি 'কাণখোৱা'খন সংস্কৃতলৈ ভাঙিছিল। লৰ্ড কাৰ্জন অসমলৈ আহোঁতে সংস্কৃত ভাষাত অভিনন্দন পাঠ কৰিছিল। সপ্তম এডোৱাৰ্ডৰ মৃত্যুত শোক প্ৰকাশ কৰি আৰু পঞ্চম জৰ্জৰ অভিষেকত আনন্দ প্ৰকাশ কৰি সংস্কৃতত খণ্ডকাব্য লিখি বিলাতলৈ পঠিয়াইছিল। ১৯১০ চনত বৃটিছ চৰকাৰে 'মহামহোপাধ্যায়' উপাধি দিয়ে। (১৪৫, ১৪৮, ২৩৪)

**ধুপৰাম বসুমতাৰী** ( ?-৫।১০।১৯৮৯): নলবাৰী অঞ্চলৰ লোক। ১৯৩২ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। অৰ্থাভাৱত উচ্চ শিক্ষা লব নোৱাৰি ইটো সিটো কৰি ১৯৪৪ চনত নলবাৰী কাছাৰীত কাৰ্যালয় সহকাৰী ৰূপে সোমায়। ১৯৬৯ চনত কামৰ পৰা অৱসৰ লয়। বড়োসকলৰ সমাজ-সংস্কৃতি সম্পৰ্কে চৰ্চা কৰিছিল। এই বিষয়ে দুখন গ্ৰন্থ লিখি থৈ গৈছে— *'বড়ো-কছাৰী সংস্কৃতিৰ যৎকিঞ্চিৎ'* (১৯৫৫) আৰু *'বড়ো-কছাৰীৰ বাথৌ ধৰ্ম আৰু সমাজ সংস্কৃতি'* (১৯৮৮)। (৩৬৬)

**ধ্বজনাৰায়ণ** (১৭-১৮ শতিকা): পিতৃ ইন্দ্ৰনাৰায়ণ*। ককায়েক আদিত্য নাৰায়ণৰ* মৃত্যুৰ পিছত দৰঙৰ 'ডেকা ৰজা' হয়। কিছু বছৰৰ ভিতৰতে আহোমৰ লগত কিবা মতানৈক্য ঘটাত ভূটানলৈ পলায় যায় আৰু এগৰাকী ভূটীয়া ছোৱালী বিয়া কৰায়। পিছত এজন ভূটীয়া ৰাজকোৱঁৰৰ শহৰ হয়গৈ। (২৯১)

# ন

**নকুল চন্দ্ৰ ভূঞা** (১৮৯৫ - ১৬।১।১৯৬৮): জন্ম চাৰিঙত। পিতৃ চাৰিঙীয়া বাৰভূঞা বংশৰ গোপাল চন্দ্ৰ, মাতৃ খাৰঘৰীয়া বংশৰ ডালিমী। ১৯১৬ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি উচ্চ শিক্ষাৰ্থে



নকুল চন্দ্ৰ ভূঞা

কলিকতালৈ যায়। কিন্তু তাত সুবিধা কৰিব নোৱাৰি ইটো সিটো কৰি শেষত ডিব্ৰুগড় কাছাৰীত অফিচ কৰ্মচাৰী হিচাপে সোমায়। তাত কিছুদিন কাম কৰাৰ পিছত তেজপুৰলৈ বদলি হয়। ১৯২৮ চনত সেই কাম এৰি দি যোৰহাট চাহ কোম্পানীত সহকাৰী মেনেজাৰৰ প্ৰশিক্ষণ লয়। কোম্পানীৰ অন্তৰ্গত কেইবাখনো বাগিচাত সহকাৰী মেনেজাৰৰ কাম কৰি শেষত মেনেজাৰ পৰ্যন্ত হৈছিলগৈ। ১৯৫৪ চনত যোৰহাট চাহ কোম্পানীৰ পৰা অৱসৰ লৈ 'অষ্টোডিয়াচ' কোম্পানীত কিছুকাল কাম কৰি, যোৰহাটৰ নুমলিগড় বাগিচাৰ পৰা পূৰ্ণ অৱসৰ গ্ৰহণ কৰে। কিছুকাল অসম চৰকাৰৰ বিত্ত নিগমৰ সভ্য আছিল।

বুৰঞ্জীবিদ, নাট্যকাৰ আৰু গল্প লেখক। বুৰঞ্জীমূলক ৰচনা — *বাৰভূঞা* (১৯১৬), *বাৰভূঞাৰ চমু বুৰঞ্জী* (১৯৬১), *চাহ বাগিচাৰ বনুৱা* (১৯৬০), *ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া* (১৯৬১)। নাটক—*বদন বৰফুকন* (১৯২৭), *চন্দ্ৰকান্ত সিংহ* (১৯৩১), *বিদ্ৰোহী মৰাণ* (১৯৩৮), *নুমলী কুৱঁৰী* (১৯৬০)। গল্প সংগ্ৰহ

—*চোৰাংচোৱাৰ চ'ৰা* (১৯১৮), *জোনোৱালী* (১৯৩৩), *গল্পৰ শৰাই* (১৯৬২)। গৰখীয়া গীতৰ সংগ্ৰহ— *বহাগী* (১৯২৩)। অসম সাহিত্য সভাৰ লগত জড়িত আছিল। কিছুকাল ইয়াৰ কোষাধ্যক্ষও হৈছিল। ১৯৬৭ চনত ডিব্ৰুগড়ত বহা অসম সভাৰ অধিবেশনৰ সভাপতিত্ব কৰিছিল। কৃষ্ণকান্ত সন্দিকৈৰ* বাল্যবন্ধু আছিল। (১২৭, ২২২, ৩০৫)

**নগেন্দ্ৰ নাথ বসু** (১৮৬৬-১৯৩৮): জন্ম কলিকতাত। পিতৃ নীলৰতন। বাইশ খণ্ডৰ 'বিশ্বকোষ'ৰ লেখক আৰু সম্পাদক। *Social History of Kamarupa'* নামৰ তিনি খণ্ডৰ এখন গ্ৰন্থৰ ৰচয়িতা। (২৭৭)

**নগেন্দ্ৰ নাৰায়ণ চৌধুৰী** (১৮৮১-১৩।১১।১৯৪৭) : জন্ম গোৱালপাৰাৰ ওচৰৰ লক্ষ্মীপুৰত। পিতৃ খগেন্দ্ৰ নাৰায়ণ মেচপাৰাৰ জমিদাৰ আছিল। মাতৃ সাৰদাপ্ৰিয়া।



নগেন্দ্ৰনাৰায়ণ চৌধুৰী

গোৱালপাৰা, ধুবুৰী, কলিকতা, বৈদ্যনাথ, গয়া আদিত শিক্ষালাভ কৰে। এণ্ট্ৰেন্সলৈকে পঢ়ি কলিকতাৰ জুবিলী আৰ্ট একাডেমীত ভৰ্তি হয়। বিভিন্ন ওস্তাদৰ অধীনত ধ্ৰুপদী সংগীতৰ শিক্ষা লৈছিল। তবলা, এচৰাজ, বেহেলা, বাঁহী আদি বজাব পাৰিছিল। শৰীৰ চৰ্চাও কৰিছিল। ইন্দ্ৰজাল বিদ্যাতো নিপুণ আছিল। পিতৃৰ মৃত্যুৰ পিছত মেচপাৰাৰ জমিদাৰ হয়।

গোৱালপাৰা অঞ্চলত অসমীয়া ভাষা চৰ্চা কৰা অন্যতম প্ৰধান লোক। ১৯২৯ চনত দীননাথ শৰ্মাক(১)* সম্পাদক হিচাপে লৈ 'আৱাহন' আলোচনী প্ৰতিষ্ঠা কৰে। এই আলোচনীত আৰু 'বৰদৈচিলা'তো ভালেমান গল্প আৰু দুটিমান প্ৰবন্ধ ৰচনা কৰিছিল। নাটকো লিখিছিল আৰু সেইবোৰ মঞ্চস্থও হৈছিল, কিন্তু বৰ্তমান পোৱা নাযায়। *'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প'* (১৯৬৩) আৰু *'বীণাৰ ঝংকাৰ'* (১৯৬৪) প্ৰকাশিত গল্পৰ পুথি। কলিকতাত থাকোতে এ.এছ.এল ক্লাবৰ গুৰি ধৰিছিল। অসম সাহিত্য সভাৰ প্ৰধান পৃষ্ঠপোষক আছিল। ১৯৩১ চনত বহা এই সভাৰ শিৱসাগৰ অধিবেশনৰ পৌৰোহিত্য কৰিছিল। (১৪, ১২৭, ১৪৮)

**নজৰ আলি** ( ?-১৬।২।১৯৫৭): জন্ম মঙ্গলদৈৰ ওচৰৰ তুৰাইত। পিতৃ শনিৰুদ্দিন, মাতৃ মৰিয়ম। পাঠশালা স্কুলৰ পণ্ডিত আছিল। *'মোৰ জীৱনৰ কিছু কথা'* নামৰ এখন আত্মজীৱনীৰ ৰচয়িতা। (৬৬ক, ১১৯)

**নন্দ তালুকদাৰ** (৭।৩।১৯৩২ - ২৬।২।১৯৮৩): জন্ম সৰভোগৰ ওচৰৰ ভেৰভেৰী গাৱঁত। পিতৃ মহেন্দ্ৰ নাথ, মাতৃ যশোবালা। বাৰ বছৰ বয়সতে পিতৃহীন হোৱাত কষ্টত ডাঙৰ-দীঘল হয়। বৰনগৰ জুৰোৰাম হাইস্কুলত কেইশ্ৰেণীমান পঢ়ি গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ বিজ্ঞান শাখাত নাম ভৰ্তি কৰিছিল যদিও অৱশেষত বি. বৰুৱা কলেজৰ পৰা ১৯৬০ চনত বি. এ. উপাধি লয়। ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগত এম. এ. পাছ কৰি কিছুকাল শ্বিলঙৰ শংকৰদেৱ কলেজত অধ্যাপনা কৰে। ১৯৬৩ চনত পাণ্ডু কলেজলৈ আহে আৰু

মৃত্যুকাললৈকে তাত থাকে। আনন্দৰাম ঢেকিয়াল ফুকন* আৰু উনবিংশ শতিকাৰ অসম সম্পৰ্কে গৱেষণা কৰি মৃত্যুৰ পিছত ডক্টৰেট উপাধি পায়।



নন্দ তালুকদাৰ

আধুনিক অসমীয়া সাহিত্যৰ বিশিষ্ট গৱেষক আৰু প্ৰখ্যাত জীৱনীকাৰ। উল্লেখনীয় জীৱনী-গ্ৰন্থসমূহ হ'ল — *বনফুলৰ কবি দুৰ্গাবৰ, কনকলাল বৰুৱা* (১৯৭৩), *হেম বৰুৱা* (১৯৭৮), *প্ৰসন্নলাল* (১৯৭৮), *কালিৰাম মেধি* (১৯৭৮), *সীতানাথ ব্ৰহ্মচৌধুৰী* আৰু মৰণোত্তৰ প্ৰকাশ *সূৰ্যকুমাৰ ভূঞা* (১৯৮৪)। তেওঁৰ *'কবি আৰু কবিতা'* কেইগৰাকীমান বিশিষ্ট কবিৰ আৰু *'চিৰ চেনেহী মোৰ ভাষা জননী'* (১৯৭৬) অসম সাহিত্য সভাৰ সভাপতিসকলৰ জীৱন কাহিনীৰ সমষ্টি। তেওঁৰ আন এখন উল্লেখনীয় গ্ৰন্থ হ'ল *'সম্বাদ পত্ৰৰ ৰ'দ কাচঁলিত অসমীয়া সাহিত্য'* (১৯৭৫)। ন-পুৰণি কেইবাখনো অসমীয়া পুথি সম্পাদন আৰু সংকলন কৰিছিল। তেওঁৰ বহুতো জীৱনীমূলক প্ৰবন্ধ বাতৰিকাকত আৰু আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ লগত নিজকে জড়িত কৰি ৰাখিছিল। অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক, কামৰূপ অনুসন্ধান সমিতিৰ সহকাৰী সম্পাদক আৰু অসম একাডেমীৰ যুটীয়া সম্পাদক আছিল। আকস্মিক দুৰ্ঘটনাত মৃত্যু হয়। (৩৭, ১৯৩, ৩৭৫)

**নন্দমোহন মজুমদাৰ** (৩।৮।১৮৬৫ - ১৩।১১।১৯৭৩): জন্ম সৰভোগৰ ওচৰৰ দক্ষিণ গণকবাড়ী গাঁৱত। পিতৃ নকুল, মাতৃ নাওফুলি। গুৱাহাটীৰ পৰা গুৰু ট্ৰেইনিং পৰীক্ষা পাছ কৰি সৰভোগতে শিক্ষকতা কৰিছিল। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিয়ে আৰু ন মাহ সশ্ৰম কাৰাদণ্ড ভোগে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো ছ মাহ কাৰাবাস খাটিছিল। গান্ধীজীৰ আদৰ্শত সমাজ সেৱাক ব্ৰত হিচাপে লৈছিল। (৪৩ক)

**নন্দেশ্বৰ দ্বিজ** (১৮-১৯ শতিকা): দৰঙী কোঁৱৰ হয় নাৰায়ণৰ* আমোলত। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ একাংশ অসমীয়ালৈ অনুবাদ কৰিছিল। (২০০, ২১৮, ২৬৬)

**নৰনাথ মহন্ত** (১৯ শতিকা): নগাঁৱৰ মানুহ। গুণাভিৰাম বৰুৱা* সম্পাদিত 'আসাম বন্ধু'ত কবিতা আৰু প্ৰবন্ধ লিখিছিল। বলদেৱ মহন্তক* সাহিত্য চৰ্চা কৰিবলৈ উদগনি দিছিল। ৰচনা — *জ্ঞানাংকুৰ* (১ম আৰু ২য় ভাগ), *স্বাস্থ্য বিধি* (১৮৮৪)। (১১৭, ১৪০)

**নৰনাৰায়ণ** ( ?-১৫৮৪): পিতৃ বিশ্বসিংহ*। কোচ ৰজাসকলৰ ভিতৰত শ্ৰেষ্ঠতম। পিতৃদত্ত নাম মল্লদেৱ। কাশীত অধ্যয়ন কৰিছিল। কাশীত থাকোতেই পিতৃ বিয়োগ হোৱাত ককায়েক নৰসিংহই* নিজকে ৰজা বুলি ঘোষণা কৰে। কাশীৰ পৰা ততাতৈয়াকৈ আহি ভায়েক চিলাৰায়ৰ* সৈতে লগ লাগি নৰসিংহক খেদে। নৰনাৰায়ণ নাম লৈ নিজে ৰজা হয় আৰু চিলাৰায়ক ৰৰসেনাপতি পাতে। তেওঁৰ দিনতেই কছাৰী, জয়ন্তীয়া, ত্ৰিপুৰা, মণিপুৰ, ডিমৰুৱা আদি ৰাজ্যই কোচৰ বশ্যতা স্বীকাৰ কৰিছিল। আহোম ৰজাও কোচৰ হাতত দুবাৰকৈ পৰাস্ত হৈছিল। গৌড়ৰ ৰজাৰ লগতো যুঁজ দিছিল, যদিও পৰাজয় বৰণ কৰিব লগাত পৰে। মোগল সম্ৰাট আকবৰৰ লগত কূটনৈতিক সম্পৰ্ক আছিল।

বিদ্যোৎসাহী আৰু ধৰ্মপৰায়ণ ৰজা আছিল। অনেক কবি

আৰু পণ্ডিতক ৰাজসভাত স্থান দিছিল। তেওঁৰ নিৰ্দেশতেই ৰাম সৰস্বতীয়ে* মহাভাৰতৰ কেইবাটাও খণ্ড অসমীয়ালৈ ভাঙে। পুৰুষোত্তম বিদ্যাবাগীশে* ৰচনা কৰে তেওঁৰ 'প্ৰয়োগ ৰত্নমালা' ব্যাকৰণ। 'গ্ৰহণ কৌমুদী' আৰু 'সংক্ৰান্তি কৌমুদী' ৰচোতা পীতাম্বৰ সিদ্ধান্তবাগীশ* তেওঁৰ ৰাজগুৰু আছিল। শংকৰদেৱক* পৃষ্ঠপোষকতা কৰাৰ উপৰিও তেওঁৰ ধৰ্ম লবলৈয়ো ইচ্ছা প্ৰকাশ কৰিছিল। সকলো ধৰ্মৰ প্ৰতি সহনশীল আছিল। কালাপাহাৰে ভাঙি থৈ যোৱা কামাখ্যা মন্দিৰ পুনৰ্নিমাণ কৰিছিল। (৪১, ৬৮, ২৯৮)

**নৰনাৰায়ণ গোস্বামী** (২।১১।১৯০২ - ১।৪।১৯৮৪): জন্ম পাটাছাৰকুছিত। পিতৃ আত্মাৰাম, মাতৃ মধুপ্ৰিয়া। ১৯১৯ চনত বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯২৮ চনত কটন কলেজৰ পৰা বি. এ. পৰীক্ষা পাছ কৰে। পিচলৈ আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধি লৈ গুৱাহাটীত উকীল হয়। স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল। ১৯৩০ চনত এবছৰ, ১৯৪১ চনত ছমাহ. ১৯৪২ চনত পুনৰ ছমাহ কাৰাদণ্ড ভুগিছিল। ১৯৫২ চনত অসম বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। ১৯৫৯ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি আছিল। বৈষ্ণৱ ধৰ্মৰ প্ৰতি অনুৰাগী আছিল। *'দামোদৰ ব্যাখ্যান'*, *'দেৱ দামোদৰ গুৰু দৰ্শন'* প্ৰমুখ্যে দুখনমান পুথি সম্পাদনা কৰিছিল। (৪৩)

**নৰসিংহ** (১৬ শতিকা): কোচৰজা বিশ্বসিংহৰ* বৰপুত্ৰ। পিতৃৰ মৃত্যুত কোচ ৰাজপাটত উঠিছিল। কিন্তু এই বাতৰি পাই কাশীত পঢ়ি থকা তেওঁৰ দুই ভাই নৰনাৰায়ণ* আৰু চিলাৰায়* কোচবিহাৰত উপস্থিত হোৱাত ভয়তে ৰাজ্য এৰি প্ৰথমে নেপাললৈ, পিছত ভূটানলৈ পলাই যায়গৈ। (৪১, ২৯৮)

**নৰহৰি বুঢ়াভকত** (১৯১৩-২৩।১০।১৯৮৫): জন্ম বৰপেটাত। পিতৃ থানেশ্বৰ মিস্ত্ৰী, মাতৃ উৰ্বশীবালা। দীক্ষাগুৰু নাৰায়ণ দেৱমিশ্ৰ*। ভোৰতাল নৃত্যৰ প্ৰৱৰ্তক। বৰপেটাৰ ভকতসকলৰ পৰা সত্ৰীয়া গীত, নৃত্য, বাদ্য আদিৰ শিক্ষা লৈছিল। ১৯৫৪ চনত গুৱাহাটীত বহা সদৌ অসম সংগীত সম্মিলনী, ১৯৫৭ চনত নগাঁৱত বহা অসম সংগীত নাটক একাডেমীৰ সম্মিলনত ওজাপালি, সত্ৰীয়া নৃত্য, বৰগীত আদি পৰিবেশন কৰি পুৰস্কাৰ পাইছিল। ১৯৫৭ চনত মাদ্ৰাজত বহা ইণ্ডিয়ান ফাইন আৰ্টচ্ ছোচাইটিৰ ৰূপালী জয়ন্তী উৎসৱত ভোৰতাল নৃত্য প্ৰদৰ্শন কৰি যশস্যা আৰ্জিছিল। বৰপেটাত 'নৰহৰি বুঢ়াভকত সংগীত বিদ্যালয়' প্ৰতিষ্ঠা কৰি সত্ৰীয়া সংস্কৃতিৰ শিক্ষা দিছিল। 'এৰা বাটৰ সুৰ' আৰু 'অমৰ লক্ষ্মীনাথ' বোলছবিত নৃত্য প্ৰদৰ্শন কৰিছিল। দিল্লীকেন্দ্ৰৰ দূৰদৰ্শনতো নৃত্যাভিনয় দেখুৱাইছিল। কেৰলীয়া ভকত আছিল। (৫০, ৩৪৬)

**নৰীয়া ৰজা : চুত্যিনফা** চাওক।

**নৰেন মহন্ত** (৯।১৯৩৪ - ৯।১১।১৯৭২) : জন্ম কলিয়াবৰৰ শ্যামকাণু সত্ৰত। পিতৃ দেৱকান্ত, মাতৃ ৰেৱকান্তি। অষ্টমমানলৈকে পঢ়ি কুঁৱৰীটোল মোকচাম প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হয়। কবি আৰু সমাজকৰ্মী আছিল। '৭২ চনৰ ভাষা আন্দোলনৰ সময়ত কুঁৱৰীটোলত হোৱা গুলিচালনাত মৃত্যু হয়। (৩৪০)

**নৰোত্তম দ্বিজ** (১৮-১৯ শতিকা) : দৰঙীৰাজ হয়-নাৰায়ণৰ আমোলত ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ একাংশ অসমীয়ালৈ ভাঙিছিল। (১৯০, ২১০, ২৫৮)

**নলিনীকান্ত বৰুৱা** (২০ শতিকা) : প্ৰতিভাশালী সাহিত্যিক। কম সংখ্যক গল্প লিখি অসমীয়া সাহিত্যত স্থান ৰাখি গৈছে। এৰিখ মেৰিয়া ৰেমাৰ্কৰ All Quiet on the Western Front' নামৰ উপন্যাসখন *'পশ্চিম সীমান্তত পূৰ্ণ শান্তি'* নামেৰে অসমীয়ালৈ অনুবাদ কৰিছিল। কম বয়সত

আত্মহত্যা কৰে। (৩২৩)

**নলিনী চৌধুৰী** (৯।৩।১৯৪১ - ১৩।১২।১৯৮৩): জন্ম দক্ষিণ কামৰূপৰ বনগাঁও মৌজাৰ আহ্কেৰিটাৰী গাঁৱত। বকো, ছয়গাওঁ, গুৱাহাটীৰ কামৰূপ একাডেমী আৰু বি. বৰুৱা কলেজত পঢ়ি প্ৰাক-বিশ্ববিদ্যালয় শ্ৰেণীলৈকে শিক্ষা লয়। লগতে ইকবাল হোছেইন খানৰ শাস্ত্ৰীয় সংগীতৰ শিক্ষা লৈ লক্ষ্মৌলৈ যায় আৰু তাৰ পৰা সংগীত বিশাৰদ উপাধি লয়। অসম চৰকাৰৰ সাংস্কৃতিক বিভাগত কিছুকাল চাকৰি কৰাৰ পিছত সৰু-সুৰা ব্যৱসায় আদি কৰি জীৱন নিৰ্বাহ কৰিছিল। সংগীতজ্ঞ আৰু গীতিকাৰ। গুৱাহাটী অনাঁতাৰ কেন্দ্ৰৰ নিযমীয়া কণ্ঠশিল্পী আছিল। তিনিখনকৈ ৰেকৰ্ডত গীত বাণীবদ্ধ হৈছিল। প্ৰায় আঢ়ৈশ গীত ৰচনা কৰিছিল। গীতৰ পুথি— *'ছিঙা তাঁৰৰ সুৰ'* (১৯৫৮), *'এমুঠি পোহৰ অকণি মৰম'* (১৯৬৬)। (৪০০)

**নলিনীবালা দেৱী** (২৩।৩।১৮৯৮ ২৪।১২।১৯৭৭): জন্ম বৰপেটাত। পিতৃ নবীনচন্দ্ৰ বৰদলৈ*, মাতৃ হেমন্তকুমাৰী। গোপালকৃষ্ণ দে* প্ৰভৃতিৰ তত্ত্বাৱধানত ঘৰতে পঢ়িছিল। এঘাৰ বছৰ বয়সতে শিৱসাগৰৰ জীৱেশ্বৰ চাংকাকতীৰ স'তে বিয়া হয়। আঠ বছৰীয়া দাম্পত্য জীৱনত পাঁচোটি সন্তানৰ জননী হোৱাৰ পিছত বিধবা হৈ পিতৃগৃহলৈ আহে। কবিতা লিখাত সৰুৰে পৰা ৰাপ আছিল। *'পিতা'* নামে এটি কবিতা লিখিছিল দহ বছৰ বয়সতে। বৈধব্যৰ পিছত আশাসুধীয়াকৈ লাগে। ৰচনা: কবিতা পুথি — *সন্ধিয়াৰ সুৰ* (১৯২৮), *সপোনৰ সুৰ* (১৯৪৩), *পৰশমণি* (১৯৫৪), *যুগদেৱতা* (১৯৫৭), *জাগৃতি* (১৯৬০), *অলকানন্দা* (১৯৬৭) জীৱনী— *পিতৃৰ জীৱন চৰিত 'স্মৃতিতীৰ্থ'* (১৯৪৮), *বিশ্বদীপা* (১৯৬১), *সৰ্দাৰ বল্লভভাই পেটেল*, আত্মজীৱনী— *'এৰি অহা দিনবোৰ'* (১৯৭৬)। প্ৰবন্ধ সংকলন — *শান্তিপথ*। শিশু নাটিকা — *পাৰিজাতৰ অভিষেক, মীৰাবাঈ, শেষ পূজা, প্ৰহ্লাদ*।

১৯৫৪ চনত অসম সাহিত্য সভাৰ বৰপেটাত বহা অধিবেশনৰ কবি সন্মিলনৰ পৌৰোহিত্য কৰিছিল। গোলাঘাটত বহা সদৌ অসম ছাত্ৰ সন্মিলনৰ (১৯৪৭)



নলিনীবালা দেৱী

আৰু নগাঁৱত বহা প্ৰাদেশিক মহিলা সমিতিৰ অধিবেশনৰ সভানেত্ৰী আছিল। ১৯৬৭ চনত *'অলকানন্দা'* পুথিৰ বাবে সাহিত্য একাডেমীৰ বঁটা লাভ কৰে। ১৯৫৭ চনত ভাৰত চৰকাৰে 'পদ্মশ্ৰী' উপাধি দিয়ে। অসম চৰকাৰৰ পৰা সাহিত্যিক পেন্সন (১৯৪৮) আৰু কেন্দ্ৰীয় চৰকাৰৰ পৰা সাহিত্য বৃত্তি (১৯৫৪) পাইছিল। (১০, ১২৭, ১৪১,

**নবীন চন্দ্ৰ বৰদলৈ** (৩।১১।১৮৭৫-১৬।১।১৯৩৬): জন্ম উত্তৰ গুৱাহাটীত। পিতৃ মাধৱচন্দ্ৰ*, মাতৃ সোমেশ্বৰী। ১৮৯২ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতালৈ যায়। তাৰ চেণ্ট জেভিয়াৰ্চ কলেজৰ পৰা আই.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰেচিডেন্সী কলেজত পঢ়ে আৰু তাৰ পৰা ১৮৯৬ চনত বি.এ. উপাধি লয়। কলিকতাতে এম.এ. আৰু আইনো পঢ়িছিল। এম.এ. পৰীক্ষাত কৃতকাৰ্য নহ'ল যদিও যথাসময়ত বি.এল উপাধি

লাভ কৰে। চৰকাৰৰ ঘৰৰ পৰা দুবাৰো ই.এ.চি পদ যঁচা হৈছিল, কিন্তু চৰকাৰী চাকৰি প্ৰত্যাখ্যান কৰি ১৯০৩ চনত গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯০৯ চনত কলিকতালৈ গৈ তাৰ হাইকোৰ্টত ১৯১৮ চন পৰ্যন্ত ওকালতি কৰিছিল।

বিচক্ষণ ৰাজনীতিজ্ঞ আছিল। ১৯১৫ চনত 'আসাম এছোচিয়েছন'ৰ ডিব্ৰুগড় অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। ১৯১৯ চনত ইয়াৰ প্ৰতিনিধিৰূপে প্ৰসন্ন কুমাৰ বৰুৱাৰে* সৈতে মণ্টেগু-চেমচ্ফোৰ্ড শাসন সংস্কাৰত অসমক অন্তৰ্ভুক্ত কৰোৱাৰ অৰ্থে ইংলেণ্ডলৈ যায়।



নবীন চন্দ্ৰ বৰদলৈ

১৯২০-২১ আৰু ২২ চনত অমৃতসৰ, কলিকতা আৰু নাগপুৰত হোৱা জাতীয় কংগ্ৰেছত অসমৰ প্ৰতিনিধিৰূপে যোগ দিয়ে। ১৯২১ চনত ওকালতি এৰি অসহযোগ আন্দোলনৰ নেতৃত্ব লয় আৰু ডেৰ বছৰ কাৰাবাস খাটে। ১৯২৫ চনত শিৱসাগৰত বহা অসম ছাত্ৰ সম্মিলনৰ সভাপতিত্ব কৰে। ১৯২৬ চনত পাণ্ডুত বহা জাতীয় কংগ্ৰেছ অধিবেশনৰ সম্পাদক হৈ তৰুণৰাম ফুকন,* ৰোহিণীকান্ত হাতীবৰুৱা* আদিৰ সহযোগিতাত ইয়াক সাফল্যমণ্ডিত কৰি তোলে, যাৰ ফলত ঘৰ বাৰী বন্ধকত দিব লগাত পৰে। ১৯২৭ চনত স্বৰাজ্য দলৰ যোগেদি অসম ব্যৱস্থাপক সভাত সোমাই তাৰ দলপতি হৈছিল। ১৯৩০-৩১ কালছোৱাৰ আইন অমান্য আন্দোলনৰ নেতৃত্ব দিছিল। ১৯৩৪ চনত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে থিয় হৈ তৰুণৰাম ফুকনক পৰাস্ত কৰি কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্য হয়। ১৯৩২-৩৫ কালছোৱাত কামৰূপ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। কটন কলেজ, আৰ্ল ল কলেজ আদি স্থাপনত আগভাগ লৈছিল।

সাহিত্য চৰ্চাও কৰিছিল। *'শ্যাম বৰণীয়া অসম আই ধুনীয়া'*কে আদি কৰি কেইবাটিও দেশপ্ৰেমমূলক গীত ৰচিছিল। গান গাব আৰু বাঁহী বজাব জানিছিল। জোনাকী, বিজুলী, বাঁহী আদি কাকতত তেওঁৰ কবিতা আৰু প্ৰবন্ধাৱলী প্ৰকাশ পাইছিল। 'অনিতা গেৰিবল্ডি'ৰ জীৱনী, *'গৃহলক্ষ্মী'* নামৰ এখনি সামাজিক নাট (১৯১১) *'কৃষ্ণলীলা'* নামৰ অমিত্ৰাক্ষৰ ছন্দত লিখা এখন পৌৰাণিক নাট (১৯১১) তেওঁৰ ৰচিত পুথি। ইয়াৰ উপৰিও চেক্সপীয়েৰৰ তিনিখন নাট 'ট্ৰইলাচ এণ্ড ক্ৰেচিডা', 'টেমিং অৱ দি শ্ৰু' আৰু 'কিং লীয়েৰ' যথাক্ৰমে *'তৰুণ কাঞ্চন'*, *'দন্দুৰীদমন'* আৰু *'বিষাদ কাহিনী'* নাম দি অসমীয়ালৈ অনুবাদ কৰিছিল। 'কেনাৰাম ঢোল' নাম লৈ 'বাঁহী'ত খুহতীয়া ৰচনাও লিখিছিল। অসম সাহিত্য সভাই সংগীত শাখাৰ সভাপতি হবলৈ তেওঁক দুবাৰো অনুৰোধ কৰিছিল যদিও তেওঁ সন্মত হোৱা নাছিল। ৰাইজে 'কৰ্মবীৰ' উপাধিৰে বিভূষিত কৰিছিল। নলিনীবালা দেৱী* আৰু উমেশ চন্দ্ৰ বৰদলৈৰ* পিতৃ। (১৩১, ১৪০, ১৪৮, ১৬৮, ২৬৪)

**নবীনচন্দ্ৰ ভট্টাচাৰ্য** (২৮।৩।১৯০৪ - ৭।৯।১৯৭৩) : জন্ম বিশ্বনাথ চাৰিআলিৰ ওচৰৰ ভীৰগাঁৱত। পিতৃ কাশীনাথ, মাতৃ পাহিতা। চাৰিআলি মজলীয়া স্কুলত কিছুকাল পঢ়ি অৰ্থৰ অভাৱত আগুৱাব পৰা নাছিল। ১৯২৫ চনত কলিকতালৈ গৈ তাত অট'মবাইল ইঞ্জিনীয়াৰিং পঢ়েগৈ। তাৰ পৰা ডিপ্লোমা লৈ চাহ বাহিগছাৰ চাকৰিত সোমাইছিল।

কিন্তু বছৰেক পিছতে চাকৰি এৰি স্বাধীনতা আন্দোলনত লাগে। কেইবাবাৰো কাৰাবাস খাটিছিল। নিষ্ঠাবান সমাজ সেৱক আছিল। বিশ্বনাথ কলেজৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। (১৫০ক)

**নবীন চন্দ্ৰ শৰ্মা** (১৭।১১।১৯০০ - ৭।৮।১৯৭৪) : জন্ম গুৱাহাটীত। পিতৃ চন্দ্ৰনাথ। গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগাইছিল; কিন্তু অসহযোগ আন্দোলনত যোগ দি কলেজ এৰে। কটন কলেজৰ উদ্ভিদ বিজ্ঞান বিভাগত ডেমনষ্ট্ৰেটৰৰ চাকৰি কৰিছিল। ভাল ফুটবল খেলুৱৈ আৰু সন্তৰণবিদ আছিল। অভিনয়তো দক্ষ আছিল। *'শাৰীৰিক শিক্ষাৰ হাতপুথি'* আৰু *'শিশু শিক্ষা প্ৰণালী'* নামৰ দুখন পুথিৰ লেখক। ৰঙিয়াল মনৰ শিশুপ্ৰিয় লোক আছিল। (১৪)

**নাওৰংৰাম আগৰৱালা** ( ? ১৯৫৭ - ? ১৮৩২): জন্ম ৰাজপুতনাৰ টাঁই গাৱঁত। ১৮১১ চনত গোৱালপাৰালৈ আহে। তাৰে এখন দোকানত গোমস্তা হৈ সোমাই বিশ্বনাথ পাযহি। ইযাতে চাকৰি এৰি নিজাকৈ ব্যৱসায় কৰিবলৈ লয। পিছত গমিৰিত ঘৰ কৰে। ইয়াতে চাদুৰী আৰু সোণপাহী নামে দুজনী অসমীয়া ছোৱালী বিয়া কৰে। মণিৰাম দেৱানৰ* পৰামৰ্শত ছয়দুৱাৰ হাটৰ কৰতোলা বিষয়া হয়। ডফলাসকলক বশ কৰাৰ পুৰস্কাৰ হিচাপে বৃটিছৰ পৰা কলংপুৰ মৌজা পায়। খেতিপথাৰ আৰু ঠিকা কাম কৰাৰ উপৰিও উত্তৰ লক্ষীমপুৰ আৰু ডিব্ৰুগড়ত দোকান পাতিছিল। ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিচাও তেওঁৱেই খোলা। শংকৰী ধৰ্মত শৰণ লৈছিল। জন্মস্থান দৰ্শন কৰিবলৈ যোৱাৰ পথত কলিকতাত মৃত্যু হয়। হৰিবিলাস আগৰৱালাৰ* পিতৃ। (৩০৯)

**নাগাক্ষ** (আ: ১০ম শতিকা) : দৰঙৰ পূৰ্বাঞ্চলৰ ৰজা আছিল। বিশ্বনাথৰ ওচৰৰ প্ৰতাপগড়ত ৰাজধানী পাতিছিল। নাগশংকৰ মন্দিৰ নিৰ্মাণ কৰোঁতা। (৪১, ৬৮, ২৯৮)

**নাথন ব্ৰাওন** (২২।৬।১৮০৭ - ১।১।১৮৮৬) : জন্ম আমেৰিকা যুক্তৰাষ্ট্ৰত। পিতৃ থেট্‌চি গ'ল্ডস্মিথ ব্ৰাওন। কুৰি বছৰ বয়সত স্নাতক হৈ কিছুদিন শিক্ষকতা কৰি বেপ্টিষ্ট সমাজৰ মিছনেৰীৰূপে ১৮৩৩ চনত বৰ্মাৰ মৌলমেন পাযহি। আমেৰিকাৰ মিছনেৰী বোৰ্ডৰ নিৰ্দেশত ১৮৩৫ চনত ওলিভাৰ টি. কাটাৰৰ* সৈতে সপৰিয়ালে সদিয়ালৈ আহে আৰু ১৮৩৭ চন মানৰ পৰা বাইবেল অসমীযালৈ ভাঙনি কৰা কামত লাগে। ১৮৩৯ চনত খামতিযে বিদ্ৰোহ কৰাত কাটাৰৰ সৈতে জয়পুৰ পায়হি। তাতো নগা বিদ্ৰোহ হোৱাত ১৮৪১ চনত শিৱসাগৰলৈ যায় আৰু তাত থিতাপি লাগে।

১৮৫০ চনত গুৱাহাটীলৈ আহে। পিছৰ বছৰত 'বেপ্টিষ্ট এছোছিয়েন অব্ আসাম'ৰ সভাপতি নিৰ্বাচিত হয়। মিছনৰ কামত ক্ষুন্ন হৈ ১৮৬৫ চনত কাম ইস্তফা দি আমেৰিকালৈ যায়গৈ। তাত 'আমেৰিকান বেপ্টিষ্ট' নামে এখন আলোচনীৰ সম্পাদনা কৰিছিল আৰু দাস প্ৰথাৰ বিৰুদ্ধে যুঁজিছিল। ১৮৭২ চনত জাপানলৈ যায় আৰু 'নিউ টেষ্টামেণ্ট' জাপানী ভাষালৈ অনুবাদ কৰে। তাতে মৃত্যু হয়।

ধৰ্ম প্ৰচাৰৰ লগতে অসমীয়া ভাষাৰ হকে যথেষ্ট কাম কৰিছিল। ১৮৪৮ চনত 'নিউটেষ্টামেণ্ট'ৰ তেওঁ কৰা ভাঙনি *'আমাৰ ত্ৰানকৰ্তা যীশু খৃষ্টৰ নতুন বিষয়'* প্ৰকাশ পায়। ১৮৪৫ চনত প্ৰকাশিত হয় *'যীশুখৃষ্টৰ বিবৰণ আৰু শুভযাত্ৰা'*। ১৮৪৮ চনত *Grammatical Notes on The Assamese Language* প্ৰকাশ কৰে। প্ৰায় তিনি কুৰি গীত অনুবাদ কৰিছিল। শদিয়াত থাকোতে চিংফৌ আৰু খামতি ভাষাতো পাঠ্যপুথি ৰচনা কৰিছিল। ১৮৪৮ চনৰ জানুৱাৰী মাহৰ পৰা কাটাৰৰ সহযোগিতাত 'অৰুনোদই' কাকত উলিয়ায়। ১৮৫৪ চনৰ ডিচেম্বৰ মাহলৈকে ইয়াৰ সম্পাদক আছিল। অৰুনোদইত বিভিন্ন প্ৰবন্ধ-পাতি

লিখিছিল। অসমীয়া ভাষাৰ স্বাতন্ত্ৰ্য ভালকৈ উপলব্ধি কৰিছিল। কেইবাখনো পুৰণি অসমীয়া পুথি ছপা কৰি উলিয়াইছিল, যেনে — কাশীনাথ তামুলী ফুকনৰ* 'আসাম বুৰঞ্জী পুথি' (১৮৪৪), বকুল কায়স্থৰ* দুইখণ্ডীয়া 'গণিতৰ



নাথন ব্ৰাওন

পুথি' (১৯৪৫), 'চুটীয়া বুৰঞ্জী' (১৮৫০)। অৰুনোদইৰ নক্সা কটা খনিকৰৰ কামো কৰিছিল। The Whole World Kin নামৰ পত্নীয়ে লিখা তেওঁৰ জীৱনীমূলক গ্ৰন্থত অসমত থকা কালছোৱাৰ বহল আলোচনা আছে। (১২৯, ২০৪, ২৬৬)

**নাৰায়ণ চন্দ্ৰ বৰুৱা** (১৮৬৮-১৯৩৩) : জন্ম যোৰহাটৰ ওচৰৰ মেলেঙত। পিতৃ ৰোমেশ্বৰ, মাতৃ প্ৰভাৱতী। যোৰহাটৰ ওচৰে-পাজৰে কিছুদিন সংস্কৃত শিকি শিৱসাগৰৰ

স্কুলত ইংৰাজী পঢ়িবলৈ আহে। কিন্তু পঢ়া সাং নকৰাকৈয়ে ঘৰলৈ গৈ ১৮৯১ চনত 'অসম নাৰ্চাৰী' নামে এখন শাকপাচলিৰ বাৰী পাতে। উন্নত কৃষিপদ্ধতিৰে খেতি কৰি বিভিন্ন নতুন ধৰণৰ শস্য উৎপাদন কৰিছিল। *'কৃষিতত্ত্ব'*, *'কৃষি বচন'*, *'কৃষি দৌল'* আৰু *'ভাল খেতি'* নামে কেবাখনো কৃষি বিষয়ক পুথি লিখিছিল। 'অসম কৃষক' (পিছত 'খেতিয়ক') নামেৰে এখন মাহেকীয়া কাকতো উলিয়াইছিল। কৃষিকাৰ্যত পাৰ্গতালি দেখুওৱা বাবে ইংৰাজ চৰকাৰৰ পৰা 'ৰায়চাহাব' উপাধি লাভ কৰিছিল। (১৮৫)

**নাৰায়ণ দাস** (১৪৯৫ - ?) : জন্ম ব্ৰহ্মপুত্ৰৰ উত্তৰে কামৰূপৰ মালৌ গাঁৱত। পিতৃ ধৰ্ম, মাতৃ হৰিপ্ৰিয়া। পিতৃদত্ত নাম আছিল ভৱানন্দ। সৰুতে ঘাট মাউৰা হোৱাত জন্মস্থানৰ পৰা আহি মানাহ আৰু চাউলখোৱা নদীৰ সংগমৰ নামানগৰ বা হালধীয়া গাৱঁত থাকিবলৈ লয়। কামৰূপ, বেহাৰ, ভূটান আদিত বেপাৰ কৰি আঢ্যৱন্ত হৈছিল। শংকৰদেৱ* চূণপোৰাত থাকোতে শিষ্যত্ব লয়, শংকৰদেৱে নাম দিয়ে নাৰায়ণ দাস। মাধৱদেৱৰ* সখি আছিল। গুৰুৰ হৈ নৰনাৰায়ণ ৰজাৰ* বিষয়াৰ হাতত কষ্ট ভুগিছিল আৰু ভূটীয়াৰ হাতত বেচা গৈছিল। শংকৰ-মাধৱক প্ৰয়োজন অনুসাৰে ধন-ধান দি সহায় কৰিছিল। গুৰুৰ মৃত্যুৰ পিছত সত্ৰ সংগঠন কাৰ্যত মাধৱদেৱৰ সোঁহাত আছিল। বৰনগৰত বদুলা আতাৰ* লগত বছৰেক থকা কালত নিতৌ একোটাকৈ ফকৰা মাতি শুনাইছিল। দুইএটি গীতো তেওঁৰ নামত আছে। ঠাকুৰ আতা নামেৰেও জনাজাত। (৬৬খ ২০০, ২০৩)

**নাৰায়ণ দেৱমিশ্ৰ** ( ।১০।১৮৭৭ - ১৬।৭।১৯৬৩) : পিতৃ ৰামৰাম গুৰুৰ* বংশধৰ গোবিন্দদেৱ, মাতৃ ভুৱনেশ্বৰী। প্ৰাথমিক বিদ্যালয়ত কিছুকাল পঢ়াৰ পিছত প্ৰথমে পিতৃৰ ওচৰত, পিছত মোমায়েকৰ ওচৰত সংস্কৃত শিকে। সংস্কৃতত সুপণ্ডিত আছিল। ১৯২৯ চনত কাশীত বহা অখিল ভাৰতীয় ব্ৰাহ্মণ সমাজৰ অন্যতম বিচাৰক

নিৰ্বাচিত হৈছিল। অসম সংস্কৃত সমিতিৰ দুটাকৈ সমাৱৰ্তন উৎসৱৰ (মঙ্গলদৈ, ১৯৪৮ আৰু লক্ষীমপুৰ, ১৯৬১) আৰু সংস্কৃত পৰিষদৰ তেজপুৰত বহা তৃতীয় অধিবেশনৰ সভাপতিত্ব কৰিছিল। ১৯৩৬ চনত কামৰূপ সঞ্জীৱনী সভাই 'ভাগৱত বাগীশ' উপাধি দিয়ে। ১৯১০ চনত কিছু অংশীদাৰ গোটাই 'শাস্ত্ৰ প্ৰকাশ প্ৰেছ' খুলিছিল। বৰপেটাৰ পৰিবহন ব্যৱসায়ৰো উদ্যোক্তা আছিল। অসমীয়া আৰু

সংস্কৃত ভাষাত লিখা কেইবাখনো পুথি অপ্ৰকাশিত অৱস্থাত থাকে, যেনে— *সংস্কৃত ব্যাকৰণ পদ্ধতি, ভাগৱতী ভক্তিধৰ্ম, শ্ৰীকৃষ্ণ চৰিত, নামঘোষাৰ ব্যাখ্যা, ছন্দোমণি*। (১২১ক, ২৩৫)

**নাৰায়ণ বৰবৰা** (১৯ শতিকা) : গোলাঘাট অঞ্চলৰ মানুহ। পিতৃ জুৰণ মৌজাদাৰ আছিল। খুড়াক মায়াৰাম*। ১৮৫৭ চনৰ ইংৰাজ বিৰোধী আন্দোলনত মণিৰাম দেৱানৰ* সহযোগিতা কৰা হেতুকে তিনি বছৰ ফাটেক খাটিছিল। লক্ষ্মীনাথ ফুকনৰ* পিতামহ। (১৮৪)

**নাৰায়ণ বৰ্মন** (?— আ ৫১০) : পিতৃ মহেন্দ্ৰবৰ্মন*। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় ২৫ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮, ২৯৮):

**নাৰায়ণ ভূঞা** ( ? - ১৫২০) : পিতৃ অসমলৈ অহা সাতঘৰ কায়স্থৰ অন্যতম শ্ৰীধৰ ভূঞাৰ নাতি গোবৰ্ধন। মুছলমানৰ আক্ৰমণত নীলাম্বৰৰ* দিনত যেন ৰাজ্য ধ্বংস হোৱাত ১৪৯৮ চনৰ পৰা ১৫২০ চনমানলৈকে উত্তৰ কামৰূপত প্ৰতাপেৰে ৰাজ্য চলাইছিল। ৰাজ্যৰ নাম আছিল 'ক্ষেত্ৰী'। কপিলা নামে ঠাইত বাস কৰিছিল। ১৫২০ চনত কোচৰজা বিশ্বসিংহৰ* লগত ছমাহ ধৰি চলা ৰণত নিহত হয়। নাৰায়ণ গোমস্থা বা গোমথা নামেও জনাজাত। (২৩২খ, ২৯৯)

**নাৰায়ণী সন্দিকৈ** (১৩।১১।১৮৮২-২২।১২।১৯৩৮) : জন্ম উত্তৰ লক্ষীমপুৰত। ঘিনাৰাম গোহাঞিবৰুৱা* আৰু লক্ষ্মীদেৱীৰ নুমলীয়া কন্যা। পদ্মনাথ গোহাঞিবৰুৱাৰ* ভনীয়েক। ১৮৯৭ চনত ৰাধাকান্ত সন্দিকৈৰ* লগত বিয়া হয়। কৃষ্ণকান্ত সন্দিকৈ* তেওঁলোকৰ জ্যেষ্ঠ পুত্ৰ। ১৯২৯ চনত গোলাঘাটত বহা অসম মহিলা সমিতিৰ অধিৱেশন, উত্তৰ লক্ষীমপুৰ মহিলা সভা, শিৱসাগৰৰ জয়মতী উৎসৱ



নাৰায়ণী সন্দিকৈ

আদিৰ সভানেত্ৰী আছিল। (৪৯, ১১৩, ২৮৯)

**নাহৰ খোৰা** ( ? ১৭৬৯) : মৰাণ সম্প্ৰদায়ৰ লোক। আহোমৰ ৰজাৰ এজন শইকীয়া আছিল। মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম নায়ক। ১৭৬৯ চনত লক্ষ্মী সিংহ* স্বৰ্গদেউৰ বিৰুদ্ধে হোৱা যুদ্ধত তেওঁৰ পত্নীদ্বয় ৰাধা* আৰু ৰুক্মিণীয়ে* বীৰত্বেৰে যুঁজিছিল। স্বৰ্গদেউ পৰাভূত হোৱাত নাহৰ খোৰা নিজে মন্ত্ৰী হয় আৰু পুতেক ৰতিকান্তক* ৰজা পাতে। পিছে আহোমে পুনৰ ৰাজ্য লোৱাত আহোম সৈন্যাই কচুবনিৰ পৰা তেওঁক উলিয়াই আনি হত্যা কৰে। (২৮৮, ২৯১)

**নিকুঞ্জলতা চলিহা** (১৮৭৭-৯।৪।১৯৪৮) : জন্ম নামতিত। পিতৃ দামোদৰ বৰুৱা, মাতৃ মণিৰাম দেৱানৰ* কন্যা লম্বিতা। বায়েকৰ মৃত্যুত ভিনিহিয়েক কালীপ্ৰসাদ চলিহাই* বিয়া কৰায়। *'স্তুতিমালা'* নামৰ এখন গীতৰ পুথিৰ ৰচয়িত্ৰী। শিৱসাগৰৰ বিভিন্ন সমজুৱা কামৰ সৈতে যুক্ত আছিল। (২৬১)

**নিংনি ভাউৰা** (আ. ১৮৩৫— আ. ১৯১৫) : জন্ম বৰপেটাত। পিতৃ লক্ষ্মণ ওজাৰ* বংশৰ আনন্দি। ১৯

শতিকাৰ অসমৰ খ্যাতিমন্ত ভাৱৰীয়া। কৌতুক অভিনয় কৰাৰ উপৰিও অনেক ধেমেলীয়া গীতো মুখে-মুখে ৰচনা



নিশ্নি ভাওৰা

কৰিছিল। ভালেমান সাঁথৰ আৰু ফকৰা-যোজনাও তেওঁৰ নামত আৰোপিত। (৫২)

**নিত্যশোভন দেৱ : বল্লভ চন্দ্ৰ দেৱ** চাওক।

**নিত্যানন্দ দেৱ** ( ? - ১৬৫০) : অনিৰুদ্ধ দেৱৰ* বৰপুত্ৰ কৃষ্ণদেৱৰ* দ্বিতীয় পুত্ৰ। ককায়েক হৰিৰামদেৱৰ* মৃত্যুৰ পিছত ১৬৪৪ চনত খুটিয়াপোতা সত্ৰৰ অধিকাৰ হয়। ছখন পুথিৰ প্ৰণেতা — (১) চতুৰ্থ স্কন্ধ ভাগৱতৰ পৰা *'সতী চৰিত'*, (২) ৯৬২টা ঘোষা সম্বলিত *'ভক্তি মংগল'*, (৩) *'মৎস্য চৰিত'*, (৪) অষ্টম আৰু দশম স্কন্ধ ভাগৱতৰ মূল টীকাৰ ভাঙনি, (৫) *'মাৰীচ বধ'* নাট আৰু (৬) দুটা ভটিমা সহ আঠকুৰি বৰগীতৰ পুথি। চুৰমফা ভগা ৰজাৰ* দিনত ৰজাৰ পিতৃ-শ্ৰাদ্ধলৈ নিমন্ত্ৰিত হওঁতে নিজকে তুংখুঙ্গীয়া ৰজাঘৰৰ সমান বুলি দম্ভ কৰাত বেজদলৈ ভণ্ডাৰী বৰুৱাৰ উচটনিত শিৱসাগৰৰ ওচৰৰ কুঁজিবালিত তেওঁক হত্যা কৰি দিখৌ নৈত উটাই দিয়া হয়। তেওঁৰ মৃত্যুৱে মোৱামৰীয়া বিদ্ৰোহ সবল কৰাত অৰিহণা যোগাইছিল। (১৯০, ২৮০, ২৮৯)

**নিত্যানন্দ বৰদলৈ** ( ।১২।১৯০৪- ৩১।৩।১৯৭৩) : জন্ম তেজপুৰৰ ওচৰৰ দিপোতা গাঁৱত। ১৯২১ চনৰ অসহযোগ আন্দোলনত লাগি নৱমমান শ্ৰেণীতে পঢ়া এৰে আৰু এবছৰমান জেল খায়। গুৱাহাটীৰ নিউ প্ৰেছত চাকৰি কৰিছিল। অভিনয়ত ৰাপ আছিল। (১৪৩)

**নিধি লিবাই ফাৰোৱেল** (১৮২৭ - ২৪।১।১৮৭৩) : জন্ম গহপুৰৰ ওচৰৰ সূতাৰ গাঁৱত। প্ৰকৃত নাম নিধিৰাম কেওট। কিবাকৈ সপৰিয়ালে সদিয়া পায়গৈ আৰু তাত ইলাইজা হুইট্‌নি ব্ৰাওন* আৰু হেৰিয়েট বি.এল. কাটাৰে* স্থাপন কৰা মিছন স্কুলত নাম লগায়। পিতৃ বিয়োগ হোৱাত মাকৰ লগত জয়পুৰলৈ আহে। ইয়াতে মাকো ঢুকুৱাত শ্ৰীমতী কাটাৰে তেওঁৰ দায়িত্ব লয়। ১৮৪১ চনত জয়পুৰতে খৃষ্টান ধৰ্মত দীক্ষিত হয়। প্ৰথম অসমীয়া খৃষ্টান আছিল।

'অৰুনোদই' কাকতত প্ৰবন্ধ আৰু কবিতা লিখিছিল। বৈষ্ণৱ কবিতাৰ আহিত লিখা 'বিনই বচন', 'নিস্তাৰৰ উপাই' আদি কবিতাবোৰ আধুনিক অসমীয়া কবিতাৰ আৰম্ভণি। ১৮৫৫ চনত National Science in Familiar Dialogue নামৰ এখন কিতাপ বাংলাৰ পৰা অসমীয়ালৈ *'পদাৰ্থ বিদ্যাৰ সাৰ'* নামেৰে অনুবাদ কৰে। ইয়াৰ উপৰিও *'ভাৰতীয় দণ্ডবিধি'* (১৮৬৫) আৰু দুখনমান ধৰ্মৰ প্ৰচাৰ পুস্তিকা ৰচনা কৰিছিল। 'অৰুনোদই'ত 'হিন্দুস্থানৰ বুৰঞ্জী' নামৰ এলানি প্ৰবন্ধ লিখিছিল। খৃষ্টান প্ৰচাৰকসকলৰ বৰ্ণবিন্যাস সৰলীকৰণ ৰীতিৰ সমৰ্থক আছিল আৰু হেমচন্দ্ৰ বৰুৱাৰ* ৰীতিৰ বিৰোধিতা কৰিছিল। শিৱসাগৰত মৃত্যু হয়। (১২৯, ১৪৮, ১৭৩ক, ২০০, ২১১, ২৫৮)

**নিবাৰণ চন্দ্ৰ লস্কৰ** (১৯০৮— ?) : জন্ম কাছাৰ জিলাৰ ফুলবাৰীত। হাইলাকান্দি, চিলেট আৰু ঢাকাত শিক্ষা লৈ ঢাকা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত এম.এ. পাছ কৰে।

শিলচৰৰ গুৰুচৰণ কলেজত সংস্কৃত আৰু বাংলাৰ অধ্যাপনা কৰিছিল। ১৯৪৭ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫০-৫২ কালছোৱাত উপমন্ত্ৰী পদ লাভ কৰে। লোকসভাৰ সদস্যৰূপে ১৯৫২ চনৰপৰা ভালেমান বছৰকাল আছিল। অনুসূচীত সম্প্ৰদায়ৰ উন্নয়ণ, অস্পৃশ্যতা দূৰীকৰণ, তেতিয়াৰ পূৰ্ব পাকিস্তানৰ পৰা অহা শৰণাৰ্থীসকলৰ পুনৰ্বাসন আদি কামত বিশেষ ভূমিকা লৈছিল। (৩২৫)

**নিৰঞ্জন দেৱ** ( ? ১৬৫৮) : পিতৃ বাসুদেৱ। বংশীগোপাল দেৱৰ* ছত্ৰছায়াত কুৰুৱাবাহী সত্ৰত ডাঙৰ দীঘল হৈছিল। বেহাৰৰ দামোদৰদেৱৰ* সত্ৰলৈ গৈ তাত কেবা বছৰো থাকি ভাগৱত অধ্যয়ন কৰিছিল। ৰাজৰোষত পৰি বহুকাল কুৰুৱাবাহীৰ পৰা আঁতৰি কাঁড়ীগাঁৱত আছিল। জয়হৰি দেৱৰ* মৃত্যুৰ পিছত কুৰুৱাবাহী সত্ৰৰ অধিকাৰ হয়। ১৬৪৪ চন মানত চুত্যুংফা* বা নৰীয়া ৰজাই আউনীআটী সত্ৰ সজাই তেওঁক তাৰ অধিকাৰ পাতে। তেওঁৰ দিনতে নৰীয়া ৰজাৰ পুত্ৰ চুতামলা* বা জয়ধ্বজ সিংহৰ অনুগ্ৰহত আউনীআটী সত্ৰ জয়জয় মযময় হৈ পৰে। জয়ধ্বজ সিংহই তেওঁৰ ওচৰত শৰণো লৈছিল। ডেকা অধিকাৰ আৰু অধিকাৰ পদৰ বাবে ৰজাৰ অনুমোদন লোৱা প্ৰথা তেওঁৰ দিনতে হয়। বিভিন্ন ঠাইত বাহৰ পাতি লোকক শৰণ ভজন দিয়া প্ৰথাও তেওঁ প্ৰচলন কৰে। দেবেৰাপাৰ, পছুমৰা প্ৰমুখ্যে আউনীআটীৰ পাঁচখনমান শাখা সত্ৰ স্থাপন কৰিছিল। (৯৭)

**নিৰ্মলচন্দ্ৰ দেৱ** (১৮৫৪-১৮৯৫) : জন্ম গোলাঘাটৰ বুৰামুখত। পিতৃ বল্লভ চন্দ্ৰ দেৱ*। পিতৃৰ মৃত্যুত ১৫ বছৰ বয়সত দিহিংসত্ৰৰ অধিকাৰ হয়। দানী আৰু বিদ্যোৎসাহী আছিল। ৰহাৰ ওচৰৰ হাবিয়ামুখত নিজ খৰচত এখন মজলীয়া স্কুল খুলিছিল। হাবিয়ামুখতে মৃত্যু হয়। ২৩টি গীতৰ ৰচক। এওঁৰ আন এটি নাম বিনন্দ শোভন দেৱ। (২৩৮, ২৬১ক)

**নিৰ্মলেশ্বৰ শৰ্মা** (১৯১২-৩০।১১।১৯৮০): জন্ম যোৰহাটত। পিতৃ দুৰ্গেশ্বৰ*। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা, কটন কলেজৰ পৰা ১৯৩২ চনত প্ৰথম বিভাগত আই. এ. আৰু ১৯৩৪ চনত দৰ্শনত সন্মানসহ বি.এ. পৰীক্ষা পাছ কৰে। কলিকতাত এম.এ. পঢ়িছিল যদিও শিক্ষা সাং নকাৰলে বি.এল. উপাধি লৈ যোৰহাটত প্ৰথমে কিছুকাল ওকালতি কৰি পিছত চাহবাগিছাৰ মেনেজাৰ হয়। সেই কামো এৰি পিছত চৰকাৰী চাকৰিত সোমায়। ১৯৫০ চনৰ পৰা ১৭ বছৰ ধৰি 'জনশিক্ষা' আলোচনী সম্পাদনা কৰিছিল। 'দৈনিক অসম' কাকতৰ 'গঞাৰ মেল' বিভাগ পৰিচালনা কৰিছিল। ১৯৬৯ চনৰ পৰা মৃত্যুলৈকে 'ৰ'দালি' নামৰ শিশু আলোচনীৰ সম্পাদক আছিল। *'ভাইটিৰ সাধু'*, *'দশ বিদেশৰ গল্প'*, *'স্বামী বিবেকানন্দ'* প্ৰমুখ্যে সৰু সৰু কেইখন গ্ৰন্থৰ ৰচক। (২৪৩)

**নীলকণ্ঠ চোলাধৰা ফুকন** (১৯ শতিকা) :আহোম ৰজাৰ বিষয়া আছিল। ১৮৫৭ চনত হোৱা ইংৰাজ বিৰোধী আন্দোলনত মণিৰাম দেৱানৰ* লগত সংযোগ ৰখা বাবে আৰু কন্দৰ্পেশ্বৰ সিংহৰ* গোপন মেলত যোগ দিয়া বাবে ইংৰাজ চৰকাৰে ১৪ বছৰৰ কাৰণে তেওঁক কলীয়াপানীলৈ নিৰ্বাসন দিছিল। (১৮৪)

**নীলকণ্ঠ দাস** (আ. ১৭ শতিকা) : ফুলগুৰি সত্ৰৰ প্ৰতিষ্ঠাতা মনোহৰৰ পৰিণতি গোপালৰ প্ৰেৰণাত দামোদৰদেৱৰ* এখনি নিৰ্ভৰযোগ্য চৰিত প্ৰণয়ন কৰিছিল। তেওঁৰ জীৱনৰ সবিশেষ জনা নাযায়। (৫৭)

**নীলকুমুদ বৰুৱা** : ইন্দীবৰ বৰুৱা চাওক।

**নীলধ্বজ** (১৫ শতিকা) : পশ্চিম কামৰূপৰ প্ৰাচীন ৰজা। পাল বংশৰ শেষ ৰজাক পৰাস্ত কৰি খেন বংশৰ সূচনা কৰে। কমতাপুৰত ৰাজধানী পাতিছিল। (৪১, ৪৪, ২৯৮)

**নীলমণি ফুকন** (২২।৬।১৮৮০ ২০।১।১৯৭৮) : জন্ম ডিব্ৰুগড়ত। পিতৃ ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ* বংশৰ লম্বোদৰ। মাতৃ চন্দ্ৰাৱতী। ১৯০০ চনত ডিব্ৰুগড় চৰকাৰী



নীলমণি ফুকন

হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত ভৰ্তি হৈছিল। তাত এবছৰ পঢ়ি কটন কলেজিয়েট স্কুলত ন-কৈ খোলা এফ.এ. শ্ৰেণীত নাম লগায়। অসুখত ভুগি দুবছৰমান পৰীক্ষা দিব পৰা নাছিল। ১৯০৫ চনতহে এফ.এ. পাছ কৰে। ১৯০৭ চনত কোচবিহাৰৰ ভিক্টোৰীয়া কলেজৰ পৰা বি.এ. উপাধি লয়। কলিকতাত দুবছৰ আইন পঢ়িছিল। কিন্তু পৰীক্ষা নিদি ১৯১১ চনত ডিব্ৰুগড়ৰ নৱপ্ৰতিষ্ঠিত হাইস্কুল জৰ্জ ইনষ্টিটিউছনৰ প্ৰধান শিক্ষক হয়হি। ১৯২৮ চনলৈকে ইয়াত আছিল। ইয়াত থাকোতেই ডিব্ৰুগড়ত নীলমণি চাহ বাগিচা খুলি চাহখেতিত লাগিছিল। ৰাজনীতিতো নামিছিল। ১৯২১ চনত স্বতন্ত্ৰভাৱে অসম ব্যৱস্থাপক-সভাৰ সদস্য হয়। ১৯৩৫ চনত কংগ্ৰেছত যোগদান কৰে। স্বাধীনতাৰ পিছত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে দুবাৰো বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল (১৯৪৮-৫২, ১৯৫২-৫৭)। অম্বিকাগিৰী ৰায়চৌধুৰীৰ* 'সংৰক্ষিণী সভা'ৰ কিছুকাল গুৰি ধৰিছিল। বক্তৃতা দিয়াত পাৰ্গতালিৰ বাবে 'বাগ্মীবৰ' উপাধি পাইছিল।

ৰাজনীতি আৰু সাহিত্য চৰ্চাৰ লগতে সংবাদ চৰ্চাও কৰিছিল। ডিব্ৰুগড়ৰ পৰা ওলোৱা 'আলোচনী' কাকতৰ সম্পাদক আছিল। 'অসমীয়া' আলোচনী চলোৱাত চন্দ্ৰকুমাৰ আগৰৱালাক* সহায় কৰিছিল। যোৰহাটৰ পৰা ওলোৱা প্ৰথম অসমীয়া দৈনিক বাতৰি কাকত 'দৈনিক বাতৰি'ৰ (১৯৫২) প্ৰতিষ্ঠাতা সম্পাদক আছিল। 'ন জোন' নামৰ এখন মাহেকীয়া আলোচনীও সম্পাদনা কৰিছিল (১৯৩৪)।

খ্যাতিমান সাহিত্যিক। গদ্য পদ্য উভয়তে সাহিত্য ৰচনা কৰিছিল। ৰচনা : *গদ্য*- সাহিত্য কলা (১৯৪০), *জয়াতীৰ্থ* (১৯৪১), *চিন্তামণি* (১৯৪৭), *মহাপুৰুষীয়া ধৰ্ম*, *কীৰ্তনৰ লৰণু* (১৯৭৩), *জগতগুৰু শ্ৰীমন্ত শংকৰৰ ভক্তিমাৰ্গ দৰ্শন;* কবিতা — *জ্যোতিকণা* (১৯৩৮), *গুটিমালি* (১৯৫০), *অমিত্ৰা* (১৯৫২), *জিঞ্জিৰি* (১৯৫২), *মানসী* (১৯৫৩), *আহুতি* (১৯৬১), *মৰ্মবাণী* (১৯৬২), *তৰুণ অসম* (১৯৬৫), *মৰা ডালত কুঁহিপাত* (১৯৬৫), *শতধাৰা, তুমি নোহোৱা কি* (১৯৭১), *মানস প্ৰতিমা* (১৯৭১)।

শিৱসাগৰত (১৯৪৪) আৰু ডিব্ৰুগড়ত (১৯৪৭) বহা অসম সাহিত্য সভাৰ ১৯তম আৰু ২০তম অধিৱেশনৰ সভাপতি আছিল। নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই 'সাহিত্যৰত্ন' আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে সন্মানসূচক 'ডি লিট' উপাধি প্ৰদান কৰিছিল। ১৯৬৯ চনত নব্বৈ বছৰ বয়সত বাৰ্লিনত অনুষ্ঠিত বিশ্ব শান্তি পৰিষদৰ অধিৱেশনত যোগদান কৰি ৰাছিয়া আদি দেশ ভ্ৰমণ কৰিছিল। চিৰকুমাৰ

আছিল। (১০, ৪৩, ১২৭, ২৩০)

**নীলাম্বৰ** (১৫ শতিকা) : খেন বংশৰ সৰ্বশেষ আৰু সৰ্বপ্ৰধান ৰজা। পিতৃ চক্ৰধ্বজৰ মৃত্যুত ১৪৮০ চনমানত কমতা ৰাজ্যৰ ৰজা হয়। পূবে বৰনদী আৰু পশ্চিমে কৰতোৱা লৈকে ৰাজ্য বিস্তাৰ কৰিছিল। ডালেমান আলি আৰু গড নিৰ্মাণ কৰোঁতা। ১৪৯৮ চনত বংগৰ নবাব হোচেন চাহে তেওঁৰ ৰাজ্য ধ্বংস কৰি খেন বংশৰ অন্ত পেলায়। (৪১, ৬৮, ২৯৮)

**নীলিমা বৰুৱা** (— ১৯৭৪) : পিতৃ গৌৰীপুৰৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱা*, স্বামী সন্তোষকুমাৰ। শান্তিপুৰৰ কলা ভৱনত শিক্ষালাভ কৰিছিল। পিছত কলা সামগ্ৰীৰ ওপৰত চৰ্চা কৰিবলৈ লয় আৰু লোক কলা সংগ্ৰহৰ কামত লাগে। অসমৰ আৰু ভাৰতৰ অন্যান্য ঠাইৰো, বিভিন্ন কলা সম্পদ সংগ্ৰহ কৰি বোম্বাই, দিল্লী, এনেকি পেৰিচতো সিবোৰৰ প্ৰদৰ্শনী পাতিছিল। অসমৰ,আৰু ভাৰতৰো, হেণ্ডিক্ৰেফ্‌ট বোৰ্ডৰ উপদেষ্টা আছিল। প্ৰমথেশ বৰুৱা* আৰু প্ৰকৃতীশ বৰুৱাৰ* ভগ্নী। (৪০০)

**নুমলি বৰগোহাঁই** (১৮ শতিকা) . পিতৃ মানুৰিৰ লাই থেপেনা বৰগোহাঁই। গদাধৰ সিংহৰ* পৰা আৰম্ভ কৰি ৰাজেশ্বৰ সিংহ*লৈকে— এই কালছোৱাৰ বৰ্ণনা কৰি 'চকৰিফেঁটী' নামে এখন বুৰঞ্জী লিখিছিল ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ দিনত। ইয়াত কীৰ্তিচন্দ্ৰ বৰবৰুৱা* জলমবটা দৰ্জীৰ ঘৰৰ বুলি উল্লেখ কৰাত কীৰ্তিচন্দ্ৰ ক্ষুন্ন হয়। তেওঁ স্বৰ্গদেউৰ হতুৱাই ৰাজ্যৰ সকলো বুৰঞ্জী সংগ্ৰহ কৰি পৰীক্ষা কৰায় আৰু যিবোৰত খুঁত থকা বুলি ভবা হৈছিল, সেইবোৰ পুৰি পেলোৱায়। (৬৮, ২৯৯)

**নুমলীয়া গাম** (১৮৯৮ - ২২।৯।১৯৮৭): জন্ম গোলাঘাটৰ ওচৰৰ আঁহতগুৰিত। আঁহতগুৰি গাঁও পঞ্চায়তৰ সভাপতি আৰু গোলাঘাট লোকেল বোৰ্ডৰ সদস্য আছিল। ১৯৫২ চনত ছোচিয়েলিষ্ট দলৰ প্ৰাৰ্থী হিচাপে বিধানসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। ১৯৫৬ চনত কংগ্ৰেছত যোগ দিয়ে। সদৌ অসম ট্ৰাইবেল সংঘ আৰু মিচিং বানে কেবাওৰ সক্ৰিয় কৰ্মী হিচাপে জনজাতীয় লোকসকলৰ উন্নতিৰ কামত আগভাগ লৈছিল। বিনোবা ভাৱেৰ আহ্বানত আশী বিঘা মাটি দান কৰিছিল। (৩২৬ক)

## প

**পজিৰুদ্দিন আহমদ** (? —১৯৪৯) : যোৰহাটৰ মানুহ। পঢ়াশলীয়া শিক্ষা বিশেষ নাছিল। অসহযোগ আন্দোলনত লাগি কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত কাৰাবৰণ কৰিছিল। পত্নীৰ মৃত্যুৰ পিছত যোৰহাটৰ পৰা উঠি জয়পুৰ চাহ বাগিচালৈ গৈ তাত ঠিকা ঠুকলি কৰিছিল। পিছত কানিৰ মহলদাৰ হয়গৈ। দক্ষ অভিনেতা আৰু নাট্যকাৰ আছিল। *'গুলেনাৰ'* (১৯২৪) আৰু *'সিন্ধু বিজয়'* (১৯২৮) নামৰ দুখন নাটৰ ৰচক। *'অবাক জলপান'* নামৰ এখন নিমাতী নাট বহু ঠাইত অভিনীত হৈছিল। *'মৌ সিতা'* নামৰ এখন ব্যংগ কবিতাৰ পুথি লিখিছিল। ১৯৩৫ চনত ছৈয়দ ছাদুল্লাৰ* পৃষ্ঠপোষকতাত ওলোৱা 'খাদিম' নামৰ এখন সাদিনীয়া বাতৰি কাকত সম্পাদনা কৰিছিল। (৮, ২০০, ২৬৬)

**পড়িয়া মাধৱ** (১৫২৯—১৬৩২) : জন্ম পলাশবাৰী-মিৰ্জাৰ ওচৰৰ উৰপোটত(?)। পিতৃ মধুমল ভূঞা, মাতৃ মালতী। সন্ন্যাসী হৈ নানা ঠাই ফুৰি সুন্দৰীদিয়াত মাধৱদেৱক* লগ পায় আৰু তেওঁত শৰণ লয়। এবাৰ দুৰ্গা গোঁসানী দৰ্শন কৰা বাবে মাধৱদেৱে তেওঁক ছুমাহলৈ এৰি থৈছিল। দক্ষিণ কামৰূপ, হেৰেম্দ, উৰপোট আদি ঠাইত সত্ৰ পাতিছিল। বিয়া কৰাইছিল কৃষ্ণ আতৈৰ কন্যা

ইন্দুমতীক, পিছত তেওঁৰ ভনীয়েকক। তেওঁৰ পুত্ৰসকলৰ ভিতৰত মুৰাৰিয়ে শুৱালকুছিত সত্ৰ পাতিছিল, বৰপুত্ৰ ভোলা হেৰেম্দ সত্ৰৰ অধিকাৰী হৈছিল পিতৃৰ মৃত্যুৰ পিছত। আন এক পুত্ৰ ত্ৰিপুৰাৰি বা নিৰঞ্জন ডকাইতৰ হাতত নিহত হয়। (২০২, ২০৯, ২১০)

**পদুম বৰুৱা** (২০ শতিকা) : জন্ম গুৱাহাটীত। পিতৃ ফটিক চন্দ্ৰ*। অভিনেতা, পৰিচালক, চিত্ৰশিল্পী আৰু মঞ্চ সজ্জাকৰ আছিল। নাটো ৰচিছিল। তেওঁৰ ৰচিত নাট *'পৰীক্ষিতৰ অভিশাপ'* অসমৰ বিভিন্ন অঞ্চলত অভিনীত হৈছিল। (৬)

**পদ্ম আতা** (১৬-১৭ শতিকা): লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত জন্ম। পিতৃ তিতা চোমদাৰ। কেঁচুৱাতে দেউতাক ঢুকোৱাত মাকৰ সৈতে ঢলপুৰত থকা মোমায়েকৰ ঘৰলৈ আহে। ইয়াত গৰখীয়াৰ কাম কৰি কিছু বছৰ থকাৰ পিছত পুনৰ নাৰায়ণপুৰলৈ যায় আৰু বাৰুৱতি হিচাপে সেনাবাহিনীত সোমাই ডফলাৰ বিৰুদ্ধে যুঁজ দিয়ে। যুঁজত বহুত মানুহ মৰা দেখা পাই সংসাৰৰ প্ৰতি উদাসীন হোৱাত ককায়েক-বৌৱেকে বিয়া কৰাই দিয়ে। পিছে মনৰ পৰিৱৰ্তন নহ'ল, বৰং ঘৰ এৰি আহি জয় ভাৰতী নামৰ এজন ব্ৰাহ্মণৰ লগত থাকিলহি। ইয়াতে কেশৱ চৰণ আতাই* লগ পাই কোচবিহাৰত থকা মাধৱদেৱৰ* ওচৰলৈ লৈ যায়। মাধৱৰ শৰণ লৈ তেওঁৰ নিৰ্দেশত উজনীত ধৰ্ম প্ৰচাৰাৰ্থে ঘৰলৈ উভতি আহে। মাধৱদেৱৰ মৃত্যুৰ পিছত পুনৰ এবাৰ কামৰূপলৈ গৈছিল আৰু নাৰায়ণ দাস,* মথুৰাদাস,* গোপাল আতা,* হৰিচৰণ ঠাকুৰ* আদিক লগ ধৰিছিল। উজনীলৈ আহি মুদৈভেটি, হৰিপুখুৰী আদি দৰং আৰু লক্ষীমপুৰ জিলাৰ বিভিন্ন ঠাইত সত্ৰ পাতে। শেষত মাজুলীত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। তাতে মৃত্যু হয়। 'বদুলা আতা' নামেৰেও জনাজাত আছিল। (২০২, ২০৩, ২০৮, ২১০)

**পদ্ম কুমাৰী বৰগোহাঁই** (২৪।১।১৯১৩-২৫।৪।১৯৭৬) : জন্ম শ্বিলঙত। পিতৃ সিদ্ধেশ্বৰ গোহাঁই। স্বামী যোগেশ বৰগোহাঁই*। ১৯৫৪ চনৰ পৰা ১৯৬২ চনলৈকে ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সভানেত্ৰী আছিল। মৰাণ সমষ্টিৰ পৰা তিনিবাৰকৈ অসম বিধান সভাৰ সদস্যা নিৰ্বাচিত হৈছিল। বিমলা প্ৰসাদ চলিহা* আৰু মহেন্দ্ৰমোহন চৌধুৰী* মন্ত্ৰীসভাৰ সদস্যা আছিল। সাহিত্য চৰ্চাও কৰিছিল। ৰচনাৱলী: উপন্যাস— *'মাধুৰী'*, *'হিন্দুনাৰী'*, *'ঘৰৰ লখিমী'*; গল্প— *'মনোৰমা'*; শিশুগ্ৰন্থ— *ৰুনজুনৰ সপোন*। ১৯৬০ চনৰ পৰা ১৯৬৮ চনলৈকে মহিলা আলোচনী 'সাৰথি'ৰ সম্পাদিকা আছিল। ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁইৰ* ভনীয়েক। (৪০০)

**পদ্মধৰ চলিহা** (১০।১৮৯৯ - ১২।৬।১৯৬৯): জন্ম শিৱসাগৰত। পিতৃ ফণীধৰ, মাতৃ মণিৰাম দেৱানৰ নাতিনী গুণদালতা। ১৯০৮ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স, ১৯১০ চনত কটন কলেজৰ পৰা আই.এ. ১৯১২ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা ইংৰাজীত সন্মান সহ বি.এ., একে বছৰতে গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি.এল., ১৯১৬ চনত কটন কলেজৰ পৰা ইংৰাজীত এম.এ. পাছ কৰে। শিৱসাগৰত ওকালতি আৰম্ভ কৰি ১৯২৩ চনত ডিব্ৰুগড়লৈ যায় আৰু তাত ওকালতি কৰেগৈ। ১৯২৯ চনত পুনৰ শিৱসাগৰলৈ আহি ১৯৪৪ চন পৰ্যন্ত অধিবক্তা ৰূপে থাকে। ১৯৪৫-৪৬ কালছোৱা অস্থায়ী ই.এ.চি হিচাপে শিৱসাগৰ আৰু গুৱাহাটীত চাকৰি কৰিছিল। ১৯৪৭ চনত শিৱসাগৰ কলেজ প্ৰতিষ্ঠা কৰে আৰু অধ্যক্ষ ৰূপে বাৰ বছৰ কাম কৰি অৱসৰ লয়।

ছাত্ৰাৱস্থাৰ পৰাই সামাজিক কাম-কাজত আগভাগ লৈছিল। অসম ছাত্ৰ সন্মিলনৰ প্ৰথম সম্পাদক আছিল

(১৯১৭)। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্রিয় অংশ লৈছিল আৰু কাৰাবাস খাটিছিল। দেশপ্রেমমূলক


পদ্মধৰ চলিহা

অনেক গীত লিখি জাতীয় আন্দোলনত অৰিহণা যোগাইছিল। একেধাৰে গীতিকাৰ, কবি আৰু নাট্যকাৰ। তেওঁৰ ৰচিত গীতৰ পুথিসমূহ হ'ল — *ফুলনি* (১৯১৫), *স্বৰাজ সংগীত* (১৯২১), *গীত লহৰী* (১৯২৮)। কবিতাপুথি— *শৰাই* (১৯২৮), *ৰংপুৰে কথা কয়* (১৯৫৬), *পদুমণি* (১৯৬৬)। নাট— *অমৰ লীলা* (ৰোমিও জুলিয়েটৰ অনুবাদ); *নিয়ন্ত্রণ* (১৯১৮), ধেমেলীয়া নাট— *কেনে মজা* (১৯২৮), সম্পাদিত গ্রন্থ *'গল্পমালা'* (১৯৩২)। ইবিলাকৰ উপৰিও *'অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙনি'* (১৯৫৬), *'মহাবীৰ লাচিত বৰফুকন'* (১৯৫৬), *Sahityarathi of Assam* (১৯৫৬) নামৰ তিনিখন আলোচনামূলক পুথিৰ ৰচক। *'জীৱন বীণৰ সুৰ'* (১৯৬৩) শীর্ষক এখন আত্মজীৱনীমূলক পুথিও লিখিছিল। ১৯২৮-২৯ কালছোৱাত সিংহদত্ত দেৱ অধিকাৰীৰ* সহযোগত 'অর্ঘ্য' নামৰ এখন পাষেকীয়া আলোচনী উলিয়াইছিল। ১৯৩১-৩৪ কালছোৱাত 'সাদিনীয়া অসম'ৰ সম্পাদনা কৰাৰ উপৰিও 'বাঁহী' আলোচনীৰ সহকাৰী সম্পাদকৰ দায়িত্বও বহন কৰিছিল। ১৯৩৪ চনত মঙ্গলদৈত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সংগীত শাখাৰ সভাপতিত্ব কৰিছিল। ১৯৫৮ চনত তিনিচুকীয়াত বহা সাহিত্য সভাৰ মূল অধিবেশনৰ সভাপতি আছিল। (৪৩, ১২৭, ১৪৫, ২০০, ২০৭, ২২২)

**পদ্মনাথ গোহাঞি বৰুৱা** (২৪।১০।১৮৭১—৭।৪।১৯৪৬): জন্ম উত্তৰ লক্ষীমপুৰৰ নকাৰি গাঁৱত। পিতৃ ঘিণাৰাম, মাতৃ লক্ষ্মীদেৱী। উত্তৰ লক্ষীমপুৰৰ পৰা ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীর্ণ হৈ শিৱসাগৰ হাইস্কুলত নাম লগায়। কিন্তু দেউতাকৰ পৰামর্শত ইংৰাজী শিক্ষা আধাতে এৰি মণ্ডল চার্ভে স্কুলত এবছৰ পঢ়ি পুনৰ শিৱসাগৰ হাইস্কুললৈ আহে। দশমমান শ্ৰেণী পাওঁতেই তাৰ হেডমাষ্টৰ

চন্দ্ৰমোহন গোস্বামী* কহিমালৈ বদলি হোৱাত তেওঁ কহিমা হাইস্কুলত নাম লগাই ১৮৯০ চনত তাৰ পৰা এণ্ট্রেন্স পৰীক্ষা পাছ কৰে। উচ্চ শিক্ষার্থে কলিকতালৈ যায় আৰু এফ. এ. আৰু আইন পঢ়ে। কেইবাখনো কলেজ বাগৰি পাছ কৰিব নোৱাৰাত উভাতি আহি কহিমা মধ্য ইংৰাজী স্কুলৰ হেডমাষ্টৰ হয়হি। পিছত যোৰহাটত কিছুকাল শিক্ষকতা কৰি ১৮৯৩ চনত তেজপুৰ নৰ্মাল স্কুললৈ আহে আৰু তাতে স্থায়ীভাবে বাস কৰে।

স্বনামধন্য সাহিত্যিক । কবিতা, নাটক, উপন্যাস আদি সাহিত্যৰ প্ৰায় সকলো বিভাগতে হাত দিছিল। ৰচনা: কবিতা পুথি —*জুৰণি* (১৯০১), *লীলা* (১৯০১), *ফুলৰ চানেকি* (১৯৪১); বুৰঞ্জীমূলক নাটক— *জয়মতী* (১৯০১), *গদাধৰ* (১৯০৭), *সাধনা* (১৯১১), *লাচিত বৰফুকন* (১৯১৪), *বাণৰজা* (১৯৩২); প্রহসন নাট— *গাওঁবুঢ়া* (১৮৯৭), *টেটোন তামুলী* (১৯০৯), *ভূত নে ভ্ৰম* (১৯১৫); উপন্যাস— *ভানুমতী* (১৮৯০),

*লাহৰী* (১৮৯২); আত্মজীৱনী—*মোৰ সোঁৱৰণী* (১৯৭২); সংগ্ৰহ—*সাহিত্য সংগ্ৰহ* (১৮৯০), *জীৱনী সংগ্ৰহ* (১৯১৫); ধৰ্মমূলক গ্ৰন্থ—*শ্ৰীকৃষ্ণ* (১৯৩০),



পদ্মনাথ গোহাঞিবৰুৱা

*গীতাসাৰ* (১৯৩৫)। এইবোৰৰ উপৰিও *ভূগোল দৰ্পণ*, *নীতিশিক্ষা*, *শিক্ষাবিধান* আদি অনেক পাঠ্যপুথিৰ ৰচক। কেইবাখনো সাহিত্যালোচনী সম্পাদনা কৰিছিল; যেনে 'বিজুলী' (১৮৯০), 'আসাম বন্তি' (১৯০০), 'উষা' (১৯০৭—১২)।

তেজপুৰৰ বাণ ৰংগমঞ্চৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। কেইবা বছৰো ধৰি তেজপুৰ পৌৰসভাৰ সভাপতি আছিল। অসম ব্যৱস্থাপক সভাৰ সভ্যও নিৰ্বাচিত হৈছিল। বিভিন্ন সাহিত্যিক আৰু সামাজিক অনুষ্ঠানৰ অধিবেশনবিলাকত সভাপতিত্ব কৰিছিল; যেনে,শিৱসাগৰত বহা অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন (১৯১৭), ডিব্ৰুগডত বহা অসম ছাত্ৰ সম্মিলন (১৯১৮), বৰপেটাত বহা অসম এছোচিয়েছন (১৯১৯), শিৱসাগৰত বহা সদৌ অসম আহোম এছোচিয়েছন (১৯৪১)। ১৯০৬ চনত অসমৰ প্ৰথম সাহিত্যিক পেঞ্চন লাভ কৰিছিল। কৃষ্ণকান্ত সন্দিকৈৰ* মোমায়েক। (১০, ৮৬, ১০১, ১২৭, ১৪৭, ২০০, ২০৭, ২৫৫)

**পদ্মনাথ বিদ্যাবিনোদ** (১৮৬৮—১৯৩৮) : জন্ম চিলেটত। পিতৃ পঞ্চানন ভট্টাচাৰ্য। ১৮৯০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী, সংস্কৃত আৰু দৰ্শন



পদ্মনাথ বিদ্যাবিনোদ

শাস্ত্ৰ—তিনিওটা বিষয়তে সম্মান সহ বি. এ. পাছ কৰে। ইয়াৰ ঠিক আগে আগে সংস্কৃত কাব্যত পাৰদৰ্শিতাৰ বাবে পূৰ্ববংগ সাৰস্বত সমাজে 'বিদ্যাবিনোদ' উপাধি দিয়ে। চিলেটৰ মুৰাৰিচাঁদ কলেজ আৰু শ্বিলং সচিবালয়ত কিছুকাল চাকৰি কৰাৰ পিছত ১৯০৫ চনত কটন কলেজৰ অধ্যাপক নিযুক্ত হয়। ১৯২৩ চনত অৱসৰ লৈ জন্ম ঠাইত চতুষ্পাঠী স্থাপন কৰি তাত অধ্যাপনা কৰি আছিল। পণ্ডিত লোক আছিল। কামৰূপ অনুসন্ধান সমিতি স্থাপনত (১৯১১) যথেষ্ট অৰিহণা আছে। *'কামৰূপ শাসনাৱলী'* (১৯৩১) তেওঁৰ অন্যতম শ্ৰেষ্ঠ কীৰ্তি। অসমীয়া ভাষাক বাংলা ভাষাৰ অপভ্ৰংশ বুলি কৈ লক্ষ্মীনাথ বেজবৰুৱা* আদিৰ প্ৰতিবাদৰ সম্মুখীন হৈছিল। (২৭৭, ২৭৮)

**পদ্মনাথ শৰ্মা** (আ. ১৮৮৭—১৯০৬): জন্ম বিশ্বনাথ চাৰি আলিৰ গড়েহাগি গাঁৱত। বিশ্বনাথ, ডিব্ৰুগড, শিৱসাগৰ আৰু তেজপুৰত স্কুলীয়া শিক্ষা লৈছিল। দশমমান শ্ৰেণীত থাকোতেই বসন্ত ৰোগত মৃত্যু ঘটে। মৃত্যুৰ পিছত

*'ন-ঘৈনী'* নাটক প্ৰকাশ পায়। বহুতো কবিতা, প্ৰবন্ধ, নাটক আৰু এখনি আধাডুখুৰীয়া উপন্যাস অপ্ৰকাশিত হৈ ৰয়। 'তুমি' তেওঁৰ এটি বিখ্যাত কবিতা। (৮, ২০৭, ২১৮)

**পদ্মনাভ বিদ্যাবাগীশ** (১৬৫৮—?) : পিতৃ মনোহৰ, মাতৃ অম্বিকা। পিতামহ দশৰথ ভট্টাচাৰ্য। নৱদ্বীপ আৰু কাশীত শাস্ত্ৰাধ্যয়ন কৰিছিল। ১৬১৩ চনত পিতৃৰ স'তে কনৌজৰ পৰা অসমলৈ আহে। তেওঁৰ পাণ্ডিত্যৰ পৰিচয় পাই প্ৰতাপ সিংহই* তেওঁক মাজুলীৰ চুঙ্গাপাৰত মাটি বৃত্তি দি বহুৱায়। ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমি ঘৰলৈ উভতি অহাত ৰুদ্ৰসিংহই* তেওঁক গুৰু মানি তেওঁৰ পৰা শিৱমন্ত্ৰ গ্ৰহণ কৰে। মুকলি মূৰেৰেই স্বৰ্গদেউক দেখা দিয়া হেতুকে 'মুকলিমূৰীয়া গোসাঁই' নামেৰেও জনাজাত আছিল। তেওঁৰ অনুৰোধতেই কৃষ্ণৰাম ন্যায়বাগীশ* অসমলৈ আহে। ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁক দিচৈ কাকদোঙ্গা অঞ্চলত মাটি বৃত্তি দিছিল আৰু গড়গাওঁৰ ওচৰত থকাৰো দিহা কৰি দিছিল। কিন্তু এবাৰ স্বৰ্গদেউ নৰিয়া পৰাত জ্যোতিষ চাই স্বৰ্গদেউৰ মৃত্যুযোগ আছে বুলি কোৱাত স্বৰ্গদেৱে তেওঁক নিজৰ মৃত্যু পৰ্যন্ত বন্দী কৰি ৰাখিছিল। (২৮৮)

**পদ্মপাণিদেৱ** (১৭৪৬—১৮১৮) : পিতৃ জয়হৰিদেৱ*। মাতৃ লীলাৱতী। লক্ষ্মীনাথদেৱৰ* মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ অধিকাৰ হয়। এওঁৰ দিনতে বানপানীয়ে সত্ৰ খহাই নিয়াত কামেশ্বৰ সিংহ* স্বৰ্গদেৱে সত্ৰখন ন কৈ সজাই দিয়ে। এওঁৰ দিনতে মানৰ আক্ৰমণৰো সূত্ৰপাত হয়। (৯৭)

**পদ্মপ্ৰিয়া** (১৬—১৭) : ভৱানীপুৰীয়া গোপাল আতাৰ* কন্যা। দুটিমান বৈষ্ণৱ গীতৰ ৰচয়িত্ৰী। (২০০)

**পদ্মহাস গোস্বামী** (১৮৪৫—?) : পিতৃ জখলাবন্ধা সত্ৰৰ ৰঘুদেৱ, মাতৃ আনন্দৰাম ঢেকিয়াল ফুকনৰ* ভগিনী তুলসীদেৱী। নগাঁও হাইস্কুলৰ সংস্কৃত শিক্ষক আছিল। ১৮৭২ চনত বাইশটা কবিতাৰ সংকলন *'পদ্যমালা'* পাঠ্যপুথি হিচাপে প্ৰকাশ কৰে। এইখনেই সম্ভৱ অসমৰ প্ৰথম কবিতা সংকলন। *'অসমীয়া ল'ৰাৰ শিক্ষাসাৰ'* (১৮৭৪) তেওঁৰ আন এখন পাঠ্যপুথি। ব্ৰাহ্ম ধৰ্মাৱলম্বী আছিল। ব্ৰাহ্মধৰ্ম জনপ্ৰিয় কৰাৰ উদ্দেশ্যে *'ব্ৰাহ্মধৰ্মৰ লক্ষণ'* (১৮৭৩) আৰু *'ব্ৰাহ্মধৰ্ম ক'ক বোলে'* (১৮৭৪) নামৰ দুখন পুথি ৰচনা কৰিছিল। (৬৭, ১২৯)

**পদ্মাৱতী দেৱী ফুকননী** (৯।১।১৮৫৩ — ।১২।১৯২৭) : জন্ম বৰপেটাত। আনন্দৰাম ঢেকিয়াল ফুকন* আৰু মাহিন্ত্ৰী দেৱীৰ জ্যেষ্ঠা কন্যা। ঘৰতে পঢ়া-শুনা কৰিছিল। পিতৃৰ



পদ্মাৱতী দেৱী ফুকননী

মৃত্যুৰ পিছত ১৮৬২ চনত যোৰহাটৰ নন্দীশ্বৰ বৰুৱা চিৰস্তাদাৰৰ সৈতে বিয়া হয়। আনন্দৰামৰ ছোৱালী বিয়া কৰোৱা বাবে নন্দীশ্বৰ এঘৰীয়া হোৱাত তেওঁ পিছত বৰুৱা এৰি ফুকন লিখিবলৈ লৈছিল। স্বামীৰ সৈতে ফুকননীয়ে তেজপুৰ শ্বিলং, নগাঁও, চিলেট আদিত কাল কটাইছিল। সৰ্বমুঠ ওঠৰটি সন্তানৰ মাতৃ হৈছিল। তাৰে তিনিটিহে অৱশ্যে জীয়াই থাকিল। ১৮৯৫ চনত স্বামীৰ মৃত্যু হোৱাত পিতৃভিঠা গুৱাহাটীৰ ভৰলুমুখত থাকিবলৈ লয়। 'আসাম বন্ধু', 'জোনাকী', 'বাঁহী' আদিত কবিতা আৰু প্ৰবন্ধ লিখিছিল।

প্ৰকাশিত পুথি — *'সুধৰ্মাৰ উপাখ্যান'* (১৮৮৪), *'হিত সাধিকা'* (১৮৮৫)। প্ৰথমখনক অসমীয়া লোকে ৰচা প্ৰথম উপন্যাস বুলিব পাৰি। (১৪, ৪৯, ১৩০)

**পদ্মেশ্বৰ গগৈ** (১৯০৭ - ?) : জন্ম উত্তৰ লক্ষীমপুৰৰ চেতিয়া গাঁৱত। দেউতাক পানীন্দ্ৰ গগৈৰ* ভায়েক টংকেশ্বৰ। মাতৃ বকুলী। প্ৰাথমিক বিদ্যালযত বৃত্তি পাই ১৯১৭ চনত উত্তৰ লক্ষীমপুৰৰ চৰকাৰী স্কুলত পঢ়ে। ১৯২৫ চনত কটন কলেজত নাম লগাই অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ আই.এ. আৰু ১৯২৯ চনত কটন কলেজৰ পৰাই অৰ্থনীতিতে সম্মান সহ বি.এ. পাছ কৰে। কলিকতালৈ গৈ ৰাজনীতি বিজ্ঞানত এম. এ. আৰু লগতে আইন অধ্যয়ন কৰে। ১৯৩২ চনত এম. এ. উপাধি লয়; কিন্তু আইনৰ শেষ পৰীক্ষা দিয়া নহ'ল। পোন্ধৰ বছৰ কাল যোৰহাটৰ জে. বি. কলেজত অধ্যাপনা কৰাৰ পিছত কটন কলেজলৈ আহে। পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ অধ্যাপক হয়। মাজত ১৯৫০-৫৩ কালছোৱাত ধুবুৰীৰ বি. এন. কলেজৰ অধ্যক্ষও হৈছিল। ১৯৫০ চনত 'ৱেষ্টাৰ্ন মাইগ্ৰেছন অৱ টাই' শীৰ্ষক প্ৰবন্ধ লিখি বাণীকান্ত কাকতিৰ* উদগনিত গৱেষণা কৰিবলৈ লয়। ১৯৬১ চনত *'দি টাই এন্ড দি টাই কিংডম অৱ আহোম'* গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি.ফিল. উপাধি পায়। তেওঁৰ আন এখন ইংৰাজী গ্ৰন্থ হ'ল *'টাই আহোম ৰিলিজন এন্ড কাষ্টমছ'*। যোৰহাটত থকা কালত 'চিন্তাৱলী' নামে এখন অসমীয়া পুথিও সম্পাদনা কৰিছিল। (১২)

**পৰমানন্দ আগৰৱালা** (১৮৬৯ - ) জন্ম গমিৰিত। পিতৃ হৰিবিলাস*, মাতৃ মলমা। তেজপুৰত প্ৰাথমিক শিক্ষা লৈ কলিকতাৰ চিটি স্কুলত দশম মানলৈকে পঢ়ি পৈতৃক ব্যৱসায়ত মন দিয়ে। সংগীতপ্ৰিয় লোক আছিল। গান গাব আৰু চেতাৰ, বেহেলা আদি বজাব জানিছিল। স্বাধীনতা যুঁজৰো নীৰৱ দৰ্শী আছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ* পিতৃ। (৪৩ক)

**পৰমানন্দ ঠাকুৰ** (১৫-১৬ শতিকা) : পিতৃ নাৰায়ণ দাস ঠাকুৰ আতা*। ঠাকুৰ আতাক নৰনাৰায়ণ* ৰজাৰ বিষয়াই ধৰি নি ভোটৰ হাতত বেচি দিয়াৰ সময়ত জন্ম হৈছিল। দুটিমান গীতৰ ৰচক। (২০০, ২১০)

**পৰমানন্দ ভঁৰালী** (১৮২৭- ?) : জন্ম জগন্নাথ তিৰু কাকতীৰ* বংশত শিৱসাগৰৰ চাওঘাট মৌজাৰ তিনিপুৰীয়া ভঁৰালী গাঁৱত। শিৱসাগৰ ইংৰাজী স্কুলত পঢ়ি সেই স্কুলৰে দ্বিতীয় শিক্ষকৰূপে সোমাই শেষত সহকাৰী প্ৰধান শিক্ষক হৈছিলগৈ। পিছলৈ শিৱসাগৰ কাছাৰীত ট্ৰেন্সপ্লেটৰ ৰূপে সোমাইছিল। ১৮৫৮ চনত অৱসৰ লয়। ভাষাবিদ হেমচন্দ্ৰ বৰুৱাই* তেওঁৰ অধীনত কিছুদিন ইংৰাজী শিকিছিল। অসমীয়া পটন্তৰৰ পুথি এখনৰ ৰচক। (২২১, ২৭৬)

**পৰমানন্দ সন্ন্যাসী** (আ. ১৭ শতিকা) : বৃন্দাবনৰ ওচৰৰ গকুলপুৰ নামে ঠাইৰ মানুহ। অসমলৈ আহি প্ৰথমে হাজোত, পিছত কামাখ্যাত আছিল। কিবা কাৰণত কামাখ্যাৰ পৰা গুচি আহে। আহোঁতে কণা হয় বুলি কথিত। উজনীৰ ভ্ৰমৰাকুণ্ডলৈ তীৰ্থ কৰিবলৈ যায়। কলাবাৰীৰ বনমালী গোঁসাইৰ* সত্ৰতো কিছুকাল আছিল। পিছত গড়গাঁও পায়গৈ আৰু স্বৰ্গদেউ উদয়াদিত্য সিংহৰ* দৃষ্টি আকৰ্ষণ কৰে। ৰজাই তেওঁক চুপোৰাত মাটি-ঘৰ দি বহুৱায়। সন্ন্যাসীয়ে ৰজাক এনেদৰে মুহি পেলাইছিল যে বৰগোহাঁই, বুঢ়াগোহাঁই প্ৰমুখ্যে সকলোবোৰ উচ্চ বিষয়াকে তেওঁ সন্ন্যাসীৰ শিষ্য হ'বলৈ বাধ্য কৰাইছিল। এনেকি কাল সংহতিৰ বাৰজন সত্ৰাধিকাৰকো সন্ন্যাসীত শৰণ লবলৈ আদেশ দিছিল আৰু তেওঁলোকে এই আদেশ অমান্য কৰাত তেওঁলোকক বন্দী কৰি ৰাখিছিল। ৰজাৰ এনে কাৰ্যত দেশৰ প্ৰায় সকলোবোৰ প্ৰজা অসন্তুষ্ট হৈছিল। এই অসন্তুষ্টিৰ

সুযোগ লৈয়ে ডেবেৰা বৰবৰুৱাই* ষড়যন্ত্ৰ কৰি ৰজাক বধ কৰায় আৰু ৰজাৰ ভায়েক ৰামধ্বজক* সিংহাসনত বহুৱায়। ৰামধ্বজে সন্ন্যাসীক লাঞ্ছনা দি হত্যা কৰায় আৰু তেওঁৰ শটো ভূৰত বান্ধি উটুৱাই দিয়ে। (২৯০)

**পৰশুৰাম দ্বিজ** (১৯ শতিকা) : কামৰূপৰ মানুহ। ১৮৩১ চনত তেজপুৰলৈ আহে। চন্দ্ৰসেন দাস নামে এজন বৈষ্ণৱৰ সংস্পৰ্শলৈ আহি ১৮৩৬ চনত ধৰ্মপুৰাণ আৰু বিষ্ণুপুৰাণৰ পদ ভাঙনি কৰিছিল। (২০০)

**পৰশুৰাম বৰুৱা** (১)( ? - ১৮১৬) : টীয়কৰ অধ্যাপক বংশত জন্ম। পূৰ্বৰ নাম যোগাই। মোৱামৰীয়া গণ-বিপ্লৱৰ সময়ত যোগাইৰ দেউতাক নামনিলৈ গুচি আহে। বাটতে পৰিবাৰে লুইতৰ পানীত উটি অহা তামোল খোৱাত অধ্যাপকে তেওঁক ত্যাগ কৰে। গুৱাহাটীৰ অশ্বক্লান্তত অধ্যাপকৰ মৃত্যু হোৱাত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে* ছটা ল'ৰাৰ সৈতে যোগাইক তুলি লয় আৰু পৰশুৰাম নাম দিয়ে। হাদিৰাচকীৰ দুৱৰীয়া পদ ব্ৰহ্মচাৰীয়ে পৰশুৰামৰ নামত কৰি দিছিল। তাতে বেপাৰ কৰি তেওঁ প্ৰচুৰ সম্পত্তি কৰিছিল। হাদিৰাচকীৰ উপৰিও গোৱালপাৰা, নগৰবেৰা, গুৱাহাটী, যোৰহাট, দৰং আদি ঠাইত তেওঁৰ গোলা আছিল, বেহা-বেপাৰৰ বাবে আছিল ২৪০ খন নাও। মুৰ্চিদাবাদৰ বিখ্যাত ব্যৱসায়ী জগত শেঠৰ লগতো তেওঁৰ কাৰবাৰ আছিল। পৰাক্ৰমী লোক আছিল। উজনীত বুঢ়াগোহাঁই আৰু ভাটিত পৰশুৰাম — এনে এটা প্ৰবাদেই একালত প্ৰচলিত হৈছিল। পৰশুৰামে তিনিবাৰ বিয়া কৰাইছিল। প্ৰথম ভাৰ্যাৰপুত্ৰদ্বয় হ'ল হলিৰাম* আৰু যজ্ঞৰাম*। বাকী দুজনাৰ সতি-সন্ততি নাছিল। (৬৭)

**পৰশুৰাম বৰুৱা** (২) : ফুনু বৰুৱা চাওক।

**পৰীক্ষিত নাৰায়ণ** ( ? - ১৬১৬) : পিতৃ ৰঘুদেৱ।* পিতৃৰ মৃত্যুৰ পিছত কোচ হাজোৰ ৰজা হয় আৰু ইয়াৰ ৰাজধানী হাজোৰ পৰা অশ্বক্লান্তলৈ তুলি নিয়ে। পিতৃৰ দৰে তেৰোঁ লক্ষ্মীনাৰায়ণৰ* বশ্যতা স্বীকাৰ কৰা নাছিল। ফলত অঁৰিয়া অঁৰি হোৱাত দুয়ো ৰজাই আহোম স্বৰ্গদেউ প্ৰতাপ সিংহৰ* সহায় বিচাৰে। পৰীক্ষিতে নিজৰ জীয়েকক প্ৰতাপ সিংহলৈ বিয়াও দিছিল। কিন্তু আহোমে কাৰো পক্ষ নোলোৱাত লক্ষ্মীনাৰায়ণে মোগলৰ সহায় লৈ পৰীক্ষিতৰ ৰাজ্য আক্ৰমণ কৰে। ধুবুৰীত হোৱা যুদ্ধত পৰীক্ষিত পাণ্ডুলৈ পলাই আহে। কিন্তু মোগলে তেওঁক বন্দী কৰে আৰু ঢাকালৈ পঠিয়ায়। মোগল সম্ৰাট জাহাঙ্গীৰৰ আদেশক্ৰমে তাৰ পৰা তেওঁক দিল্লীলৈ পঠোৱা হয়; কিন্তু বাটতে পাটনাত তেওঁৰ মৃত্যু ঘটে। (৪১, ৬৮)

**পৰেশমল্ল বৰুৱা** (১৯৩৫ ২৬।৯।১৯৮৯) : জন্ম নলবাৰীৰ ওচৰৰ চান্দকুচিত। পিতৃ ৰসিকমল্ল। টিহু হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কটন কলেজৰ পৰা বি. এ. পাছ কৰি তুৰা হাইস্কুলত শিক্ষকতাৰে চাকৰি জীৱন আৰম্ভ কৰে। পিছত স্কুলসমূহৰ উপ পৰিদৰ্শক হয়। এই চাকৰিত থকাকালতে বি.টি., এম.এ. আৰু বি.লিব্ উপাধি লাভ কৰে। মৃত্যুকালত চৰকাৰী শিক্ষা বিভাগৰ চিনিয়ৰ কনচালটেণ্ট আছিল।

খ্যাতিমান কবি। *'সান্ধ্য আৰতি'*, *'যন্ত্ৰণাৰ জুই'*, *'আৰণ্যক'*, *'কালচৈতন্যমানস'*, *'কুৰি শতিকাৰ ছোভিয়েত কবিতা'* আৰু *'সোণালী সঙ্গম'* তেওঁৰ অসমীয়া কবিতা পুথি। শেষোক্ত পুথি দুখনৰ বাবে ১৯৭১ চনত ছোভিয়েত দেশ নেহৰু বটা লাভ কৰিছিল। বঙালী কবিতা পুথি *'পথেৰ আলোছাঁয়া'*ই ১৯৭২ চনত তেওঁলৈ এটা সৰ্বভাৰতীয় পুৰস্কাৰ আনি দিয়ে। Pain Within Heart তেওঁৰ ইংৰাজী কাব্যগ্ৰন্থ। কেইবাখনো অনাতাঁৰ নাট লিখাৰ উপৰিও *'লেনিন'* নামৰ এখন পূৰ্ণাঙ্গ নাট ৰচনা কৰিছিল। বঙলা ভাষাতো এখন নাটক ৰচিছিল। গীতিকাৰো আছিল। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগদি ভালেমান গীত

প্ৰচাৰিত হৈছিল। ১৯৭২-৭৩ চনত অসম সাহিত্য সভাৰ সম্পাদক আছিল। (৩৮৪)

**পৱন চন্দ্ৰ মহন্ত** (১৯১১-২০।৩।১৯৮৮) : জন্ম বজালীৰ কঠালমূৰী গাৱঁত। পিতৃ লেচাকনীয়া গোবিন্দ আতাৰ* বংশধৰ আছিল। বজালীতে স্কুলীয়া শিক্ষা সাংকৰি কটন কলেজৰ পৰা পদাৰ্থ বিজ্ঞানত সন্মান সহ বি.এছ্.চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত কলিকতালৈ গৈ তাৰ পৰা ১৯৪০ চনত পদাৰ্থবিজ্ঞানত প্ৰথম শ্ৰেণীৰ এম.এছ্.চি. উপাধি লয়। কটন কলেজৰ অধ্যাপক ৰূপে ১৯৪১ চনৰ পৰা ১৯৪৮ চনলৈকে থাকি উচ্চ শিক্ষাৰ বাবে ইংলণ্ডলৈ যায়। তাত ভূপদাৰ্থ বিজ্ঞানত গৱেষণা কৰি ১৯৫৪ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি.এইচ.ডি উপাধি লৈ ঘৰলৈ আহি ডিগবৈ তেল কোম্পানীত বিষয়া হিচাপে যোগদান কৰে। কিন্তু কিছু দিনৰ পিছতে পুনৰ কটন কলেজত অধ্যাপক ৰূপে যোগ দিয়ে। ১৯৫৫ চনত পদাৰ্থবিজ্ঞান বিভাগৰ অধ্যাপকৰূপে গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহে আৰু ১৯৬০ চনত সেই বিভাগৰ মূৰব্বী হয়গৈ। ১৯৬৪ চনত কিছুদিনৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যও নিযুক্ত হৈছিল। ১৯৭৯ চনত অৱসৰ লয়। বিশ্ববিদ্যালয়ত পদাৰ্থবিজ্ঞানৰ গৱেষণাৰ পৰিবেশ গঢ়ি তুলিছিল। পদাৰ্থবিজ্ঞানত শিক্ষাদানৰ প্ৰশিক্ষণ লোৱাৰ উদ্দেশ্যে কিছুদিনৰ বাবে আমেৰিকালৈ গৈছিল। (৩৩৪)

**পৰ্বতীয়া ৰজা :** চুডেফা চাওক।

**পৰ্বনাৰায়ণ** (১৭ শতিকা) : পিতৃ উত্তমনাৰায়ণ*। পিতৃৰ মৃত্যুৰ পিছত কোচ ৰজাৰ অনুগ্ৰহত কামৰূপৰ বৰনগৰ অঞ্চলৰ জমিদাৰী পায়। স্বাধীন হ'বলৈ বিচৰাত কোচ ৰজা প্ৰাণনাৰায়ণে* ভৱনাথ কাজী নামৰ এজনক তেওঁৰ বিৰুদ্ধে পঠায়। পৰ্বনাৰায়ণ পলাই দৰঙলৈ আহে আৰু আহোম ৰজা জয়ধ্বজ সিংহৰ* আশ্ৰয় লয়। তেওঁৰ সহায়ত পুনৰ বৰনগৰৰ অধিকাৰ পায়। (২৬৮)

**পৱনাথ শৰ্মা** (১৫।৯।১৯২০ - ১৪।৭।১৯৯০) : জন্ম নাজিৰাত। পিতৃ দামোদৰ, মাতৃ দময়ন্তী। ১৯৪১ চনত নাজিৰা হাইস্কুল'ৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি যোৰহাট জে. বি. কলেজত নাম লগায় আৰু ১৯৪৬ চনত তাৰ পৰা ডিষ্টিংচন সহ বি.এ. উপাধি লয়। মৰিয়নী হাইস্কুল আৰু নাজিৰা ছোৱালী হাইস্কুলত কিছুকাল শিক্ষাকতা কৰাৰ পিছত ১৯৪৭ চনত নাজিৰা হাইস্কুলত শিক্ষকৰূপে যোগ দিয়ে। ইয়াত থকা কালতে বি.টি. উপাধি লয়। ১৯৬৩ চনত ভাগৱতী প্ৰসাদ বৰুৱা হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে সোণাৰীলৈ যায়। স্কুলখন উচ্চতৰ মাধ্যমিক পৰ্যায়লৈ উন্নীত হোৱাত অধ্যক্ষ পদ পায়। ১৯৮২ চনত চাকৰি জীৱনৰ পৰা অৱসৰ লৈ নাজিৰাত থাকেহি। সাংবাদিক, সাহিত্যিক আৰু সমাজকৰ্মী আছিল। নাজিৰা আৰু সোণাৰী অঞ্চলৰ উন্নয়নমূলক কামত আগভাগ লৈছিল। ছাত্ৰাৱস্থাত বিয়াল্লিছৰ আন্দোলনত যোগ দি তিনিমাহ কাৰাবাস খাটিছিল। ভালেমান জীৱনী পুথিৰ উপৰিও *ভ্ৰমণ বিলাস, চেঙাতেল, জেতুলিপকা* আদি কেইখনো গ্ৰন্থৰ ৰচক। অসম সাহিত্য সভাই প্ৰকাশ পৰা 'পাৰ্বতীপ্ৰসাদ বৰুৱা ৰচনাৱলী'ৰ সম্পাদক আছিল। (৪০০)

**পাখৰী গাভৰু:** (?—৪।১৬৭৫) মোমাই তামুলী বৰবৰুৱাৰ* জীয়েক। আন নাম পাহী। পোনতে জয়ধ্বজ সিংহৰ* সৰুকুঁৱৰী আছিল। জয়ধ্বজ সিংহৰ মৃত্যুৰ পিছত চক্ৰধ্বজ সিংহৰ* বৰকুঁৱৰী হয়। এবাৰ চক্ৰধ্বজে কোনোবা লিগিৰীৰ সৈতে ধেমালি কৰোতে বিৰূপ মন্তব্য দিয়াত ৰজাই বৰকুঁৱৰী পদৰ পৰা আঁতৰায় আৰু পৰ্বতীয়া কুঁৱৰী পাতে। পিছত ডেবেৰা বৰবৰুৱাই* চুহুং* চামগুৰীয়াক যেতিয়া ৰজা পাতে, তেতিয়া ডেবেৰাৰ পৰামৰ্শমতে পাখৰী পুনৰ

ন ৰজাৰ বৰকুঁৱৰী হয়গৈ। কিন্তু ৰাণী হৈ উঠি ডেবেৰাৰ ষড়যন্ত্ৰমূলক কাম-কাজৰ কথা ৰজাক কৈ দিয়াত ডেবেৰাই তেওঁক হত্যা কৰায় আৰু তেওঁৰ প্ৰথম স্বামী জয়ধ্বজ সিংহৰ মৈদামতে তেওঁক পোতা হয়। (২৮১, ২৯০)

**পাতাল বৰবৰুৱাঃ মমাই বৰবৰুৱা** চাওক ।

**পানীন্দ্ৰনাথ গগৈ** (১৮৭১—১৯০০) : উত্তৰ লক্ষীমপুৰৰ চেতিয়া গাৱঁত জন্ম। পিতৃ কটীয়া। লক্ষীমপুৰতে মধ্য বঙ্গ বিদ্যালয়ৰ শিক্ষা সাং কৰি গুৱাহাটীত নৰ্মাল স্কুলত ভৰ্তি হয়গৈ। তিনি বছৰৰ মূৰত এই শিক্ষাও সাং কৰি ঢকুৱাখনা চৰকাৰী মধ্য বঙ্গলা ছাত্ৰবৃত্তি স্কুলত শিক্ষকতা আৰম্ভ কৰে। বছৰছেৰেক পিছত উত্তৰ লক্ষীমপুৰ মজলীয়া ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয়গৈ। 'জোনাকী', 'বিজুলী' আদিত প্ৰবন্ধ-পাতি লিখিছিল। *'ল'ৰাশিক্ষা'* (তিনি ছোৱা), *'নীতিকথা'* (তিনি ছোৱা), *'অসমীয়া ল'ৰাৰ ভূগোল'*, *'ধাৰাপাত'*, *'গণনাৰ আদি পুথি'* আদি পাঠ্যপুথিৰ প্ৰণেতা আছিল। স্কুলীয়াকালৰে বন্ধু পদ্মনাথ গোহাঞি বৰুৱাৰ* সহযোগিতাত *'সাহিত্য সংগ্ৰহ'* নামৰ আন এখনি পাঠ্যপুথিও সংকলন কৰিছিল। বঙলুৱা বা সংস্কৃতীয়া শব্দৰ সলনি নিভাঁজ থলুৱা শব্দৰ ব্যৱহাৰ তেওঁৰ পাঠ্যপুথিবোৰৰ বৈশিষ্ট্য আছিল। (১২৮, ১৪৮)

**পানীমুৱা** (১৮ শতিকা) : মোৱামৰীয়া সম্প্ৰদায়ৰ লোক। কমলেশ্বৰ সিংহ* ৰজাৰ দিনত ৰাতি ভকত সেৱা কৰাৰ ছলেৰে বহুতো মানুহ গোট খুৱাই ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰ চলাইছিল। বুৰঞ্জীত ই 'পানীমুৱাৰ খবৰ' নামেৰে জনাজাত। ৰজাৰ দ্ৰোহ আচৰাত লগৰীয়াবোৰৰ সৈতে প্ৰাণদণ্ড ভোগে। (৬৮, ২৯৩)

**পাৰ্বতীপ্ৰসাদ বৰুৱা** (১৯।৮।১৯০৪—১৯৬৪) : জন্ম শিৱসাগৰত। পিতৃ জাদুৰাম ডেকা বৰুৱাৰ* নাতি ৰাধিকাপ্ৰসাদ, মাতৃ হিমলা*। শিৱসাগৰ ফুলেশ্বৰী ইনষ্টিটিউট আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ি ১৯২১ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯২৩ চনত কটন কলেজৰ পৰা আই.এ. পাছ কৰি কলিকতালৈ যায় আৰু



পাৰ্বতীপ্ৰসাদ বৰুৱা

১৯২৫ চনত স্কটিছ চাৰ্চ কলেজৰ পৰা বি. এ. উপাধি লয়। দেউতাকৰ চাহ বাগিচাৰ ব্যৱসায়ত লাগি সোণাৰীত দুখনকৈ বাগিচাৰ মালিক হয়। একেধাৰে কবি আৰু গীতিকাৰ। গীতসমূহত নিভাঁজ অসমীয়া সুৰ দিছিল। ৰচনাসমূহ হ'ল— *লখিমী* (১৯৩১), *সোণৰ সোলেঙ* (১৯৫৫), *ভগা টোকাৰীৰ সুৰ* (১৯৫৯), *শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল* (১৯৬৪) *খেল ভঙাৰ খেল* (১৯৭০)। 'ৰূপহী' নামৰ এখন বোলছবিও কৰিছিল। ভগৱতী প্ৰসাদ বৰুৱাৰ* কনিষ্ঠ ভ্ৰাতৃ। (১৫৮, ২০৭)

**পাহী গাভৰু : পাখৰী গাভৰু** চাওক।

**পিজৌ গাভৰু** (১৮—১৯ শতিকা) : পিতৃ বদন বৰফুকন*। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* পুত্ৰ ওৰেষানাথ ঢেকিয়াল ফুকনে বিয়া কৰাইছিল। ওৰেষানাথে ইতিপূৰ্বে বিয়া কৰাইছিল স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ* ভনীয়েকক। নানা কাৰণত বদন আৰু পূৰ্ণানন্দৰ মাজত ভাল ভাব নাছিল। চন্দ্ৰকান্তয়ো বদনক ভাল নাপাইছিল। বদনক ধৰাৰ যেতিয়া

ষড়যন্ত্র চলে, তেতিয়া পিজৌৱে এই খবৰ পাই বাপেকক দিয়ে। ইয়াৰ বাবেই বদন গুৱাহাটীৰ পৰা কলিকতালৈ পলাই যাবলৈ সক্ষম হয়। (২২৮)

**পিয়লি ফুকন** (?— ।৮।১৮৩০) : পিতৃ বদন চন্দ্ৰ বৰফুকন*। গমধৰ কোঁৱৰৰ* বিদ্ৰোহৰ পিছত দ্বিতীয়বাৰৰ বাবে ইংৰাজৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল। ১৮৩০ চনৰ ২৫ মাৰ্চ তাৰিখে তেওঁ আৰু তেওঁৰ সহকৰ্মীসকলে চাৰিশমান মানুহ লগত লৈ শিৱসাগৰত থকা ইংৰাজৰ খাৰ-বাৰুদৰ গুদামত জুই লগাই দিয়ে। তেওঁ আৰু তেওঁৰ লগৰ বহুতো লোক গেলেকীত গ্ৰেপ্তাৰ হয়। স্থানীয় পঞ্চায়তে তেওঁলোকৰ ছজনক ফাঁচীৰ ৰায় দিছিল। ইংৰাজ চৰকাৰে সেই ৰায় সামান্য সলনি কৰি কেৱল পিয়লি আৰু জীউৰাম দুলীয়া বৰুৱাৰ* ফাঁচীৰ হুকুম বাহাল ৰাখে। শিৱসাগৰ পুখুৰী পাৰত দুযোৰে ফাঁচী হয়। (৫৬, ১৮৪)

**পিয়ালী বৰুৱা** (১৮৩৩ - ২৬।২।১৮৫৮) : প্ৰকৃত নাম মহেশচন্দ্ৰ গাভৰু মেলীয়া বৰুৱা। পিতৃ ৰাম শৰ্মা গোলাঘাটৰ ওচৰৰ দিহাপাৰ মৌজাৰ মৌজাদাৰ আছিল। ১৮৫৭ চনৰ স্বাধীনতা আন্দোলনত মণিৰাম দেৱানৰ* সোঁহাত আছিল আৰু গোলাঘাটৰ চাউনীত থকা চিপাহীবোৰক ইংৰাজৰ বিৰুদ্ধে উচটাইছিল। এই 'অপৰাধ'ত মণিৰামৰ সৈতে যোৰহাটত ফাঁচী হয়। (৫৬, ১৮৪)

**পিলিক চৌধুৰী** (১৯২৫-১৯৬৭) : জন্ম গুৱাহাটীত। পিতৃ শশধৰ, মাতৃ চন্দ্ৰবালা। প্ৰকৃত নাম নলিনী। একেধাৰে ফুটবল আৰু ক্ৰিকেটৰ দক্ষ খেলুৱৈ আছিল। ৰেল বিভাগত চাকৰি কৰিছিল। গুৱাহাটীৰ ইউনিয়ন ক্লাবৰ যোগেদি খেলুৱৈ জীৱন আৰম্ভ কৰি মহাৰাণা ক্লাবৰ সদস্যৰূপে ভালেমান বছৰ থাকে; পিছত গুৱাহাটী টাউন ক্লাবত যোগ দিয়ে। ১৯৪৭ চনত ৰাজ্যিক ফুটবল টীমৰ সদস্য নিৰ্বাচিত হয়। সেই বছৰতে মহাৰাণা ক্লাবৰ অধিনায়ক হিচাপে লক্ষ্ণৌত অনুষ্ঠিত হোৱা আই.এফ.এ. শ্বিল্ড প্ৰতিযোগিতাত যোগ দি জয়লাভ কৰে। ১৯৫০ চনত কলিকতাত হোৱা সন্তোষ ট্ৰফীত প্ৰতিযোগিতাত বিশেষ খেল নৈপুণ্য প্ৰদৰ্শন



পিলিক চৌধুৰী

কৰিছিল। ১৯৫২ চনত বাৰানসীত অনুষ্ঠিত কমল কুমাৰী ট্ৰফী প্ৰতিযোগিতাত মহাৰাণা ক্লাব জয়ী হৈছিল ঘাইকৈ তেওঁৰ দক্ষতাৰ বাবেই। দুবাৰকৈ (১৯৫০-৫১) অসম ফুটবল টীমৰ অধিনায়ক নিৰ্বাচিত হৈছিল।

ক্ৰিকেট খেলুৱে হিচাপেও খ্যাতি আৰ্জিছিল। ১৯৪৭ চনৰ পৰা ১৯৫২ চনলৈকে ৰঞ্জী ট্ৰফী প্ৰতিযোগিতাত অসম দলৰ সদস্যৰূপে ভাগ লৈছিল। ১৯৪৯-৫০ চনত ৱেষ্ট ইণ্ডিজ ক্ৰিকেট টীম ভাৰতলৈ আহোঁতে সেই টীমৰ লগত এলাহাবাদত অনুষ্ঠিত হোৱা আঞ্চলিক প্ৰতিযোগিতাত ভাগ লৈছিল। অনা-ভাৰতীয় দলৰ বিৰুদ্ধে খেলা প্ৰথম অসমীয়া ক্ৰিকেট খেলুৱৈ। ১৯৫০ চনত বিদেশী হলকাৰ দলৰ বিৰুদ্ধে যোৰহাটত খেলি বিশেষ নৈপুণ্য দেখুৱাইছিল। ভালেমান বছৰ ধৰি এন.এফ. ৰেলৱে টীমৰ অধিনায়ক আছিল। (৩৪৪ক, ৪০০)

**পীতাম্বৰ (১) : কংসাৰি কায়স্থ** চাওক।

**পীতাম্বৰ (২)** (১৬ শতিকা) : সম্ভৱতঃ কমতাপুৰ অঞ্চলৰ লোক। বীৰ চিলাৰায়ৰ* পৃষ্ঠপোষকতাত কাব্যচৰ্চা কৰিছিল। ৰচনাৱলী—(১) *ভাগৱত পুৰাণৰ* প্ৰথম আৰু দশম স্কন্ধৰ ভাঙনি (আ. ১৫৪০), (২) *মাৰ্কণ্ডেয় চণ্ডী আখ্যান* (আ.১৬০২), (৩) *উষা পৰিণয়* (১৫৩৩), (৪) *নল চৰিত্ৰ* বা *নল দময়ন্তী*। আদি ৰসৰ বৰ্ণনাত নিপুণ আছিল। শংকৰদেৱে* তেওঁক 'শাক্ত তামসিক' আখ্যা দিছিল। (২০০, ২৬৬)

**পীতাম্বৰ দেৱ গোস্বামী** (১০।৬।১৮৮৫ ২০।১০। ১৯৬২) : জন্ম মাজুলীৰ গড়মূৰ সত্ৰত। পিতৃ চিত্ৰ চন্দ্ৰদেৱ সেই সত্ৰৰ অধিকাৰ আছিল। মাতৃ দুৰ্গেশ্বৰী। ঘৰতে ধৰ্ম, সংগীত আদিৰ শিক্ষা লৈছিল। আঠাইশ বছৰ বয়সত সত্ৰাধিকাৰ পদ পায়। সত্ৰ সংস্কাৰৰ বাটকটীয়া আছিল। খাটোলাত উঠা প্ৰথা বৰ্জন কৰি ১৯২১ চনৰ পৰা মটৰত ফুৰিবলৈ লৈছিল। পুৰণি নিয়মৰ পৰিৱৰ্তে শিষ্যই অধিকাৰক পোনপটীয়াকৈ লগ ধৰা আৰু সমানে বহা নিয়ম প্ৰৱৰ্তন কৰে। সত্ৰীয়া কৰ বৰঙণি প্ৰথাও উঠাই দিছিল আৰু সমবায় প্ৰথা চলাইছিল। মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত হৈ কানি আৰু অন্যান্য মাদক দ্ৰব্য নিবাৰণ, বাল্য বিবাহ নিবাৰণ, বিধবা বিবাহ প্ৰচলন, অস্পৃশ্যতা বৰ্জন আদিত জোৰ দিছিল। ১৯২৩ চনত হৰিজন সেৱক সংঘৰ প্ৰতিষ্ঠাপক সভাপতি হয়। জনজাতীয় লোক, চাহ বাগিচাৰ বনুৱা আদিৰ মাজত ধৰ্ম প্ৰচাৰ কৰাত উদ্যোগী আছিল। ১৯২৩ চনত মিৰি সম্মিলনী আৰু পৰৱৰ্তী বছৰত সুত সম্মিলনীৰ সভাপতি হৈছিল। ১৯২৯ চনত পাণ্ডু কংগ্ৰেছত যোগদান কৰে। একে বছৰতে অসম সংৰক্ষিণী সভাৰ সভাপতি হয়। ১৯২৭ চনত সংস্কৃত বোৰ্ডৰ অধিবেশনত পৌৰোহিত্য কৰিছিল। ১৯৩০ চনত কৈৱৰ্ত সম্মিলনীৰ সভাপতি হয়, ১৯৩২ চনত ছাত্ৰ সম্মিলনৰো সভাপতি হৈছিল। হিন্দী ভাষাৰ প্ৰচাৰত উদ্যোগী আছিল। স্বাধীনতা সংগ্ৰামত সহযোগ কৰাৰ অপৰাধত দুবছৰৰ বাবে কাৰাদণ্ড ভোগ কৰিছিল ১৯৪৩ চনত। ১৯৪৬ চনত মিকিৰ পাহাৰত দুবছৰ থাকি তাৰ সমাজ সেৱাত ব্ৰতী হৈছিল। ১৯৫১



পীতাম্বৰ দেৱ গোস্বামী

চনত কংগ্ৰেছ ত্যাগ কৰি প্ৰজা ছোচিয়েলিষ্ট দলত যোগদান কৰে। সমসাময়িক বাতৰি কাকতত ধৰ্ম আৰু সমাজ সম্পৰ্কীয় প্ৰবন্ধ-পাতি লিখিছিল। ১৯৫৩ চনত 'সনাতন ধৰ্মৰ মুখপত্ৰ' নামে এখন তিনিমহীয়া আলোচনী উলিয়াই সেইখন এবছৰ ধৰি চলাই আছিল। পাকিস্তানী অনুপ্ৰৱেশৰ প্ৰতিবাদত ১৯৬২ চনত নেহৰুলৈ মুকলি চিঠি দিছিল। নৃত্য, অভিনয় আদিতো ৰাপ আছিল। ১৯২২ চনতে মাজুলীত বংশী গোপাল নাট্য মন্দিৰ প্ৰতিষ্ঠা কৰে। সহ অভিনয়ত উৎসাহী আছিল। আধুনিক অসমৰ অন্যতম সমাজ সংস্কাৰক। (৪৩, ৬৪)

**পীতাম্বৰ সিদ্ধান্তবাগীশ** (আ: ১৬ শতিকা) : *'গ্ৰহণ কৌমুদী'* আৰু *'সংক্ৰান্তি কৌমুদী'* নামৰ দুখন জ্যোতিষৰ পুথিৰ ৰচক। নৰনাৰায়ণ* আৰু চিলাৰায়ৰ* ৰাজগুৰু আছিল। (২০৫)

**পুণ্ডৰীকাক্ষ ভঁৰালী** (১২।১।১৯৪২—১৩।১২।১৯৭৯).

জন্ম গুৱাহাটীত। পিতৃ জীৱন বীমা নিগমৰ গুৱাহাটী শাখাৰ কৰ্মচাৰী আছিল। গুৱাহাটীৰ এম.চি.এম.ই স্কুল আৰু কটন কলেজিয়েট স্কুলত পঢ়ি ১৯৫৯ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত কটন কলেজত নাম লগাই প্ৰথম বিভাগত আই.এছ.চি. আৰু ১৯৬৩ চনত পদাৰ্থ বিজ্ঞানত সন্মান সহ বি.এছ.চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৬৫ চনত গুৱাহাটী বিশ্ববিদ্যায়ৰ পৰা পদাৰ্থবিজ্ঞানত প্ৰথম শ্ৰেণীৰ এম.এছ.চি. উপাধি লৈ গুৱাহাটীৰে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত অধ্যাপনা কৰে। একেধাৰে কবি আৰু জনপ্ৰিয় বিজ্ঞান লেখক। সমসাময়িক কাকতত ভালেমান কবিতা আৰু বিজ্ঞান বিষয়ক প্ৰবন্ধ প্ৰকাশ পাইছিল। একমাত্ৰ প্ৰকাশিত পুথি *'যেমালিৰ ছলেৰে বিজ্ঞান'*ৰ কেইবাটাও সংস্কৰণ প্ৰকাশ পোৱাৰ লগতে বড়ো ভাষালৈও ই অনূদিত হৈছে। সাম্যবাদী আদৰ্শত অটল আস্থা আছিল। (৪০০)

**পুৰন্দৰ সিংহ** (?—১৮৪৬): পিতৃ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ* আজোনাতি ব্ৰজনাথ*। বদন বৰফুকন* নিহত হোৱাৰ পিছত ১৮১৭ চনত আহোম বিষয়াসকলে চন্দ্ৰকান্ত সিংহক* ভাঙি তেওঁক আহোম ৰাজ্যৰ ৰেজা পাতে। বদন হত্যাৰ বাতৰি পাই মানে পিছ বছৰতে অসম পুনৰ আক্ৰমণ কৰে আৰু পুৰন্দৰক ভাঙি প্ৰথমে চন্দ্ৰকান্তক, পিছত যোগেশ্বৰ* নামে এজনক ৰাজপাটত বহুৱায়। এইদৰে মাত্ৰ এবছৰ চৈধ্যদিন ৰাজপাট খোৱাৰ পিছত পুৰন্দৰ ভাটীৰ চিলমাৰিৰ ফালে পলাই যায়। পিছত কলিকতালৈ গৈ ৰাজপাট পুনৰুদ্ধাৰৰ বাবে বছৰি তিনি লাখ টকাৰ বিনিময়ত বৃটিছৰ সহায় খোজে। বৃটিছে সাহায্য দিবলৈ অমান্তি হোৱাত নিজেই ভূটানৰ পৰা সৈন্য গোটায় আৰু ৰবাৰ্ট ব্ৰুচ নামে এজন ইংৰাজক সেনাপতি পাতি ১৮২১ চনত মানৰ লগত যুঁজ দিয়ে, কিন্তু পৰাস্ত হয়। ইংৰাজে অসম লোৱাৰ পিছত ১৮৩৩ চনত কৰতলীয়া ৰজাৰূপে উজনীখণ্ডৰ ভাৰ তেওঁক দিয়ে। প্ৰতিদানত পঞ্চাশ হেজাৰ টকা বাৰ্ষিক কৰ ইংৰাজক দিব লাগিছিল। ১৮৩৮ চনত ইংৰাজে তেওঁক ৰজা ভাঙি পেনচনৰ ব্যৱস্থা কৰে। কিন্তু পেনচন লবলৈ অস্বীকাৰ কৰি যোৰহাটতে থাকে আৰু তাতে মৃত্যু হয়। সৰ্বশেষ স্বৰ্গদেউ। (৬৮, ২৯১)

**পুৰুষোত্তম ঠাকুৰ** (১৫৬১—১৬১৯) : শংকৰদেৱৰ* বৰপুত্ৰ ৰামানন্দ ঠাকুৰৰ একমাত্ৰ পুত্ৰ। মাতৃ কামেশ্বৰ চৌধুৰীৰ জীয়েক সুমতি। সাত বছৰমান বয়সতে দেউতাক ঢুকুৱাত মাক আৰু বুঢ়ীমাকৰ লগত পাটবাউসীত আছিল। বাইশ বছৰ বয়সত ৰেৱতী নামৰ এটি কন্যাৰ সৈতে বিয়া হয়। কিন্তু অনন্তপ্ৰিয়া নামৰ এজনী ছোৱালীৰ জন্ম দিয়েই মাকৰ মৃত্যু হোৱাত লক্ষ্মীপ্ৰিয়া আৰু ৰুক্মিণী নামৰ আৰু দুগৰাকী পত্নী গ্ৰহণ কৰে। ৰুক্মিণী নিঃসন্তান আছিল। লক্ষ্মীপ্ৰিয়াৰ গৰ্ভত তিনিটি কন্যাৰ জন্ম হৈছিল—কেশৱপ্ৰিয়া, ভৱপ্ৰিয়া আৰু দময়ন্তী। ৩৭ বছৰ বয়সত বৰপেটাৰ ওচৰৰ জনিয়ালৈ যায় আৰু তাত সত্ৰ পাতে। ইয়াতে শংকৰী ধৰ্ম প্ৰচাৰাৰ্থে ছজন ব্ৰাহ্মণ আৰু ছজন অব্ৰাহ্মণ লোক নিয়োগ কৰিছিল। পুৰুষ সংহতিৰ প্ৰৱৰ্তক। শেষ বয়সত কোচবিহাৰলৈ যায় আৰু মাধৱদেৱে* প্ৰতিষ্ঠা কৰা ভেলা সত্ৰত থাকে। *'ন-ঘোষা'* নামে এখন পুথি আৰু কিছু গীত-ভটিমাৰ ৰচক। *'বুঢ়াভাষ্য'* আৰু *'সপ্তসাৰ'* নামৰ আৰু দুখন পুথিৰো ৰচক বুলি কোৱা হয়। (৫৭, ২০১, ২০৩, ২১০, ২৬৬)

**পুৰুষোত্তম বৰুৱা** (১৭—১৮ শতিকা): পিতৃ গোবিন্দ বা একাচেকা বৰুৱা। পিতামহ কলিবৰ বৰুৱা*। ৰজাঘৰৰ বেজবৰুৱা আছিল। বদুলা আতাত* শৰণ লৈ মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰিছিল। এই কাৰ্যত অনুপ্ৰাণিত হৈ ৰজাঘৰীয়া বহুতো বিষয়াই এই ধৰ্ম লৈছিল। মাজুলীত থকা সুমথিৰা টেঙাৰ বাৰীখন বদুলা আতাক দান কৰিছিল। ইয়াতে আতাই

কমলাবাৰী সত্ৰ স্থাপন কৰে। হেমচন্দ্ৰ বৰুৱা,* লক্ষ্মীনাথ বেজবৰুৱা* আদিৰ উপৰিপুৰুষ। (২২১)

**পুৰুষোত্তম বিদ্যাবাগীশ** (১৬ শতিকা) : জন্ম কামৰূপৰ শিলাগাঁৱত। বংশগত উপাধি আছিল মিশ্ৰ। বিদ্যাবাগীশ পাণ্ডিত্য গুণে পোৱা উপাধি। নৰনাৰায়ণৰ* ৰাজসভাৰ প্ৰধান পণ্ডিত আছিল। নৰনাৰায়ণে তেওঁক 'মহামহোপাধ্যায়' উপাধি দিয়ে। *'প্ৰয়োগ ৰত্নমালা'* নামৰ এখনি সুখপাঠ্য সংস্কৃত ব্যাকৰণৰ ৰচক। (২৩৩)

**পুৰুষোত্তম ভট্টাচাৰ্য** (১৯১৫— ১৯৯০) : জন্ম নলবাৰীৰ ওচৰৰ গন্ধীয়া গাঁৱত। পিতৃ আদ্যনাথ। ১৯৩৫ চনত চামতা হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি সংস্কৃত আৰু জ্যোতিশাস্ত্ৰ অধ্যায়ন কৰিবলৈ লয়। 'বেংগল সংস্কৃত এচোচিয়েছন'ৰ পৰা প্ৰয়োগ ৰত্নমালা (১৯৩৭) আৰু আসাম সংস্কৃত বোৰ্ডৰ পৰা ৰত্নমালা ব্যাকৰণৰ পৰীক্ষাত (১৯৩৯) উত্তীৰ্ণ হৈ কাশীলৈ যায় আৰু তাৰ হিন্দু বিশ্ববিদ্যালয়ৰ অন্তৰ্গত শৰৎ কুমাৰী সংস্কৃত কলেজৰ পৰা ১৯৪৪ চনত 'সিদ্ধান্তবাগীশ' আৰু 'জ্যোতিৰ্বিজ্ঞানাচাৰ্য' উপাধি লাভ কৰে। পিছত 'জ্যোতিষতীৰ্থ' উপাধিও লৈছিল। ১৯৪৭ চনত নলবাৰী সংস্কৃত কলেজত প্ৰবক্তাৰূপে সোমাই শেষত তাৰ অধ্যক্ষ হৈছিলগৈ। চাকৰি কালতেই প্ৰাইভেটকৈ পৰীক্ষা দি বি.এ. উপাধিও লৈছিল। কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ সম্পাদকৰ দায়িত্বও বহু বছৰ ধৰি পালন কৰিছিল। জ্যোতিষৰ বিষয়ে ভালেমান কিতাপ পত্ৰ লিখাৰ উপৰিও ব্ৰহ্মবৈৱৰ্ত পুৰাণ আৰু মহাভাৰতৰ একাংশ অসমীয়বালৈ ভাঙিছিল। *'সংস্কৃত সাহিত্যত এভুমুকি'* নামৰ এখন গ্ৰন্থৰ প্ৰণেতা। (৪০০)

**পুষ্পধৰ চলিহা** (১৯০৫ ১৯৭৫): জন্ম শিৱসাগৰত। পিতৃ ফণীধৰ*। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কলিকতাৰ চিটি কলেজৰ পৰা আই.এচ-ছি পাছ কৰি যাদৱপুৰ ইঞ্জিনীয়াৰিং কলেজত নাম লগাইছিল। কিন্তু তাত শিক্ষা সাং নকৰাকৈয়ে গুছি আহি স্বাধীনতা আন্দোলনত লাগে। 'কংগ্ৰেছ' নামৰ এখন কাকত গোপনে উলিয়াই আন্দোলনৰ প্ৰচাৰ কাৰ্য চলাইছিল। ১৯৩৮ চনত কানিৰ মহলত পিকেটিং কৰি ছমাহ কাৰাদণ্ড ভোগে। বিয়াল্লিশৰ আন্দোলনতো সক্ৰিয় অংশ লৈছিল। শিৱসাগৰ মিউনিচিপেল বোৰ্ড আৰু শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি আছিল। ১৯৬৭ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম বিধান সভালৈ নিৰ্বাচিত হৈছিল। (৩২৪)

**পুষ্যবৰ্মন** (?— আ. ৩৮০) : বৰ্মন বংশৰ প্ৰতিষ্ঠাতা। প্ৰাগজ্যোতিষপুৰত ৰাজধানী পাতি 'মহাৰাজাধিৰাজ' উপাধি লৈছিল। (৪৪, ১৫৮, ২৯৮)

**পূৰ্ণকান্ত দেৱশৰ্মা** (১৯ শতিকা) : ডিব্ৰুগড়ৰ মানুহ। শিশুসাহিত্যিক, নাট্যকাৰ আৰু কবি। শিশুপাঠ্য : *হিতকথা* (১৮৭৮), *জ্ঞানাংকুৰ (১৮৮৩)* নাট — *মধুমালতী, হৰধনুভংগ* (১৮৯৩), *হৰিশ্চন্দ্ৰ* (১৮৯৩)। বৈষ্ণৱ পদাৱলীৰ আহিৰে *'নলচৰিত'* পুথি ৰচনা কৰিছিল (১৮৮৯)। (১২৯, ২১৮)

**পূৰ্ণকান্ত বুঢ়াগোহাঁই** (১৮৯৭ - ৩।৩।১৯৫৯). খোৱাঙৰ মানুহ। উত্তৰ ব্ৰহ্মত ব্যৱসায়ী হিচাপে বহুকাল আছিল। মানে ধৰি নিয়া অসমীয়াবিলাকৰ বিষয়ে বহু কথা জানিছিল। ১৯৪২ চনত বৰ্মাৰ পৰা হোৱা ভাৰতীয় মানুহৰ প্ৰব্ৰজনৰ কালছোৱাত অসমলৈ আহে। সমসাময়িক আলোচনীত ভ্ৰমণ কাহিনী লিখিছিল। আহোমৰ প্ৰাচীন বুৰঞ্জী এখনো ৰচনা কৰিছিল। শিৱসিংহৰ* অনুচৰ বধ লিগিৰাই সচিত্ৰ কৰা ভাগৱত পুৰাণ এখন বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত দান কৰিছিল। (২৮৯)

**পূৰ্ণানন্দদেৱ** (আ. ১৭ শতিকা) : পিতৃ উত্তৰ লক্ষীমপুৰৰ খ'ৰামোচৰ সত্ৰৰ প্ৰতিষ্ঠাতা ৰামচন্দ্ৰদেৱ বা বুঢ়াগুৰু আতাৰ

পুত্ৰ বিষ্ণু। খ'ৰামোচৰ সত্ৰৰ অধিকাৰ আছিল। দুখন পূৰ্ণাংগ চৰিতপুথি লিখিছিল। প্ৰথমখন গোপালদেৱৰ* পদ চৰিত্ৰ আৰু দ্বিতীয়খন পিতামহ ৰামচন্দ্ৰদেৱৰ পদ চৰিত্ৰ। (২১৭)

**পূৰ্ণানন্দ বুঢ়াগোহাঁই** (? - ১৮১৭) : পিতৃ ঘনশ্যাম*। পিতৃৰ মৃত্যুত গৌৰীনাথ সিংহৰ* নিৰ্দেশত ১৭৮৪ চনত বুঢ়াগোহাঁই বিষয় পায়। দক্ষ প্ৰশাসক আৰু সাহসী যুঁজাৰু আছিল। ইংৰাজী সৈন্যৰ আৰ্হিত এদল সেনাবাহিনী গঠন কৰিছিল, আৰু কেতিয়াবা বলেৰে, কেতিয়াবা মিত্ৰতা নীতিৰে মোৱামৰীয়া বিদ্ৰোহীসকলক আহোম ৰাজপাট দখলৰ পৰা বিৰত কৰি ৰাখিছিল। পানীমুৱাৰ* বিদ্ৰোহ কঠোৰ হস্তে দমন কৰিছিল; আনহাতে মাটিবৰক* বৰসেনাপতি উপাধি দি মোৱামৰীয়া মৰাণ সকলক তুষ্ট কৰি ৰাখিছিল। গৌৰীনাথ সিংহ গুৱাহাটীৰ ফালে পলাই যোৱাৰ পিছত প্ৰকৃত পক্ষে তেওঁৱেই উজনী অঞ্চলৰ অধিপতি হৈ পৰিছিল। গৌৰীনাথৰ মৃত্যুত প্ৰথমে কমলেশ্বৰক* আৰু পিছত চন্দ্ৰকান্তক* তেওঁৱেই আহোম ৰাজপাটত বহুৱায়। ১৮১৪ চনত চন্দ্ৰকান্ত সিংহৰ বাল্যবন্ধু সতৰামে* তেওঁক হত্যা কৰাৰ ষড়যন্ত্ৰ কঠোৰ হস্তে দমন কৰে। তেওঁৰ ঘোৰ শত্ৰু বদন চন্দ্ৰ বৰফুকন* এই ষড়যন্ত্ৰত লিপ্ত আছে বুলি গম পাই বদনক ধৰিবলৈ গুৱাহাটীলৈ মানুহ পঠিয়াইছিল। কিন্তু জীয়েক (পূৰ্ণানন্দৰ বোৱাৰীয়েক) পিজৌ গাভৰুৰ* পৰা সংবাদ পাই বদন পলাই যায় আৰু মান সেনা লৈ অসমলৈ আহে। মান সেনাক আগভেটা দিবলৈ পূৰ্ণানন্দই এদল সৈন্য পঠিয়াইছিল, কিন্তু এনেতে মৃত্যু হয়। (৪১, ৬৮, ২৯১)

**পূৰ্ণানন্দ শৰ্মা পাঠক** (১৮৮৯ - ২।৬।১৯৭৩) : জন্ম যোৰহাটৰ ওচৰৰ দিহাত। পিতৃ দুৰ্গাৰাম, মাতৃ ধৰ্মেশ্বৰী। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কটন কলেজৰ পৰা আই. এ. আৰু কলিকতাৰ মেট্ৰোপলিটান কলেজৰ পৰা বি.এ. পাছ কৰি নাজিৰা আৰু দেৰগাওঁত কিছুকাল শিক্ষকতা কৰে। ১৯১৫ চনত বি. এল. উপাধি লৈ যোৰহাটত উকীল হয়। সাহিত্যানুৰাগী ব্যক্তি আছিল আৰু অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিছিল। অভিনয়ত ৰাপ থকা হেতু নাটক লিখিছিল আৰু খনদিয়েক অনুবাদো কৰিছিল। (৩৪৭)

**পূৰ্ণানন্দ শৰ্মা বৰুৱা** (১৮৩০ - ১৮৮৬) : শিৱসাগৰৰ মানুহ। মাতামহ দীননাথ বেজবৰুৱাই* ইংৰাজী পঢ়িবলৈ নিদিযাত এজন চাহাব পাদ্ৰীৰ ওচৰত চুৰকৈ ইংৰাজী শিকে। হেমচন্দ্ৰ বৰুৱাৰ* (১) প্ৰায় একলগে শিৱসাগৰ কাছাৰীত শিক্ষানবীচী কৰিছিল। পিছত পেস্কাৰ, চিৰস্তাদাৰ, মুনচিফ, মহকুমাধিপতি আৰু শেষত অস্থায়ী জিলাধিপতিৰূপে নগাওঁ, তেজপুৰ, ধুবুৰী, গোৱালপাৰা, ডিব্ৰুগড় আৰু শিৱসাগৰত আছিল। 'ছোট চাহাব' নামে জনাজাত আছিল। 'ৰায়বাহাদুৰ' খিতাপ পোৱা প্ৰথম অসমীয়া। অৰুনোদই কাকতত ভালেমান কবিতা আৰু প্ৰবন্ধ লিখিছিল। ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানীৰ* পিতৃ, জগন্নাথ বৰুৱাৰ* শহুৰেক। (২২০, ২২১, ২৪৭)

**পৃথু** (১২—১৩ শতিকা) : প্ৰাচীন কামৰূপীয়া ৰজা। এওঁৰ মুছলমানে দুবাৰো (১২০৬ আৰু ১২২২ চনত) ৰাজ্য আক্ৰমণ কৰি ব্যৰ্থ হৈছিল। ১২২৮ চন মানত মুছলমান সেনাপতি নাছিৰুদ্দিনৰ হাতত মৃত্যু ঘটে। (৪১,৬৭,২৯৮)

**পৃথুৰৰ বৰকাকতী** (১৭৮৬—১৮৬৪) : জন্ম চাৰিঙত। পিতৃ পৰশুৰাম। ল'ৰালিতে ঘাট মাউৰা হোৱাত ককায়েক কবিচন্দ্ৰ ভঁৰালী বৰুৱাৰ তত্বাবধানত ডাঙৰ-দীঘল হয়। ষোল বছৰ বয়সতে আহোম ৰজাৰ পৰা টাঙনী কাকতীৰ বাব পায়। ইয়াৰ পাঁচ বছৰৰ পিছত বৰকাকতী হয়গৈ। ইয়াৰো ন-বছৰৰ পিছত ৰাইডঙীয়া ফুকনৰ পদ পায়। প্ৰতিপত্তিশালী ব্যক্তি আছিল। ১৮৪৩ চনত ইংৰাজে আইন

কৰি বন্দী-বেটীক যেতিয়া মুক্তি দিয়াৰ ব্যৱস্থা কৰে, তেতিয়া ক্ষতিপূৰণ স্বৰূপে নতুন চৰকাৰে তেওঁক বহুপুৰা নিষ্কৰ মাটি আৰু চাৰিখন মৌজা দিছিল। (১৮৫)

**পৃথুৰাম দ্বিজ** (১৮—১৯ শতিকা): পিতৃ ৰঘুনাথ। প্ৰাগজ্যোতিষপুৰত বাস কৰিছিল। সন্দিকৈ বংশৰ প্ৰতাপবল্লভ* বা কলীয়াভোমোৰা ফুকন আছিল তেওঁৰ পৃষ্ঠপোষক। মহাভাৰতৰ মূষল পৰ্ব, মহাপ্ৰস্থানিক পৰ্ব আৰু স্বৰ্গাৰোহণ পৰ্বৰ পদ ভাঙনি কৰিছিল। (২২০,২৬৬)

**প্ৰকৃতীশ বৰুৱা** (১৬।১১।১৮৯২-২।৪।১৯৮৮) জন্ম গৌৰীপুৰত পিতৃ প্ৰভাতচন্দ্ৰ*। গৌৰীপুৰতে স্থানীয়া শিক্ষা সাং কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ গৈ তাৰ প্ৰেছিডেন্সি কলেজত নাম লগায়। কিন্তু তাত মন নবহাত ঘৰলৈ উভতি আহে আৰু হাতী ধৰা ব্যৱসায়ত নামে। দুৰ্ধৰ্ষ চিকাৰী আছিল। ১৯৬৪ চনলৈকে সৰ্বমুঠ ১৭০ টা বাঘ আৰু ১৫০ টা গুণ্ডা হাতী চিকাৰ কৰিছিল। পিছলৈ হস্তী বিশাৰদৰূপে পৃথিৱী প্ৰসিদ্ধ হয়। হাতীৰ স্বভাৱ সম্পৰ্কে জ্ঞান আছিল প্ৰচুৰ। তেওঁৰ হাতী সম্পৰ্কীয় অভিজ্ঞতাক লৈ ফৰাচী প্ৰকৃতিবিদ গেব্ৰিয়েল বাট্ৰাণ্ডকে ধৰি দেশ বিদেশৰ অনেক লোকে প্ৰবন্ধ পাতি লিখিছিল। 'হাতীৰ সংগে পঞ্চাশ বছৰ' নাম দি বঙলা ভাষাত নিজেও এখন আত্মজীৱনীমূলক গ্ৰন্থ ৰচনা কৰিছিল। পশুৰ, বিশেষকৈ হাতীৰ চিকিৎসাৰ বাবে নিজ বাসভৱন মাটিয়াবাগত এটা পশু চিকিৎসালয় প্ৰতিষ্ঠা কৰি গৈছে। স্কাউট- গাইডৰ প্ৰশিক্ষণ লোৱা প্ৰথম অসমীয়া আছিল। ১৯৩৬ চনত হলেণ্ডত অনুষ্ঠিত আন্তৰ্জাতিক স্কাউট অধিবেশনত ভাৰতক প্ৰতিনিধিত্ব কৰিছিল। অভিনেতাও আছিল। মঞ্চত অভিনয় কৰাৰ উপৰিও 'মাহুত বন্ধুৰে' আদি দুই এখন চিনেমাতো অভিনয় কৰিছিল। এবাৰ ধুবুৰী সমষ্টিৰ পৰা বিধান সভালৈয়ো নিৰ্বাচিত হৈছিল। প্ৰমথেশ বৰুৱাৰ* কনিষ্ঠ ভ্ৰাতৃ। 'লালজী' নামেৰে সচৰাচৰ জনাজাত আছিল। (৩৮১,৪০০)

**প্ৰজ্ঞাসুন্দৰী দেৱী** (১৮৭১ ১৯৫০): মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰ নাথৰ কন্যা। কলিকতাৰ লৰেটো কনভেণ্টত ইংৰাজী শিক্ষা লোৱাৰ উপৰিও পাশ্চাত্য সংগীতৰো শিক্ষা লৈছিল। ঘৰতে সংস্কৃত আৰু শাস্ত্ৰীয় সংগীতও শিকিছিল। ভাল ছবিও আঁকিছিল। পাৰিবাৰিক আলোচনী 'পূণ্য'ৰ সম্পাদিকা আছিল। ১৮৯১ চনত লক্ষ্মীনাথ বেজবৰুৱাৰ* স'তে বিয়া হয় আদি ব্ৰাহ্মসমাজৰ [illegible] অনুসৰি। ৰন্ধন বিদ্যাৰ বিষয়ে বাংলা ভাষাত 'আমিষ ও নিৰামিষ' নামৰে তিনি খণ্ডৰ আৰু অসমীয়া ভাষাত 'ৰন্ধা বঢ়া' নামৰ এক খণ্ডৰ পুথি লিখিছিল। (২১৯)

**প্ৰতাপ চন্দ্ৰ গোস্বামী** (১।১৮৮৪ ৬।১৯৬২): জন্ম নলবাৰীৰ নাৰায়ণপুৰ সত্ৰত। পিতৃ ললিত চন্দ্ৰ*, মাতৃ মুকুন্দপ্ৰিয়া। নলবাৰী মাইনৰ স্কুলত কিছুকাল পঢ়াৰ পিছত সংস্কৃত টোলত ভৰ্তি হয় আৰু তাৰ পৰা 'বিদ্যাৰত্ন' উপাধি পায়। পিতৃৰ মৃত্যুত সত্ৰৰ ভাৰ লয়। সংস্কৃত পণ্ডিত আছিল। কামৰূপ সঞ্জীৱনী সভা, নলবাৰী সংস্কৃত কলেজ, অসম সংস্কৃত বোৰ্ড আদিৰ অন্যতম প্ৰতিষ্ঠাপক। নলবাৰী গৰ্ডন হাইস্কুল, নলবাৰী কলেজ আদি উত্তৰ কামৰূপৰ প্ৰায়বোৰ শিক্ষানুষ্ঠানৰ উদ্যোক্তা আছিল। কামৰূপ অনুসন্ধান সমিতিৰ লগত আৰম্ভনিৰে পৰা জড়িত আছিল। ১৯২৫ চনত অসম কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈছিল। কন্যাপণৰ বিলুপ্তি সাধন, কামৰূপী শিপিনী সংঘ স্থাপন, গো-জাতি আৰু কৃষিৰ উন্নতি সাধন, দুখীয়া ল'ৰাৰ উচ্চ শিক্ষাৰ্থে কামৰূপ ভাণ্ডাৰ স্থাপন, মহাজনৰ কবলৰ পৰা ধৰুৱাক মুক্তিদান—ইত্যাদি সংস্কাৰমূলক বিভিন্ন কৰ্মত আত্মনিয়োগ কৰিছিল। 'আসাম বান্ধৱ' আলোচনী প্ৰকাশত আগভাগ লৈছিল। তাত প্ৰবন্ধ-পাতি লিখাৰ উপৰিও ***'দ্বাদশ প্ৰবন্ধ'***, ***'চৈতন্যদেৱ'*** আদি পুথি ৰচনা কৰিছিল। ***'জীৱন স্মৃতি***

*আৰু প্ৰাচীন কামৰূপী সমাজ'* (১৯৭১) তেওঁৰ আটাইতকৈ উল্লেখনীয় গ্ৰন্থ। শৰৎচন্দ্ৰ গোস্বামীৰ* জ্যেষ্ঠ ভ্ৰাতা আৰু প্ৰসন্নচন্দ্ৰ গোস্বামী* প্ৰমুখ্যে কেইবাজনো কৃতী সন্তানৰ পিতৃ। (১৯৫,৪০০)

**প্ৰতাপ চন্দ্ৰ বৰুৱা** (? - ১৮৮০): পিতৃ কৰিশেখৰ পাত্ৰৰ* বংশধৰ ধীৰচন্দ্ৰ, মাতৃ তাৰিণীপ্ৰিয়া*। পুৰুষানুক্ৰমিক 'ৰজা' বা জমিদাৰ আছিল। ১৮৫০ চনত ৰাজ্যৰ ৰাজধানী ৰঙামাটিৰ পৰা গৌৰীপুৰলৈ লৈ আহে। ভূটীয়াসকলক দমন কৰাত বৃটিছক সহায় কৰা হেতুকে বৃটিছে 'ৰায়বাহাদুৰ' উপাধি দিছিল। গৌৰীপুৰত এখন স্কুল আৰু এটা চিকিৎসালয় স্থাপন কৰিছিল। ১৮৬৯ চনত বৃটিছে ধুবুৰী চহৰখন গোৱালপাৰা জিলাৰ সদৰ ঠাই কৰিব খোজাত সেইখন বৃটিছক দান কৰে। প্ৰমথেশ বৰুৱাৰ* পিতৃ প্ৰভাত চন্দ্ৰ বৰুৱাক* পো হিচাপে তুলি লৈছিল। (৩০৭)

**প্ৰতাপ নাৰায়ণ চৌধুৰী** (১৯—২০ শতিকা): জন্ম নলবাৰীত। পিতৃ পুষ্পনাৰায়ণ, মাতৃ জানকী। ১৯০৯ চনত উত্তৰাধিকাৰ সূত্ৰে খাত মৌজাৰ মৌজাদাৰ হয়। সমাজকৰ্মী লোক আছিল। ১৯১১ চনৰ পৰা ১৯৩৮ চন পৰ্যন্ত একেৰাহে গুৱাহাটী লোকেল বোৰ্ডৰ সভ্য নিৰ্বাচিত হৈছিল। নলবাৰী অঞ্চলত সমবায় আন্দোলন গঢ়োঁতাসকলৰ অন্যতম। 'কো-অপাৰেটিভ চেণ্ট্ৰেল বেংক' স্থাপন কৰি ১৯৩৮ চন পৰ্যন্ত ইয়াৰ সভাপতি হৈ আছিল। বহু ছৰকাল চৰকাৰী কৃষি বিভাগৰ 'সম্মানিত সংগঠক' পদত আছিল। কামৰূপত মৌজাদাৰী সভা গঠন কৰোঁতা। নলবাৰী অঞ্চলৰ শিক্ষা বিস্তাৰতো অংশ লৈছিল। ১৯৩৬ চনত নলবাৰীৰ অনাৰেৰি মেজিষ্ট্ৰেট নিযুক্ত হয়। ১৯৩৯ চনত দীঘেলীত এখন আদৰ্শ গাওঁ স্থাপন কৰে। ১৯৩৭ চনত ইংৰাজ চৰকাৰে 'ৰায়চাহাব' উপাধি দিছিল। (৩০৭)

**প্ৰতাপ বৰুৱা** (১৩।২।১৯১১ - ২।১।১৯৩৮): জন্ম তেজপুৰত। পিতৃ নগাঁৱৰ খৰঙী বৰুৱা পৰিয়ালৰ ৰমাকান্ত। মাতৃ উমাকান্তি। সৰুতে পিতৃ বিয়োগ হোৱাত মোমায়েক গোপাল চন্দ্ৰ দাসৰ তত্বাৱধানত তেজপুৰত পঢ়া-শুনা কৰে। ছবি আঁকাত ৰাপ থকা হেতুকে কলিকতাৰ আৰ্ট স্কুলত নাম ভৰ্তি কৰে। কলিকতাত থকা কালতে 'আৱাহন' কাকতৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰে। গৃহলক্ষ্মী, ৰঙালী বিহু, সৰ্বহাৰা শীৰ্ষক অনেক ছবি আৱাহনত প্ৰকাশ পাইছিল। বৰদৈচিলা, পখিলা আদি আলোচনীতো ছবি আঁকি খ্যাতি আৰ্জিছিল। ফটোগ্ৰাফিও শিকিছিল। প্ৰতিভা দেখি জ্যোতিপ্ৰসাদ আগৰৱালাই* তেওঁৰ প্ৰথম ছবি 'জয়মতী'ৰ সহকাৰী কেমেৰামেন নিযুক্ত কৰে। এই ছবিখনৰ শব্দ গ্ৰহণ সংক্ৰান্তত জ্যোতিপ্ৰসাদৰ লগত লাহোৰলৈ গৈছিল। তাতে চিনেমাৰ কাম শিকে আৰু তাৰ 'কেপিটেল চিনেটোন কোঃ' নামৰ অনুষ্ঠানটোৰ পৰা ওলোৱা 'পাপ কি নগৰী' আৰু 'ৰেইডাৰ্চ অৱ ৰেইল ৰোড' বা 'কিং বীৰেন্দ্ৰ' নামৰ দুখন ছবিৰ কেমেৰামেন হৈছিল। কোডাক কোম্পানীয়ে তেওঁক 'কোডাক ফেলোশ্বিপ' প্ৰদান কৰিছিল। লাহোৰত থকা কালতে যক্ষ্মা ৰোগত আক্ৰান্ত হৈ তেজপুৰলৈ আহে আৰু সেই অসুখতে মৃত্যু হয়। (১৪৩, ৩৯৭)

**প্ৰতাপৰায় ভুঞা** (১৬ শতিকা): দক্ষিণ কামৰূপৰ ভুঞা আছিল। ৰাজধানী আছিল পাণ্ডুত। বিশ্বসিংহৰ* আক্ৰমণত ৰাজ্যৰ পৰা পলাই গৈ দৰং জিলাৰ ওচৰত আছিলগৈ। পিছত চিলাৰায়ে* সোৱনশিৰী নদী পৰ্যন্ত ৰাজ্য বিস্তাৰ কৰাত চিলাৰায়ৰ হাতত বন্দী হয়। অৱশ্যে বংশৰ পুৰোহিতগৰাকীৰ চেষ্টাত মুক্তি পায়। কোচৰজাৰ অধীনত তেওঁক ৰাজ্য শাসন কৰিবলৈও অনুমতি দিয়া হয়। জীয়েক ভানুমতীক নৰনাৰায়ণে* আৰু ভায়েকৰ জীয়েক চন্দ্ৰপ্ৰভাক চিলাৰায়ে বিয়া কৰাইছিল। (৩০৭)

**প্ৰতাপ সিংহ** (? - ১৬৪১): পিতৃ চুকামফা*। পিতৃৰ

মৃত্যুত ১৬০৩ চনত আহোম সিংহাসনত উঠে। আহোম নাম চুচেংফা। কিন্তু প্ৰতাপশালী লোক হোৱা হেতুকে 'প্ৰতাপ সিংহ' নামেৰে প্ৰসিদ্ধ। যথেষ্ট বয়সত ৰজা হোৱা যাবে 'বুঢ়া ৰজা' নামেৰে আৰু বুদ্ধিমান লোক হোৱা হেতুকে 'বুদ্ধি স্বৰ্গনাৰায়ণ' নামেৰেও জনাজাত। মোগলৰ লগত সঘনে যুঁজ দিবলগীয়া হৈছিল আৰু যুঁজবিলাকত ৰণ কুশলতাৰ পৰিচয় দিছিল। ১৬৩৯ চনত মোগলৰ লগত সন্ধি কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি পৰ্যন্ত ৰাজ্যৰ সীমা নিৰ্ধাৰণ কৰে। পঁচা প্ৰথা প্ৰৱৰ্তন কৰি আৰু প্ৰয়োজন অনুসাৰে খাত আদি দি পাহাৰীয়া জনজাতিসকলৰ লগত সম্প্ৰীতিৰ সম্পৰ্ক ৰক্ষা কৰি চলিছিল। ৰাণী, লুকী, বকো আদি দাঁতিঅলীয়া ৰজাবিলাকক 'ৰজা পোৱালী' নাম দি তেওঁলোকৰ জৰীয়তে ৰাজ্যৰ সীমা সুৰক্ষা কৰাৰ ব্যৱস্থা লৈছিল। দফলা, মিচিং আদি লোকসকলৰ লগতো সেইমতে নিৰ্বন্ধ কৰিছিল। কলিয়াবৰৰ পশ্চিম অঞ্চলৰ প্ৰশাসনৰ অৰ্থে বৰফুকন আৰু বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ ক্ষমতাৰে বাহিৰত থকা পূব অঞ্চলৰ প্ৰশাসন কটকটীয়া কৰাৰ অৰ্থে বৰবৰুৱা পদবীৰ সৃষ্টি কৰিছিল। বৰবৰুৱা পদবীৰ প্ৰথম অধিকাৰী আছিল তেওঁৰ মোমায়েক মোমাই তামুলী*। এই দুই ডাঙৰ পদৰ উপৰিও ৰহিয়াল বৰুৱা, জাগীয়াল গোহাঁই, কাজলী মুখীয়া গোঁহাই আদি পদ সৃষ্টি কৰি প্ৰশাসনৰ ভেটি সুদৃঢ় কৰিছিল। মোমাই তামুলীৰ জৰিয়তে ৰাজ্যত খেল প্ৰথা প্ৰৱৰ্তন কৰে আৰু গাওঁবিলাক ন-কৈ সংগঠন কৰি তোলে। অনেক আলিপদূলি সজাৰ উপৰিও সীমা স্থিৰে ৰাখিবলৈ বিভিন্ন ঠাইত গড় সজাইছিল। উঁৰিকাত এখন শিলৰ সাঁকো নিৰ্মাণ কৰাইছিল। ৰাজবিষয়া আৰু ৰাজকীয় সৈন্যৰ জিৰণিৰ আৰ্থে নানা ঠাইত বাহৰ পাতি দিছিল। ৰাজধানী গড়গাঁৱত চৌদিশে পাৰ বান্ধি ইয়াক সুৰক্ষিত কৰি ৰাখিছিল। বেহা-বেপাৰৰ সুবিধাৰ্থে নানা ঠাইত বজাৰ পাতি দিয়াৰ উপৰিও অভয়পুৰ আৰু মথুৰাপুৰ চহৰ সজায়। এওঁৰ দিনৰ পৰাই ৰাজ্যত হিন্দু আচাৰ-নীতিৰ প্ৰভাৱ বাঢ়িবলৈ ধৰে। আহোমৰ উপৰিও বৰ্ণ হিন্দু মানুহকো বৈৰাগী, কটকী আদি পদ দিয়া হৈছিল। দক্ষ ৰাজনীতিজ্ঞ, প্ৰশাসক আৰু প্ৰজাবৎসল ৰজা আছিল। আঠত্ৰিশ বছৰ ধৰি ৰাজ্যশাসন কৰাৰ পিছত মৃত্যু হয়। (৪১,৬৮,২৯৮)

**প্ৰতিভা দেৱী** (৭।৪।১৯১১ - ২।১০।১৯৩২): পিতৃ শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামী*, মাতৃ ভুৱনেশ্বৰী। অসমৰ শিক্ষাধিকাৰ উমাকান্ত গোস্বামীৰ* প্ৰথমা পত্নী আছিল। পঢ়াশলীয়া শিক্ষা নাথাকিলেও ঘৰুৱা শিক্ষাৰে শিক্ষিতা আছিল। অযোধ্যা দেৱী ছদ্মনামেৰে আলোচনীত



প্ৰতিভা দেৱী

প্ৰবন্ধ-পাতি লিখিছিল। 'ডন কুইক্সোট'ৰ অসমীয়া ভাঙনি এটাও প্ৰকাশ কৰিছিল। ১৯২৬ চনত অসম সাহিত্য সভাৰ জাননী ক্ৰমে 'খোৱা বোৱা' নামে এখন ৰন্ধা-বঢ়াৰ কিতাপ লিখিছিল। মাত্ৰ ২১ বছৰ বয়সতে মৃত্যুমুখত পৰে। (৪৯,২৬১)

**প্ৰদীপ দাসগুপ্ত** (১৯১১ - ১৪।১২।১৯৮৪): জন্ম চিলেটত। হবিগঞ্জ কলেজৰ পৰা বি. এ. পাছ কৰি ১৯৪৫

চনত শ্বিলঙৰ কণ্ট্ৰোলাৰ অফিচত আমোলা সোমায়। কিছুকাল অসম চেম্বাৰ্চ অৱ কমাৰ্চৰ সম্পাদক হৈ শেষত সাংবাদিক জগতলৈ আহে। 'দি ডেমোক্ৰেটিক ৰিভিউ' নামৰ এখন কাকত প্ৰতিষ্ঠা কৰে। 'দি টাইমচ্ অৱ ইণ্ডিয়া' কাকতৰ লগত কিছুকাল জড়িত থাকি ১৯৫৪ চনত 'দি আচাম ট্ৰিবিউন' কাকতৰ চাব-এডিটৰ হয়। ১৯৬২ চনত 'আনন্দবাজাৰ পত্ৰিকা'লৈ যায়। শেষ জীৱনত 'দি বিজনেছ হেৰাল্ড' নামে এখন কাকতৰ সম্পাদক হৈছিল। গুৱাহাটী প্ৰেছ ক্লাবৰ সভাপতি আৰু অসম সাংবাদিক সন্থাৰ উপ সভাপতি আছিল। অসমীয়াতো দুটামান প্ৰৱন্ধ লিখিছিল। মৃত্যুৰ আগে আগে সাহিত্যিক পেন্সন পাইছিল। ডেকা বয়সত ভাৰতৰ কমিউনিষ্ট দলৰ লগত জড়িত আছিল। (৩৮৯)

**প্ৰফুল্ল চন্দ্ৰ বৰুৱা** ( ।৩।১৯০০ ২।৩।১৯৮৬): জন্ম ধুবুৰীত। পিতৃ **লক্ষ্মীৰাম***। মাতৃ জাহ্নৱী। ১৯১৮ চনত মংগলদৈ হাইস্কুলৰ পৰা অসমৰ ভিতৰত ষষ্ঠদশ স্থান অধিকাৰ কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯২০ চনত কটন কলেজৰ পৰা আই. এচ. চি. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ ৰিপন কলেজৰ বিজ্ঞান শাখাত নাম লগায়। কিন্তু অসহযোগ আন্দোলনত যোগ দি কলেজ এৰে। অসমলৈ উভতি আহি মংগলদৈ জিলা কংগ্ৰেছৰ সভাপতি হোৱাৰ উপৰিও স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক হয়। ১৯২২ চনত গ্ৰেপ্তাৰ বৰণ কৰি ছমাহ কাৰাদণ্ড ভোগে। ১৯২৩ চনত মদন মোহন মালব্যৰ উদ্‌গণিত কাশী হিন্দু বিশ্ববিদ্যালয়লৈ গৈ দুবছৰকাল ইঞ্জিনীয়াৰিং শিক্ষা লয়। উভতি আহি পুনৰ স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশ গ্ৰহণ কৰি ভালেমান বছৰ নজৰ বন্দী হৈ থাকে। ১৯৪০ চনত ছমাহ জেল খায়। ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনত যোগ দি ছমাহ কাৰাবন্দী, ন-মাহ নিৰাপত্তা বন্দী, ডেৰ বছৰ অসমৰ পৰা বহিস্কাৰ আৰু নবছৰ শ্বিলঙত অন্তৰীণ হৈ থাকে। স্বাধীনতাৰ আগে আগে মংগলদৈৰ পৰা শিৱসাগৰলৈ গৈ তাত স্থায়ীভাৱে থাকিবলৈ লয়, আৰু শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি হয়। দুবাৰো (১৯৫৭, ১৯৬২) লোকসভাৰ সদস্য নিৰ্বাচিত হৈছিল।



প্ৰফুল্ল চন্দ্ৰ বৰুৱা

সংগীতজ্ঞ পিতৃৰ পুত্ৰ হিচাপে সংগীতত বিশেষ বুৎপত্তি লাভ কৰিছিল। প্ৰথম অসমীয়া গীত ৰেকৰ্ড কৰোঁতা। ১৯২৪ চনত উমেশ চন্দ্ৰ চৌধুৰী*, ৰাধানাথ ফুকন*, প্ৰসন্নলাল চৌধুৰীৰ* মুঠতে চাৰিটা গীতত নিজে সুৰ দি 'হিজ মাষ্টাৰ্ড ভয়চ'ত বাণীবদ্ধ কৰিছিল। ইয়াৰ পিছতো কেইবাখনো ৰেকৰ্ড উলিয়াইছিল।

সফল ব্যৱসায়ী আছিল। সামান্য বাঁহ-বেতৰ বেপাৰেৰে ব্যৱসায়ী জীৱন আৰম্ভ কৰি পিছলৈ কেইবাখনো চাহ বাগিচাৰ মালিক হৈছিলগৈ। ১৯৫১ চনৰ পৰা একুৰিৰো ওপৰ বছৰ ধৰি ভাৰতীয় চাহ নিগমৰ সক্ৰিয় সদস্য আছিল। দুবাৰমান ইয়াৰ উপ-সভাপতিও হৈছিল। চাহ নিগমৰ প্ৰতিনিধিৰূপে পৃথিৱীৰ ভালেমান দেশ ভ্ৰমণ কৰিছিল। নামৰূপ পেট্ৰোকেমিকেলচ্, আচাম ইণ্ডাষ্ট্ৰিয়েল ডেভেলপমেণ্ট কৰ্পোৰেছন, আচাম ফাইনেন্সিয়েল কৰ্পৰেছন, ৰাজ্যিক বিদ্যুৎ পৰিষদ আদি বিভিন্ন অনুষ্ঠানৰ

ডিৰেক্টৰ, কাৰ্যনিৰ্বাহক সদস্য আদি আছিল। ভালেমান অনুষ্ঠানলৈ শকত বৰঙণি আগবঢ়াইছিল। সেইবোৰৰ ভিতৰত প্ৰধান হ'ল—অসম সাহিত্য সভা (গুৱাহাটীত সংগীতাচাৰ্য 'লক্ষ্মীৰাম বৰুৱা সদন' সাজিবৰ বাবে), শিৱসাগৰ কলেজ, শিৱসাগৰত স্থাপিত 'হিৰণ্যপ্ৰভা গ্ৰন্থাগাৰ আৰু সংগ্ৰহালয়'। ১৯৬০ চনত বিনোৱাজীৰ ভূদান যজ্ঞত এহেজাৰ বিঘা মাটি দান দি অভিলেখ স্থাপন কৰিছিল।

অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। ইয়াৰ ধুবুৰী অধিৱেশনত সাংস্কৃতিক শাখাৰ সভাপতিত্ব কৰিছিল। (৪৩)

**প্ৰভাত চন্দ্ৰ অধিকাৰী** (১৯০০-১৯৯৪): জন্ম গোৱালপাৰা জিলাৰ দলগোমা সত্ৰত। পিতৃ জয়কান্ত সত্ৰৰ অধিকাৰ আছিল। চেতনা, আৱাহন আদি কাকতত কবিতা, প্ৰবন্ধ আদি লিখিছিল। ৰচনা- - *'দোহাৱলী'* নামেৰে কিছুমান ধৰ্মবাণীৰ ভাঙনি, *'কৃষ্ণকুমাৰী'* নামৰ এখন বুৰঞ্জীমূলক নাট আৰু মাধৱদেৱৰ এখন ইংৰাজীত লিখা জীৱনী। (৮)

**প্ৰভাত চন্দ্ৰ দাস** (২২।৮।১৮৯৭-২২।৬।১৯৮৬): পিতৃ উত্তম চন্দ্ৰ। ১৯২৩ চনত কলিকতা মেডিকেল কলেজৰ পৰা এম. বি. পৰীক্ষা পাছ কৰে। ডিব্ৰুগড় অঞ্চলৰ এজন দক্ষ অভিনেতা, খেলুৱৈ আৰু চিকাৰী আছিল। (৩৯৬)

**প্ৰভাত চন্দ্ৰ বৰুৱা** (?— ১৯৪৩): কায়স্থ বংশীয় সন্তান। গৌৰীপুৰৰ জমিদাৰ প্ৰতাপচন্দ্ৰৰ মৃত্যুৰ পিছত তেওঁৰ বিধৱা পত্নী ভৱানীদেৱীয়ে পোষ্যপুত্ৰ হিচাপে ৰাখিছিল। ১৯১১ চনৰ পৰা জমিদাৰী চলাবলৈ পায়। অনেক জনহিতকৰ কাম-কাজৰ বাবে বিখ্যাত। বিদ্যোৎসাহী লোক আছিল। গোৱালপাৰা অঞ্চলত অনেক পাঠশালা স্কুলৰ উপৰিও তিনিখন মাইনৰ স্কুল স্থাপন কৰিছিল। পূৰ্বৰ জমিদাৰে গৌৰীপুৰত পতা মাইনৰ স্কুলখন হাইস্কুললৈ ৰূপান্তৰিত কৰে। ধুবুৰীত এটা পুথিভঁৰালো স্থাপন কৰিছিল। ছাত্ৰাবাস সাজি আৰু বৃত্তি আদি দি অনেক দুখীয়া অসমীয়া ছাত্ৰক সহায় কৰিছিল। লক্ষেশ্বৰ বৰঠাকুৰ* য়াইকৈ তেওঁৰ সাহায্যতে উচ্চশিক্ষাৰ্থে জাপানলৈ গৈছিল। অমৃতভূষণ দেৱঅধিকাৰীৰ* 'মন্নাম দেস্থা' আৰু হৰিনাৰায়ণ দত্তবৰুৱাৰ* 'কায়স্থ সমাজৰ ইতিবৃত্ত' ছপোৱাত আৰ্থিক সাহায্য আগবঢ়াইছিল। মথুৰামোহন বৰুৱাৰ* 'এডভোকেট অৱ আচাম' আৰু গৌৰীনাথ শাস্ত্ৰীৰ 'প্ৰান্তবাসী'—এই কাকত দুখনৰ পৃষ্ঠপোষক আছিল। অনেক ব্ৰাহ্মণ আৰু কায়স্থক ভূসম্পত্তি দান কৰিছিল। বিধৱা কায়স্থ মহিলাসকলক আনি আশ্ৰমৰ দৰে কৰি ৰাজটোলত ৰাখিছিল। গান বাজনাত বিশেষ ৰাপ আছিল। সংগীতানুৰাগী অনেক অসমীয়া লোকক নিজ খৰচত সংগীত শিক্ষা দিয়াইছিল।

মাণিক চন্দ্ৰ বৰুৱা* আৰু জগন্নাথ বৰুৱাৰ* লগতে 'আচাম এছোচিয়েচন'ৰ অন্যতম জন্মদাতা। ১৯০৫ চনত ডিব্ৰুগড়ত বহা এই সভাৰ প্ৰথম অধিৱেশনৰ সভাপতি আছিল। 'আচাম কাউন্সিল'ৰো দুবাৰকৈ সভাপতিত্ব কৰিছিল। চিৰস্থায়ী বন্দোবস্তীৰ সুবিধা পোৱাৰ আশাত গোৱালপাৰা জিলা বংগদেশৰ লগত চামিল হব লাগে বুলি এবাৰ দাবী উত্থাপন কৰিছিল। বৃটিছানুৰাগৰ বাবে চৰকাৰে 'ৰায়বাহাদুৰ' উপাধি দিছিল। প্ৰমথেশ বৰুৱা*, প্ৰকৃতীশ বৰুৱা*, নীলিমা বৰুৱাৰ* পিতৃ। (৩০৭)

**প্ৰভুদান মেইৰিক ছাবোৱান**(২৩।১।১৮৯৩-১৪।২।১৯৮৭): জন্ম ডিব্ৰুগড়ৰ মিৰিপথাৰ গাঁৱত। পিতৃ খৃষ্টান ধৰ্মত দীক্ষিত হোৱা চাহ বনুৱা সম্প্ৰদায়ৰ লোক আছিল। ১৯০৯ চনত প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু চাৰি বছৰ পিছত বিচপচ্ কলেজৰ পৰা ইংৰাজীত সন্মান সহ বি. এ. উপাধি

লয়। যোৰহাটৰ ক্ৰিষ্টিয়ান বয়জ স্কুলৰ সহকাৰী প্ৰধান শিক্ষকৰূপে কিছুকাল চাকৰি কৰি জগন্নাথ বৰুৱা কলেজত ইংৰাজীৰ অধ্যাপক ৰূপে সোমায়। ইয়াৰ বিভাগীয় মুৰব্বী হৈ থকা কালতে মোককচাঙলৈ যায় আৰু তাৰ নৱ প্ৰতিষ্ঠিত ফজল আলি কলেজৰ অধ্যক্ষ নিযুক্ত হয়। অসমৰ চাহ বনুৱাসকলক সংগঠিত কৰি তেওঁলোকৰ দুৰ্গতি মোচনৰ অৰ্থে চেষ্টা কৰিছিল। এই উদ্দেশ্যেৰে ৰাজনীতিত নামি এবাৰ বিধান সভাৰ সদস্যও নিৰ্বাচিত হৈছিল। (৪০০)

**প্ৰমত্ত সিংহ** (? - ১৭৫১): ৰুদ্ৰসিংহ* স্বৰ্গদেৱৰ দ্বিতীয় পুত্ৰ। আহোম নাম চুনেনফা। ককায়েক শিৱসিংহৰ* মৃত্যুত আহোম ৰাজপাটত উঠে। ৰজা হোৱাৰ এবছৰৰ পিছতে সমস্ত ৰাজ্যত পিয়ল কৰায়। ৰংপুৰৰ ৰংঘৰ, গড়গাঁৱৰ কাৰেংঘৰ আদি পকীকৈ সাজে। গুৱাহাটীতো পিতৃৰ সংস্কাৰ হোৱা ঠাইত ৰুদ্ৰেশ্বৰ মন্দিৰ আৰু শুক্ৰেশ্বৰ মন্দিৰ সাজে। প্ৰায় সাত বছৰ ৰাজত্ব ভোগ কৰাৰ পিছত মৃত্যু হয়। (৪১,৬৮,২৯৮)

**প্ৰমথ নাথ চক্ৰৱৰ্তী** (১৮৮৩ - ২।৩।১৯৬৭): জন্ম গৌৰীপুৰৰ খুদিমাৰী গাৱঁত। পিতৃ তাৰক চন্দ্ৰ স্মৃতিৰত্ন, মাতৃ ভৱানীপ্ৰিয়া। গৌৰীপুৰৰ সংস্কৃত টোল আৰু পি. চি. ইনষ্টিটিউটত পঢ়ি শেষোক্ত অনুষ্ঠানৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কটন কলেজত নাম লগায়। কিন্তু এবছৰৰ ভিতৰতে পাটনালৈ গৈ তাৰ নেচনেল কলেজৰ পৰা ১৯১১ চনত বি. এ. আৰু ১৯১৪ চনত বি. এল. উপাধি লয়। ধুবুৰীত ওকালতি কৰিছিল। ধুবুৰী অঞ্চলৰ সামাজিক কাম-কাজৰ লগত জড়িত আছিল। গৌৰীপুৰৰ জমিদাৰে কৰা কৰবৃদ্ধিৰ প্ৰতিবাদ কৰি জয়ী হৈছিল। গোৱালপাৰাৰ জমিদাৰবিলাকে জিলাখনক অসমৰ পৰা ফালি নি বংগৰ লগত চামিল কৰাৰ চেষ্টা ব্যৰ্থ কৰিছিল। ১৯২৮-৩২ কালছোৱা গোৱালপাৰা জিলা কংগ্ৰেছৰ সভাপতি আছিল। অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ্থে সদায় যুঁজিছিল। ১৯৫৫ চনত ৰাজ্য পুনৰগঠনৰ সময়ত গোৱালপাৰাক অসমৰ পৰা আঁতৰাই নিয়াৰ ষড়যন্ত্ৰ প্ৰতিৰোধ কৰিছিল। গোৱালপাৰা জিলাত অসমীয়া ভাষা-সংস্কৃতি ৰক্ষা কৰোঁতাসকলৰ ভিতৰত অন্যতম। ১৯২৩ চনত ধুবুৰীত অসম সাহিত্য সভাৰ শাখা প্ৰতিষ্ঠা কৰে। ধুবুৰীত ১৯২৬ আৰু ১৯৫৬ চনত অসম সাহিত্য সভাৰ অধিবেশন বহে তেওঁৰ যত্নতেই। ১৯৪৭ চনত ধুবুৰীত প্ৰতিষ্ঠা কৰিছিল 'অসম সংঘ'। ১৯২৯ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। অসম সংস্কৃত বোৰ্ড, ধুবুৰীৰ বি. এন. কলেজ আদিৰ প্ৰতিষ্ঠাতাসকলৰ ভিতৰত অন্যতম। (১২, ৩০৪)

**প্ৰমথেশ বৰুৱা** (২৪।১০।১৯০৩-২৯।১১।১৯৫১): জন্ম গৌৰীপুৰত। পিতৃ প্ৰভাত চন্দ্ৰ*। ১৯২০ চনত কলিকতাৰ হেয়াৰ হাইস্কুলৰ পৰা মেট্ৰিক আৰু ১৯২৪ চনত



প্ৰমথেশ বৰুৱা

কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা বি. এছ. চি. পাছ কৰে। পিতৃৰ মৃত্যুৰ পিছত ১৯২৮ চনত অসম ব্যৱস্থাপক সভাৰ মনোনীত সদস্য হয়। ১৯৩০ চনত নিৰ্বাচিত সদস্য।

ব্যৱস্থাপক সভাত স্বৰাজ্য দলৰ চীফ হুইপ আছিল। ১৯২৯ চনত বৃটিছ ডমিনিয়ন ফিল্মচ লিমিটেডৰ বোৰ্ড অৱ ডিৰেক্টৰচ্‌ৰ সভ্য হয়। সেই অনুষ্ঠানে নিৰ্মাণ কৰা 'পঞ্চশৰ' নামৰ বোলছবিত প্ৰথমবাৰৰ বাবে এটা সৰু ভূমিকাত অভিনয় কৰে। ১৯৩০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ ফেলো নিৰ্বাচিত হয়। সেই বছৰতে পেৰিচলৈ যায় আৰু বোলছবিৰ কাম শিকে। ১৯৩১ চনত 'বৰুৱা ফিল্মচ্' প্ৰতিষ্ঠা কৰে। ইয়াৰ 'অপৰাধী' নামে এখন বোলছবিত নায়কৰ ভূমিকাত অৱতীৰ্ণ হয়। পৰিচালক হিচাপে তেওঁৰ প্ৰথম সবাক ছবি হ'ল 'বাংলা ১৯০৩'। ১৯৩৩ চনত 'নিউ থিয়েটাৰ্চ'ত যোগ দিয়ে আৰু 'দেৱদাস', 'গৃহদাস', 'মুক্তি', 'জিন্দেগী' প্ৰমুখ্যে কেবাখনো যুগান্তকাৰী ছবি নিৰ্মাণ কৰে। পিছত নিউ থিয়েটাৰ্চৰ লগত সম্পৰ্ক ছিন্ন হয়, কিন্তু ছবি নিৰ্মাণ বন্ধ হোৱা নাছিল। তেওঁ কৰা ছবিৰ মুঠ সংখ্যা ২১। তাৰ ভিতৰত বাংলা ১৪ আৰু হিন্দী ছবিৰ সংখ্যা ৭। পৰিচালনা আৰু। অভিনয় কৰাৰ উপৰিও কেইবাখনো ছবিত সুৰো দিছিল। ভাল বিলিয়াৰ্ড আৰু টেনিচ খেলুৱৈ আছিল। (২৭৭)

**প্ৰমোদ বৰা** (১৯৫৪ ১৪।১০।১৯৭২) : জন্ম নামৰূপত। পিতৃ ৰূপাই, মাতৃ পহিলা। নামৰূপ নিগম হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা দি অকৃতকাৰ্য হৈ ঘৰুৱা শিক্ষকতা কৰি আছিল। '৭২ চনৰ ভাষা আন্দোলনত দুৰ্বৃত্তৰ হাতত মৃত্যু বৰণ কৰে। (৩৪০)

**প্ৰবীণ কুমাৰ চৌধুৰী** (২৮।৮।১৯১৮ ১৬।১১।১৯৭৫) : দক্ষিণ কামৰূপৰ লোক। পিতৃ ৰোহিণীকুমাৰ*, মাতৃ হেমপ্ৰভা। মৃত্যুৰ আগলৈকে একেৰাহে তিনিটা কালৰ বাবে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। বিমলা প্ৰসাদ চলিহাৰ* আৰু মহেন্দ্ৰমোহন চৌধুৰীৰ* নেতৃত্বকালত মন্ত্ৰীপদ লাভ কৰিছিল। বকোৰ জৱাহৰলাল নেহৰু মহাবিদ্যালয়, নগৰবেৰাৰ বি.পি. চলিহা মহাবিদ্যালয়, কুকুৰমৰাৰ ৰোহিণীকুমাৰ চৌধুৰী হাইস্কুল, পলাশবাৰীৰ আৰ.কে. চৌধুৰী হাইস্কুল আদি শিক্ষানুষ্ঠানসমূহৰ অন্যতম প্ৰতিষ্ঠাতা। চিলংৰ পৰা প্ৰকাশিত 'ফ্ৰন্টিয়াৰ টাইমচ' নামৰ দৈনিক ইংৰাজী কাকতখন কিছুকাল সম্পাদনা কৰিছিল। (৪০০)

**প্ৰবীণ ফুকন** (৬।১০।১৯১২ --) . জন্ম গুৱাহাটীত। পিতৃ লাচিত বৰফুকনৰ* বংশধৰ নবীনচন্দ্ৰ। মাতৃ অময়া। গুৱাহাটীৰ লতাশিল এল-পি. স্কুল, এম. চি. এম. ই.



প্ৰবীণ ফুকন

স্কুল আৰু কটন কলেজিয়েট স্কুলত পঢ়ি ১৯৩২ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজত পঢ়িছিল যদিও খেলা-ধূলাত লাগি থাকোতে বি. এ. উপাধি লোৱা নহ'ল। আগবয়সত ফুটবল, বেডমিণ্টন আৰু টেনিছ খেলুৱৈৰূপে খ্যাতি আৰ্জিছিল। পিছত খেলা এৰি সাংস্কৃতিক জগতত সোমায়। 'ফ্ৰেন্দচ্‌ ইউনিয়ন' নামে এটা ক্লাব গঠন কৰি ১৯৩৬ চনত এই ক্লাবৰ যোগেদি তেওঁৰ প্ৰথম নাট *'কাল পৰিণয়'* অভিনয় কৰায়। ভালেমান নাট ৰচনা কৰিছিল। সেইবোৰৰ ভিতৰত লেখত লবলগীয়া হ'ল— *'অসম*

*হলিউদ'*, *'নিপীড়িতা'*, *'অনুতপ্তা'*, *'বহ্বাৰম্ভে লঘুক্ৰিয়া'*, *'ৰাম টাণ্ডোন'*, *'বিশ্বৰূপা'*, *'ত্ৰিৰংগ'* (তিনিখন একাংকিকাৰ সংকলন), *'মণিৰাম দেৱান'*, *'লাচিত বৰফুকন'*। শেষোক্ত নাট দুখনে পিচত চিনেমাৰ ৰূপ পাইছিল। ভালমান নাটকৰ মঞ্চ নিৰ্দেশক হোৱাৰ উপৰিও 'পাৰঘাট' চিনেমা (১৯৪৯) পৰিচালনা কৰিছিল। 'লখিমী' নামে এখন চিনেমা (১৯৫৭) অভিনয়ো কৰিছিল। ভাল পিয়ানো বজাব পাৰিছিল। আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ প্ৰথম উপদেষ্টা মণ্ডলীৰ সদস্য আছিল। নাটক ৰচনাৰ উপৰিও সমসাময়িক আলোচনীত গল্প-প্ৰবন্ধাদিও লিখিছিল। ১৯৭৬ চনত সাহিত্যিক পেন্সন পায়। আগবয়সতে কিছুকাল গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলত শিক্ষকতা কৰিছিল। গুৱাহাটী শিল্পী সংঘই 'নাট্যাচাৰ্য' উপাধি দিছিল। (৫০)

**প্ৰসন্ন কুমাৰ বৰুৱা** (৩।২।১৮৮৪-২৫।১১।১৯৫৮): জন্ম ডিব্ৰুগড়ত। পিতৃ মালভোগ* দেউতাকৰ চাহ বাগিচা চলাইছিল, লগতে সামাজিক আৰু ৰাজনৈতিক কামতো যোগ দিছিল। ১৯১৯ চনত অসমৰ সুকীয়া শাসনৰ দাবীত নবীনচন্দ্ৰ বৰদলৈৰ* স'তে বিলাতলৈ যায়। ১৯২০ চনত অসম এছোচিয়েছনৰ তেজপুৰ অধিবেশনত পৌৰোহিত্য কৰিছিল। ১৯২১ চনত কলিকতাত হোৱা কংগ্ৰেছ অধিবেশনত যোগ দিছিল। সেই চনতে ঘাইকৈ তেওঁৰ যত্নতে ডিব্ৰুগড়ত টাউন কংগ্ৰেছ স্থাপিত হয়। ইয়াৰ প্ৰথম সভাপতিও আছিল। ১৯১৬ চনৰ পৰা ১৯৫৫ চন পৰ্যন্ত ডিব্ৰুগড় মিউনিচিপেলিটিৰ সদস্য হৈ আছিল। তাৰে ১৯৩২-৩৪ আৰু ১৯৩৮-৪৪ কালছোৱা ইয়াৰ সভাপতিও আছিল। একালৰ জনপ্ৰিয় মাহেকীয়া কাকত 'অসমীয়া'ৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। ৰাধানাথ চাংকাকতিৰ* মৃত্যুৰ পিছত 'টাইমচ্ অব আচাম' কাকতখন কিছুকাল প্ৰকাশ কৰি আছিল। (৭২, ৩২২)

**প্ৰসন্ন চন্দ্ৰ গোস্বামী** (২১।২।১৯১৮-।৩।১৯৭০): জন্ম নলবাৰীত। পিতৃ প্ৰতাপচন্দ্ৰ*, মাতৃ কালিন্দীপ্ৰিয়া। প্ৰথমে নলবাৰী গৰ্ডন হাইস্কুলত, পিছত খুড়াক শৰৎচন্দ্ৰ গোস্বামীৰ* তত্বাৱধানত যোৰহাট চৰকাৰী হাইস্কুলত পঢ়ি চাৰিটা লেটাৰ আৰু ষ্টাৰ সহ অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পঞ্চম স্থান অধিকাৰ কৰি কটন কলেজৰ পৰা আই. এছ্. চি পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত কলিকতালৈ গৈ ১৯৪০ চনত প্ৰেচিডেন্সী কলেজৰ পৰা ৰসায়ন বিজ্ঞানত সন্মান সহ বি. এছ্. চি আৰু ১৯৪২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৰসায়ন বিজ্ঞানত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান সহ এম. এছ্. চি. উপাধি লয়। কটন কলেজত অধ্যাপকৰূপে প্ৰায় তিনি বছৰ থাকি ১৯৪৫ চনত আমেৰিকালৈ যায়। তাৰ পৰা 'চুগাৰ টেকনোলজী'ত পি. এইচ. ডি উপাধি লৈ অসমলৈ ঘূৰি আহি শিক্ষা বিভাগৰ প্ৰথমে সহকাৰী সঞ্চালক, পিছত অতিৰিক্ত সঞ্চালক হয়গৈ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কলেজ সমূহৰ পৰিদৰ্শকৰূপে কিছু বছৰ থাকি ১৯৬৯ চনত অধ্যক্ষৰূপে পুনৰ কটন কলেজলৈ আহে। এই ভাৰ লোৱাৰ কিছুকাল পিছতে মৃত্যু হয়। অসম বিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাপকসকলৰ অন্যতম। ভাল লেখকো আছিল। *'ফুলৰ সাধু'* আৰু *'জন্তুৰ সাধু'* নামৰ দুখন বিজ্ঞান বিষয়ক শিশুগ্ৰন্থ লিখি নেচনেল বুক ট্ৰাষ্টৰ দ্বাৰা পুৰস্কৃত হৈছিল। একে ধৰণৰ আন দুখন গ্ৰন্থ হ'ল *'বিজ্ঞানৰ বিজয় কাহিনী'* আৰু *'প্লাষ্টিক আৰু ৰেচম সূতাৰ বিস্ময়কৰ কাহিনী'*। *'চুগাৰ টেকনোলজী ইন ইণ্ডিয়া এণ্ড এব্ৰড'* তেওঁৰ গৱেষণা গ্ৰন্থ। উপন্যাস, গল্প, ভ্ৰমণ কাহিনী আদিও লিখিছিল। উপন্যাস— *গোপী পাঠক*; গল্প — *আমাৰ দেশৰ গল্প, বিদেশী গল্প সম্ভাৰ, দিগম্বৰৰ গৃহ নিৰ্মাণ*; ভ্ৰমণ কাহিনী — *বৈদেশিকা* (৪০০)

**প্ৰসন্নচন্দ্ৰ ঘোষ** (১৯-২০ শতিকা): গোৱালপাৰাৰ মানুহ।

তাতে ওকালতি কৰিছিল। 'আসাম এচোচিয়েছন'ৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ঘাইকৈ এওঁৰ উৎসাহতে প্ৰভাতচন্দ্ৰ বৰুৱাই* আসাম এচোচিয়েছনত যোগ দিছিল। ১৯১১ চনৰ লোক পিয়লত গোৱালপাৰা জিলাত বঙালী লোকৰ সংখ্যা সৰহকৈ দেখুউৱাৰ ষড়যন্ত্ৰ এওঁৰ চেষ্টাতে উফৰি গৈছিল। গোৱালপাৰা অঞ্চলৰ উন্নয়নমূলক কামৰ সতে জড়িত আছিল। (১৬২)

**প্ৰসন্নলাল চৌধুৰী** (।১২।১৮৯৮ ২০।১।১৯৮৬): জন্ম পলাশবাৰীত। পিতৃ শ্যামলাল*, মাতৃ প্ৰমীলা।



প্ৰসন্নলাল চৌধুৰী

পলাশবাৰীত ছাত্ৰবৃত্তি পৰীক্ষা স্কুল পাছ কৰি, তাৰে এম. এই. স্কুলত কিছুকাল পঢ়ি, বৰপেটা হাইস্কুলত নাম লগায়। ইয়াত সপ্তমমানলৈকে পঢ়ি যোৰহাট বেজবৰুৱা হাই স্কুললৈ যায়। ১৯১৯ চনত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা প্ৰথম বিভাগত পাছ কৰি, কটন কলেজত এবছৰ পঢ়ি কলিকতাৰ চেণ্ট পল কলেজত নাম ভৰ্তি কৰে।১৯২৮ চনত ডিষ্টিংশ্যন সহ বি. এ. উপাধি লয়। গুৱাহাটীত দুবছৰমান আইন পঢ়িছিল যদিও পৰীক্ষা নিদি ১৯২৭ চনত এবছৰৰ বাবে পলাশবাৰী হাইস্কুলত, দুমাহমান গুৱাহাটীৰ কামৰূপ একাডেমীত, এবছৰমান বজালী হাইস্কুলত শিক্ষকতা কৰি ১৯৩০ চনত নৱ প্ৰতিষ্ঠিত বৰপেটা বিদ্যাপীঠৰ শিক্ষক হয়গৈ। ১৯৩১ চনৰ পৰা ১৯৬৫ চন পৰ্যন্ত ইয়াৰ প্ৰধান শিক্ষক আছিল। মাজতে কিছুকাল (১৯৪৯-৫০) গুৱাহাটীত চৰকাৰৰ প্ৰচাৰ বিভাগত কাম কৰিছিল। অৱসৰ লোৱাৰ পিছতো এবছৰকাল বৰপেটাৰ জীৱনলতা ছোৱালী হাইস্কুল আৰু দুবছৰমান গমুৰা বিদ্যা নিকেতনৰ প্ৰধান শিক্ষকৰ দায়িত্বত আছিল।

৯ প্ৰসিদ্ধ কবি আৰু নাট্যকাৰ। সমসাময়িক বিভিন্ন আলোচনীত কবিতা, প্ৰবন্ধাদি লিখিছিল। ১৯২১ চনত কলেজত পঢ়াকালতে *'নীলাম্বৰ'* নাট ৰচনা কৰে (প্ৰকাশ ১৯৩৩)। কবিতা পুথি - *অগ্নিমন্ত্ৰ* (১৯৫০), *চানেকি কবিতা* (১৯৬৫)। কাব্যনাট — *অপেস্বৰী* (১৯৬১), কাহিনীপুথি -- *জাতিৰ ফুল* (১৯৬৭), *আমাৰ দেশৰ সাধু*। অনুবাদ গ্ৰন্থ *আমাৰ গাৱঁৰ পুনৰ গঠন*। সম্পাদনা — *অসমীয়া সাতকাণ্ড ৰামায়ণ* (১৯৪১), হোলি গীতৰ সংকলন-*'ৰঙ্গে ফাকু খেলে'* (১৯৭৭) *বহুত কথা, বাণী, সখী, চিকাৰ নিকাৰ, দুন্দীয়া* আদি অনেক পুথি অপ্ৰকাশিত। 'প্ৰকাশ' নামৰ এখন সাপ্তাহিক কাকত কিছুকাল সম্পাদনা কৰিছিল (১৯৫১)। 'বিদ্ৰোহী কবি' নামে জনাজাত। দক্ষ শিক্ষক, ভাল চিকাৰী আৰু সু-অভিনেতা আছিল। বৰপেটা মিলন মন্দিৰৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ১৯৬৭ চনত বৰপেটা লোকসভা সমষ্টিৰ পৰা জনসংঘ দলৰ প্ৰাৰ্থীৰূপে প্ৰতিদ্বন্দ্বিতা কৰিছিল। অসম সাহিত্য সভাৰ ১৯৬৬ চনত ডিব্ৰুগড়ত বহা অধিবেশনৰ কবি সন্মিলনৰ আৰু ১৯৭৮ চনত গোলাঘাটত বহা মূল অধিবেশনৰ সভাপতি আছিল। (১২১, ২০৭, ২১৮, ২৬৬)

**প্ৰাণহৰিদেৱ** (১৯০৪-১৯৮৫): পিতৃ ৰামজয়, মাতৃ কেতেকী। ককায়েক হৰিদেৱ*(২)-ৰ মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ অধিকাৰ হৈছিল। এওঁৰ দিনতে

মোৱামৰীয়া বিদ্ৰোহ আৰম্ভ হয় আৰু বিদ্ৰোহীসকলক সত্ৰৰ পৰা আঠ হেজাৰ টকা দিবলগীয়াত পৰে। বিদ্যোৎসাহী লোক আছিল আৰু শাস্ত্ৰ সংৰক্ষণত গুৰুত্ব দিছিল। 'নীতিলতাংকুৰ' গ্ৰন্থৰ অনুবাদক বিদ্যাবাগীশ* এওঁৰ দিনতে সত্ৰৰ ভাগৱতী আছিল। (৯৭)

**প্ৰালম্ভ** (?— আ. ৮১০): শালস্তম্ভ বংশৰ ৰজা। প্ৰায় কুৰি বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। শালম্ভ নামেও জনাজাত। (৪৪,১৫৮,২৯৮)

**প্ৰিয়নাথ বৰুৱা** (১৯০২ ১৯৮৯): জন্ম টীয়কৰ ওচৰৰ বলমীয়া বৰুৱাগাঁৱত। ১৯২১ চনত জাঁজী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগোৱা সময়ত অসহযোগ আন্দোলন আৰম্ভ হোৱাত তাত যোগ দি তিনিমাহ কাৰাবাস খাটে। স্বাধীনতাৰ আগলৈকে আৰু তিনিবাৰ কাৰাবাস খাটিছিল আৰু প্ৰায় তিনি বছৰ বন্দী হিচাপে আছিল। আগ-বয়সত কিছুকাল শিক্ষকতা কৰিছিল। দেশ স্বাধীন হোৱাত গাঁও উন্নয়ন বিষয়া হয়। ১৯৭৮ চনত কংগ্ৰেছ এৰি জনতা দলত যোগ দিছিল। (৪৩ক)

**প্ৰিয়লাল বৰুৱা** (১৮৩০-১৮৭৫): পিতৃ দুতিৰাম বৰভাণ্ডাৰ বৰুৱা*। শিৱসাগৰ ইংৰাজী স্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ হুগলী স্কুলত পঢ়িছিল। কলিকতাৰ কলেজত উচ্চশিক্ষা লোৱা উজনীৰ প্ৰথম অসমীয়া। গুৱাহাটীৰ জুডিচিয়েল কমিচনাৰৰ কাৰ্যালয়ত ট্ৰেন্সলেটৰ ৰূপে সোমাই পিছত শিক্ষা বিভাগৰ ডেপুটি ইনস্পেক্টৰ হয়গৈ। এনে পদ পোৱা প্ৰথম ব্যক্তি আছিল। কনকলাল বৰুৱাৰ* বৰদেউতাক। পিতৃ দুতিৰামক কলীয়াপানীৰ পৰা অহোপুৰুষাৰ্থ কৰি মোকলাই আনিছিল। সাহিত্যচৰ্চাত ৰাপ আছিল। 'অৰুনোদই'ত প্ৰবন্ধ-পাতি লিখিছিল। (১২৪, ২১৭, ২২১)

**প্ৰেমধৰ দত্ত** (?—২৮।৯।১৯৬৩): জন্ম শিৱসাগৰৰ কাঠপাৰা গাঁৱত। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ডিব্ৰুগড়ৰ মেডিকেল কলেজত পঢ়িছিল। কিন্তু তৃতীয় বাৰ্ষিকত থকা কালত (১৯৪৮ চন) যক্ষ্মাৰোগত আক্ৰান্ত হৈ শ্বিলংৰ ৰীড চেষ্ট হস্পিটেলত ৰোগী হিচাপে থাকিব লগা হয়। বিচনাত পৰি থাকিয়েই শিশুৰ উপযোগী অনেক কবিতা, গল্প, একাংকিকা, জীৱনীমূলক প্ৰবন্ধ আদি লিখি শিশু-সাহিত্যিক ৰূপে খ্যাতি আৰ্জিছিল। *'শিয়ালৰ শিং'* আৰু *'ৰং বিৰং'* তেওঁৰ দুখন প্ৰকাশিত কবিতা পুথি। (৪০০)

**প্ৰেমনাৰায়ণ দত্ত** (১৮৯৯-১৯৬৫): জন্ম বজালীৰ ৰতনপুৰ গাঁৱত। পিতৃ ৰতিৰাম, মাতৃ পানীপ্ৰিয়া। প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰা সত্ত্বেও ধনৰ অভাৱত উচ্চ শিক্ষালাভ নোৱাৰি প্ৰথমে বৰপেটাৰ এখন প্ৰাথমিক



প্ৰেমনাৰায়ণ দত্ত

বিদ্যালয়ৰ পণ্ডিত হয়। পিছত চাকৰি এৰি গুৱাহাটীৰ 'মাতৃ ভাণ্ডাৰ' নামে এখন দোকানৰ কৰ্মচাৰী হয়। 'অৰিয়েন্টাল কোম্পানী' নামৰ জীৱন বীমা অনুষ্ঠান এটাৰ এজেন্সী লৈয়ো ধন আৰ্জিছিল। পিছত সকলোবোৰ বাদ দি গুৱাহাটীতে হোমিওপেথিক চিকিৎসা আৰম্ভ কৰে আৰু লগতে সাহিত্য

চৰ্চা কৰিবলৈ লয়। অসমীয়া সাহিত্যত ৰহস্য উপন্যাসৰ প্ৰতিষ্ঠাতা। ১৯৪৭ চনত তেওঁৰ প্ৰথম ৰহস্য উপন্যাস *'দিন ডকাইত'* প্ৰকাশ পায়। তেতিয়াৰে পৰা 'পা ফু' আৰু 'ৰহস্যৰ ৰহঘৰা' নামৰ দুটা চিৰিজত প্ৰায় কুৰিখন উপন্যাস লিখি প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল। *'নিয়তিৰ নিৰ্মালি'*, *'প্ৰণয়ৰ সুঁতি'*, *'আকাংক্ষাৰ অন্তৰালত'* আদি দুখনমান সামাজিক উপন্যাসো ৰচনা কৰিছিল। ৰস ৰচনাতো দক্ষতা দেখুৱাইছিল। *'অসমাপ্ত'*, *'আদিৰসৰ উৎপত্তি'*, *'কণ্ঠৰোল'*, *'আশীৰ্বাদ'*, *'হে হৰি সাৰ শূনা'* আদি পুথি-বিলাকত তাৰ ভাল পৰিচয় পোৱা যায়। গুৱাহাটীৰ পুস্তক অনুষ্ঠান *'মণিমাণিক প্ৰকাশ'*ৰ ভেটি স্থাপন কৰোঁতা। গান-বাজনা, অভিনয় আদিতো ৰাপ আছিল। (১৪, ৪০০)

**প্ৰেমভূষণ দেৱ** (১৬৭৮ ১৭২৯) : বৰ যদুমণি দেৱৰ* নাতি জগবন্দন দেৱৰ* তৃতীয় পুত্ৰ। পিতৃৰ নিৰ্বাসন কালত মূলাতলীত জন্ম। পিতৃৰ মৃত্যুত ১৬ বছৰ বয়সত মূলাতলীতে দিহিং সত্ৰৰ অধিকাৰ হয়। গদাধৰ সিংহই* নিৰ্বাসন কৰা মহন্তসকলক ৰুদ্ৰসিংহই* যেতিয়া পুনৰ সংস্থাপিত কৰে, তেতিয়াহে দিহিঙলৈ আহে আৰু শিলিখাতলীত সত্ৰ স্থাপন কৰে। সেয়ে 'শিলিখাতলীয়া মহন্ত' নামেৰেও জনাজাত। দিহিঙত মাটি দিয়াৰ উপৰিও ৰুদ্ৰসিংহই এওঁক উত্তৰ লক্ষীমপুৰৰ তেলাহি মৌজাত ৭৮০ পুৰা নিষ্কৰ ভূমি দান কৰিছিল। এওঁৰ দিনৰ পৰাই দিহিং সত্ৰ ক্ষমতাশালী হৈ উঠে। ১৪টি গীতৰ ৰচক। (২৩৮, ২৬১ক)

## ফ

**ফখৰুদ্দিন আলি আহমেদ** (১৩।৫।১৯০৫ -১১।২।১৯৭৭) : জন্ম দিল্লীত। পিতৃ জালনুৰ আলি আহমেদ*। মাতৃ ৰোকুৱা চুলতানা। উত্তৰ প্ৰদেশৰ গোন্দা আৰু দিল্লীৰ চৰকাৰী হাইস্কুলত পঢ়ি ১৯২১ চনত পঞ্জাৱ বিশ্ববিদ্যালয়ৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু দিল্লীত চেণ্ট ষ্টিফেন্‌চ্‌ কলেজত ভৰ্তি হয়। ইয়াত কিছুকাল পঢ়ি বিলাতলৈ যায়। ১৯২৭ চনত কেম্ব্ৰিজৰ চেণ্ট কেথেৰিণ



ফখৰুদ্দিন আলি আহমেদ

কলেজৰ পৰা বুৰঞ্জীৰ স্নাতক আৰু লণ্ডনৰ ইনাৰ টেম্পলৰ পৰা বাৰ এট ল উপাধি লাভ কৰে। ভাৰতলৈ আহি পঞ্জাৱ উচ্চ ন্যায়ালয়ত কিছুদিন ওকালতি কৰি ১৯২৮ চনত অসমলৈ আহে আৰু ইয়াৰে কাছাৰীত ওকালতি কৰাৰ লগতে ৰাজনীতিত নামে। ১৯৩১ চনত কংগ্ৰেছ দলত সোমায়। ১৯৩৫ চনত অসম বিধান সভালৈ সদস্য মনোনীত হয়। গোপীনাথ বৰদলৈ* মন্ত্ৰীসভাৰ বিত্ত আৰু ৰাজহ বিভাগৰ মন্ত্ৰী আছিল (১৯৩৮-৩৯)। ১৯৪০ চনত সত্যাগ্ৰহত যোগ দি এবছৰ কাৰাবাস খাটে। ১৯৪২ চনত পুনৰ জেললৈ যায় আৰু এবছৰ তিনিমাহ বন্দী হৈ থাকে। ১৯৪৬ চনত কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে বিধান সভালৈ নিৰ্বাচিত হয়; একে বছৰতে অসমৰ এডভোকেট জেনেৰেল পদো লাভ কৰে। ১৯৫২ চনৰ পৰা ৰাজ্যসভাৰ সদস্যৰূপে পাঁচ বছৰ থাকি ১৯৫৭ চনত অসম বিধানসভালৈ আহে আৰু বিমলা প্ৰসাদ চলিহা* মন্ত্ৰীসভাৰ কেইবাটাও দপ্তৰৰ মন্ত্ৰী হয়। ১৯৬২ চনৰ নতুন মন্ত্ৰীসভাতো স্থানীয় স্বায়ত্ত শাসনৰ

বাহিৰে আন সকলো বিভাগৰে মন্ত্ৰী আছিল। ১৯৬৬ চনত কেন্দ্ৰীয় মন্ত্ৰীসভাৰ মন্ত্ৰী নিৰ্বাচিত হয়। বিভিন্ন দপ্তৰৰ মন্ত্ৰীৰূপে থাকি ১৯৭৪ চনত ভাৰতৰ ৰাষ্ট্ৰপতি হয়গৈ। তেওঁৰ দিনতে জৰুৰীকালীন অৱস্থা ঘোষিত হৈছিল। খেলপ্ৰেমী লোক আছিল। অসম ফুটবল এছোচিয়েছন, অসম ক্ৰিকেট সম্থা আদিৰ গুৰিয়াল। (৪৩, ২৭২)

**ফটিক চন্দ্ৰ বৰুৱা** (১৮৫৭-১৮৮৬) : জন্ম নগাওঁত। পিতৃ হাবিৰাম। নগাঁৱৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত পঢ়িছিল। কিন্তু শিক্ষা আধৰুৱাতে এৰি চাকৰিত সোমাই ই. এ. চি আৰু শেষত বৰপেটাৰ মহকুমাধিপতি হয়। কামৰূপ জিলা লাখেৰাজ পিয়লত বিশেষ দক্ষতা দেখুৱাইছিল। 'আচাম লেংগুয়েজ ইম্প্ৰুভমেণ্ট চোচাইটিৰ সম্পাদকৰূপে অসমীয়া ভাষাৰ হৈ চৰকাৰক স্মাৰক পত্ৰ দিছিল। ভায়েক মাণিক চন্দ্ৰ বৰুৱাক* দিহা-ভৰসা দি সহায় কৰিছিল। (৭৪, ১৬২)

**ফণীধৰ চলিহা** (১৪।২।১৮৫৫ - ৭।১৯৩২) : জন্ম উত্তৰ লক্ষীমপুৰত। পিতৃ শিৱসাগৰীয়া কেশীৰাম বৰুৱাই কাছাৰীত কাম কৰিছিল। মাতৃ পিতাম্বৰী। ১৮৭১ চনত ডিব্ৰুগড়ৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ জেনেৰেল এছেমব্লি ইনষ্টিটিউছনত এল. এ. (আই. এ.) পঢ়ে গৈ। এনেতে মাকৰ নৰীয়া হোৱাত ইমানতে শিক্ষা সাং কৰি ঘৰলৈ ঘূৰি আহে আৰু শিক্ষা বিভাগৰ উপপৰিদৰ্শকৰ কামত সোমায়। ১৮৮৬ চনত চ. ডি. চি.ৰ পদ পায় আৰু ন বছৰৰ পিছত প্ৰমোচন পাই ই. এ. চি. হয়গৈ। মঙ্গলদৈ, ধুবুৰী, শিৱসাগৰ আদিত চাকৰি জীৱন কটাই ১৯০৩ চনত আগতীয়াকৈ অৱসৰ লৈ শিৱসাগৰত নিগাজীকৈ বহে।

শিক্ষাবিদ আৰু সমাজকৰ্মী আছিল। শিক্ষা বিভাগত কাম কৰোঁতে স্কুলবোৰত অসমীয়া ভাষা চলাবলৈ চেষ্টা কৰিছিল। অৱসৰ লৈ ঘৰতে স্কুল পাতিছিল। উজনী অসমৰ সমবায় আন্দোলনৰ প্ৰৱৰ্তক আছিল। শিৱসাগৰ মিউনিচিপেল বোৰ্ডৰ সদস্য আছিল। ১৯১৪ চনত 'অসম এছোচিয়েছন'ৰ সভাপতি হয়, 'আসাম কাউন্সিল'ৰ সদস্য নিৰ্বাচিত হয় ১৯১৫ চনত। কিন্তু চৰকাৰৰ আবকাৰী নীতিৰ বিৰোধিতা



ফণীধৰ চলিহা

কৰি দুবছৰৰ পিছত এই পদ ত্যাগ কৰে। কটন কলেজৰ ছাত্ৰাবাস, গুৱাহাটীৰ আৰ্ল ল কলেজ আদিৰ প্ৰতিষ্ঠাত আগভাগ লৈছিল। ১৯১৯ চনত 'চেডলাৰ ৰয়েল ইউনিভাৰ্চিটি কমিচন'ৰ আগত সাক্ষ্য দিছিল। প্ৰথম মহাযুদ্ধত চৰকাৰক সহায় কৰাত ১৯১৭ চনত চৰকাৰে 'ৰায় বাহাদুৰ' উপাধি দিয়ে। ১৮৯৪ চনত এডোৱাৰ্ড গেইটৰ* নিৰ্দেশত আহোম ভাষাত লিখা ভালেমান পুৰণি পুথি সংগ্ৰহ কৰিছিল আৰু পুথিবোৰ ইংৰাজীলৈ ভাঙিবৰ বাবে গোপাল চন্দ্ৰ বৰুৱাকে* মুখ্য কৰি কেইৰাজনো আহোম পণ্ডিত নিয়োগ কৰিছিল। দুবাৰ বিয়া কৰাইছিল আৰু সৰ্বমুঠ পাঁচোটি পুত্ৰৰ বাপেকী হৈছিল। প্ৰেমধৰ*, কুলধৰ*, আৰু পদ্মধৰ* চলিহাৰ পিতৃ। (১৪৮, ১৮৫)

**ফণীধৰ দত্ত** (১২।১১।১৯০১-২৯।১০।১৯৬৩) : জন্ম যোৰহাটৰ চৈকটা চাহ বাগিচাত। পিতৃ দণ্ডিৰাম, মাতৃ দময়ন্তী। প্ৰাথমিক পৰীক্ষাত বৃত্তি লাভ কৰি ১৯২১ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা

পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২৬ চনত কটন কলেজৰ পৰা গণিতত সন্মান সহ বি. এ. পৰীক্ষা পাছ কৰে। সন্মান পোৱা ছাত্ৰসকলৰ ভিতৰত সৰ্বাধিক নম্বৰ পোৱাত ৰজনীকান্ত বৰা সোণৰ পদকেৰে পুৰস্কৃত হৈছিল। ১৯২৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মিশ্ৰ গণিতত এম. এ উপাধি লাভ কৰে। দুবছৰৰ পিছত গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি. এল. উপাধিও পায়। যোৰহাটত ওকালতি কৰাৰ লগতে ইয়াত নৱ প্ৰতিষ্ঠিত জে. বি. কলেজৰ প্ৰতিষ্ঠাপক অধ্যাপক হয়। ১৯৩৮ চনত কটন কলেজত অস্থায়ীভাৱে সোমাই ১৯৪১ চনত স্থায়ী অধ্যাপক হয়। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাত ইয়াত ৰেজিষ্ট্ৰাৰৰ পদ পায়। ১৯৬২ চনত হিৰণ্য চন্দ্ৰ ভূঞাৰ* পদত্যাগৰ পিছত কিছুকালৰ বাবে উপাচাৰ্যও নিযুক্ত হৈছিল। (১০২)

**ফণী শৰ্মা** (১৯১০ - ১৩।৭।১৯৭০) : জন্ম তেজপুৰৰ কলিবাৰীত। পিতৃ মোলান চন্দ্ৰ কাছাৰীৰ পেস্কাৰ আছিল। তেজপুৰ হাইস্কুলত কেইশ্ৰেণীমান পঢ়ি পঢ়া এৰে। দেউতাকে পঢ়ুৱাবলৈ চেষ্টা কৰি কাশী বিদ্যাপীঠত নাম লগাই দিছিল, এবাৰ কলিকতাত 'বেকাৰী' পঢ়িবলৈও পঠিয়াইছিল। কিন্তু একোতে মন নবহিল। সৰুৰে পৰা অভিনয়-প্ৰীতি আছিল প্ৰচণ্ড। স্কুলীয়া কালতে অভিনয় প্ৰদৰ্শন কৰি ৰূপৰ পদক লাভ কৰিছিল। ১৯৩০ চনত বিষ্ণুপ্ৰসাদ ৰাভাৰ* সৈতে লগ লাগি গুৱাহাটীত চাউল, মাছ আদিৰ ব্যৱসায়ত লাগে। এনে সময়তে বৰপেটাত ফুটবল খেলিবলৈ গৈ ব্ৰজনাথ শৰ্মাক* লগ পায়। তেওঁৰ 'কোহিনূৰ অপেৰা পাৰ্টি'ত সোমাই অভিনেতা ৰূপে গুৱাহাটী, যোৰহাট, নগাওঁ, গোলাঘাট আদি অসমৰ বিভিন্ন ঠাই ভ্ৰমে। ১৯৩৩ চন মানত জ্যোতিপ্ৰসাদ আগৰৱালাৰ* আহ্বান ক্ৰমে তেওঁৰ 'জয়মতী' চিনেমাত (১৯৩৫) গাঁঠি হাজৰিকাৰ অভিনয় কৰে। ১৯৩৬ চনত জ্যোতিপ্ৰসাদে বিষ্ণু ৰাভাৰ লগ লাগি কৰা 'জয়মতী' আৰু 'শোণিত কুঁৱৰী' ৰেকৰ্ড নাট্যত কণ্ঠদান কৰে। জ্যোতিপ্ৰসাদৰ দ্বিতীয় ছবি 'ইন্দ্ৰমালতী'তো অভিনয় কৰিছিল (১৯৩৯)। ১৯৪১-৪৫ কালছোৱাত স্বৰচিত ৰেকৰ্ড নাট্য *নৰকাসুৰ, হাজোৰ নটী, কুৰঙ্গনয়নী, এম. এল. এ.* আদি কলিকতাত বাণীবদ্ধ কৰি জনপ্ৰিয়তা



ফণী শৰ্মা

লভিছিল। ১৯৪৬ চনত চন্দ্ৰধৰ গোস্বামী* প্ৰমুখে কিছু লোকৰ লগ হৈ তেজপুৰত 'চিত্ৰাৱলী পিকচাৰ্চ লিমিটেড' নামৰ এটা চিনেমা কোম্পানী খোলে আৰু ইয়াৰ জৰিয়তে তেওঁৰ বিখ্যাত 'চিৰাজ' কথাছবি উলিয়ায় (১৯৪৮)। ইয়াৰ পৰিচালক আৰু অভিনেতাও আছিল। ১৯৫৫ চনত 'পিয়লি ফুকন' ছবি পৰিচালনা আৰু ইয়াত অভিনয় কৰে। ছবিখনে ৰাষ্ট্ৰপতিৰ 'যোগ্যতাৰ প্ৰমাণপত্ৰ' পাইছিল। ১৯৫৬ চনত দিল্লীত 'শোণিত কুঁৱৰী'ত ভাও লৈ যশস্যা আৰ্জিছিল। তেওঁৰ নিৰ্দেশত ওলোৱা আৰু দুখন ছবি হ'ল 'ধুমুহা' (১৯৫৭) আৰু 'পুৱতি নিশাৰ সপোন' (১৯৫৯)। দুয়োখনতে অভিনয়ো কৰিছিল। গুৱাহাটীত বহা কংগ্ৰেছ অধিবেশনৰ সময়ত 'প্ৰাগজ্যোতিকা' নামৰ এখন ডকুমেণ্টেৰী ছবি কৰিছিল (১৯৫৮)। ভাও লোৱা অন্যান্য ছবিসমূহ হ'ল — সতী বেউলা (১৯৫৪), সৰাপাত (১৯৫৫), এৰা বাটৰ সুৰ (১৯৫৬), আমাৰ ঘৰ

(১৯৫৯), লাচিত বৰফুকন (১৯৬১), শকুন্তলা (১৯৬১), নৰকাসুৰ (১৯৬২), ইটো সিটো বহুতো (১৯৬৩) মণিৰাম দেৱান (১৯৬৪), প্ৰতিধ্বনি (১৯৬৪)। শেষ বয়সত 'পূৰ্বজ্যোতি থিয়েটাৰ' নামৰ এটি ভ্ৰাম্যমান নাট্যদলত যোগ দিয়ে। কেইবাখনো নাট ৰচনা কৰিছিল, যেনে — *ভোগজৰা, কিয়, নাগপাশ, চিৰাজ, কলাবজাৰ, এন ইনস্পেক্টৰ কল্‌চ্, মায়ওৰ বেজ, বনৰীয়া ফুল, ৰংবিৰং।* ১৯৭০ চনত ধিঙত বহা অসম সাহিত্য সভাৰ অধিবেশনত সাংস্কৃতিক সন্ধিয়াৰ সভাপতিত্ব কৰিছিল। 'নটসূৰ্য' নামেৰে জনাজাত আছিল। কেন্সাৰ ৰোগত গুৱাহাটীত মৃত্যু হয়। (১৭৩)

**ফৰ্মুদ আলি** (১৯ শতিকা) : ঘৰ যোৰহাটত। পিতৃ পদো মোল্লা। গাওঁবুঢ়াৰ কাম কৰাৰ লগতে চিলাইৰ, বিশেষকৈ গুণাৰ কামত পাকৈত আছিল। বেহেলা বজাবও জানিছিল। ১৮৫৭ চনৰ বিদ্ৰোহত মণিৰাম দেৱানৰ* স'তে সহযোগিতা কৰিছিল। (২৮,১৮৪)

**ফনু বৰুৱা** (১৭।৭।১৯০১-৯।১০।১৯৮২) : প্ৰকৃত নাম পৰশুৰাম। জন্ম ধুবুৰীত। পিতৃ সংগীতাচাৰ্য লক্ষ্মীৰাম*, মাতৃ জাহ্নৱী। তেজপুৰ, নগাওঁ, গুৱাহাটী আদি ঠাইত স্কুলীয়া শিক্ষা লাভ কৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত দুবাৰমান গ্ৰেপ্তাৰ হৈছিল। ১৯২২ চনত কলিকতালৈ যায় আৰু তাৰ যাদৱপুৰত থকা বেংগল টেকনিকেল স্কুলত নাম লগায়। তাত ডেৰ বছৰ থাকি আৰ্থিক অনাটনত পঢ়া এৰে আৰু গুৱাহাটীলৈ আহি ককয়েক প্ৰফুল্লচন্দ্ৰ বৰুৱাই* খোলা বাদ্যযন্ত্ৰৰ দোকানত সোমায়হি। কিছুদিন পিছত শিৱসাগৰৰ কালীপ্ৰসাদ চলিহা* পৰিয়ালৰ গোসাঁইবাৰী চাহ বাগিচাৰ মেনেজাৰ পদত নিযুক্ত হয়। ১৯২৯ চনত এই কাম এৰি ককায়েকে শিৱসাগৰতে আৰম্ভ কৰা কাঠ-বেতৰ ব্যৱসায়ৰ সহকাৰী হয়। ১৯৩৭ চনত পুনৰ চলিহা পৰিয়ালৰে কৰঙ্গানি বাগিছাত মেনেজাৰী কৰেগৈ। সেই কামত দুবছৰ থাকি পুনৰ ককায়েকৰ লগত ব্যৱসায়ত লাগে। ব্যৱসায়তে লাগি থাকি পিছলৈ ছয়-সাতখন বাগিচাৰ মালিক হৈছিলগৈ। দক্ষ অভিনেতা আৰু বেহেলাবাদক আছিল। তেজপুৰৰ বাণমঞ্চ, গুৱাহাটীৰ ভাস্কৰ নাট্য মন্দিৰ, শিৱসাগৰ নাট্যমন্দিৰ আদিত অভিনয়



ফনু বৰুৱা

কৰি সুখ্যাতি আৰ্জিছিল। ১৯৩৫ চনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ* প্ৰযোজনা তথা নিৰ্দেশনাত ওলোৱা অসমৰ প্ৰথম কথাছবি 'জয়মতী'ত নায়কৰ (গদাপাণিৰ) ভাও লৈছিল। বহুতো ভ্ৰাম্যমান নাট্যগোষ্ঠীৰ পৃষ্ঠপোষকতা কৰিছিল। অসম নাট্য সম্মিলনৰ ভালেমান বছৰ ধৰি সভাপতি আছিল। ভাৰতৰ বিখ্যাত সৰোদ বাদক আমজাদ আলি খাঁৰ শহুৰেক। (১১৮)

**ফুলেশ্বৰী কুঁৱৰী** ( ? - ১৭৩১) : জন্ম শিৱসাগৰৰ ওচৰৰ কালুগাঁৱত। পূৰ্বৰ নাম ফুলমতী। পিতৃ সৰ্বানন্দ নট আছিল। মাক-দেউতাক সৰুতে ঢুকায়। ৰূপচন্দ্ৰ বৰবৰুৱাই* মৰমতে স্বৰ্গদেউ শিৱসিংহৰ* ধাই মাকৰ লিগিৰী কৰি দিছিল। ধাই মাকৰ মৃত্যুৰ পিছত শিৱসিংহই তেওঁক বিয়া কৰাই পাটমাদৈ পাতে। শিৱসিংহ ৰাজপাটত উঠাৰ (১৭১৪) পিছত তেওঁৰ ছত্ৰভংগ যোগ আছে বুলি দৈৱজ্ঞসকলে

কোৱাত ৰজা হোৱাৰ ছমাহমানৰ পিছত তেওঁ ফুলেশ্বৰীক প্ৰমথেশ্বৰী নাম দি ৰাজ্য শাসনৰ ভাৰ অৰ্পণ কৰে। অসমৰ প্ৰথম শাসনকৰ্ত্ৰী আছিল। 'বৰৰজা' নামেৰে জনাজাত আছিল। গৌৰীসাগৰ, শিৱসাগৰ আৰু কালুগাঁৱত পুখুৰী আৰু দ'ল স্থাপন কৰিছিল আৰু ধাই মাকৰ নামেৰে 'ধাই আলি' সজাইছিল। নিজৰ নামত মোহৰো মৰাইছিল। বিদ্যোৎসাহিনী আছিল। শাস্ত্ৰ-চৰ্চাৰ বাবে পণ্ডিতক বৃত্তি আদি দিছিল। কৱিৰাজ চক্ৰৱৰ্তী* তেওঁৰ ৰাজসভাৰে কবি আছিল। ৰংপুৰ চহৰত 'বৰৰজা পঢ়াশালি' পাতি দিছিল। ই সম্প্ৰতি 'ফুলেশ্বৰী হাইস্কুল' নামে জনাজাত। শাক্ত ধৰ্মাৱলম্বী আছিল। এবাৰ সত্ৰীয়া মহন্তসকলক দেৱীপূজালৈ মাতি অপমান কৰিছিল। ওঠৰ বছৰ ৰাজত্ব কৰাৰ পিছত প্ৰসূতি ৰোগত মৃত্যু হয়। (৪৯)

**ফৈজনুৰ আলি** (২।৪।১৮৭৭ ২৪।৪।১৯৬২) জন্ম ডিব্ৰুগড়ত। পিতৃ ফানুৰ আলি, মাতৃ জাৰচান বিবি। ১৮৯৩ চনত ডিব্ৰুগড় ৰাজ্য পালন হাইস্কুলৰ পৰা প্ৰথম বিভাগত



ফৈজনুৰ আলি

এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ মাদ্ৰাছা কলেজৰ পৰা প্ৰথম বিভাগত এফ. এ. আৰু প্ৰেচিডেন্সী কলেজৰ পৰা বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। বুৰঞ্জীত এম. এ. পঢ়িছিল যদিও পঢ়া সাং নকৰিলে। ১৯০৪ চনত কলিকতাৰ ৰিপন কলেজৰ পৰা বি. এল উপাধি লৈ ডিব্ৰুগড়ত ওকালতি আৰম্ভ কৰে। চৌবিশ বছৰ কাল এই ব্যৱসায়ত আছিল। ডিব্ৰুগড়ত বহা অসম এছোচিয়েছনৰ অভ্যৰ্থনা সমিতিৰ উপসভাপতিৰূপে এছোচিয়েছনৰ লগত যুক্ত হৈছিল। ১৯২০ চনত নাগপুৰ কংগ্ৰেছত যোগদান কৰে আৰু সেই 'অপৰাধত' পুলিচৰ দ্বাৰা নিৰ্যাতিত হয় ১৯২১ চনৰ অসহযোগ আন্দোলনত ভাগ লৈছিল। ১৯২৪ ২৯ কালছোৱাত অসম ব্যৱস্থাপক সভাৰ সদস্য আৰু ১৯২৯ ৩৭ কালছোৱাত ইয়াৰ সভাপতি নিৰ্বাচিত হয়। ১৯৩৭ ৪২ কালছোৱাত অসম লোকসেৱা আয়োগৰ সদস্যৰূপে থাকে। কিছুকালৰ বাবে 'স্বৰাজ্য দল'ত যোগ দিছিল যদিও পুনৰ কংগ্ৰেছলৈ আহে। ১৯৫০ চনত লোকসভাৰ সদস্য, ১৯৫২ চনত অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। ডিব্ৰুগড় অঞ্চলৰ নানা সামাজিক অনুষ্ঠানৰ স'তে জড়িত আছিল। অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ প্ৰথম সভাপতি আছিল (১৯৪৮)। বহুতো লীগপন্থীৰ অনুৰোধ সত্বেও মুছলীম লীগত যোগ দিয়া নাছিল। (৩২২)

**ফৈয়াজ আহমেদ** (কুৰি শতিকা): জন্ম গুৱাহাটীৰ মাছখোৱাত। পিতৃ মুন্সী ফেয়ায়ৎ উল্লাৰ' পুত্ৰ নেছাৰ আহমেদ। কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা আৰু কলিকতাৰ চেণ্ট জেভিয়াৰ্ছ কলেজৰ পৰা বি.এ. পাছ কৰি গুৱাহাটীত কিছুকাল শিক্ষক হয়। বি.এল. উপাধি লৈ গুৱাহাটীত ওকালতি কৰিছিল। মাজতে কিছুকাল ই.এ.চি. ও হৈছিল। কিন্তু অসহযোগ আন্দোলনৰ সময়ত চৰকাৰী চাকৰি এৰি আন্দোলনত লাগে। গুৱাহাটী মিউনিচিপেলিটিৰ প্ৰথমে ভাইচ চেয়াৰমেন, পিছত চেয়াৰমেন হৈ সমাজ হিতকৰ কামত আত্মনিয়োগ কৰিছিল। (১৯১ক, ৩৮৭)

**ফ্রান্সিচ বাকানন হেমিল্টন** (১৭৬২-১৮২৯) : ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাৰ্জন আছিল। কোম্পানীৰ নির্দেশ মতে ৰংপুৰ, গোৱালপাৰা প্ৰমুখ্যে অসমৰ পশ্চিমাঞ্চলত থাকি পূব ভাৰতৰ তথ্য সংগ্ৰহ কৰিছিল। তেওঁৰ ৰচিত গ্ৰন্থ *An Account of Assam* সূৰ্যকুমাৰ ভূঞাই* ১৯৪০ চনত সম্পাদনা কৰি প্ৰকাশ কৰে। (১২৯, ২৯১)

# ব

**বকুল কায়স্থ** (১৬ শতিকা) : অসমীয়া গণিতজ্ঞ। সংস্কৃত গ্ৰন্থ 'লীলাৱতী'ৰ কিছু অংশৰ পদ ভাঙিছিল সম্ভৱতঃ নৰনাৰায়ণ ৰজাৰ* নিৰ্দেশত। ১৮৪৫ চনত নাথন ব্ৰাওনে* কিতাপখন ছপা কৰি উলিয়ায়। ৰচনা কৰা অন্যান্য গ্ৰন্থ হ'ল—গণিতৰ পুথি *'কিতাবত মঞ্জৰী'* আৰু জ্যোতিষৰ পুথি *'খণ্ড পাঠ্য'*। (২০৫,২৬৬)

**বংশী গোপালদেৱ** (১৫৪৮—১৬২২): জন্ম লক্ষীমপুৰৰ লুইতপৰীয়া মালিপুৰ গাঁৱত। পিতৃ বলোভদ্ৰ বা ধমাই আচাৰ্য। নৰনাৰায়ণৰ* আহোম ৰাজ্য আক্ৰমণৰ সময়ত বলোভদ্ৰ ব্যাঘ্ৰপিণ্ড (নগাঁৱৰ ভকতগাঁৱৰ ওচৰৰ বাঘজাপ) গাঁৱৰ পৰা পলাই গৈ মালিপুৰত জোৱাঁয়েকৰ ঘৰত আছিলগৈ। মাতৃ যমুনাৱতী। সৰুতে মাক ঢুকোৱাত বায়েক-ভিনিহিয়েক ডাঙৰ-দীঘল কৰে। বিয়াৰ বাবে ধন ঘটিবৰ উদ্দেশ্যে ব্ৰহ্মপুত্ৰইদি বেপাৰ কৰিবলৈ যাওঁতে পাটবাউসীত শংকৰদেৱক* লগ পাইছিল। ঘৰলৈ উভতি আহি বিয়া কৰাবলৈ নাৰাজ হয় আৰু বৈষ্ণৱৰ সংগ লৈ ঘূৰি ফুৰি অৱশেষত বৰপেটালৈ আহি মাধৱদেৱক* লগ ধৰে। মাধৱে তেওঁক দামোদৰদেৱৰ* ওচৰত শৰণ লবলৈ পঠায়। উভতি আহি পুনৰ মাধৱৰ লগত সাত বছৰ থাকে। মাধৱ-দামোদৰে মিলি ধৰ্ম প্ৰচাৰাৰ্থে উজনীলৈ পাছে। বৌধসকলৰ উৎপাতত এবাৰ উভতি আহি আধলীয়া যদুমণিক* লগত লৈ পুনৰ উজনীলৈ যায় আৰু কাঁহিকুচিত সত্ৰ পাতে। বৌধৰ উৎপাতত থাকিব নোৱাৰি দৰঙৰ কলাবাৰীত সত্ৰ পাতি থাকেগৈ। ১৬০৩-০৫ চন মানত ভাণ্ডাৰী গোহাঁই আৰু সুন্দৰ গোহাঁই নামৰ দুজন আহোম বিষয়াৰ সহযোগিতাত ডেবেৰাপাৰত সত্ৰ পাতে। ইয়াত থাকি তিনি বহুৰমান ধৰ্ম প্ৰচাৰ কৰাৰ পিছত স্বৰ্গদেৱ প্ৰতাপ সিংহই* ৰাজদ্ৰোহৰ সন্দেহ কৰি তাৰ বহুতো ভকতক হত্যা কৰে। বংশীগোপাল পলাই গৈ বাৰখন বিভিন্ন সত্ৰত থাকেগৈ। অৱশেষত কুৰুৱাবাহীত সত্ৰ পাতি মৃত্যুৰ সময়লৈকে তাতে আছিল। উজনীত বৈষ্ণৱ ধৰ্মৰ অন্যতম প্ৰচাৰক। (৬১,২০২,২০৩)

**বংশীবাদন শৰ্মা** (১৭ শতিকা): *'জ্যোতি মুক্তাৱলী'* নামৰ এখন জ্যোতিষৰ পুথিৰ ৰচক। (২০৫)

**বদন চন্দ্ৰ বৰফুকন** (?—১৮১৭): পিতৃ হৰনাথ সেনাপতি ফুকন*। ১৮১০ চনত কলীয়া ভোমোৰা বৰফুকনৰ* মৃত্যুত বৰফুকন বিষয় পায়। উচ্চাকাংক্ষী আৰু স্বাৰ্থান্বেষী পুৰুষ আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* ৰাজনৈতিক ক্ষমতাক ঈৰ্ষা কৰিছিল (যদিও দুয়ো সম্বন্ধত বিয়ৈ আছিল)। পূৰ্ণানন্দক হত্যা কৰিবলৈ সংৰামে* চলোৱা ষড়যন্ত্ৰক গুপুতে সমৰ্থন দিছিল। এই কথা গম পাই পূৰ্ণানন্দই তেওঁক ধৰিবলৈ মানুহ পঠোৱাত গুৱাহাটীৰ পৰা পলাই গৈ প্ৰথমে ৰংপুৰ, পিছত কলিকতা পায়গৈ আৰু ইংৰাজৰ সহায় প্ৰাৰ্থনা কৰে। ইংৰাজে সহায় দিবলৈ অমান্তি হোৱাত ব্ৰহ্মদেশ পায়গৈ আৰু চন্দ্ৰধ্বজ সিংহৰ* হৈ মান ৰজাৰ সহায় বিচাৰে। ১৮১৬ চনত এদল মান সেনাৰ লগত পাটকাই পাৰ হৈ অসম পায়হি আৰু মানৰ অনুগ্ৰহত যোৰহাটত ৰাজমন্ত্ৰী ফুকন বিষয় লয়। তাতে আহোম বিষয়াসকলৰ ষড়যন্ত্ৰত ৰূপচিং চুবেদাৰৰ* হাতত প্ৰাণ হেৰুৱায়। (৪১,৬৮,২৯১)

**বদন চন্দ্ৰ শৰ্মা** (১৯১০—১৯৪৫): জন্ম গুৱাহাটীৰ উজান বজাৰত। পিতৃ চন্দ্ৰনাথ। গুৱাহাটীৰ কলেজিয়েট স্কুল আৰু যোৰহাটৰ নৰ্মাল স্কুলৰ পৰা শিক্ষা সাং কৰি শিক্ষা বিভাগৰ চাকৰিত সোমাই সহকাৰী স্কুল পৰিদৰ্শক হৈছিলগৈ। কবি, নাট্যকাৰ আৰু মঞ্চশিল্পী। নৰ্মাল স্কুলত পঢ়ি থাকোতেই *'পূৰবী'* নামৰ কবিতা পুথি প্ৰকাশ পায়। প্ৰকাশিত নাটসমূহ হ'ল —*কুমাৰসম্ভৱ, কবিতাৰ জন্ম* আৰু *স্বয়ম্বৰ*। নগাঁৱত মৃত্যু হয়। (৮)

**বদুলা আতা: পদ্ম আতা চাওক।**

**বনগঞা গিৰী** (? ১৪৫৪—?): শংকৰদেৱৰ* সতীয়া ভায়েক। পিতৃ কুসুম্বৰ*, মাতৃ শ্ৰীপতি ভূঞাৰ কন্যা অনুধৃতি। কছাৰীৰ ভয়ত কুসুম্বৰ পলাই গৈ হাবিত থকা সময়ত জন্ম হৈছিল বাবে নাম বনগঞা। শংকৰী ধৰ্ম গ্ৰহণ কৰাৰ প্ৰমাণ নাই। শংকৰ মৃত্যুৰ পিছত সম্পৰ্কীয় ভতিজাক হাথীয়া দলৈ* আদিৰ লগলাগি শংকৰদেৱৰ পত্নী আৰু বোৱাৰীয়েকসকলৰ ওপৰত উৎপাত কৰিছিল আৰু মাধৱদেৱৰ* বদনাম ৰটিছিল। (২০১,২০৩)

**বনমাল বৰ্মন** (৯ম শতিকা): পিতৃ হজৰ বৰ্মন*, মাতৃ শ্ৰীমংগলা। প্ৰায় ৩০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰাৰ পিছত আ. ৮৬৫ চনত পুতেকৰ হাতত ৰাজ্যভাৰ গটাই দিয়ে। (৪৪,১৫৮,২৯৮):

**বনমালীদেৱ** (১৫৭৬ - ১৬৮৩): পিতৃ দৰঙ জিলাৰ কলাবাৰী গাঁৱৰ যদুদেৱ। মাতৃ মাধৱপ্ৰিয়া। বংশীগোপাল দেৱৰ* সংসৰ্গত থাকি শিক্ষা লাভ কৰে। ডেকাকালত ভাটীলৈ যাওঁতে পাটবাউসীত ভট্টদেৱৰ* লগত সাক্ষাত হৈছিল। কোচবিহাৰত দামোদৰ ধামত বলোৰামদেৱৰ লগত আছিল। জয়ধ্বজ সিংহ* স্বৰ্গদেৱে তেওঁক গড়গাঁৱলৈ মতাই আনে আৰু দক্ষিণপাট সত্ৰ পাতি দি তেওঁৰ ওচৰত দীক্ষা লয়। *'জন্মযাত্ৰা'* আৰু *'অঘাসুৰ বধ'* নামে দুখন নাট লিখিছিল। সত্ত্বগুণ বণাই সংস্কৃততো এখন পুথি লিখিছিল বুলি কথিত। (২২৪)

**বন্দৰ বৰফুকন** (১৭ শতিকা): প্ৰকৃত নাম বন্দৰ লান মাখৰু চেতীয়া। গদাধৰ সিংহৰ* ভিনিহিয়েক আছিল। লালুক সোলাৰ* হত্যাৰ পিছত ল'ৰা ৰজাৰ* দিনত ডেকাফুকনৰ পৰা বৰফুকন পদলৈ উন্নীত হয়। প্ৰতাপী বিষয়া আছিল। কৰ্মক্ষেত্ৰ আছিল কলিয়াবৰ। পলাতক অৱস্থাত গদাধৰ সিংহ তেওঁৰ আশ্ৰয়ত কিছুকাল আছিল যদিও দক্ষিণপটীয়া গোসাঁইৰ ইচ্ছাক্ৰমে তেওঁ প্ৰথমে ল'ৰা ৰজাৰ* ফালেহে ঢাল খাইছিল। গদাধৰৰ দিনতো বৰফুকন পদ পায় আৰু মোগলক খেদি গুৱাহাটী উদ্ধাৰ কৰে। কিন্তু গদাধৰৰ লগত সম্পৰ্ক ভালে নথকাত গদাধৰে তেওঁৰ সা-সম্পত্তি কাঢ়ি লয় আৰু বৰফুকন পদবীৰ পৰা আঁতৰায়। (২৯০)

**বৰবিষ্ণু আতা: কংসাৰি ঠাকুৰ চাওক।**

**বৰৈ দুৱৰীয়া পানীফুকন** (১৮ শতিকা): পিতৃ দিহিঙীয়া ডেবেৰা পানীফুকন। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বীৰত্বেৰে যুদ্ধ কৰি ৰাঘ মৰাণৰ* হাতত মৃত্যু হয়। (২৯১)

**বলদেৱ মহন্ত** (১৮৫০ - ৯৫): নাৰায়ণ দাস ঠাকুৰ আতাৰ* বংশধৰ। পিতৃয়ে নগাঁৱৰ ওচৰৰ এলেঙি সত্ৰত থিতাপি লয়হি। নগাঁৱৰ সদৰ মজলীয়া স্কুলৰ শিক্ষক আছিল। শিশুপুথিৰ ৰচক। তেওঁৰ *'উজুপাঠ'* এখন মনোৰম কবিতা পুথি। অন্যান্য পুথি— *আখ্যানমালা* (১৮৮৯), *আৰ্যাৱলী* (১৮৯০), *বৰ্ণশিক্ষা*, ১ম, ২য়, ৩য় ভাগ (১৮৯০); জীৱনীগ্ৰন্থ— *আখ্যানমালা* (২০, ১২৮, ২০০, ২১৮)

**বলবৰ্মন (১)** (?— আ. ৪২০): পিতৃ সমুদ্ৰবৰ্মন*। প্ৰাচীন কামৰূপৰ ৰজা আছিল। প্ৰায় ১৫ বছৰ ধৰি ৰাজ্য

চলাইছিল। পিতৃ-পিতামহৰ দৰে 'মহাৰাজাধিৰাজ' উপাধি লৈছিল। অমৃতপ্ৰভাৰ* পিতৃ বুলি কোনো কোনোৱে অনুমান কৰে। (৪৪,১৫৮,২৯৮)

**বলবৰ্মন (২)** (? — আ. ৭৬৫) : পিতৃ হৰ্ষদেৱ*। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় ১৫ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮, ২৯৮)

**বলবৰ্মন (৩)** (? — আ. ৯১০) : পিতৃ শালস্তম্ভ বংশৰ ৰজা জয়মাল। প্ৰাচীন কামৰূপৰ এগৰাকী ক্ষমতাশালী ৰজা আছিল। প্ৰায় ২৫ বছৰ ধৰি ৰাজ্য শাসন কৰিছিল। (৪৪,১৫৮,২৯৮):

**বলৰাম খাৰঘৰীয়া ফুকন** (১৮৩১ - ১৮৮২): জন্ম যোৰহাটত। পিতৃ যজ্ঞৰাম,* মাতৃ বৰদা। গুৱাহাটীৰ বাসিন্দা আছিল। ১৮৭৯ চনত গুণাভিৰাম বৰুৱাৰ* অনুৰোধত *'হৰ্ষ-বিষাদ বিষয়ক ৰচনা'* নামে এখন কিতাপ লিখে। অন্যান্য ৰচনা—যোগ বশিষ্ঠ ৰামায়ণৰ ভাঙনি, নাম গোৱা কবিতাৰ পুথি। তৰুণৰাম ফুকনৰ* দেউতাক। (৬৭,২১৮)

**বলৰাম দ্বিজ** (১৮ - ১৯ শতিকা) : বংশী গোপালদেৱে* পতা মহন্ত হাবুঙীয়া হৰিভাৰতীৰ বংশধৰ। পিতৃ নিত্যানন্দ। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ কৃষ্ণজন্ম খণ্ডৰ একাংশৰ অনুবাদক। (২০০,২০৭,২৬৬)

**বলিনাৰায়ণ** (? - ১৬৩৪) : পিতৃ ৰঘুদেৱ।* আন নাম ধৰ্মনাৰায়ণ। আহোমে দৰঙৰ শাসনকৰ্তা পাতিছিল। কামৰূপ ৰাজ্য নিজৰ হাতলৈ অনাৰ উদ্দেশ্যে আহোমৰ সহায় বিচাৰিছিল। কিন্তু মোগলৰ লগত যুদ্ধত হাৰি মৃত্যু হয়। (২৯১)

**বলিনাৰায়ণ বৰা** (১৮৫২ - ১৯২৭): জন্ম উত্তৰ গুৱাহাটীত। পিতৃ দত্তনাৰায়ণ। ১৮৬৮ চনত গুৱাহাটী চেমিনাৰীৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি আৰু ১৮৭১ চনত তাৰ পৰা এফ.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ এবছৰৰ পিছত গিলক্ৰাইষ্ট বৃত্তি লৈ উচ্চ শিক্ষাৰ্থে বিলাতলৈ যায়। ১৮৭৭ চনত কুপাৰ হিলচ্ কলেজৰ পৰা চিভিল ইঞ্জিনীয়াৰিঙৰ উপাধি লাভ কৰি ঘৰমুৱা হয়। নগাঁও, শিৱসাগৰ আদি


বলিনাৰায়ণ বৰা

আৰু বংগৰো নানা ঠাইত চাকৰি কৰিছিল। বৃটিছ চৰকাৰে ভাৰতীয় বুলি মুখ্য অভিযন্তাৰ পদ নিদিয়াত ১৯০৭ চনত অধীক্ষক অভিযন্তা ৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ৰাঁচী, কলিকতা, দাৰ্জিলিং আদি ঠাইত অৱসৰ জীৱন যাপন কৰিছিল; চাকৰি কালত এবছৰ আৰু অৱসৰৰ পিছত সাত বছৰ বিলাতত আছিলগৈ।

নগাঁৱত চাকৰি কৰা কালত ১৮৮৬ চনৰ ডিচেম্বৰ মাহত 'মৌ' নামৰ এখন কাকত উলিয়াইছিল। চাৰিটা সংখ্যা উলিয়ায়েই লক্ষ্মীনাথ বেজবৰুৱা* প্ৰমুখ্যে কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ বিৰোধিতাত কাকতখন বন্ধ কৰে। মাত্ৰ এটা প্ৰবন্ধৰ বাহিৰে 'মৌ'ৰ সকলো তেওঁৱেই লিখিছিল। 'অসম বন্ধু'তো দুটা প্ৰবন্ধ ওলাইছিল। ব্যংগ কবিতা লিখাত পাৰ্গত আছিল। ইংৰাজীতো কবিতা লিখিছিল। প্ৰকাশিত পুথি *A geography of India*, *ভাৰতবৰ্ষৰ বুৰঞ্জী*, *অসমীয়া প্ৰবচন* (১৯৪৩)। আৰু জৰীপ সম্পৰ্কীয় এখন ইংৰাজী গ্ৰন্থ। বংগদেশৰ প্ৰসিদ্ধ পণ্ডিত ৰমেশচন্দ্ৰ দত্তৰ

জোঁৱাযেক আৰু ভোলানাথ বৰুৱাৰ* ভাগিনীযেক আছিল। বৃটিছে 'কাইজাৰ ই হিন্দ' উপাধি দিছিল। (৩২ক, ২৭৭)

**বলীন ৰাজখোৱা** (১৯৫৩ - ২৯।১০।১৯৭২). জন্ম গোলাঘাটৰ কাকডোঙা মৌজাৰ চাবুকধৰা গাঁৱত। সৰুপথাৰৰ কুশল কোঁৱৰ হাইস্কুলৰ ছাত্ৰ সভাৰ সাধাৰণ সম্পাদক আছিল। '৭২ চনৰ ভাষা আন্দোলনত দুৰ্বৃত্তৰ হাতত প্ৰাণ হেৰুৱায়। (৩৪০)

**বলোৰাম বায়ন** (১৮৬৮ - ১৯৬৯): জন্ম বৰপেটাত। পিতৃ চৈতনা এগৰাকী প্ৰখ্যাত খোলবাদক আছিল। ন বছৰ বয়সত বৰপেটা সত্ৰৰ নিৰ্মল আতৈ পাঠকৰ অধীনত শিক্ষা লাভ কৰে। সত্ৰীয়া গীত মাত নৃত্যৰ বিশাৰদ আছিল

**বলোৰাম সূত** (? - ১৮।৮।১৯৪২) পুৰণিগুদামৰ মানুহ। বিয়াল্লিশৰ আন্দোলনত বৰহমপুৰত পুলিচৰ গুলিত শ্বহীদ হয়। (১১১)

**বল্লভচন্দ্ৰদেৱ** (১৮১৮ - ১৮৭০) জন্ম গোলাঘাটৰ মহৰামুখত। পিতৃ বৃন্দাৱনচন্দ্ৰ দেৱ*। বাল্যকাল পিতৃৰ স'তে কুৰুৱাত কটাইছিল। পিতৃৰ মৃত্যুত ২২ বছৰ বযসত কুৰুৱাতে দিহিং সত্ৰৰ অধিকাৰ হয। পিছত নানা ঠাইত ধৰ্ম প্ৰচাৰ কৰি গোলাঘাটৰ খুৰামুখত মৃত্যু হয। ২৩ টি গীতৰ ৰচক। আন নাম নিত্যশোভনদেৱ। (২৩৮,২৬১ক)

**বশম্বদ মিত্ৰ** (১৮৫৪ - ১৫।১২।১৯৪৮): জন্ম কলিকতাত। পিতৃ মহেন্দ্ৰনাথ ডিব্ৰুগড়ৰ ওচৰৰ চাহ বাগিচা এখনৰ চাকৰিয়াল আছিল। নগাঁৱৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ চিটি কলেজত নাম লগায়। দৰ্শন আৰু ইংৰাজীত সন্মানসহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা বিশ্ববিদ্যালযৰ পৰা দৰ্শনত এম. এ. উপাধি লাভ কৰে। চিটি কলেজ আৰু মৰিচ কলেজত কিছুদিন শিক্ষকতা কৰি বি. এল. উপাধি লয় আৰু কলিকতাতে ওকালতি আৰম্ভ কৰে। পিছত দেউতাকৰ পৰামৰ্শ মতে ডিব্ৰুগড়ত উকীল হযহি। 'টাইমচ্ অব্ আচাম' কাকতখনৰ জন্মলগ্নৰ পৰাই কাকতখনৰ লগত জড়িত আছিল। মাজতে কাকতখন এৰি উমেশ চন্দ্ৰ মুখাৰ্জীৰ স'তে 'ইষ্টাৰ্ণ হেৰাল্ড' নামে এখন সাদিনীযা ইংৰাজী কাকত চলাইছিল। 'চিটিজেন' নামৰ আন এখন সাদিনীযা ইংৰাজী কাকতো উলিয়াইছিল যিখন সম্পাদনা কৰিছিল প্ৰখ্যাত সাংবাদিক কালীনাথ ৰায়ে। দুযোখন কাকত বেছিদিন নিটিকাত ৰাধানাথ চাংকাকতীৰ* অনুৰোধত পুনৰ 'টাইমচ্ অব্ আচাম'ৰ লগত যুক্ত হয়। ৰাধানাথৰ দিনত আৰু তেওঁৰ মৃত্যুৰ বহুদিন পিছলৈ কাকতখনৰ সম্পাদকীয় তেৱেঁই লিখিছিল। *'টু এচেজ'* নামৰ এখন গ্ৰন্থৰ লেখক। (৭৬)

**বসন্ত কুমাৰ দাস** (? - ১৯৮৫): জন্ম শিলচৰত। ১৯২১ চনত স্বাধীনতা আন্দোলনত যোগ দিযে। অসম ব্যৱস্থাপক সভাৰ সভ্য আছিল। ১৯২৯ চনত কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি সভাপদ ত্যাগ কৰে। ১৯৩০ চনত সশ্ৰম কাৰাদণ্ড ভোগে। ১৯৩৭ চনত ব্যৱস্থাপক সভাৰ অধ্যক্ষ নিৰ্বাচিত হয। ১৯৪৪ চনৰ পৰা দেশ বিভাজনৰ আগলৈকে অসমৰ গৃহ মন্ত্ৰীৰ পদত আছিল। দেশ বিভাজনৰ পিছত (তেতিয়াৰ) পূব পাকিস্থানলৈ যাযগৈ। তাতো কিছু বছৰ মন্ত্ৰীসভাৰ সদস্য আছিল। (৪৩ক, ৪০০)

**বাগীশ দ্বিজ** (১৮ - ১৯ শতিকা): প্ৰকৃত নাম অজ্ঞাত। কমলেশ্বৰ সিংহ* ৰজাৰ দিনত নুমলি ৰাজমাওৰ নিৰ্দেশত *'নীতিলতাংকুৰ'* নামে এখন গদ্যপুথি ৰচনা কৰিছিল। পুথিখন কামকাণ্ডকীয় নীতিসাৰৰ অনুবাদ। বিষ্ণু শৰ্মাৰ 'হিতোপদেশ' অসমীয়ালৈ ভাঙিছিল। (২০০,২৬৬)

**বাঘ হাজৰিকা** (১৭ শতিকা): প্ৰকৃত নাম মহম্মদ ইচমাইল চিদ্দিকি। পঁচিশ বছৰ বয়সত দিল্লীৰ পৰা অসমলৈ আহে আৰু আহোম ছোৱালী বিয়া কৰাই গড়গাঁৱত নিগাজীকৈ

বহে। আহোম ৰজাই চমুৱা হাজৰিকা পাতিছিল। শৰাইঘাটৰ যুদ্ধত মোগলৰ বিপক্ষে গড়গঞা পালি সেনাপতিৰূপে যুদ্ধ কৰিছিল; সেয়ে 'গড়গঞা সেনাপতি' নামেৰেও জনাজাত। (৩০,২৮৮)

**বাণীকান্ত কাকতি**( ।১০।১৮৯৪ - ১৫।১০।১৯৫২): জন্ম বৰপেটাৰ বাটিকুৰিহা গাঁৱত। পিতৃ ললিতৰাম সাধাৰণ খেতিয়ক আছিল। মাতৃ লাহোবালা। মাতৃগৰ্ভত থাকোতেই পিতৃ বিয়োগ হোৱাত ককায়েক পৰমানন্দই শিক্ষাৰ ভাৰ



বাণীকান্ত কাকতি

লয়। প্ৰাথমিক পৰীক্ষাত বৃত্তি ধৰি ১৯০৫ চনত বৰপেটা হাইস্কুলত ভৰ্তি হয়। ১৯১১ চনত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯১৩ চনত আই. এ. পৰীক্ষাত কটন কলেজৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতে প্ৰথম স্থান অধিকাৰ কৰে। যোৰহাটৰ ৰাইজে 'বাণীকান্ত ফাণ্ড' খুলি ভৱিষ্যতে তেওঁক আই. সি. এছ. প্ৰশিক্ষণ দিওৱাৰ দিহা কৰিছিল; কিন্তু ই বাস্তৱত পৰিণত নহ'লগৈ। ১৯১৫ চনত ইংৰাজী অনাৰ্চ বিষয়ত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা পাছ কৰা ছাত্ৰসকলৰ ভিতৰত প্ৰথম আৰু বিশ্ববিদ্যালয়ত ২য় শ্ৰেণীৰ ৪ৰ্থ স্থান অধিকাৰ কৰি বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীৰ এ-গ্ৰুপত এম. এ. পৰীক্ষা দি ২য় শ্ৰেণী লাভ কৰে। ১৯২৬ চনত ইংৰাজীৰ বি-গ্ৰুপত পুনৰ এম. এ. পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম হয়। বিখ্যাত ভাষাবিদ সুনীতি কুমাৰ চেটাৰ্জীৰ অধীনত গৱেষণা কৰি ১৯৩৫ চনত *Assamese: Its Formation and Development* গ্ৰন্থৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি উপাধি লাভ কৰে। ১৯৪১ চনত এই গ্ৰন্থৰ প্ৰকাশে অসমীয়া ভাষাৰ স্বকীয়তা স্থাপন কৰিলে। ১৯৪৭ চনত কটন কলেজৰ অধ্যক্ষ পদ লাভ কৰে। ১৯৪৯ চনত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাগুৰু হয়গৈ।

নিষ্ঠাবান গৱেষণাকাৰী আৰু অসমীয়া সাহিত্যৰ দক্ষ সমালোচক। সম'সাময়িক বিভিন্ন অসমীয়া আৰু ইংৰাজী আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ কৰাৰ উপৰিও নীলমণি ফুকন*, নলিনীবালা দেৱী*, ৰঘুনাথ চৌধাৰী*, জ্যোতিপ্ৰসাদ আগৰৱালা* প্ৰমুখ্যে অনেক খ্যাতিমান লেখকৰ গ্ৰন্থৰ পাতনি লেখক। ভবানন্দ পাঠক ছদ্মনামেৰে 'বাঁহী' আলোচনীত এলানি ভাৱোদ্দীপক প্ৰবন্ধ লিখিছিল। গৱেষণা গ্ৰন্থখনৰ উপৰিও অন্যান্য পুথি-সমূহ হ'ল—*পুৰণি অসমীয়া সাহিত্য* (১৯৪০), *কলিতা জাতিৰ ইতিবৃত্ত* (১৯৪৩), *Mother Goddess Kamakhya* (১৯৪৮), *Life and Teachings of Sankaradeva* (১৯৪৮), *সাহিত্য আৰু প্ৰেম* (১৯৪৮), *Vaisnuite Myths and Legends* (১৯৫২), *পুৰণি কামৰূপ ধৰ্মৰ ধাৰা* (১৯৫২), *বাণী প্ৰতিভা* (মৰণোত্তৰ প্ৰকাশ), *Stories From Assamese History* (বি. এম. সেনৰ সৈতে যুটীয়াকৈ)। ১৯৫১ চনত *'পখিলা'* নামেৰে এখন শিশুপুথি লিখাৰ উপৰিও হৰেন্দ্ৰনাথ শৰ্মাৰ* লগলাগি এখন পাঠ্যপুথিও ৰচনা কৰিছিল। অম্বিকাগিৰী ৰায়চৌধুৰীৰ* দেশপ্ৰেমমূলক গীত কিছুমান *Songs of the Cell* নাম দি ইংৰাজীলৈ অনুবাদ কৰিছিল। *Aspects of Early*

Assamese Literature তেওঁৰ সম্পাদিত গ্ৰন্থ। 'কথা গুৰু-চৰিত' নামৰ পুথিখন তেৱেঁই প্ৰথমে বৰপেটা সত্ৰৰ পৰা উদ্ধাৰ কৰে।

অসমৰ শিক্ষাধিকাৰ, লোকসেৱা আযোগৰ সভাপতিত্ব, বিধান সভা সদস্যৰ প্ৰাৰ্থীত্ব আদি প্ৰত্যাখ্যান কৰিছিল। নীৰৱ সাধক আছিল। (১০৬, ২৪৬ক, ২৬৪)

**বাণী পাঠক** (১৫।৩।১৯৩০ - ২১।৪।১৯৭৬): জন্ম যোৰহাটৰ ওচৰৰ সোণাৰীগাঁৱত। পিতৃ পূৰ্ণানন্দ বৰদলৈ, মাতৃ মাণিকী। স্বামী প্ৰাণেশ্বৰ। ১৯৪৫ চনত যোৰহাট ছোৱালী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯৪৭ চনত শ্বিলঙৰ লেডী কীন কলেজৰ পৰা আই এ পাছ কৰে। প্ৰথমে সন্দিকৈ কলেজ, পিছত জে. বি কলেজত পঢ়ি ১৯৪৯ চনত বি.এ. উপাধি লয়। ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালযৰ পৰা দৰ্শনত এম এ পাছ কৰে। যোৰহাটৰ সৰোজিনী বালিকা বিদ্যালযত প্ৰধান শিক্ষযিত্ৰীৰূপে তিনি বছৰ থাকি যোৰহাট দেৱীচৰণ বৰুৱা কন্যা মহাবিদ্যালযৰ অধ্যাপিকা হযগৈ। সুগাযিকা হোৱাৰ উপৰি ও গীত ৰচিছিল গীতৰ কিতাপ *'পূৰবী'* আৰু *'সুৰতী'*। *'বেজবৰুৱাৰ বতৰা'* নামে এখন শিশুপুথিও প্ৰণযণ কৰিছিল। (২৬১)

**বাতিৰাম দাস পেক** (? —২৮।৫।১৮৫৩) সদিযা মিছন স্কুলৰ ছাত্ৰ আছিল। জযপুৰৰ মিছন প্ৰেছত মুখ্য মুদ্ৰকৰ কাম কৰি ১৮৪৩ চনত খৃষ্টান ধৰ্মত দীক্ষা লয। উচ্চকুলৰ হিন্দু (কাযস্থ) আছিল বাবে তেওঁৰ দীক্ষান্তৰে হিন্দু সমাজত আলোড়ন তুলিছিল। ১৮৫১ চনত বেপ্তিষ্ট এছোচিযছেনৰ পৰা Assistant Preacher, First Class খিতাপ পায আৰু ও লিভাৰ টি. কাটাৰৰ* স'তে যুটীযাকৈ তেওঁক Writer নিযুক্ত কৰা হয। এখনমান প্ৰচাৰ পুস্তিকা আৰু কিছু স্তুতি গীতৰ ৰচক। 'অৰুনোদই' কাকতত সময়ে সময়ে প্ৰবন্ধ-পাতি লিখিছিল। (১৭৩ক,২১১)

**বাদুলি ফুকন (১৭ শতিকা) :** মোমাই তামুলী বৰবৰুৱাৰ* ভাযেক। মোগলৰ লগত হোৱা ৰণৰ সময়ত মানাহ দুৰ্গ তেওঁৰ তত্বাৱধানত আছিল। মোগলে তেওঁৰ পৰা এই দুৰ্গ ললেও মোগলৰ বিৰুদ্ধে পৰাক্ৰমেৰে যুঁজিছিল। মোগলৰ লগত চামধৰাত হোৱা যুদ্ধতো পাৰদৰ্শিতা দেখুৱাইছিল। কিন্তু পিছত মোগলৰ ফলীযা হৈছিল আৰু ৰজা হোৱাৰ আশাত আহোম সেনাপতি কেতবোৰক আৰ্নকি ধৰাই দিবলৈ গাতি লৈছিল। প্ৰতিদানত মোগলে গড়গাঁও আৰু নামৰূপৰ মাজৰ অঞ্চলৰ ডেকাৰজা পাতে। চাহ বুৰুজ দুগত অসমীযা সৈন্যৰ বিপক্ষে যুদ্ধ কৰিছিল। যুঁজত হাৰি ঢাকাত নবাবৰ আশ্ৰয লযগৈ। পৰৱৰ্তী কালত বৰদেউ তাক লালুকসোলা বৰফুকনে* মোগলক পুনৰ মাতি অনাৰ ষড়যন্ত্ৰ কৰোঁতে লালুকে তেওঁৰ সহায বিচাৰিছিল। (২৮৭, ২৯০)

**বামুণী কোঁবৰ** (১৩৭৬- ১৪০৭) • চুডাংফা চাওক।

**বাৰীন চৌধুৰী** (৮।৮।১৯২১ ৮।২।১৯৮৪): জন্ম শিলচৰত। পিতৃ বৰদা। ডিব্ৰুগড়ৰৰ পৰা প্ৰৱেশিকা আৰু ঢাকাৰ পৰা আই. এছ ছি পাছ কৰি অৰ্থৰ অভাৱত পঢ়া এৰে। পঢ়াশলীযা কালতে সাম্যবাদী আদৰ্শৰ দ্বাৰা আকৃষ্ট হয। পিছত ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দি অসম ৰেইলবোৰ্ড.ৱাৰ্কাৰ্চ ইউনিযন, এ. অ'. চি লেবাৰ ইউনিয়ন আদি সংগঠনৰ কামত ব্ৰতী হয। ১৯৪৯ চনত চৰকাৰৰ কমিউনিষ্ট দমন নীতিৰ বলি হৈ জেললৈ যায। ১৯৫২ চনত মুক্তি পায যদিও শ্ৰমিক আন্দোলনৰ সন্দৰ্ভত কেইবাবাৰো কাৰাবাস খাটিব লগীয়া হৈছিল। ১৯৫৫ চনত নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ অসম শাখাৰ সম্পাদক নিৰ্বাচিত হৈ শেষ বযসলৈকে এই পদত আছিল। ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ জাতীয় পৰিষদ আৰু নিয়ন্ত্ৰণ আযোগৰো সদস্য আছিল। (১৫৬ক)

**বাহাদুৰ গাওঁবুঢ়া** (১৮১৯ - ১৮৯১) : যোৰহাটৰ মানুহ। প্ৰকৃত নাম বাহদ্বিল। আতাক দিল গাঁওবুঢ়া। আহোম ৰজাৰ আখৰকটীয়া হিচাপে ভাটীৰ ফালৰ পৰা অসমলৈ আহিছিল। ইংৰাজ বিৰুদ্ধে হোৱা ১৮৫৭ চনৰ বিদ্ৰোহত মণিৰাম দেৱানৰ* সহকৰ্মী আছিল। এই আপাহতে ইংৰাজে বন্দী কৰি ১৮৫৯ চনত কলীয়াপানীলৈ নিৰ্বাসন দিয়ে। চাৰি বছৰৰ মূৰত পুতেকৰ যত্নত মুক্তি পায় আৰু ডফলাটিং বাগিছাত থাকিবলৈ লয়। স্বাধীনতা ৰণৰ যুঁজাৰু হোৱাৰ উপৰিও দক্ষ আখৰকটীয়া আছিল। হাতীদাঁতৰ কামো জানিছিল। আউনীআটী সত্ৰৰ নিমিত্তে হাতীদাঁতৰ পাটী আৰু বিচনী তৈয়াৰ কৰি দিছিল। (২৬, ২৯ক)

**বাহুবল শিকদাৰ** (আ. ১৬ শতিকা) : নৰনাৰায়ণ* ৰজাৰ বিষয়া আছিল। পিছ বয়সত সম্ভৱতঃ পাত্ৰ উপাধিৰে বিভূষিত হৈছিল। ১৫৬২ চনত চিলাৰায়ৰ* অসম অভিযানত ভীমবল পাত্ৰ নামৰ এজনৰ সৈতে যুদ্ধযাত্ৰা কৰিছিল। পাঁচালী কবি দুৰ্গাবৰ কায়স্থৰ* পৃষ্ঠপোষক আছিল। সংগীত নিপুণ লোক আছিল। (২০০, ২৬৬)

**বিক্ৰিৰাম পাঠক** (১৮৬৫—১২।৩।১৯৩৭) :জন্ম বৰপেটাত। পিতৃ সানিৰাম সূত্ৰধাৰ। বৰপেটা সত্ৰৰ বিখ্যাত গায়ন আৰু বায়ন আছিল। *'দৰদী'* নামৰ এখন গীতি কবিতাৰ ৰচক। (২২)

**বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা** (১৮৯৯ - ১২।১।১৯৭৩): জন্ম নলবাৰীৰ ওচৰৰ কালাকুচি গাঁৱত। পিতৃ দেৱীৰাম, মাতৃ উমাপ্ৰিয়া। ককায়েক হৰিনাৰায়ণৰ* তত্বাৱধানত কাকজান আৰু যোৰহাটত স্কুলীয়া শিক্ষা লয়। যোৰহাটৰ পৰাই প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাৰ পৰা বি. এ. ডিগ্ৰী লৈ নলবাৰীৰ গৰ্ডন হাইস্কুলত কিছুকাল শিক্ষকতা কৰে। সমবায় বেংক এটাৰ কিছুদিন চেক্ৰেটাৰীও হৈছিল। 'দত্ত বৰুৱা ব্ৰাদাৰ্চ' নামক এখন কিতাপৰ দোকানো নলবাৰীত থাকোঁতেই আৰম্ভ কৰে। ককায়েক হৰিনাৰায়ণৰ চেষ্টাত ইয়েই পিছলৈ 'দত্ত বৰুৱা এণ্ড কোম্পানী' হয়গৈ। পিছত গুৱাহাটী আইন কলেজৰ পৰা বি. এল. পাছ কৰি গুৱাহাটীতে ওকালতি



বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা

আৰম্ভ কৰে, লগতে 'লয়াৰ্চ বুক স্টল' নামৰ এটা কিতাপ প্ৰতিষ্ঠানো খোলে। পিছলৈ ওকালতি এৰি দি ব্যৱসায়তে মনপুতি লাগি অসমৰ এগৰাকী বিশিষ্ট পুথি প্ৰকাশক ৰূপে খ্যাতি আৰ্জে। অনেক মূল্যবান গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া সাহিত্যলৈ পৰোক্ষভাৱে হ'লেও বৰঙনি যোগাইছিল। গুৱাহাটীৰ 'শ্ৰীমন্ত শংকৰ কৃষ্টি বিকাশ কেন্দ্ৰ'ৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। (১৪, ২৩২)

**বিজয় বৰমূৰা গোহাঁই** (১৮ শতিকা): পিতৃ ৰত্নেশ্বৰ টিপমীয়া গোহাঁই, পিতামহ ৰাজেশ্বৰ সিংহ*। খুড়াক লক্ষ্মী সিংহ*ৰ দিনত ৰজা হ'বলৈ কৰা ষড়যন্ত্ৰত ধৰা পৰি কাণ দুখনৰ লগতে চকু এটা হেৰুৱায়। গৌৰীনাথ সিংহৰ* মৃত্যুৰ পিছত পুনৰ ৰাজপাটত বহিবলৈ চেষ্টা কৰিছিল। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* যত্নত কমলেশ্বৰ সিংহহে* ৰজা হোৱাত বৰমূৰা প্ৰথমে কাছাৰ, পিছত মণিপুৰলৈ পলাই যায় আৰু নিজে ৰজা হোৱাৰ উদ্দেশ্যে তাৰ পৰা ব্ৰহ্মৰজাৰ সহায় বিচাৰে। সাহায্য লাভত অসমৰ্থ হৈ পুনৰ কাছাৰলৈ

আহে, আৰু কছাৰী আৰু মোৱামৰীয়াসকলৰ লগ লাগি কমলেশ্বৰ সিংহৰ বিৰুদ্ধে যুদ্ধাভিযান চলায়। কিন্তু তাতো বিফল হয়। সম্ভৱতঃ কাছাৰৰ ৰাজধানী খাচপুৰত মৃত্যু ঘটে। পুৰন্দৰ সিংহৰ* পিতামহ। (২৮৮, ২৯১)

**বিজয় সিংহ চৰ্দাৰ** (আ.১৪ শতিকা) : ৰাজপুতনাৰ লোক আছিল। সম্ভৱতঃ দিল্লীত চিলাৰায়ৰ* লগত দেখা হৈ উত্তৰ প্ৰদেশৰ মাজেদি কামৰূপলৈ আহে আৰু সুন্দৰীদিয়াত থাকিবলৈ লয। নিজা সেনাদলেৰে সৈতে বৰপেটা অঞ্চলৰ প্ৰতাপী ভূস্বামী আছিল। অসমীয়া ছোৱালী বিয়া কৰাইছিল। অতিৰাম বৰুৱা,* প্ৰসন্নলাল চৌধুৰী* আদিৰ আদিপুৰুষ। (১২১, ১৮১)

**বিজিত নাৰায়ণ** (১৬-১৭ শতিকা): পিতৃ পৰীক্ষিত নাৰায়ণ।* আন নাম চন্দ্ৰ নাৰায়ণ। মোগলৰ নিৰ্দেশক্ৰমে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সোণকোষ আৰু মানাহ নদীৰ মাজৰ অঞ্চলৰ জমিদাৰী পায়। বিজনীত বাস কৰিছিল। বিজনী জমিদাৰীৰ প্ৰথম পুৰুষ। (২৯১)

**বিদ্যাধৰ শৰ্মা** (৯।৮।১৮৯৮ - ৩।১২।১৯৫৬): জন্ম যোৰহাটৰ তৰাজানত। পিতৃ তোয়ধৰ। কম বয়সতে ঘাট মাউৰা হোৱাত ককায়েক লক্ষ্মীনাথৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯২১ চনত কটন কলেজৰ চতুৰ্থ বাৰ্ষিকৰ পৰা কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দি কাৰাবৰণ কৰে। নিষ্ঠাবান সমাজকৰ্মী আছিল। নাগপুৰত বহা নিখিল ভাৰত কংগ্ৰেছ অধিবেশনত আৰু নিখিল ভাৰত ছাত্ৰ সম্মিলনত অসমৰ প্ৰতিনিধিৰূপে যোগদান কৰিছিল। যোৰহাট জিলা কংগ্ৰেছৰ সম্পাদক আছিল। নানা প্ৰকাৰৰ গঠনমূলক কামৰ স'তে জড়িত আছিল। সাহিত্য চৰ্চাও কৰিছিল। প্ৰকাশিত পুথি— *সংগ্ৰহ বৰ্জন, জিলিঙনি, অগ্নিশিখা, মলোৱাম।* (১৮৯)

**বিদ্যানন্দ ওজা** (আ: ১৭ শতিকা): চতুৰ্ভুজ ঠাকুৰৰ* শিষ্য। হৰিহৰ চৌধাৰী নামৰ আহোম ৰাজ্যৰ এজন লোকৰ পৃষ্ঠপোষকতাত ঘাইকৈ পুৰুষোত্তম ঠাকুৰ* আৰু চতুৰ্ভুজ ঠাকুৰৰ বৰ্ণনা থকা 'ঠাকুৰ ৰচিত' নামৰ এখন পদপুথি ৰচনা কৰে। (৫৭, ২০০)

**বিদ্যানন্দ দুৱৰা** (? - ১৯২২) : উজনীৰ মানুহ। কলিকতা বিশ্ববিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈকে পঢ়ি ঢাকা ইঞ্জিনীয়াৰিং স্কুলত নাম লগায। ইয়াৰ পৰা চৰকাৰী বৃত্তি লৈ ১৯২২ চনমানত বিলাতলৈ যায়। তাত সাত-আঠ বছৰ থাকি কাৰিকৰী শিক্ষা লৈ উভতি আহে আৰু ভোলানাথ বৰুৱাৰ* সহায়ত জামছেদপুৰৰ টাটা কোম্পানীৰ চাকৰিত সোমায়। পিছত তেল কোম্পানীৰ চাকৰি লৈ ডিগবৈলৈ আহে। কম বযসতে মৃত্যু হয। (৩১১)

**বিদ্যা পঞ্চানন** (১৭ শতিকা) : মানাহ নৈৰ পাৰৰ বৰনগৰ অঞ্চলৰ লোক। কণ্ঠাভৰণ দ্বিজৰ কনিষ্ঠ পুত্ৰ । প্ৰকৃত নাম জনা নাযায। গোপালদেৱৰ* শিষ্য আছিল। ধৰ্মনাৰাযণৰ* ৰাজত্বকালত দৰঙী ৰাজ্যত বাস কৰিছিল। মহাভাৰতৰ ভীষ্মপৰ্বৰ 'অম্বাৰ চৰিত্ৰ' (১৬৪৮) আৰু কৰ্ণপৰ্বৰ পদ ভাঙনি কৰোঁতা। (২০০, ২৬৬)

**বিদ্যাবাগীশ** (১৮ শতিকা) : আউনীআটী সত্ৰৰ ভাগৱতী আছিল (প্ৰাণহৰিদেৱ* সত্ৰৰ অধিকাৰ থকা কালত)। পণ্ডিত লোক আছিল। হৰনাথ সেনাপতি ফুকনৰ* অনুৰোধত সংস্কৃতৰ 'নীতিলতাংকুৰ' গ্ৰন্থৰ অসমীযা গদ্যানুবাদ কৰিছিল। (৯৭)

**বিনন্দ শোভন দেৱ : নিৰ্মল চন্দ্ৰ দেৱ চাওক।**

**বিনয়ভূষণ চক্ৰৱৰ্তী** (১৮৯০ - ১৪।৪।১৯৬৭): জন্ম ডিব্ৰুগড়ত। ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা এল. এম. পি পৰীক্ষাত উত্তীৰ্ণ হৈ চৈধ্য বছৰ চাহ বাগিচাৰ চিকিৎসকৰূপে কাম কৰে। ১৯৩০ চনত আইন অমান্য

আন্দোলনত যোগ দিয়ে আৰু এবছৰ জেল খায়। ১৯৩০-৪২ কালছোৱাত ডিব্ৰুগড় জিলাত কংগ্ৰেছৰ অন্যতম প্ৰাণ প্ৰতিষ্ঠাতা আছিল। আন্দোলন কৰা অপৰাধত ১৯৪২ চনত অসমৰ পৰা বহিষ্কৃত হয়। ১৯৪৪ চনত সেই আদেশ প্ৰত্যাহাৰ হোৱালৈকে বংগদেশত আছিলগৈ। তাতে সাম্যবাদী আদৰ্শৰ প্ৰতি আকৃষ্ট হয় আৰু ১৯৪৪ চনত কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে। ডিব্ৰুগড় অঞ্চলৰ এজন নিষ্ঠাবান বনুৱা সংগঠক আছিল। (৩২২)

**বিপিনচন্দ্ৰ বৰুৱা** (১)(৪।১৮৯৪-৪।১৯৬১)**:** জন্ম যোৰহাটত। পিতৃ গোলাপ চন্দ্ৰ* । ৰিপন কলেজৰ পৰা বি. এ. পাছ কৰি চৰকাৰী হাই স্কুলৰ শিক্ষক হয়। ১৯২১ চনত গান্ধীজীৰ আহ্বানত চাকৰি এৰে আৰু স্বাধীন ব্যৱসায়ত লাগি যোৰহাটত 'এচিয়াটিক প্ৰেছ' খোলে। কৱি গল্পকাৰ নাট্যকাৰ আৰু মঞ্চশিল্পী আছিল। *মেবাৰ সন্ধ্যা, বুদ্ধদেৱ* আৰু *লাচিত বৰফুকন* তেঁওৰ ৰচিত নাট। (৮,৭১)

**বিপিন চন্দ্ৰ বৰুৱা**(২) (১৯১৬ - ৪।৭।১৯৮৫)**:** জন্ম যোৰহাটৰ ঢেকিয়াখোৱা গাঁৱত। পিতৃ প্ৰেমধৰ। মাতৃ ইন্দ্ৰাণী। ১৯৩০ চনত স্কুলত পঢ়ি থকা কালতে আইন অমান্য আন্দোলনতো যোগ দি তিনিমাহ জেল খাটিছিল। ৪২ৰ আন্দোলনতো যোগ দিছিল। দক্ষ অভিনেতা আছিল। ফণী শৰ্মাৰ* সহযোগী হিচাপে বিভিন্ন মঞ্চত অভিনয় কৰাৰ উপৰিও 'ৰঙা পুলিচ' নামৰ কথাছবিতো ভাও লৈছিল। দুখনমান নাটো লিখিছিল যদিও সেইবোৰে পোহৰৰ মুখ দেখা নাপালে। শেষ বয়সত নিজৰ মাটি-বাৰী ঢেকিয়াখোৱা খাদী উদ্যোগ কেন্দ্ৰক দান দিছিল। আনন্দ চন্দ্ৰ বৰুৱাৰ* ভাতৃ। (৪০০)

**বিমলাকান্ত বৰা** (১৮৯৯ - ১৯৫৮)**:** জন্ম নগাঁৱত। এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা বি. এল. উপাধি লৈ নগাঁৱাতে ওকালতি কৰিছিল। 'অমৃতবাজাৰ পত্ৰিকা', 'বোম্বে ক্ৰনিক্‌ল', 'সাদিনীয়া অসমীয়া' আদি সংবাদ-পত্ৰৰ লগত জড়িত আছিল। সমসাময়িক আলোচনীত প্ৰবন্ধ-পাতি লিখিছিল। (২০)

**বিমলা প্ৰসাদ চলিহা** (১৯১০ - ২৫।২।১৯৭১)**:** জন্ম শিৱসাগৰত। পিতৃ কালী প্ৰসাদ*, মাতৃ মণিৰাম দেৱানৰ* নাতিনী নিকুঞ্জলতা* । ১৯২৮ চনত শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ চিটি কলেজৰ বিজ্ঞান বিভাগত নাম লগায়। কিন্তু ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত পৰীক্ষা নিদিয়াকৈ ঘৰলৈ উভতি আহে আৰু আন্দোলনত লাগে। ১৯৩৪ চনত খাদীৰ প্ৰশিক্ষণ লবৰ বাবে বিহাৰলৈ যায়। কিছুদিন পিছতে 'অল ইণ্ডিয়া স্পিনাৰ এছোচিয়েছন' ৰ অসম শাখাৰ সম্পাদক হয়। গান্ধীজীৰ আদৰ্শ গাৱেঁ-ভুঞে প্ৰচাৰ কৰি ফুৰিছিল। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগ দি দুবছৰ কাৰাবাস খাটে। ১৯৪৬ চনত অসম বিধানসভাৰ সদস্য নিবাৰ্চিত হয়। ১৯৫০ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক হৈ দুবছৰ পিছত তাৰ সভাপতি হয়। ১৯৫৩



বিমলা প্ৰসাদ চলিহা

চনত লোকসভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫৭ চনত বিষ্ণুৰাম মেধি* মাদ্ৰাজৰ ৰাজ্যপাল হোৱাত অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্ব বহন কৰি এই পদত তেৰ বছৰ থাকে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ স'তে জড়িত আছিল। *'গাঁৱলীয়া অৰ্থনীতিৰ দৰ্শন আৰু খাদী'* আৰু *'মৌপালন'* নামৰ দুখন পুস্তিকাৰ ৰচক। (৪৩,৭৮)

**বিৰাজমোহন দাস** (১৯২৯ - ১৯৮৪) : জন্ম গুৱাহাটীত। পিতৃ হৰমোহন,* মাতৃ জগদ্ধাত্ৰী। ১৯৪৫ চনত কটন কলেজিয়েট স্কুলৰ পৰা দুটা বিষয়ত লেটাৰ সহ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লগায়। তাৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ আই.এছ.চি পৰীক্ষা পাছ কৰি ইঞ্জিনীয়াৰিং শিক্ষা লোৱাৰ উদ্দেশ্যে বেনাৰচলৈ যায়। কিন্তু শাৰীৰিক অসুস্থতা হেতু ইঞ্জিনীয়াৰিং শিক্ষা এৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম ভৰ্তি কৰে। ১৯৫১ চনত তাৰ পৰা বি.এছ.চি. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিভাগত নাম লিখায়। ১৯৫৩ চনত ইয়াৰ পৰা স্নাতকোত্তৰ উপাধি লয়। ১৯৫৫ চনত শিক্ষাৰ্থে জামানীলৈ যায়। তাৰ গটিংগেন বিশ্ববিদ্যলয়ত প্ৰথমে তাত্ত্বিক পদাৰ্থ বিজ্ঞানত, পিছত কম্পিউটাৰ বিজ্ঞানত গৱেষণা কৰি ইংলণ্ড পায়গৈ। তাৰ দুটামান আন্তৰ্জাতিক কোম্পানীত গৱেষণা বিষয়াৰ কাম কৰিছিল। ১৯৬০ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ডি. এছ. চি. উপাধি পায়। এই বিশ্ববিদ্যালয়ৰ ত্ৰিনিটি কলেজৰ ফেলো আছিল।বৃটিছ মহিলা বিয়া কৰাই ইংলণ্ডতে বাস কৰিছিল। তাতে মৃত্যু হয়। (৪০০)

**বিৰিঞ্চি কুমাৰ বৰুৱা:** (১৬।১০।১৯০৮ - ৩০।৩।১৯৬৪) : জন্ম নগাঁৱত। পিতৃ বিজয় কুমাৰে ডাক বিভাগত চাকৰি কৰিছিল। মাতৃ লীলাৱতী। ১৯২৮ চনত নগাঁৱৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম লগায়। ১৯৩২ চনত তাৰ পৰা সুখ্যাতিৰে বি. এ. উপাধি লৈ আই চি. এছ. পৰীক্ষা দিয়ে। পৰীক্ষাত উত্তীৰ্ণ হৈছিল যদিও ঘোৰাত উঠাৰ প্ৰমাণ পত্ৰ দিব নোৱাৰাত নিৰ্যুক্তি বাতিল হয়। ১৯৩৪



বিৰিঞ্চি কুমাৰ বৰুৱা

চনত পালি ভাষাত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ পাছ কৰে। ১৯৩৬ চনত কলিকতাৰ পৰাই আইনৰ উপাধিও লয়। একে বছৰতে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপকৰ পদ পাই তাত দুবছৰ থাকি ১৯৩৮ চনত কটন কলেজত সোমায় আৰু ১৯৪৮ চন পৰ্যন্ত ইয়াত কাম কৰে। ১৯৪৫-৪৭ কালছোৱা কলেজৰ পৰা ছুটি লৈ গৱেষণাৰ অৰ্থে বিলাতলৈ যায় আৰু *A Cultural History of Assam* শীৰ্ষক গ্ৰন্থ লিখি লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি.এইচ.ডি. উপাধি লয়। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাত সেই বছৰতে বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ পদত সোমায়। ১৯৫৩ চনত সেই বিভাগৰ লগতে বঙলা বিভাগৰো মুখ্য অধ্যাপক হয়। ১৯৫০ চনৰ পৰা শ্ৰেণী-সমূহৰ চেক্ৰেটাৰী পদো বহন কৰিছিল। বিশ্ববিদ্যালয়ৰ কাৰ্যপালিকাৰ সদস্যও নিৰ্বাচিত হৈছিল

বহুবাৰ। ১৯৬১ চনত ভাৰত চৰকাৰে পঠোৱা সাংস্কৃতিক দলৰ সদস্য হিচাপে ৰাছিয়ালৈ যায়। ১৯৬৩ চনত ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ আমন্ত্ৰণক্ৰমে মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰে। কামৰূপ অনুসন্ধান সমিতি, অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, সাহিত্য একাডেমী, অখিল ভাৰত প্ৰাচ্যবিদ্যা সম্মিলন আদিৰ লগত জড়িত আছিল। অসম একাডেমীৰ জন্মদাতা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উন্নতিত অৱদান যথেষ্ট। তেওঁৰ যত্নতে বিশ্ববিদ্যালয়ৰ জন-সংস্কৃতি বিভাগ আৰু প্ৰাচীন পুথিৰ গৱেষণা আৰু সংগ্ৰহ বিভাগ প্ৰতিষ্ঠিত হয়। পুথিভঁৰাল বিভাগৰো যথেষ্ট উন্নতি সাধন কৰে। ৱৰ্ল্ড যুনিভাৰ্চিটি খোলাত আগভাগ লৈছিল। চৰকাৰী ভাষা আযোগৰ সদস্য আছিল। ১৯৫৫ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতিত্ব কৰিছিল।

একেধাৰে পণ্ডিত, সাহিত্যিক আৰু শিক্ষাবিদ আছিল। আৱাহন, জয়ন্তী, সুৰভি, সাহিত্য সভা পত্ৰিকা, Journal of the Assam Research Society আদি সাহিত্যিক আৰু গৱেষণামূলক আলোচনীত প্ৰবন্ধ-পাতি লিখাৰ উপৰিও মাহেকীয়া ৰামধেনু আৰু দৈনিক নতুন অসমীয়াৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰখনো কিছুকাল সম্পাদনা কৰিছিল। 'অৰুণ' আৰু 'সুৰভি' নামৰ দুখন শিশু আলোচনীৰো সম্পাদক আছিল। তেওঁ লিখা আলোচনাত্মক গ্ৰন্থ হ'ল — *অসমীয়া কথা সাহিত্য* (১৯৫০), *A Cultural History of Assam* (১৯৫১), *বৌদ্ধ ধৰ্ম আৰু সাহিত্য* (১৯৫১), *অসমীয়া ভাষা আৰু সাহিত্য* (১৯৫৭), *অসমৰ লোক সংস্কৃতি* (১৯৬১), *Assamese Literature*, কাব্য আৰু অভিব্যঞ্জনা, *A History of Assamese Literature*, *Studies in Ancient Assamese Literature*, *Sankaradeva: A Vaisnavite Saint of Assam* (১৯৬২) ইত্যাদি। ইয়াৰ উপৰিও অংকীয়া নাটসমূহ সম্পাদন কৰি উলিয়াইছিল। মহাভাৰতৰ গদ্যানুবাদ প্ৰকল্পতো আগভাগ লৈছিল। *দেশ-বিদেশৰ সাধু*, *বুৰঞ্জীৰ কথা*, *জাতকমালা* (১৯৩৮), *চুইজাৰলেণ্ড ভ্ৰমণ* (১৯৪০), *এবেলাৰ নাট* (১৯৫৫) প্ৰমুখ্যে কেইবাখনো শুৱলা অসমীয়া পুথিৰ ৰচক। গল্প, বিশেষকৈ উপন্যাস ৰচনাত বিশেষ কৃতিত্ব দেখুৱাইছিল। *পট পৰিবৰ্তন* (১৯৪৮) আৰু *আঘোনী বাই* (১৯৫০) তেওঁৰ দুখন গল্প পুথি। বীণা বৰুৱা আৰু ৰাম্না বৰুৱা ছদ্মনামত লিখা *'জীৱনৰ বাটত'* (১৯৪৪) আৰু *'সেউজী পাতৰ কাহিনী'* (১৯৫১) উপন্যাস দুখন অসমীয়া সাহিত্যৰ বিশিষ্ট মাইলৰ খুটি। ১৯৬৪ চনত *'অসমৰ লোকসংস্কৃতি'* নামৰ গ্ৰন্থৰ বাবে সাহিত্য একাডেমীৰ পুৰস্কাৰ লাভ কৰে। (১৪, ১০৬, ২১৩)।

**বিশ্ব গোস্বামী** ( -১।৩।১৯৮৭) : জন্ম নলবাৰী সত্ৰত। পিতৃ সিদ্ধেশ্বৰ, মাতৃ পদ্মপ্ৰিয়া। নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীত ককায়েক শশীকান্ত গোস্বামীৰ* লগত থাকি কটন কলেজৰ পৰা বি. এ. পাছ কৰে। ছাত্ৰ অৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দিছিল। ছাত্ৰ কংগ্ৰেছৰ নেতা আছিল। ১৯২১, ১৯৩০



বিশ্ব গোস্বামী

আৰু ১৯৪২ চনত সশ্ৰম কাৰাদণ্ড ভুগিছিল। ১৯৫৩ চনত প্ৰজা চোচিয়েলিষ্ট দল গঠন হোৱাত তাত যোগ দিয়ে। ১৯৭২ চনত প্ৰজা চোচিয়েলিষ্ট আৰু সংযুক্ত চোচিয়েলিষ্ট দল একগোট হৈ চোচিয়েলিষ্ট পাৰ্টি গঠিত হোৱাত তাৰ অসম শাখাৰ সম্পাদক নিযুক্ত হয়। ১৯৭৫ চনত এই দলৰ প্ৰাৰ্থী হিচাপে বৰপেটা সমষ্টিৰ পৰা লোকসভা নিৰ্বাচনত নামিছিল। কিন্তু পৰাস্ত হয় আৰু সেই বছৰতে জৰুৰীকালীন অৱস্থা ঘোষিত হোৱাত উনৈশ মাহ জেল খায়। ১৯৭৭ চনত জনতা দল গঠিত হোৱাত তাৰ অসম শাখাৰ সম্পাদক হয়। ১৯৮০ চনত জনতা দলৰ প্ৰাৰ্থী হিচাপে ৰাজ্যসভালৈ নিৰ্বাচিত হয়। নিষ্ঠাবান ৰাজনৈতিক কৰ্মী আছিল। ত্ৰৈলোক্যনাথ গোস্বামীৰ* কনিষ্ঠ ভ্ৰাতৃ। চিৰকুমাৰ আছিল। (৪৩, ২৩৪ক)

**বিশ্বনাথ ৰাজবংশী** (১৮৯৩-১৬।৫।১৯৬১): জন্ম কাছাৰ জিলাৰ দেওয়ান বস্তিত। পিতৃ স্বৰূপৰাম, মাতৃ কুণ্ডলতা। দুবছৰীয়াতে পিতৃ ঢুকোৱাত কষ্টেৰে ডাঙৰ হয়। বাঁশকান্দি মাধ্যমিক বিদ্যালয়ৰ শিক্ষা সাং কৰি পৰটিং হাইস্কুলত নাম লগায়েই ধনৰ অভাৱত পঢ়া এৰে। শিলচৰত ছবছৰকাল উকীলৰ মহৰী হিচাপে থাকি পিছৰ বাইশ বছৰ কাল তহচিলদাৰৰ সহকাৰীৰূপে কাম কৰিছিল। ১৯৩৩ চনত কংগ্ৰেছত যোগ দি এবছৰ কাৰাবাস খাটে। কাছাৰৰ খিলঞ্জীয়া অসমীয়া মানুহৰ উন্নতিৰ হকে কাম কৰিছিল। শিলচৰত কাছাৰ জিলাৰ অসম সাহিত্য সভাৰ শাখা খোলা প্ৰথম লোক। শিলচৰত অসম সাহিত্য সভাৰ ভৱন, দেশভক্ত তৰুণৰাম ফুকন এম-ই স্কুল আদিৰ স্থাপনত আগভাগ লৈছিল। ১৯৫৩ চনৰ পৰা মৃত্যুকাল পৰ্যন্ত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল। (৩০৩ )

**বিশ্বসিংহ** (?-১৫৪০): কোচৰাজ্যৰ প্ৰতিষ্ঠাতা। পিতৃ হাৰিয়া মণ্ডল গোৱালপাৰা জিলাৰ চিকণগ্ৰামৰ মানুহ আছিল। মাতৃ হীৰা। হোছেন শ্বাহৰ কমতা ৰাজ্য আক্ৰমণৰ পিছত হোৱা অৰাজকতাৰ সুবিধা লৈ ১৫১৫ চন মানৰ পৰা ক্ষমতাশালী হৈ উঠে। পুবে বৰনদী আৰু পশ্চিমে কৰতোৱালৈকে ৰাজ্য বিস্তাৰ কৰি ৰাজধানী চিকণগ্ৰামৰ পৰা কোচবিহাৰলৈ তুলি নিয়ে। আহোম ৰাজ্যও আক্ৰমণ কৰিছিল বুলি কথিত। হিন্দু ধৰ্মৰ প্ৰতি আসক্ত আছিল। কনৌজ, কাশী আদি ঠাইৰ পৰা ব্ৰাহ্মণ আনি নিজ ৰাজ্যত বহুৱাইছিল আৰু কামাখ্যা মন্দিৰ পুনৰ্নিৰ্মাণ কৰিছিল। তেওঁৰ ওঠৰজন পুত্ৰৰ ভিতৰত নৰনাৰায়ণ*, চিলাৰায়*, নৰসিংহ* আৰু গোঁহাই কমলৰ নাম উল্লেখযোগ্য। (৪১, ৬৮, ২৯৮)

**বিশ্বেশ্বৰ বৈদ্যাধিপ** (১৯ শতিকা): চিকিৎসা শাস্ত্ৰত নিপুণ এটা দৈৱজ্ঞ পৰিয়ালত জন্ম। আন নাম বিকাৰাম। খুব সম্ভৱ পুৰন্দৰ সিংহৰ* পৃষ্ঠপোষকতাত উনৈশ শতিকাৰ আগভাগত *'বেলিমাৰৰ বুৰঞ্জী'* নামৰ এখনি আহোম বুৰঞ্জী পদ্যত ৰচনা কৰে। বৈদ্যাধিপ উপাধিও সম্ভৱত: পুৰন্দৰ সিংহয়েই দিছিল। (২০০, ২৬৬, ২৯৩)

**বিষয়চন্দ্ৰ বিশ্বাসী** (১৮৮২-১৯৪১): জন্ম হাজোত। পিতৃ চানাৰাম, মাতৃ ফুলেশ্বৰী। সৰুতে ঘাট মাউৰা হোৱাত বায়েক ধনেশ্বৰীৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। উচ্চ মাধ্যমিক পৰীক্ষাত তিনিবাৰকৈ প্ৰথম বিভাগত উত্তীৰ্ণ হৈয়ো বৃত্তি ধৰিব নোৱাৰাত মনৰ দুখত ঘৰৰ পৰা ওলাই আহি গুৱাহাটীত ঘূৰি ফুৰোঁতে শিৱসাগৰৰ উকীল অক্ষয়কুমাৰ ঘোষে* পাই শিৱসাগৰলৈ লৈ যায়। ঘোষৰ ঘৰতে থাকি শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু আবকাৰী বিভাগৰ কামত সোমায়। *'শিশু পাঠ'*, *'শিক্ষা সোপান'*, আদি শিশুপাঠ্য লিখাৰ উপৰিও *'পদ্যাৱলী'*, *'সোণতৰা'*, *'কাব্যহাৰ'*, *'শান্তি'*, *'জিৱনি'* আদি কেইখাখনো কবিতাৰ পুথিৰ ৰচক।

হাজো অঞ্চলৰ উন্নয়নমূলক কামবিলাকৰ লগতো জড়িত আছিল। (১৩, ২১৮)

**বিষ্ণুদেৱ গোস্বামী** (১৭৯১-১৮২০): দক্ষিণপাট সত্ৰৰ অধিকাৰ আছিল। পদ্মপুৰাণৰ উত্তৰখণ্ডৰ 'ক্ৰিয়াযোগসাৰ' অংশ অসমীয়ালৈ ভাঙোতা। (২০০, ২৬৬)

**বিষ্ণুপ্ৰসাদ দুৱৰা** (১৮৭৫-২৯।১।১৯৬২): জন্ম গোলাঘাটত। চৰকাৰী চাকৰিত সোমাই ই.এ.চি, মহকুমাধিপতি, শেষত অসম উপত্যকাৰ সহকাৰী বিচাৰক হৈ অসমৰ বিভিন্ন ঠাই ঘূৰি গুৱাহাটীত স্থায়ীভাৱে বাস কৰিছিল। বাঁহী, আলোচনী আদি কাকতত কবিতা প্ৰকাশ পাইছিল। (৮, ২৮৯)

**বিষ্ণুপ্ৰসাদ ৰাভা** (৩১।১।১৯০৯ - ১৯।৬।১৯৬৯): জন্ম ঢাকাত। পিতৃ গোপাল চন্দ্ৰ সামৰিক বিষয়া আছিল। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। তাৰ চেন্ট পল কলেজৰ পৰা আই.এছ.চি পাছ কৰি তাতে বি.এছ.চি শ্ৰেণীত নাম লগায়। চতুৰ্থ বাৰ্ষিকত পঢ়াকালত সন্ত্ৰাসবাদী দলত যোগ দিয়া বুলি কলেজ কৰ্তৃপক্ষই সন্দেহ কৰাত কোচবিহাৰৰ ভিক্টোৰীয়া কলেজত নাম লগায়গৈ। ইয়াতো একে অপৰাধতে কৰ্তৃপক্ষই বাধ্যতামূলক ট্ৰেন্সফাৰ চাৰ্টিফিকেট দিয়াত ৰংপুৰ কাৰমাইকেল কলেজৰ কলা বিভাগৰ চতুৰ্থ বাৰ্ষিকত নাম ভৰ্তি কৰে। ইয়াত পঢ়ি থকা অৱস্থাতে মাধৱচন্দ্ৰ বেজবৰুৱা* পৰিচালিত 'বাঁহী'ৰ চিত্ৰলেখা বিভাগটো পৰিচালনা কৰিছিল আৰু 'আৱাহন'ত প্ৰবন্ধ-পাতি লিখিছিল। ১৯৩১ চনত পৰীক্ষা নিদিয়াকৈ ঘৰলৈ উভতি আহে। ১৯৩৫ চনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ* 'জয়মতী' বোলছবিৰ নৃত্য পৰিচালনাত সহযোগ কৰে। ১৯৩৫-৩৭ কালছোৱাত 'জয়মতী' আৰু 'শোণিত কুঁৱৰী' নাট ৰেকৰ্ড কৰাত জ্যোতিপ্ৰসাদক সহায় কৰিছিল। ১৯৩৯ চনত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ আমন্ত্ৰণ ক্ৰমে বেনাৰচত তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি খ্যাতি আৰ্জে। ১৯৪৫ চনৰ শেষৰ ফালে ভাৰতৰ বিপ্লৱী কমিউনিষ্ট দলৰ সংস্পৰ্শলৈ আহে। ১৯৪৬ চনত ফণী শৰ্মাৰ* 'চিৰাজ' বোলছবিত কাম কৰা কালত কলিকতাত



বিষ্ণু প্ৰসাদ ৰাভা

সেই দলৰ নেতা সৌমেন্দ্ৰনাথ ঠাকুৰক লগ পাই দলৰ সক্ৰিয় সভ্য হয়। সেই বছৰত গোৱালপাৰাত বহা দলৰ অসম শাখাৰ প্ৰথম প্ৰাদেশিক সন্মিলনৰ কৃষ্টি শাখাৰ সভাপতিৰূপে যোগ দিয়ে। ১৯৪৮ চনত দল নিষিদ্ধ ঘোষণা হোৱাত ১৯৪৮-৫২ কালছোৱা আত্মগোপন কৰি থাকে। বিষ্ণুৰাম মেধি* চৰকাৰে তেওঁৰ মূৰৰ দাম দহ হেজাৰ টকা বুলি ঘোষণা কৰিছিল। ১৯৫২ চনত গোৱালপাৰাৰ ঘিলাগুৰি গাৱঁত সপত্নীক গ্ৰেপ্তাৰ হয়। এবছৰৰ পিছত জেলৰ পৰা মুক্তি পায়। ১৯৫৫ চনত ভাৰতীয় কমিউনিষ্ট দলত (চি.পি.আই) যোগ দিয়ে। এই দলৰ বিধানসভাৰ প্ৰাৰ্থীৰূপে ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত বৰপেটা সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও জয়ী হব নোৱাৰিলে। ১৯৫২ চনত চীন-ভাৰত সংঘৰ্ষৰ কালত চীনাপন্থী বুলি পুনৰ বন্দী হয় আৰু ন মাহৰ বাবে জেল খাটে। ১৯৬৭ চনত তেজপুৰ সমষ্টিৰ পৰা নিৰ্দলীয় সদস্যৰূপে বিধানসভালৈ আহে।

১৯৬৮ চনত কোকৰাঝাৰ সমষ্টিৰ পৰা লোকসভাৰ নিৰ্দলীয় প্ৰাৰ্থীৰূপে থিয় হয় যদিও পৰাজয় বৰণ কৰে। কৰ্কট ৰোগত গুৱাহাটীত মৃত্যু হয়।

আধুনিক অসমৰ সাংস্কৃতিক জীৱনৰ অন্যতম নেতা। ভালেমান নাট, উপন্যাস, গল্প আৰু প্ৰবন্ধ লিখিছিল। ৰচনাৱলীৰ ভিতৰত *'সোণপাহী'*, *'মিচিং কনেঙ'* (উপন্যাস), *'গেণ্ডনি বেণ্ডনি'* (নাট), *'অসমীয়া কৃষ্টিৰ চমু আভাষ'*, *'অতীত অসম'* আদি উল্লেখযোগ্য। ভালেমান সুৰদী গীতৰ ৰচক আৰু সুৰকাৰ। নিজে গীত গাইছিল, নৃত্য কৰিছিল আৰু অভিনয়ো কৰিছিল। 'চিৰাজ', 'প্ৰতিধ্বনি' আদি ভালেমান চিনেমাত অভিনয় কৰি খ্যাতি আৰ্জিছিল। (৬৩, ৯৩, ১৩৯)

**বিষ্ণুপ্ৰিয়া দেৱী** (?-২৬।৩।১৮৯২): পিতৃ লম্বোদৰ কটকী। আনন্দৰাম ঢেকিয়াল ফুকনৰ* বন্ধু পৰশুৰাম বৰুৱাই বিয়া কৰিছিল ১৮৫৩ চনত।১৮৬২ চনত দুইকন্যাৰে সৈতে বিধবা হয়। ১৮৭০ চনত গুণাভিৰাম বৰুৱাই* ব্ৰাহ্মমতে বিয়া কৰে। ১৮৭২ চনত এই বিবাহ পঞ্জীয়ন কৰা হয়। এইখনেই অসমৰ প্ৰথম পঞ্জীভূতবিবাহ। *'সাধুকথাৰ পুথি'* আৰু *'নীতিকথা'* নামৰ দুখন পুথিৰ লেখিকা। তেওঁৰ মৃত্যুৰ পিছত গুণাভিৰামে তেওঁৰ স্মৃতিত কলিকতা বিশ্ববিদ্যালয়ত বি.এ. পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পোৱা অসমীয়া ছাত্ৰৰ নিমিত্তে 'বিষ্ণুপ্ৰিয়া দেৱী বঁটা' প্ৰদান কৰিছিল। (১১৭, ২৬১, ২৮৯)

**বিষ্ণুৰাম দ্বিজ** (১৮ শতিকা): *'দাতাকৰ্ণ'* নামৰ এখনি সৰু পদপুথিৰ ৰচক। (২০০, ২৬৬)

**বিষ্ণুৰাম বৰুৱা**(১৯-২০ শতিকা): যোৰহাটৰ মানুহ। চৰকাৰী চাকৰিয়াল আছিল। নিজ চেষ্টাৰ বলত উনবিংশ শতিকাতে ঠেঙালবাৰীকে প্ৰমুখ্য কৰি তিনিখন চাহ বাগিচাৰ মালিক হৈছিল। বৃটিছে 'ৰায়বাহাদুৰ' উপাধি প্ৰদান কৰিছিল। শিৱপ্ৰসাদ বৰুৱাৰ* পিতৃ। (১৫)

**বিষ্ণুৰাম মেধি** (৪।৪।১৮৮৮- ২৩।৪।১৯৮০): জন্ম হাজোত। পিতৃ সোণাৰাম, মাতৃ আগোহী। হাজোত প্ৰাথমিক শিক্ষা সাং কৰি গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা ১৯০৭ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতালৈ গৈ তাৰ ডাফ কলেজৰ পৰা আই.এছ.চি আৰু প্ৰেচিডেন্সী কলেজৰ পৰা ৰসায়ন বিজ্ঞানত এম.এছ.চি আৰু পিছৰ বছৰত বি.এল উপাধি লয়। ১৯১৫ চনত গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯২১ চনত ওকালতি বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দিয়ে আৰু ন মাহ ফাটেক খাটে। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনৰ অন্যতম অৰ্থসচিব আছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত পুনৰ কাৰাবৰণ কৰে। ১৯৩১ চনত জেলৰ পৰা ওলাই কলিকতা হাইকোৰ্টত কিছুদিন ওকালতি কৰিছিল। সেই বছৰতে কৰাচীত বহা কংগ্ৰেছ অধিবেশনলৈ অসমৰ প্ৰতিনিধিৰূপে যায়। একে সময়তে অসম কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈ ১৯৩৯ চনলৈকে এই পদত থাকে। ১৯৩২ চনত পুনৰ এবছৰ কাৰাদণ্ড ভোগে। ১৯৩৩ চনত বৃটিছে পুনৰ গ্ৰেপ্তাৰ কৰে। ১৯৩৮ চনত গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন নিৰ্বাচিত হয়। ১৯৪২ চনৰ



বিষ্ণুৰাম মেধি

গণ-আন্দোলনত পুনৰ জেললৈ যায় আৰু ১৯৪৫ চনলৈকে জেলত থাকে। ১৯৪৬ চনত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে অসম বিধানসভালৈ নিৰ্বাচিত হয় আৰু গোপীনাথ বৰদলৈৰ* মন্ত্ৰীসভাত বিত্তমন্ত্ৰীৰূপে থাকে। ১৯৫০ চনত বৰদলৈৰ মৃত্যুত অসমৰ মুখ্য মন্ত্ৰী হয়। সাত বছৰ এই পদত থকাৰ পিছত ১৯৫৭ চনত মাদ্ৰাজৰ ৰাজ্যপাল হয়। প্ৰথম অসমীয়া ৰাজ্যপাল আছিল। ১৯৬৪ চনত এই পদৰ পৰা অৱসৰ লয়। ১৯৬৭ চনত হাজো সমষ্টিৰ পৰা বিনা প্ৰতিদ্বন্দ্বিতাৰে বিধায়ক নিৰ্বাচিত হৈ ১৯৭২ চনলৈকে অসম বিধান সভাত আছিল। (৪৩,২৭১)

**বীৰদত্ত চৌধুৰী** (১৮ শতিকা) : হৰদত্ত চৌধুৰীৰ* ভ্ৰাতৃ। আহোমৰ বিৰুদ্ধে হোৱা 'দুন্দীয়া দ্ৰোহ'ত ককাযেকৰ অন্যতম সাৰথি আছিল। (৬৮, ২৯০)

**বীৰেশ্বৰ শৰ্মা** (১৯০৫ - ১৯৫৩): জন্ম মঙ্গলদৈৰ ব্যাসপাৰা গাঁৱত। পিতৃ অনিৰুদ্ধ, মাতৃ ৰূপেশ্বৰী। ১৯২৭ চনত মঙ্গলদৈ চৰকাৰী হাইস্কুলৰ পৰা ডিস্টিংছন সহ বি. এ. পাছ কৰে। ১৯৪৬ চনত বি. বি. উপাধিও লয়। মঙ্গলদৈ হাইস্কুলৰ অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰধান শিক্ষক আছিল। সাহিত্য চৰ্চাও কৰিছিল। *'মোকৰ্দমা'* আৰু *'বুঢ়াৰ বিয়া'* নামৰ দুখন ধেমেলীয়া নাটৰ ৰচয়িতা। (৬৬ক)

**বুঢ়া ৰজা :** প্ৰতাপ সিংহ চাওক।

**বুদ্ধিস্বৰ্গনাৰায়ণ :** প্ৰতাপ সিংহ চাওক।

**বুদ্ধীন্দ্ৰনাথ দিলিহীয়াল ভটাচাৰ্য** ( ।১২।১৮৬৫ - ১৯৪৫) : জন্ম নগাঁৱৰ শিঙীয়া গাঁৱত। পিতৃ ধৰ্মদত্তই নগাঁও কাছাৰীত কাম কৰিছিল। মাতৃ কেতেকী। আনন্দৰাম ঢেকিয়াল ফুকনৰ* ধৰ্মদত্তৰ সম্ভাৱ আছিল। সেই আপাহতে গুণাভিৰাম বৰুৱাই* নগাঁও চৰকাৰী হাইস্কুলত নাম লগাই দিয়ে। ১৮৮৫ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ জেনেৰেল এছেম্ব্লি ইনষ্টিটিউছনত (পিছলৈ চিটি কলেজ) ভৰ্তি হয়। কলেজীয়া সহপাঠীৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱাও* আছিল। ১৮৮৭ চনত এফ.এ. পাছ কৰি কিছুদিন ইটো সিটো কৰি ১৮৮৯ চনত যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষকৰূপে সোমায়। ১৮৯২ চনত যোৰহাট কাছাৰীৰ পেস্কাৰ হয়। ১৮৯৬ চনত চিভিল পেস্কাৰৰূপে শিৱসাগৰ কাছাৰীত যোগ দিয়ে। অৱশেষত যোৰহাটৰ চিভিল চিৰস্তাদাৰ ৰূপে অৱসৰ লৈ বৰপথাৰত চাহখেতিত লাগে। ১৯০২ চনত চাৰিমাহৰ ছুটী লৈ জগন্নাথ বৰুৱাৰ* সচিবৰূপে বিলাতলৈ গৈছিল।

আসাম হিতৈষী, জয়ন্তী আদি কাকতত প্ৰবন্ধ-পাতি লিখিছিল। *'ৰমণী গাভৰু'* (১৯২৮) আৰু *'চিত্ৰাংগদা'* (১৯৩২) নামৰ দুখন নাটৰ ৰচক। বিখ্যাত *'ইংৰাজী-অসমীয়া অভিধান'* (১৯৩২) প্ৰণেতা। (২২০)

**বৃন্দাৱন চন্দ্ৰ গোস্বামী** (১৮৫৫-১৯৪৯) : জন্ম জখলাবন্ধা সত্ৰত। সত্ৰাধিকাৰ আছিল। কেইবাখনো নাটৰ ৰচক। ৰচনা: বিয়োগান্ত নাট — *'বিসৰ্জন'* (১৯৩০) ; ধেমেলীয়া নাট — *ঠানুবাপু* (১৯৩০), *পৰাচিত*। নগাঁও নাট্যমঞ্চৰ লগত জড়িত আছিল। (২০, ২২৭)

**বৃন্দাৱনচন্দ্ৰ দেৱ** (১৭৭২-১৮৩৯) : ব্ৰজৰঞ্জন দেৱৰ* তৃতীয় পুত্ৰ। মোৱামৰীয়া বিদ্ৰোহৰ কালত পিতৃৰ সৈতে ভটিয়াই আহি নগাঁও জিলাৰ শিলিখাতলিত আত্মগোপন কৰি আছিল। ভকতসকলে তেওঁক বিচাৰি আনি দিহিং সত্ৰৰ অধিকাৰ পাতে। মহুৰাত সত্ৰ পাতি আছিল। পিছত মানৰ উপদ্ৰৱ হোৱাত পুনৰ ভটিয়াই গোৱালপাৰা পায়গৈ। মান খেদাত ডেভিদ স্কটক সহায় কৰিছিল। পিছত গুৱাহাটীৰ ওচৰৰ কুৰুৱাত নিগাজীকৈ সত্ৰ পাতি থাকে। ২১টি গীতৰ ৰচক। (২৩৮, ২৬১ক)

**বেইল কৃষ্ণন্ন ভাণ্ডাৰী** (২১।১২।১৯০৭ -২৫।৮।১৯৫৩): জন্ম মাদ্ৰাজৰ (তামিলনাডুৰ) কুলুৰ গাঁৱত। ১৯৩০ চনত সেই ৰাজ্যৰে এয়ালোচিয়াচ কলেজৰ পৰা বি.এছ.চি পৰীক্ষা পাছ কৰি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰে আৰু জেল খাটে। মাদ্ৰাজ প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ সম্পাদক আছিল। হৰিজন সকলৰ উন্নয়নৰ অৰ্থে গান্ধীজীৰ শিষ্য



বেইলকৃষ্ণ ভাণ্ডাৰী

ঠক্কৰ বাপাৰ নিৰ্দেশত অসমলৈ আহি ১৯৩৬ চনত বৰমাত হৰিজন সেৱাশ্ৰম খোলে। তেওঁৰ চেষ্টাতেই বৰমাত চিকিৎসালয় আৰু হাইস্কুল প্ৰতিষ্ঠা হয়। পিছত মিছামাৰী, উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড়, গোলাঘাট, ধুবুৰী আদি ঠাইতো সেৱাশ্ৰম স্থাপন কৰিছিল। ১৯৫১ চনত পশ্চিম বংগকে ধৰি ভাৰতৰ পূৰ্বাঞ্চলৰ হৰিজন আৰু অন্যান্য অনুন্নত লোক-সকলৰ উন্নয়নৰ অৰ্থে কেন্দ্ৰীয় চৰকাৰে এখন আঁচনি কৰি তেওঁক তাৰ আয়ুক্ত পাতে। এয়ে 'অসম সেৱা সমিতি'ৰ আৰম্ভণি। দুবাৰ বিয়া কৰাইছিল আৰু পাচোঁটা সন্তানৰ পিতৃ হৈছিল। আত্মহত্যা কৰে। (৪৩, ২৫৭)

**বেণুধৰ ৰাজখোৱা** (১১।১২।১৮৭২ - ২২।৬।১৯৫৫): জন্ম ডিব্ৰুগড়ৰ ওচৰৰ খোৱাঙত। পিতৃ সুচান্দৰাম, মাতৃ হীৰাৱতী। জয়পুৰ মধ্য ইংৰাজী স্কুলত কিছুকাল পঢ়ি ডিব্ৰুগড় চৰকাৰী ইংৰাজী স্কুলত নাম লগায়। ১৮৮৯ চনত তাৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম ভৰ্তি কৰে; কিন্তু এফ.এ. পাছ কৰে ৰিপন কলেজৰ পৰাহে ১৮৯২ চনত। বি.এ. পৰীক্ষাত প্ৰথমবাৰ অকৃতকাৰ্য হৈ দুদিনমান চাকৰি কৰি ১৮৯৬ চনত ৰিপন কলেজৰ পৰাই বি.এ. উপাধি লয়। কলিকতাতে এম.এ. শাখাতো নাম লগাইছিল। কিন্তু এম.এ. পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। ইতিমধ্যে এছ.ডি.চিৰ চাকৰি পোৱাত চাকৰিত সোমাই ই.এ.চি., মহকুমাধিপতি আদি হৈ বিভিন্ন ঠাই ঘূৰি ১৯৩১ চনত অৱসৰ লয়। বৃটিছ চৰকাৰৰ পৰা 'ৰায়চাহাব' খিতাপ পাইছিল।

খ্যাতিমান সাহিত্যিক। ১৮৮০ চনৰ পৰা 'সঞ্জীৱনী' নামৰ বঙলা কাকতত লিখা আৰম্ভ কৰিছিল। ১৮৮৯ চনত 'জোনাকী' কাকত ওলোৱাত তাত লিখিবলৈ লয়। 'বিজুলী' কাকততো ভালেমান প্ৰবন্ধ লিখিছিল। উল্লেখযোগ্য প্ৰকাশিত পুথি: কবিতা — *পঞ্চকবিতা* (১৮৯৫), *দশ গীত* (১৮৯৯), *সক ল'ৰাৰ গীত* (১৮৯৯), *চন্দ্ৰসম্ভৱ* (১৯০০), *অসমীয়া ভাই* (১৯০১), *বাঁহী* (১৯০৩), *জীৱন সন্ধিয়া* (১৯২৯), *দেহৰ প্ৰলয়* (১৯৩০), *সিপুৰীৰ বাতৰি* (১৯৩০), *পুনৰুত্থান* (১৯৩১)। নাটক — *সেউজী কিৰণ* (১৮৯৬), *ডেকাগাভৰু* (১৮৯৯, পদ্মনাথ গোহাঞিবৰুৱাৰ* সৈতে যুটীয়াকৈ), *দুৰ্যোধনৰ উৰুভঙ্গ* (১৯০৪), *দক্ষযজ্ঞ* (১৯০৮), *কৃষি শতিকাৰ সভ্যতা* (১৯০৮), *দৰবাৰ* (১৯১২), *কলিযুগ* (১৯১২), *তিনি ঘৈণী* (১৯২৮), *চোৰৰ সৃষ্টি* (১৯৩১)। প্ৰবন্ধমূলক — *Assamese Demonology* (১৯০৫), *Notes on Sylhet Dialect* (১৯১৩), *বিহু* (১৯১৪), *Short Account of Assam* (১৯১৫), *খণ্ডবাক্য কোষ* (১৯১৬), *Historical Sketches of Old Assam* (১৯১৭), *Some Popular Superstitions of Assam* (১৯২০)। *বিপ্ৰ দামোদৰ* (১৯১৩),

*নামঘোষা* (১৯১৯), *কাণখোৱা* (১৯২০), *গুণমালা* (১৯২৩)— এই চাৰিখন পুথি ইংৰাজীলৈ অনুবাদ কৰাৰ উপৰিও আদিকাণ্ড ৰামায়ণ (১৮৯২) সম্পাদনা কৰি



বেণুধৰ ৰাজখোৱা

উলিয়াইছিল। কেইবাখনো পাঠ্যপুথিও ৰচনা কৰিছিল। ১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ সভাপতি আছিল। *'মোৰ জীৱন দাপোন'* (১৯৬৯) তেওঁৰ মৰণোত্তৰ প্ৰকাশ। (১৩, ৮৬, ১২৭, ১৮৩)

**বেণুধৰ শৰ্মা** (১৫।১১।১৮৯৫ - ২৬।২।১৯৮১): জন্ম শিৱসাগৰৰ চাৰিঙত। পিতৃ ডিম্বেশ্বৰ, মাতৃ তুলসী। প্ৰাথমিক বিদ্যালয়ৰ পৰীক্ষাত বৃত্তি সহ উত্তীৰ্ণ হৈ শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৯১৪ চনত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি শিৱসাগৰৰ ফুলেশ্বৰী হাইস্কুল আৰু যোৰহাটৰ বেজবৰুৱা হাইস্কুলত কিছুকাল শিক্ষকতা কৰে। ১৯১৬ চনত কলিকতাৰ বঙ্গবাসী কলেজত ভৰ্তি হয়। আই.এ. পাছ কৰি বি.এ.ত নাম লগাইছিল যদিও অসহযোগ আন্দোলনৰ প্ৰভাৱত কিছুদিনলৈ শিক্ষা এৰে। ১৯২১ চনত এলাহাবাদ নেচনেল কলেজৰ পৰা বি.এ. উপাধি লয়। কংগ্ৰেছ দলত সোমাই কিছুকাল জেল খাইছিল। ১৯৩৫ চনত কংগ্ৰেছৰ পৰা ওলাই 'ঘৰফলীয়া কংগ্ৰেছ' খোলে। হাতী মহলত কাম কৰাৰ পৰা আৰম্ভ কৰি দোকান দিয়ালৈকে বিভিন্ন কৰ্ম কৰি জীৱিকা উলিয়াইছিল। বৰপুত্ৰ অজিত কুমাৰ শৰ্মাই গুৱাহাটীত অধ্যাপনা কৰাৰ পৰা চাৰিঙ এৰি গুৱাহাটীত থাকিবলৈ লয়। কিছুকাল যোৰহাটৰ পৰা



বেণুধৰ শৰ্মা

ওলোৱা নীলমণি ফুকন* সম্পাদিত 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক আছিল। ১৯৩৯ চনত 'তৰুণ অসম' সম্পাদনা কৰিছিল।

প্ৰখ্যাত সাহিত্যিক। অসমৰ বুৰঞ্জীমূলক ঘটনাৱলীৰ প্ৰতি বিশেষ ৰাপ আছিল। ১৯২৭ চনত জন পিটাৰ ৱেডে* লিখা 'এন একাউণ্ট অৱ আচাম' গ্ৰন্থখন ইংলণ্ডৰ বৃটিছ মিউজিয়ামৰ পৰা আনি প্ৰকাশ কৰিছিল। *'মণিৰাম দেৱান'* (১৯৩১) আৰু *'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'* (১৯৫৭) তেওঁৰ দুটি উল্লেখযোগ্য কীৰ্তি। *দ্বিতীয়খনৰ বাবে সাহিত্য একাডেমী বঁটা লাভ কৰিছিল।* অন্যান্য ৰচনা — গিৰীশচন্দ্ৰনাথৰ সৈতে যুটীয়াকৈ লিখা *ৰবিন্সন ক্ৰুচো* (১৯১৮), *Congress Guide* (১৯২৬), *জৱাহৰলালৰ জীৱনী* (১৯৩৬), *সীমান্ত কেশৰী আব্দুল গফুৰ খান* (১৯৩৬), *ৰাংপতা* (১৯৪৩), *সাতাৱন ছাল* বা *স্বাধীনতাৰ প্ৰথম যুদ্ধ* (১৯৪৭), *Rebellion of 1857* (১৯৪৮), *মঙ্গলতীৰ কণ্ঠীমালা* (১৯৪৯), *মৰমৰ কাৰেং* (১৯৪৯), *গংগা গোবিন্দ ফুকন* (১৯৫০), *দুৰবীণ*

(১৯৫১), *বঙ্গমুৱা নৌযাত্ৰাৰ আপদীয়া কাহিনী* (১৯৫৫), *লাতুমণি* (১৯৫৯), *অৰ্ঘ্যাৱলী* (১৯৬৪), *ফুলচন্দন* (১৯৬৯), *দক্ষিণপাট সত্ৰৰ বুৰঞ্জী* (১৯৬৭), *চটাই চ'ৰাৰ কথা* (১৯৬৯), *পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী* (১৯৭২), *গোবিন্দ বেজবৰুৱা,বেজদলৈ ভাণ্ডাৰী বৰুৱাৰ ইতিবৃত্ত, মাজিয়াৰ পৰা মেজলৈ*। বাঁহী, আৱাহন, জয়ন্তী, অসম সাহিত্য সভা পত্ৰিকা আদি আলোচনীত অজস্ৰ মূল্যবান প্ৰবন্ধ সিঁচৰতি হৈ আছে। ইংৰাজী ভাষাতো কেইবাটাও প্ৰবন্ধ লিখিছিল।

উজনী অসমৰ বিভিন্ন ঠাইৰ বিভিন্ন মেল-মিটিঙত সভাপতিত্ব কৰিছিল। ১৯৫৩ চনত শ্বিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ বুৰঞ্জী শাখাৰ আৰু ১৯৫৬ চনত ধুবুৰীত অনুষ্ঠিত ৰূপালী জয়ন্তী অধিবেশনৰ সভাপতি আছিল। মৃত্যুৰ পিছত পদ্মভূষণ উপাধি লাভ কৰে। (১০, ৩৮, ৪৩, ১২৭, ১৯০)

**বেদনাথ বৰঠাকুৰ** (১২।১।১৮৯৪-৩০।৬।১৯৮৪) : জন্ম নামতিত। পিতৃ গংগানাথ। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাত বি. এ. পঢ়ি থাকোতে অসহযোগ আন্দোলন আৰম্ভ হোৱাত পঢ়া এৰি আন্দোলনত জপিয়াই পৰে। যোৰহাট জিলা কংগ্ৰেছৰ সম্পাদক আছিল। আন্দোলনৰ প্ৰচাৰৰ অৰ্থে 'জন্মভূমি' নামৰ এখন সাপ্তাহিক কাকত উলিয়াইছিল। ১৯২২-২৩ চনত ন মাহ কাৰাবাস খাটে। ১৯২৩ চনত নাজিৰালৈ আহি পোনতে এটা ব্যৱসায় প্ৰতিষ্ঠানত সোমায়। ১৯৪৬ চনত নৱ-প্ৰতিষ্ঠিত নাজিৰা ছোৱালী হাইস্কুলৰ প্ৰথমে সহকাৰী প্ৰধান শিক্ষকৰূপে, ১৯৫৭ চনৰ পৰা প্ৰধান শিক্ষকৰূপে চাকৰি কৰি ১৯৬২ চনত অৱসৰ লয়। অভিনেতা আৰু নাট্যকাৰো আছিল। (৪০০)

**বেলিৰাম দাস** (১৯০৮- ?) : জন্ম পলাশবাৰীত। পিতৃ গৰীয়া। পলাশবাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কটন কলেজৰ পৰা বি.এল. পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। লগতে স্বাধীনতা আন্দোলনতো যোগ দি ১৯৩০-৩১ চনত এবাৰ আৰু ১৯৪০ ৪১ চনত এবাৰ কাৰাবাস খাটে। ১৯৩৭ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫২ চনলৈকে এই পদত থাকি সেই চনতে হোৱা নিৰ্বাচনত জিকি লোকসভাৰ সদস্য পদ পায়। 'অসমীয়া' নামৰ এখন তিনিদিনীয়া কাকত, পিছত 'ৰাইজ' নামৰ আন এখন তিনিদিনীয়া কাকত সম্পাদনা কৰিছিল। পিছত 'ৰাইজ' নামৰ এখন তিনিদিনীয়া কাকত নিজাববীয়াকৈ উলিয়াই তাৰ সম্পাদক হয়। অসমৰ অনুসূচীত সম্প্ৰদায়ৰ অন্যতম নেতা আছিল। *'নমঃশূদ্ৰ সম্প্ৰদায়'*, *'পূৰ্ব পাকিস্থান আৰু অসম'*প্ৰমুখ্যে দুখনমান পুথিৰ ৰচক। (৩২৪, ৩২৫)

**বৈকুণ্ঠনাথ চক্ৰৱৰ্তী** (১৯।১০।১৯০০ - ২০।২।১৯৭৬) : জন্ম কামৰূপৰ বাল বনগ্ৰামত। পিতৃ সিদ্ধেশ্বৰ, মাতৃ ৰজতপ্ৰিয়া, প্ৰথমে গাঁৱৰে টোলত, পিছত গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীত দহ বছৰৰো ওপৰ কাল সংস্কৃত অধ্যয়ন কৰি 'তৰ্কতীৰ্থ' উপাধি লয়। ১৯৩৫ চনত ধুবুৰীৰ হৰিপ্ৰিয়া চতুষ্পাঠীত অধ্যাপক হিচাপে কৰ্মজীৱন আৰম্ভ কৰি মৃত্যুকাললৈকে তাতে কটায়। সংস্কৃত আৰু অসমীয়াতো কবিতা লিখিছিল। ১৯৫৯ চনত জালুকবাৰীত বহা কংগ্ৰেছ অধিবেশনত আৰু ১৯৬৫ চনত বহা 'অল ইণ্ডিয়া ওৰিয়েণ্টাল কনফাৰেন্স'ত কবিতা ৰচনা আৰু আবৃত্তি কৰি প্ৰশংসা আৰ্জিছিল। ১৯৭২ চনত ধুবুৰীত বহা অসম সাহিত্য সভা অধিবেশনৰ কবি সম্মিলনৰ সভাপতি আছিল। *'শ্ৰীকৃষ্ণলীলামৃতম্'* তেওঁৰ সংস্কৃত কাব্যপুথি। (৩৭৩)

**বৈকুণ্ঠনাথ দ্বিজ** (১৭ শতিকা) : *'সন্তমালা'* নামে এখনি

চমু অথচ নিৰ্ভৰশীল চৰিত-পুথিৰ ৰচক। সম্ভৱতঃ শংকৰদেৱৰ* নাতিদ্বয় পুৰুষোত্তম ঠাকুৰ* আৰু চতুৰ্ভুজ ঠাকুৰৰ* বিশ্বাসৰ পাত্ৰ আছিল। পুৰুষোত্তম ঠাকুৰৰ নিৰ্দেশত উক্ত পুথি ৰচনা কৰিছিল। (২০০, ২০৪, ২৬৬)

**বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য:** ভট্টদেৱ চাওক।

**বৈদ্যদেৱ** (১২ শতিকা) : গৌড়ৰ ৰজা কুমাৰপালৰ প্ৰধান মন্ত্ৰী আছিল। ভিংগদেৱ নামে এজনৰ পৰা পশ্চিম কামৰূপ অধিকাৰ কৰি তাৰ ৰজা হয়। কিছুকাল পিছত কামৰূপৰ পালবংশীয় ৰজা জয়পালক পৰাস্ত কৰি কামৰূপৰ পূৰ্বাঞ্চলো হস্তগত কৰি লয়। ১১৪৫ চন মানত বংগৰ সেন বংশীয় ৰজা বিজয় সেনৰ হাতত পৰাস্ত হয় আৰু মৃত্যু বৰণ কৰে। (৬৮, ২৯৮)

**বৈদ্যনাথ বৰপূজাৰী** (১৯১৮ - ১৯৬৪) : জন্ম নাজিৰাত। পিতৃ ভোলানাথ। ছাত্ৰাৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দিয়ে। ১৯৪১ চনত নাজিৰাৰ ছাত্ৰ ধৰ্মঘটত এবাৰ গ্ৰেপ্তাৰ হয়। পিছৰ বছৰত পুনৰ গ্ৰেপ্তাৰ হৈ ছমাহ ফাটেক খাটে। জেলৰ পৰা ওলাই শংকৰ বৰুৱাৰ* স'তে গুপ্ত আন্দোলনত ভাগ লৈছিল। পিছত কংগ্ৰেছ এৰি চোছিয়েলিষ্ট দলত যোগ দিছিল। মটৰ দুৰ্ঘটনাত মৃত্যু হয়। (৪৩ক)

**বৈদ্যনাথ মুখাৰ্জী** (১৯০০- ?) : কাছাৰৰ পাথৰকান্দি অঞ্চলৰ মানুহ। কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট আছিল। চিলেট লোকেল বোৰ্ডৰ সদস্য হিচাপে কিছুকাল থকাৰ পিছত ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৪৫ চনত কংগ্ৰেছ-মুছলিম লীগ সংযুক্ত মন্ত্ৰীসভাৰ সদস্যপদ লাভ কৰে। দেশ স্বাধীন হোৱাত ভাৰতৰ ডেপুটি হাইকমিছনাৰৰূপে কিছুকাল ঢাকাত থাকেগৈ। ১৯৫২ চনৰ নিৰ্বাচনত জয়ী হৈ অসম মন্ত্ৰীসভাৰ সদস্য পদ পায়। বহুকাল ধৰি অসমৰ মন্ত্ৰী হিচাপে কাৰ্য নিৰ্বাহ কৰিছিল। কিছুকাল ভাৰতীয় কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যও আছিল। (৩২৪)

**বোধনাথ পটঙীয়া** ( ।২।১৮৮৭ - ২২।১১।১৯১৯): জন্ম তেজপুৰত। পিতৃ সোমনাথ। বি. এল. পৰীক্ষা দি দুবছৰমান তেজপুৰ এম.ই. স্কুলত প্ৰধান শিক্ষকতা কৰে। তাৰ পিছত দুবছৰমান তেজপুৰতে ওকালতি কৰাৰ পিছত অকালতে মৃত্যু হয়। যশস্বী অভিনেতা আছিল আৰু অভিনয়ত মনপুতি লাগিছিল। শেক্সপীয়েৰৰ 'হেমলেট' নাটখন 'চন্দ্ৰবীৰ' নাম দি অসমীয়ালৈ ভাঙিছিল। তেজপুৰৰ বানমঞ্চৰ অন্যতম সভ্য আছিল। (৬)

**ব্ৰজনাথ কোঁৱৰ** (১৭৭০ - ১৮১৯): পিতৃ ৰাজেশ্বৰ সিংহ* স্বৰ্গদেউৰ নাতি বিজয় বৰমূৰা গোঁহাই*। পিতৃয়ে আহোম সিংহাসনত উঠাৰ আজীৱন প্ৰচেষ্টাৰ সহযোগী আছিল। ইয়াৰ পৰিণামত লক্ষ্মী সিংহ* স্বৰ্গদেউৰ হাতত পাঁচ বছৰ বয়সতে এখন কাণ হেৰুৱাব লগত পৰিছিল। পিতৃৰ মৃত্যুৰ পিছত নিজে ৰাজপাটত উঠাৰ মানসেৰে গৌৰীনাথ সিংহ* স্বৰ্গদেউৰ বিধৱা কুঁৱৰী কমলেশ্বৰীৰ সৈতে লগলাগি কলিকতালৈ যায় আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ সাহায্য ভিক্ষা কৰে। সাহায্য দিবলৈ কোম্পানী অমান্তি হোৱাত নেপালৰ ৰজাৰ সহায় বিচাৰি কাঠমাণ্ডু পায়গৈ। কিন্তু এই আশাও পূৰণ নোহোৱাত ইংৰাজ বেপাৰী ৰবাৰ্ট ব্ৰুচ (চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচৰ* ভাই)ৰ সহায়ত এটা সৈন্যদল প্ৰস্তুত কৰি অসমত সোমাবলৈ চেষ্টা কৰে। কিন্তু কোম্পানী চৰকাৰে এই কাৰ্যত বাধা দিয়াত বংগদেশৰ চিলমাৰীত বৃটিছৰ পেঞ্চন খাই থাকে। অৱশেষত ১৮১৮ চনত ৰুচিনাথ বুঢ়াগোঁহাইৰ* লগলাগি চন্দ্ৰকান্ত সিংহক* সিংহাসনৰ পৰা আঁতৰায়। অৱশ্যে নিজে ৰজা হোৱাৰ সৌভাগ্য নহ'ল। সৰুতে অংগখুত হোৱা হেতুকে ডাঙৰীসকলে পুতেক পুৰন্দৰকহে* ৰজা পাতে। সেই বছৰতে

মমাই বৰবৰুৱাই* অনা মানৰ খেদা খাই সবংশে গুৱাহাটী পাযহি। তাতে মৃত্যু হয। (২২৮, ২৯১)

**ব্ৰজনাথ শৰ্মা (১) (১৯ শতিকা) :** *'বৈদ্যক সাৰোদ্ধাৰ'* নামে এখন চিকিৎসা-পুথিৰ ৰচক। (২০৫)

**ব্ৰজনাথ শৰ্মা (২) (১৫।৯।১৮৯৪ - ১২।৯।১৯৩০) :** জন্ম বৰপেটাৰ ওচৰৰ শিলা গাঁৱত। পিতৃ পদ্মনাথ, মাতৃ নৰেশ্বৰী। গাঁৱতে প্ৰবেশিকা শিক্ষা সাং কৰি গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীত নাম লগায, কিন্তু পঢ়া শেষ



ব্ৰজনাথ শৰ্মা (২)

নকৰাকৈয়ে ঘৰলৈ আহে। প্ৰথম মহাযুদ্ধৰ সময়ত (১৯১৫ চনত) বৃটিছ সৈন্য বাহিনীত যোগ দি পৃথিৱীৰ বিভিন্ন দেশ ভ্ৰমণ কৰে। বাগদাদত জৰ্জ নামৰ এজন ইংৰাজৰ সান্নিধ্যত আৰু অভিনযৰ প্ৰতি ধাউতি বাঢ়ে। বছোৰাত থাকোতে 'ৱেষ্ট বেংগল ড্ৰামাটিক ক্লাব'ৰ সভ্য হৈ বিভিন্ন বাংলা নাটকত অভিনয় কৰে (১৯১৭-১৯২১)। ১৯২১ চনত উভতি আহি গাৱঁতেই 'শিল্প কালিকা অপেৰা পাৰ্টি' খোলে। এই পাৰ্টি ভাঙি যোৱাত ১৯২৪ চনত খোলে 'দক্ষিণ গণকবাৰী অপেৰা পাৰ্টি'। পাঁচ বছৰৰ পিছত এই পাৰ্টিও ভাঙি থকাত ১৯৩০ চনত প্ৰতিষ্ঠা কৰে বিখ্যাত 'কহিনুৰ' পাৰ্টি। অসমত (ভ্ৰাম্যমাণ) তেওঁ সহ-অভিনয়ৰ সূচনা কৰে এই পাৰ্টিতেই। ১৯৩৬ চনত এই পাৰ্টিও ভাঙি যোৱাত অভিনয প্ৰায় এৰি দিযে আৰু ৰাজনীতিত লাগে। ১৯৩৭ চনত বৰনগৰ কংগ্ৰেছ সমিতিৰ উপ-সভাপতি হয়। বিযাল্লিশৰ আন্দোলনত তেওঁৰ উদ্যোগতেই বৰনগৰ বিমান ঘাটি আৰু সৰভোগ থানা জ্বলাই দিয়া হয়। ১৯৪৩ চনত ধৰা পৰি তিনিবছৰ জেলো খাটে। জেলৰ পৰা ওলাই কিছুদিন বাক্সসায কৰিছিল। স্বাধীনতাৰ পিছত কংগ্ৰেছ এৰি ছোচিয়েলিষ্ট পাৰ্টিত যোগ দিয়ে। এই পাৰ্টিৰ ফালৰ পৰা ১৯৫২ চনৰ নিৰ্বাচনতো নামিছিল যদিও পৰাজিত হয়।

শেষ বয়সত ৰাজনীতি এৰি পুনৰ যাত্ৰা পাৰ্টিত যোগ দিছিল।

অভিনেতা হোৱাৰ উপৰিও নাট্যকাৰো আছিল। *'বৰ্জিতা'*, *'মনোমতী'*, *'পতিতা'*, *'কৰুণা'*, আৰু *'উৰ্বশী'*— এই পাঁচখন নাট আৰু *'বিপ্লৱী'* নামৰ এখন আত্মজীৱনীমূলক পুথি লিখি থৈ গৈছে। গুৱাহাটী আৰু তেজপুৰ সাহিত্য সভাই সম্বৰ্ধনা জনাইছিল। শ্বাসৰোগত আক্ৰান্ত হৈ গুৱাহাটীত বিনা চিকিৎসাই মৃত্যু হয়। (১৪, ৪৩, ১১২ক, ২৫৭)

**ব্ৰজৰঞ্জন দেৱ (১৭৩২-১৭৮৭) :** কৈৱল্যানন্দন দেৱৰ* প্ৰথম পুত্ৰ। পিতৃৰ মৃত্যুত ৫০ বছৰ বয়সত দিহিং সত্ৰৰ অধিকাৰ পদ পায় আৰু পিতৃ প্ৰতিষ্ঠিত ৰংপুৰ থানত ভায়েক ভকতৰঞ্জনক থাকিবলৈ দি পূৰ্বৰ দিহিঙলৈ সত্ৰ তুলি নিয়ে। গৌৰীনাথ সিংহৰ* দিনত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ হুলস্থুলত দিহিঙৰ পৰা ভটিয়াই যাওতে নগাঁৱৰ সোণাই নদীৰ মুখত মৃত্যু হয়। ১২টি গীতৰ ৰচক। (২৩৮, ২৬১ক)

**ব্ৰজেন বৰুৱা (২৭।২।১৯২৫ - ২৭।৬।১৯৭২) :** জন্ম গুৱাহাটীত। পিতৃ চন্দ্ৰনাথ, মাতৃ জোনপ্ৰভা। গুৱাহাটীতে স্কুলীয়া শিক্ষা সাং কৰি কলিকতাৰ চিটি কলেজত নাম লগায়গৈ। কিন্তু ১৯৪৬ চনৰ সাম্প্ৰদায়িক কটা-কটাৰ সময়ত উভতি আহি কটন কলেজত বি.এছ.চি পৰ্যন্ত পঢ়ে

যদিও উপাধি লোৱা নহ'ল। জনস্বাস্থ্য বিভাগৰ চাকৰিয়াল হিচাপে শ্বিলঙত, পিছত চৰকাৰৰ ধান সংগ্ৰহকাৰী বিষয়া হিচাপে জামুগুৰিহাটত কিছুকাল চাকৰি কৰিছিল। কিন্তু সোনকালেই চাকৰি এৰি সংস্কৃতিৰ সাধনাত লাগে। একেধাৰে গায়ক, সংগীতজ্ঞ, অভিনেতা আৰু বোলছবি নিৰ্মাতা আছিল। ছাত্ৰাৱস্থাতে অজিত বৰুৱা, কেশৱ মহন্ত আদিৰ গীতত সুৰাৰোপ কৰিছিল। ১৯৪৪ চনত কলিকতাত বহা নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনত সংগীত পৰিচালক ৰূপে যোগ দিছিল। অসমত অৰ্কেষ্ট্ৰাৰ অন্যতম প্ৰৱৰ্তক। *'ছয় ঋতু', 'যুদ্ধ আৰু শান্তি', 'এটি শিশুৰ জন্ম'* তেওঁৰ এই সম্পৰ্কীয় উল্লেখযোগ্য সৃষ্টি। আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ প্ৰতিষ্ঠাকালত তাৰ নিয়মিত কণ্ঠশিল্পী আছিল। ১৯৫৫-৫৬ চনত 'স্মৃতিৰ পৰশ' কথ ছবিৰ সংগীত পৰিচালনা কৰাৰ উপৰিও তাত নায়কৰ ভাওত অৱতীৰ্ণ হয়। ভ্ৰাতৃ নিপ বৰুৱা পৰিচালিত কেইবাখনো কথাছবিৰ সংগীত পৰিচালনা কৰাৰ পিছত নিজেই ছবি পৰিচালনা কৰিবলৈ লয়। সেই ছবিসমূহ হ'ল — *ইটো সিটো বহুতো* (১৯৬৩), *ডা. বেজবৰুৱা* (১৯৬৯), *মুকুতা* (১৯৭০), *লালিতা* (১৯৭২), *ওপজা সোণৰ মাটি* (১৯৭২)। সেই বোৰৰ প্ৰায়বোৰতে নিজে অভিনয়ো



ব্ৰজেন বৰুৱা

কৰিছিল। ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাৰ অন্যতম সংগঠক। হেমাঙ্গ বিশ্বাস* ইয়াৰ সভাপতিৰূপে থকাকালত ইয়াৰ উপসভাপতিৰ দায়িত্ব বহন কৰিছিল। ১৯৫৪ চনত মাদ্ৰাজত অনুষ্ঠিত গণনাট্য সংঘৰ সৰ্বভাৰতীয় সমাবেশ হয়। অসমৰ সাংস্কৃতিক দলৰ পৰিচালকৰূপে যোগ দিছিল। (৩১৪, ৪০০)

**ব্ৰহ্মপাল** (১০-১১ শতিকা): অসমৰ পাল বংশৰ প্ৰতিষ্ঠাতা। প্ৰায় ২০ বছৰ ৰাজত্ব কৰাৰ পিছত পুতেক ৰত্নপালৰ* হাতত ৰাজ্যভাৰ গটাই দিয়ে। (৪৪, ১৫৮, ২৯৮)

**ব্ৰহ্মানন্দ কায়স্থ** (১৭-১৮ শতিকা): পিতৃ দিহিংপাৰৰ ম'ৰামৰা সত্ৰৰ মহন্ত জগতমোহন, ভ্ৰাতৃ জয়দেৱ। ভালেমান গীতৰ ৰচক। (২০০, ২৬৬)

# ভ

**ভগনীয়া ৰজা**: জয়ধ্বজ সিংহ চাওক।

**ভগৱতী প্ৰসাদ বৰুৱা** ( ।৫।১৯০০- ১৪।১০।১৯৩৩): জন্ম সোণাৰীত। পিতৃ জাদুৰাম ডেকাবৰুৱাৰ* নাতি ৰাধিকা প্ৰসাদ। মাতৃ হিমলা*। কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা ১৯২৩ চনত বি.এ. পাছ কৰি সোণাৰীৰ মৌজাদাৰ হয়।



ভগৱতী প্ৰসাদ বৰুৱা

আইদেওবাৰী চাহ বাগিছা প্ৰতিষ্ঠা আৰু পৰিচালনা কৰিছিল। নিবন্ধ কবি আছিল। স্কুলীয়া কালতে (১৯১৭ চনত) ৰচনা প্ৰতিযোগিতাত যোগ দি আউনীআটী সত্ৰৰ সোণৰ পদক লাভ কৰিছিল। কলিকতাত পঢ়োতে গোপাল হালদাৰ প্ৰমুখ্যে বাঙালী সাহিত্যিকৰ সৈতে বন্ধুত্ব হৈছিল। ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভক্ত আছিল। শিৱসাগৰত অভিনয় চাই ৰজাবাৰী চাহ বাগিচালৈ উভতি যাওঁতে মটৰ দুৰ্ঘটনা হৈ দিচাং নৈত সপৰিয়ালে মৃত্যু ঘটে। পাৰ্বতী প্ৰসাদ বৰুৱাৰ* জেষ্ঠ ভ্ৰাতৃ। (৮, ২০৭, ২১২)

**ভগৱান দেৱ** (আ. ১৭ শতিকা) : কামৰূপৰ বৰমাৰ ওচৰৰ শ্ৰীপুৰ গাঁৱত জন্ম। পিতৃ হয়গ্ৰীৱ দ্বিজ। মাতৃ লক্ষ্মী দেৱী। পাটবাউসীলৈ আহি দামোদৰদেৱত* শৰণ লয়। দামোদৰে তেওঁক উত্তৰকূলৰ ধৰ্মাচাৰ্য নিযুক্ত কৰে। প্ৰথমে নিমিষা বা সনাকুচিত, পিছত গোবিন্দপুৰত সত্ৰ পাতিছিল। ভাগৱত মিশ্ৰ* তেওঁৰ সংগী আছিল। (৫৮, ১৩৮)

**ভগা ৰজা :** চুৰাম ফা চাওক।

**ভট্টদেৱ** (১৫৫৮-১৬৩৮) : প্ৰকৃত নাম বৈকুণ্ঠ নাথ। পিতৃ চন্দ্ৰভাৰতী, মাতৃ তাৰাদেৱী। কামৰূপৰ বৰনগৰ অঞ্চলৰ অধুনালুপ্ত ভেৰাগাঁৱত জন্ম। গোপালদেৱ নামে এজন পণ্ডিতৰ টোলত বৰনগৰতে পঢ়িছিল। ভাগৱত শাস্ত্ৰত পাণ্ডিত্য দেখি বৰনগৰ ব্ৰাহ্মণ সমাজে 'কবিৰত্ন' উপাধি দিয়ে। কৃষ্ণ মিশ্ৰ নামৰ এজন লোকৰ ছোৱালী বিয়া কৰাই মেটুৰাকুচিত থাকিবলৈ লৈছিল। গদাধৰ নামে মাত্ৰ এটি সন্তান আছিল। তেওঁৰ ভাগৱত নৈপুণ্যৰ কথা শুনি মথুৰা দাস বুঢ়া আতাই* বৰপেটা সত্ৰলৈ নিয়ে। তাৰ পৰা পাটবাউসীত থকা দামোদৰদেৱৰ* ওচৰলৈ যায় আৰু তেওঁত শৰণ লৈ তাতে থাকিবলৈ লয়। মাজতে বৰনগৰীয়া ৰাইজৰ অনুৰোধত পুনৰ বৰনগৰলৈ যায় আৰু তাতে থাকি দামেদৰদেৱৰ আজ্ঞা ক্ৰমে *'ভাগৱত কথা'* গদ্যত ৰচনা কৰে। ইতিমধ্যে বিৰুদ্ধবাদী উচটনিত দামোদৰদেৱৰ পাটবাউসী এৰি যাবলগীয়া হোৱাত দামোদৰদেৱৰ নিৰ্দেশত পাটবাউসীত থাকেহি আৰু *'শ্ৰীভাগৱত গীতা কথা'* গদ্যত লিখি কোচবিহাৰত থকা দামোদৰদেৱলৈ পুথিখন পঠাই দিয়ে। দামোদৰদেৱে সেইখন পটি তেওঁক 'ভাগৱত ভট্টাচাৰ্য' উপাধি দিয়ে। তেতিয়াৰ পৰা 'ভট্টদেৱ' নামে জনাজাত হৈ পৰে (খেনোৰ মতে 'ভাগৱত ভট্টাচাৰ্য' উপাধি প্ৰদান কৰিছিল খুদীয়াৰ গোপাল মিশ্ৰই*)। পাটবাউসীত দামোদৰ পাটোৱাৰী নামৰ এজনে ভকতসকলক উৎপীড়ন কৰাত ব্যাসকুচিত সত্ৰ পাতি থাকেগৈ। তাতে মৃত্যু হয়।

*'কথাগীতা'* আৰু *'কথা ভাগৱত'*ৰ উপৰিও বিভিন্ন শাস্ত্ৰৰ পৰা সাৰ সংগ্ৰহ কৰি ১৬২১ চনত *'ভক্তি বিবেক'* নামে এখন সংস্কৃত গ্ৰন্থ প্ৰণয়ন কৰিছিল। তেওঁৰ আন এখন সংস্কৃত গ্ৰন্থ হ'ল *'ভক্তিসাৰ'*। ইয়াৰ উপৰিও *'কথা ৰত্নাৱলী'*, *'শৰণ মালিকা'* বা *'শৰণ সংগ্ৰহ'*, *'প্ৰসংগমালা'* আদি অসমীয়া পুথিৰো ৰচক। কেইটিমান ঘোষা, ভটিমা আৰু গীতো ৰচিছিল বুলি কথিত। অসমীয়া গদ্য-সাহিত্যৰ জনক। (১১৫, ২০০, ২৬৬, ২৬৭)

**ভদ্ৰচাৰু দাস** ( আ-১৭ শতিকা): পিতামহ মাজুলীৰ দীঘেলী সত্ৰৰ সাৰংগপাণি। পুৰুষোত্তম ঠাকুৰৰ* কন্যা কেশৱপ্ৰিয়াৰ স্বামী। অনন্তৰাম আতাৰ* এখনি চৰিত লিখিছিল য'ত গদাধৰ সিংহৰ* মহন্ত নিগ্ৰহৰ ভাল বৰ্ণনা আছে। (২০০, ২৬৬)

**ভদ্ৰসেন বৰবৰুৱা** (১৮ শতিকা) : বকতিয়াল ৰাজনেওগৰ পুতেক। মৰাণক মাৰি ৰজা হোৱাত লক্ষ্মীসিংহক* সহায় কৰিছিল। সেই আপাহতে ৰজাই বৰবৰুৱা পাতে। পিছত ভূধৰ সিংহৰ* লগলাগি ৰজাৰ বিৰুদ্ধেও ষড়যন্ত্ৰ কৰাত প্ৰাণদণ্ড ভোগে। (২৮২, ২৯১)

**ভবেন দাস** (১৯২০ - ৮।৫।১৯৮৬) : জন্ম কামৰূপ

জিলাৰ ৰামপুৰত। পিতৃ হৰিহৰ, মাতৃ আদৰি। শ্বিলং চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত উচ্চ শিক্ষা লয়। ডিগবৈ অইল কোম্পানীত কিছুকাল চাকৰি কৰিছিল। তাত থাকোতেই অভিনয়ৰ প্ৰতি আকৰ্ষিত হয় আৰু ১৯৪৭ চনত ফণী শৰ্মা*, বিষ্ণু ৰাভাৰ*


ভবেন দাস

'চিৰাজ' গোষ্ঠীৰ সৈতে কলিকতালৈ গৈ কথাছবি জগতত সোমাই পৰে। 'চিৰাজ'ৰ এটি সৰু ভূমিকাত অভিনয়ো কৰিছিল। কলিকতাত থাকি কথাছবিৰ বিভিন্ন দিশত অভিজ্ঞতা আহৰণ কৰি বঙালী কথাছবি জগতত এখন সুকীয়া আসন লবলৈ সক্ষম হৈছিল। 'জয় মা কালী', 'দাইনী', 'জিঘাংসা', 'দেইলি পেচেঞ্জাৰ', তদুপৰি মৃণাল সেনৰ 'নীল আকাশের নীচে' কথাছবিৰ সহকাৰী পৰিচালক আছিল। 'বাঘা যতীন', 'ক্ষুদিৰাম' আৰু 'অংগীকাৰ' ছবিত কাৰিকৰী উপদেষ্টাৰ দায়িত্ব লৈছিল। 'অভিশপ্ত চম্বল' আৰু 'কানামাছি' ছবি পৰিচালনা কৰিছিল। 'মালা', 'কাতুত', আদি উৰিয়া ছবিৰ সহপৰিচালক ৰূপে উৰিয়া কথাছবি জগততো পৰিচিত হৈছিল। দেবানন্দৰ সহকাৰী হিচাপে হিন্দী কথাছবিতো ভাগ লৈছিল। অসমীয়া কথাছবি 'বিপ্লৱী' (১৯৪৮) আৰু 'পিয়লি ফুকন'ৰ (১৯৫৫) কাৰিকৰী উপদেষ্টা হোৱাৰ উপৰিও 'লখিমী' (১৯৫৭), 'উপগ্ৰহ' (১৯৭২), 'ধৰ্মকাই' (১৯৭৭) আৰু 'মা' ছবি পৰিচালনা কৰিছিল। অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ সৈতেও জড়িত আছিল। অসম ফিল্ম ফাইনান্স কৰ্পোৰেছনৰ উপদেষ্টা মণ্ডলীৰ সদস্য আছিল। (৪০০)

**ভৰত আতা** (১৮ শতিকা) : কেশৱ চৰণ আতা* প্ৰতিষ্ঠিত কোৰ্চুং সত্ৰৰ চতুৰ্থ অধিকাৰ। পিতৃ ভগীৰথ। *'নৃসিংহ বিজয়'* নামে এখনি নাট আৰু কিছু গীত ৰচিছিল। (৫৮)

**ভৰত সিংহ** ( ? — আ. ১৭৯৫) : মোৱামৰীয়াৰ তৃতীয় বিপ্লৱৰ সময়ত গৌৰীনাথ সিংহ* পলাই থকা অৱস্থাত সাময়িকভাৱে ৰংপুৰত হোৱা মোৱামৰীয়া ৰজা। সম্ভৱতঃ হৰিহৰ তাঁতীৰ* পিছত ৰজা হৈছিল। তেওঁৰ বৰবৰুৱা আছিল শুকুৰা আৰু বুঢ়াগোহাঁই আছিল পীতাম্বৰ। কেপ্তেইন ৱেলচৰ নেতৃত্বত ইংৰাজৰ স'তে হোৱা যুঁজত মৃত্যু হয়। (২৬৩, ২৯১)

**ভৱকান্ত মিশ্ৰ** (১৮ - ১৯ শতিকা): *'সম্বৰাসুৰ বধ'* নামৰ এখন কাব্য আৰু *'বিঘ্নেশ জন্মোদয়'* আৰু *'কুম্ভৰ হৰণ'* নামৰ দুখন নাটৰ ৰচক। কমলেশ্বৰ সিংহ* আৰু চন্দ্ৰকান্ত সিংহৰ* পৃষ্ঠপোষকতা পাইছিল। (২০০, ২৬৬)

**ভৱদেৱ ভাগৱতী** (২৭।১।১৯০২ - ১৯।৬।১৯৮৮) : জন্ম কামৰূপৰ চামতাৰ ওচৰৰ কৈঠালকুছিত। পিতৃ বলভদ্ৰ। ১৯১৪ চনত বৃত্তি সহ প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হৈ নলবাৰী গৰ্ড্চন স্কুলত নাম লগায়। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত নৱম শ্ৰেণীতে কিছুকালৰ বাবে পঢ়া এৰে যদিও পিছত প্ৰৱেশিকা পাছ কৰি সংস্কৃত অধ্যয়নত লাগে। নিজ গাঁৱৰ 'কমলাপ্ৰিয়া চতুষ্পাঠী', তেতিয়াৰ বংগদেশৰ ৰাজশাহীত অৱস্থিত 'হেমন্তকুমাৰী সংস্কৃত কলেজ' আৰু কাশীৰ 'ঈশ্বৰ পাঠশালা'ত পঢ়ি

বেদান্তবাগীশ, বেদান্ততীর্থ, ব্যাকৰণতীৰ্থ আৰু পুৰাণশাস্ত্ৰী উপাধি লয়। ১৯৩১ চনত চামতা হাইস্কুলত সংস্কৃত শিক্ষকৰূপে যোগ দি ১৯৬৮ চনত অৱসৰ লয়। সংস্কৃতজ্ঞ তথা সাহিত্যিক। মাত্ৰ ২২ বছৰ বয়সতে *'লীলা'* নামৰ এখন উপন্যাস লিখিছিল। *'ভেকোভাওনা'*, *'সুখৰ সপোন'* আৰু *'নুতনং কাব্যম্'* তেওঁৰ তিনিখন ধেমেলীয়া পুথি। *'শ্লোকমালা'* আৰু *'আদি পাঠ'* নামৰ দুখন অনুবাদ পুথিৰ ৰচক হোৱাৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা মহাভাৰতৰ আদিপৰ্ব, বনপৰ্ব আৰু দ্ৰোণ পৰ্বৰ অনুবাদক। *'সতী জয়মতী'* নামৰ এখন সংস্কৃত কাব্য লিখিছিল। *'কথা কুসুমম্'* নামৰ এলানি সংস্কৃত পাঠ্যপুথিৰো ৰচক। সংস্কৃত ভাষা জনপ্ৰিয় কৰাৰ অৰ্থে চলোৱা প্ৰচেষ্টাৰ বাবে ১৯৮২ চনত ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰিছিল। (২৪৩, ৩৬৭)

**ভৱনাথ হাজৰিকা** ( ? - ১৯৩৪): জন্ম যোৰহাটৰ টেকেলাগাঁৱত। পিতৃ টুনিৰাম। ডাক-তাঁৰ বিভাগৰ কেৰাণী আছিল। বাঁহী, আৱাহন, মিলন আদি কাকতত কবিতা লিখিছিল। ৰেলৰ আগত পৰি আত্মহত্যা কৰে। (৮)

**ভৱানন্দ দত্ত** (১৯১৮ — ৩।৮।১৯৫৯) : জন্ম যোৰহাটত। পিতৃ সৰ্বানন্দ বজালীৰ ৰতনপুৰ গাঁৱৰ মানুহ আছিল আৰু যোৰহাটত কিছুকাল শিক্ষকতা কৰিছিল। মাতৃ মনোমোহিনী। ৰতনপুৰৰ ছাত্ৰবৃত্তি স্কুল আৰু বজালী হাইস্কুলত পঢ়ি ১৯৩৬ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজত নাম লগাই ১৯৪০ চনত দৰ্শনত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। বিয়াল্লিশৰ আন্দোলনত কিছুকাল পঢ়া স্থগিত ৰাখি ব্ৰজনাথ শৰ্মাৰ* (১) সতে বজালীত বিপ্লৱী কাম-কাজত লিপ্ত হয়। পিছত কলিকতালৈ গৈ তাৰ পৰা ১৯৪৪ চনত দৰ্শনত প্ৰথম শ্ৰেণীৰ তৃতীয় হৈ এম. এ. পৰীক্ষা পাছ কৰে। নলবাৰী কলেজত তিনিবছৰমান (১৯৪৪ — ৪৭) চাকৰি কৰি শিশু মনোবিজ্ঞান সম্পৰ্কে অধ্যয়ন কৰিবলৈ চৰকাৰী বৃত্তি লৈ ইংলণ্ডলৈ যায়। তাত থাকোতেই চৰকাৰৰ নিৰ্দেশ উলংঘা কৰি বেলজিয়ামৰ ৰাজধানী প্ৰাগত বহা



ভৱানন্দ দত্ত

বিশ্ব শিশুবিজ্ঞান সংঘৰ এখন আলোচনা চক্ৰত যোগদান কৰে। সেই হেতুকে কোনো উপাধি নোলোৱাকৈয়ে দেশলৈ উভতি আহিব লগাত পৰে। কটন কলেজত দুদিনমান অধ্যাপনা কৰাৰ পিছত ১৯৪৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা হয়।

একেধাৰে সমাজকৰ্মী, দাৰ্শনিক আৰু সমালোচক। অসমত মাৰ্ক্সবাদী চিন্তাৰ প্ৰৱৰ্তক। ভাৰতীয় কমিউনিষ্ট দলৰ লগত জড়িত আছিল। শিক্ষা জীৱনত লাভ কৰা সোণৰ পদক দলৰ পুঁজিলৈ দান কৰিছিল। লোকসভাৰ নিৰ্বাচনত দুবাৰো (১৯৫২ চনত নিৰ্দলীয় ভাৱে, ১৯৫৭ চনত কমিউনিষ্ট দলৰ সমৰ্থনত) প্ৰতিদ্বন্দ্বিতা কৰিছিল, যদিও দুয়োবাৰেই পৰাজিত হৈছিল। আৱাহন, ৰামধেনু, জয়ন্তী, অসম বাণী আদি কাকতত ভালেমান প্ৰবন্ধ আৰু গোটাচেৰেক কবিতা লিখিছিল। জয়ন্তী গোষ্ঠীৰ অন্যতম কৰ্মকৰ্তা আছিল। ৰচনা— *Philosophy and India* (১৯৫৯), *ৰবীন্দ্ৰ প্ৰতিভা* (১৯৬০), *দৃষ্টি আৰু দৰ্শন*

(১৯৬১), *অসমীয়া কবিতাৰ কাহিনী* (১৯৬৯), *অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন* (১৯৬৯), কমিউনিষ্ট মেনিফেস্টোৰ অসমীয়া অনুবাদ। কেন্সাৰ ৰোগত মৃত্যু হয়। (৫, ৮, ২০৭, ২৬০ খ)

**ভৱানী নাথ দ্বিজ** ( ? - ১৮ শতিকা) : কছাৰী ৰজা জয়চন্দ্ৰ নৰপতিৰ সভাপণ্ডিত আছিল। ৰজাৰ নিৰ্দেশত *'শ্ৰীৰামচন্দ্ৰ অভিষেক'* পুথি ৰচনা কৰে। পুথিখনত বঙলা ভাষাৰ ছাপ আছে। (২০০)

**ভাগৱত আচাৰ্য** ( ? ১৬ শতিকা) : পিতৃ হৰিদেৱৰ* শিষ্য (?) হৰি মিশ্ৰ। *'কথা সূত্ৰ'* নামৰ এখনি পদপুথিৰ ৰচয়িতা। *'গীতাসাৰ'* নামে এখন পুথিও লিখিছিল বুলি কথিত। (২০০, ২৬৬)

**ভাগৱত মিশ্ৰ** (আ. ১৭ শতিকা) : আন নাম ৰঘুনাথ মিশ্ৰ। সম্ভৱ 'কৃষ্ণগীতা'ৰ ৰচক গোবিন্দ মিশ্ৰৰ* ভ্ৰাতৃ। দামোদৰদেৱত* শৰণ লৈছিল। বজালীৰ গোবিন্দপুৰ সত্ৰৰ ভাগৱতী আছিল। *'বিষ্ণুপুৰাণ'* আৰু *'সাত্বত তন্ত্ৰ'*ৰ পদ ভাঙনি কৰিছিল। (৬১, ২০৭)

**ভাটৌকুচীয়া আতা : কেশৱ চৰণ আতা চাওক।**

**ভাতধৰা ফুকন** (১৭ শতিকা) : মোমাই তামুলী বৰবৰুৱাৰ* পুতেক। আতন বুঢ়াগোহাঁইৰ* লগত চুজিনফা দিহিঙীয়া ৰজাৰ* যেতিয়া কাজিয়া হয়, তেতিয়া বন্দী ৰজাৰ চকু কাঢ়ে আৰু হিলৈৰে খুন্দিয়াই হত্যা কৰে। এনে অত্যাচাৰৰ বাবে পিছত ৰাজমেলত বহিবলৈ দিয়া নহৈছিল। চুজিনফাৰ পিছত চুডেফা* যেতিয়া ৰজা হয়, তেতিয়া নিজৰ জীয়েকক ৰজালৈ বিয়া দিছিল। ইতিমধ্যে ককায়েক লালুকসোলা বৰফুকনে* মোগলক ৰাজ্য দি উজনীৰ ৰজা হব খোজা কাৰ্যত ককায়েকক সহায় কৰে। লালুকসোলাই চুডেফাক বন্দী কৰি চুলিকফা বা ল'ৰা ৰজাক* ৰজা পাতিলত নিজৰ বাৰ বছৰীয়া জীয়েকক ৰজালৈ দিয়ে আৰু ককায়েকৰ জোৰত কলিয়াবৰৰ বৰফুকন হয়। ককায়েকৰ মৃত্যুৰ পিছত কলিয়াবৰৰ পৰা পলাই গুৱাহাটীত মনচুৰ খাঁ নবাবৰ শৰণাপন্ন হয়গৈ। গদাধৰ সিংহৰ* দিনত ইটাখুলিৰ ৰণত বন্দী হয়। গদাধৰে পুতেকৰ বুকু ফালি তাৰ আগমঙহ খাবলৈ দিছিল। পিছত তেওঁৰ মূৰ কাটি হত্যা কৰে। (২৮৮, ২৯০)

**ভানুমতী** (১৬ শতিকা) : পিতৃ প্ৰতাপ ৰায় ভূঞা*। নৰনাৰায়ণৰ* পত্নী আছিল। বিদ্যোৎসাহিনী মহিলা আছিল। সভাপণ্ডিত পুৰুষোত্তম বিদ্যাবাগীশৰ* হতুৱাই *'ৰত্নমালা'* ব্যাকৰণ লিখাইছিল। (২৯৯)

**ভাৰতচন্দ্ৰ দাস** (১৮৭৭-১৯৩০) : জন্ম দক্ষিণ কামৰূপৰ নহিৰা গাঁৱত। দুখীয়া কুমাৰ পৰিয়ালৰ লোক আছিল। কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম লগায় আৰু তাৰ পৰা গণিতত প্ৰথম শ্ৰেণীৰ সম্মান সহ বি.এ. উপাধি লাভ কৰে। গণিতৰ এম. এ. বিভাগতো নাম লগাইছিল, কিন্তু হাকিম পদ পোৱাত শিক্ষা সাং কৰে। ছাত্ৰাৱস্থাত এ.এছ. এল. ক্লাবৰ সভ্য আছিল। *'সৰল ক্ষেত্ৰ জ্যামিতি', 'কামৰূপী গীত', 'সাধুকথা'* আদি পুথি লিখাৰ উপৰিও *'অভিমন্যু বধ'* আৰু *'স্যমন্ত হৰণ'* নামৰ দুখন নাটো ৰচনা কৰিছিল। *'অসমীয়া ভাষা আৰু সাহিত্য'* নামৰ এখনি সংকলন প্ৰণয়ন কৰিছিল। *'খেতি'* নামৰ এখন কৃষিবিষয়ক পুথিৰো ৰচক। (১৪)

**ভাস্কৰ বৰ্মন** (৭ম শতিকা) : বৰ্মন বংশৰ আটাইতকৈ বিখ্যাত কামৰূপীয়া ৰজা। উত্তৰ ভাৰতৰ সমসাময়িক সম্ৰাট হৰ্ষবৰ্ধনৰ লগত প্ৰীতিৰ সম্পৰ্ক আছিল। এওঁৰ অনুৰোধতে চীনা পৰিব্ৰাজক হিউৱেন চাং কামৰূপলৈ আহে আৰু ইয়াত কিছুকাল থাকি কামৰূপৰ বিষয়ে এটা মূল্যবান টোকা লিখি থৈ যায়। ক্ষমতাশালী ৰজা আছিল। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত

নালন্দা অঞ্চলকো কামৰূপ ৰাজ্যৰ ভিতৰুৱা কৰি লৈছিল। (৬৮, ২৯৮)

**ভীমবৰ দেউৰী** (১৯০৩ - ৩০।১১।১৯৪৭): জন্ম শিৱসাগৰ জিলাৰ বৰগঞা দেউৰীগাঁৱত। পিতৃ গদাৰাম, মাতৃ ৰাজং। ১৯২৭ চনত কটন কলেজৰ পৰা বি. এ.



ভীমবৰ দেউৰী

পাছ কৰি কলিকতালৈ যায় আৰু ১৯৩১ চনত তাৰ পৰা আইনৰ উপাধি লয়। ১৯৩২ চনত ডিব্ৰুগড়ত ওকালতি আৰম্ভ কৰে, লগে লগে ৰাজনীতিৰ চৰ্চাতো লাগে। ১৯৩৩ চনত নৱগঠিত ট্ৰাইবেল লীগৰ ৰহা অধিবেশনত সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। তেতিয়াৰ পৰা ১৯৪৫ চনলৈকে এই পদত আছিল। ১৯৩৯ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য মনোনীত হয় আৰু মুছলিম লীগৰ নেতৃত্বাধীন ছৈয়দ ছাদুল্লাৰ* মন্ত্ৰীসভাত বন বিভাগৰ মন্ত্ৰীৰূপে যোগ দিয়ে। ১৯৪৬ চনত গোপীনাথ বৰদলৈ* মন্ত্ৰীসভাত শ্ৰম আৰু বন-বিভাগৰ দায়িত্ব পায়। কংগ্ৰেছী মন্ত্ৰী হোৱাৰ কিছুদিন পিছতে অসুখত পৰে আৰু মাদ্ৰাজত মৃত্যু হয়। জনজাতীয় সমাজৰ পৰাক্ৰমী নেতা আছিল। ৰূপনাথ ব্ৰহ্মৰ* জোঁৱায়েক। (১৯১ক, ২১৫)

**ভুৱন চন্দ্ৰ গগৈ** (১১।৩।১৮৮৯ - ১০।৭।১৯৪০): জন্ম শিৱসাগৰৰ ওচৰৰ হাঁহচৰাত। পিতৃ ফটিক চন্দ্ৰ, মাতৃ কমলেশ্বৰী। শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কটন কলেজৰ পৰা আই.এ.পাছ কৰি কলিকতাৰ চেন্ট পলচ্‌ কলেজত নাম লগায়। কিন্তু উপাধি নোলোৱাকৈয়ে উভতি আহি চৰকাৰী কামত নোসোমাই শ্যুটসাঁকোত এখন



ভুবনচন্দ্ৰ গগৈ

পলিটেক্‌নিক স্কুল খোলে। ব্যক্তিগত উদ্যোগত স্থাপিত হোৱা এনে স্কুল পূৰ্বাঞ্চলত প্ৰথম। পিছলৈ স্কুলখন শিৱসাগৰ চহৰলৈ তুলি নিয়া হয়। শিক্ষাবিদ হোৱাৰ উপৰিও স্বাধীনতা যুঁজাৰু তথা সমাজকৰ্মী আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত লাগি এবছৰ জেল খাইছিল। মৃত্যুকাললৈকে শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি হৈ থকাৰ উপৰিও কিছুকাল অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰো উপসভাপতি পদত আছিল। কানি নিবাৰণ সমিতি, হৰিজন সেৱা সমিতি, শিৱসাগৰ লোকেল বোৰ্ড আদিৰো সভাপতিৰ দায়িত্ব বহন কৰিছিল। ১৯৩৯ চনত অসম ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হয় আৰু শিক্ষা বিভাগৰ মন্ত্ৰীত্ব পায়। কিন্তু কংগ্ৰেছ দলৰ নিৰ্দেশত এই পদ ইস্তফা দিয়ে। ইয়াৰ এবছৰৰ ভিতৰতে মৃত্যু হয়। অভিনয় আৰু খেলা-ধূলাতো ৰাপ আছিল। শিৱসাগৰ নাট্য সমিতিৰ সম্পাদক আছিল। কলিকতাত থকা

কালত মোহনবাগান দলৰ হৈ ফুটবল খেলিছিল। ( ৪৩ক, ৩৯৮)

**ভুবন চন্দ্ৰ গোস্বামী** (১৮৭৪-১৯৬৪) : জন্ম মংগলদৈ মহকুমাৰ ভৱদেৱ সত্ৰত। পিতৃ অৰবিন্দ। সত্ৰ চলোৱাৰ উপৰিও প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰিছিল। *'তীৰ্থ মাহাত্ম্য আৰু ভক্তি প্ৰভাবিনী'* নামৰ এখন পুথিৰ লেখক। অসম সাহিত্য সভাৰ লগত জড়িত আছিল। কংগ্ৰেছ কৰ্মীও আছিল। সত্ৰতে আয়ুৰ্বেদ চৰ্চাৰ এটি প্ৰতিষ্ঠান খুলিছিল। (১১৪)

**ভুৱন চন্দ্ৰ দাস** (২৫।৯।১৯১৮ - ২৫।৮।১৯৮৩) : জন্ম বকোত। স্থানীয় স্কুলত এম. ভি. শ্ৰেণীলৈকে পঢ়ি ১৯৩০ চনৰ স্বাধীনতা আন্দোলনত যোগ দিয়ে। '৪২ৰ আন্দোলনতো যোগ দি ৩ বছৰমান কাৰাবাস খাটিছিল। জেলৰ পৰা ওলাই ৱাৰ্ধাত 'নয়ী তালিম'ৰ শিক্ষা লয়। উভতি আহি ১৯৪৪ চনত গান্ধীজীৰ আদৰ্শত বকোৰ 'মৌমেন সেৱাশ্ৰম' খোলে। শেষ জীৱনলৈকে ইয়াৰ পৰিচালনাৰ দায়িত্বত আছিল। ১৯৬১ চনত বিনোৱা ভাবে অসমলৈ আহোঁতে তেওঁৰ ভূদান-যজ্ঞলৈ সক্ৰিয় সহযোগিতা আগবঢ়াইছিল। ১৯৭২ চনত ভূমিহীন কৃষকে মাটি পোৱাৰ দাবীত আমৰণ অনশন কৰিছিল। প্ৰাকৃতিক চিকিৎসকো আছিল। *'প্ৰাকৃতিক চিকিৎসা আৰু ৰোগৰ প্ৰতিকাৰ'* নামৰ এখন গ্ৰন্থৰ ৰচক। (৪০০)

**ভুৱনৰাম দাস** (১৮৫৬ - ১২।৮।১৯১৬) : জন্ম গুৱাহাটীৰ ওচৰৰ কুৰুৱাত। পিতৃ দিপক দুখীয়া খেতিয়ক আছিল। গুৱাহাটীৰ এজন লোকৰ ঘৰত থাকি গুৱাহাটী ইংৰাজী স্কুলৰ অষ্টমমান শ্ৰেণীলৈকে পঢ়ি আৰ্থিক অনাটনৰ বাবে পঢ়া বাদ দিয়ে আৰু গুৱাহাটীত জাহাজ কোম্পানীৰ কামত সোমায়। নিজৰ নিষ্ঠাৰ ফলত কোম্পানীৰ উচ্চ চাকৰিয়াল হৈছিলগৈ। বৃটিছৰ প্ৰতি থকা আনুগত্যৰ বাবে ১৯০১ চনত 'ৰায়চাহাব' আৰু ১৯১২ চনত 'ৰায়বাহাদুৰ' খিতাপ পায়। সমাজকৰ্মী আছিল। গুৱাহাটী পৌৰসভাৰ উপসভাপতি, পিছত অসম আৰু পূৰ্ববংগৰ ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হৈছিল। (২৬৪, ২৮৯)

**ভুৱনেশ্বৰ বৰুৱা** ( ।৮।১৮৯৩ - ২৫।৯।১৯৫৬) : জন্ম ডিব্ৰুগড়ৰ খলিহামাৰীত। পিতৃ মজিন্দাৰ বৰুৱা বংশৰ জীৱেশ্বৰ। মাতৃ ফণীধৰ চলিহাৰ* ভনীয়েক গিৰিজা। ১৯১১



ভুৱনেশ্বৰ বৰুৱা

চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা, ১৯১৪ চনত কটন কলেজৰ পৰা দ্বিতীয় বিভাগত আই.এছ.চি পাছ কৰে। ডাক্তৰী পঢ়াৰ ইচ্ছা আছিল যদিও অৰ্থাভাৱত পঢ়িব নোৱাৰি কিছুকালৰ বাবে সহকাৰী স্কুল পৰিদৰ্শক হয়। তুৰাত চাকৰি কৰি থকা অৱস্থাত অসমৰ তেতিয়াৰ শিক্ষাধিকাৰ স্মল চাহাবৰ বদান্যতাত চাকৰি এৰি ১৯১৫ চনত কলিকতা মেডিকেল কলেজত নাম ভৰ্তি কৰেগৈ। ১৯২১ চনত তাৰ পৰাই এম. ডি. উপাধি পায়। এই সময়ছোৱাতে স্বাধীনতা আন্দোলনৰ প্ৰতিও আগ্ৰহী হৈ উঠে। অসমৰ বিভিন্ন ঠাইত এচিষ্টেণ্ট চাৰ্জনৰ কাম কৰি থাকোঁতে ৰাজনৈতিক বন্দীসকলৰ প্ৰতি বিশেষ অনুগ্ৰহ দেখুওৱা বুলি চৰকাৰৰ পৰা অভিযোগ অহাত ১৯২৪ চনত চাকৰি ইস্তফা দিয়ে আৰু গুৱাহাটীত 'শংকৰদেৱ ফাৰ্মাচী'

খোলে। লগতে ভাৰতৰ স্বাধীনতা যুঁজতো সক্ৰিয় ভূমিকা লয়। ১৯৩৯ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি হয়। মৃত্যুকাললৈকে এই পদত আছিল। দেশ স্বাধীন হোৱাৰ পিছত মন্ত্ৰী পদলৈ ইচ্ছা নকৰি গঠনমূলক সামাজিক কামত ব্ৰতী হয়। অতিশয় সৰবৰহী আৰু মানৱদৰদী চিকিৎসক আছিল। গুৱাহাটী বিশ্ববিদ্যালয়, অসম মেডিকেল কলেজ, বৰদলৈ টি. বি. হস্পিটেল আদিৰ স্থাপনত বিশেষ ভূমিকা লৈছিল। শিশুসকলৰ উন্নতিৰ অৰ্থে 'গঞ্জাঁলি সমিতি' নামে এটা অনুষ্ঠান খুলিছিল। খেলা-ধূলা আৰু অভিনয়তো ৰাপ আছিল। গুৱাহাটীৰ ভাস্কৰ নাট্য মন্দিৰত সহ-অভিনয়ৰ পাতনি মেলা সকলৰ অন্যতম। (৪৩)

**ভুৱনেশ্বৰ বাচস্পতি** (১৮ শতিকা) : সম্ভৱ নগাঁও অঞ্চলৰ লোক। ৰাণী চন্দ্ৰপ্ৰভা* আৰু তেওঁৰ পুত্ৰ কছাৰী ৰজা শূৰদৰ্পনাৰায়ণৰ* নিৰ্দেশত কাছাৰৰ খাচপুৰত থাকি *'নাৰদীয় কথামৃত'* নামৰ এখনি পদপুথি ৰচনা কৰিছিল। পুথিখনি বৃহন্নাৰদীয় পুৰাণৰ অনুবাদ। (২০০, ২৬৬)

**ভুৱনেশ্বৰী (১)** (১৬ শতিকা) : শংকৰদেৱৰ* জ্ঞাতিভাই ৰামৰায়ৰ* কন্যা। চিলাৰায়ে* বিয়া কৰিছিল। তেওঁৰ মুখত শংকৰদেৱ ৰচিত বৰগীত শুনি চিলাৰায় শংকৰদেৱৰ প্ৰতি আকৃষ্ট হয় আৰু তেওঁত শৰণ লয়। (২০৩, ২০৯)

**ভুৱনেশ্বৰী (২)** (১৬ শতিকা) : হৰিদেৱৰ* জ্যেষ্ঠা কন্যা। হৰিদেৱৰ পুত্ৰ সকতে ঢুকোৱাত তেওঁ ভুৱনেশ্বৰীকে নিজৰ মানেৰি সত্ৰৰ অধিকাৰ পাতি গৈছিল। তিৰোতা মানুহ সত্ৰাধিকাৰ হোৱা এয়ে প্ৰথম। (২০৩)

**ভূতিবৰ্মন** (?— আ. ৫৫৫) : পিতৃ নাৰায়ণ বৰ্মন*। বৰ্মন বংশৰ অন্যতম ক্ষমতাশালী ৰজা। চিলেট আৰু ত্ৰিপুৰা কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ উপৰিও উত্তৰ বংগৰো ভালেখিনি অঞ্চল অধিকাৰ কৰি এক বিশাল সাম্ৰাজ্যৰ অধিকাৰী হৈছিল। প্ৰায় ৪৫ বছৰীয়া শাসনকালত দুবাৰকৈ অশ্বমেধ যজ্ঞ পাতিছিল। (৪৪, ১৫৮, ২৯৮)

**ভূধৰ আগমাচাৰ্য** (১৭ শতিকা) : ১৬০০ চন মানত কনৌজৰ পৰা অসমলৈ অহা ভাৰ্গৱ নামে এজন ব্ৰাহ্মণৰ পুত্ৰ। ১৬৩০-৪০ চনত স্বৰ্গদেউ প্ৰতাপ সিংহই* নেঘেৰিটিঙত শিৱমন্দিৰ সাজি তাৰ ৰঙঠাকুৰ পাতে আৰু অনেক মাটি-বৃত্তি দিয়ে। শেষ জীৱন মাজুলীত কটাইছিল। (৮৮)

**ভূধৰ সিংহ গোহাঁই** (১৮ শতিকা) : পিতৃ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ* ৰৰপুত্ৰ চাৰু সিংহ*। মাতৃ গৌৰী (?)। লক্ষ্মী সিংহ* স্বৰ্গদেউৰ বিৰুদ্ধে বিদ্ৰোহ কৰা অপৰাধত মৃত্যুদণ্ডেৰে দণ্ডিত হয়। (২৮২, ২৮৭, ২৮৮)

**ভূষণ দ্বিজ** (১৬-১৭ শতিকা) : পিতৃ কামৰূপৰ চিলা-গাঁৱৰ চক্ৰপাণি। শংকৰদেৱে* পাটবাউসীত থাকোঁতে চক্ৰপাণিয়ে শংকৰদেৱত শৰণ লয়। তেওঁৰ দ্বিতীয় পুতেক। আন নাম ভূষণানন্দ। জনিয়াৰ বিষ্ণুপুৰ সত্ৰত থাকি *'শংকৰ-চৰিত'* ৰচনা কৰে ১৬৩০ চনমানত। *'অজামিল উপাখ্যান'*, *'স্যমন্ত হৰণ'* নামে দুখন নাটকৰো ৰচক। (২০০, ২০৪)

**ভৈৰৱ চন্দ্ৰ খাটনিয়াৰ** (১৮৮৯ - ৩১।১২।১৯৩১) : জন্ম বজালী অঞ্চলৰ কালজিৰা পাৰাত। বৰপেটা হাইস্কুলত দশমমানলৈকে পঢ়ি যোৰহাট নৰ্মাল স্কুলত ভৰ্তি হয়। পাছ কৰি তাতে শিক্ষকতা কৰিছিল। ১৯২০ চনত যমুনেশ্বৰীৰ* স'তে বিয়া হয়। অৱসৰ লৈ পৈত্ৰিক গাঁৱত থাকোঁহি আৰু তাতে মৃত্যু হয়। সাহিত্যিক আছিল। ১৯২৭ চনত *'সেৱা'* নামৰ কবিতা-পুথি প্ৰকাশ পাইছিল। *ঈচপৰ কথা*, *আত্মজীৱনী* আদি পুথি অপ্ৰকাশিত। (২০৭)

**ভোগীৰথ ভূঞা** (১৬ শতিকা) : পিতৃ নাৰায়ণ ভূঞা*।

পিতৃৰ মৃত্যুৰ পিছত বিশ্বসিংহৰ* গোমস্তা হিচাপে উত্তৰ কামৰূপৰ একাংশত ৰাজত্ব কৰিছিল। ৰাজধানীৰ নাম আছিল 'তাপা'। বিশ্বসিংহৰ বিৰুদ্ধে যুঁজি স্বাধীন হবলৈ চল চাই আছিল। কিন্তু আন ভূঞাসকলে সহযোগিতা নকৰাত বিফল হয়। হৰিদেৱৰ* শিষ্যত্ব লৈছিল। (২৯৯)

**ভোগেশ্বৰ দত্ত** (? - ৮।৯।১৯৭৩) : গোলাঘাটৰ মানুহ। অসমত হোমিও চিকিৎসাৰ বাটকটীয়া। ১৯৪৬ চনত 'আছাম হোমিও এণ্ড পাব্লিক হেল্থ্ এচোছিয়েছন' গঠন কৰি তাক তেতিয়াৰ গভৰ্ণৰৰ হতুৱাই অনুমোদন কৰাই লৈছিল। ১৯৪৭ চনত গোলাঘাটত অসমৰ প্ৰথম হোমিও বিদ্যালয় স্থাপন কৰে। ভালেমান ছাত্ৰক হোমিওপেথি পঢ়িবলৈ কলিকতালৈ পঠিয়াইছিল। সাহিত্য-চৰ্চাতো ৰাপ আছিল। (৩৮০ঘ)

**ভোগেশ্বৰী ফুকননী** (১৮৮৫ - ২০।৯।১৯৪২) : জন্ম নগাঁৱৰ বঢ়মপুৰ অঞ্চলৰ ভেৰভেৰী গাঁৱত। পিতৃ



ভোগেশ্বৰী ফুকননী

আত্মাৰাম, মাতৃ নীলেশ্বৰী। স্বামী ভোগেশ্বৰ ফুকন। স্বাধীনতা আন্দোলনৰ কৰ্মী আছিল। বঢ়মপুৰৰ কংগ্ৰেছ কেম্প পুলিচৰ হাতৰ পৰা উদ্ধাৰ পোৱাৰ উপলক্ষে কংগ্ৰেছৰ শান্তি বাহিনীয়ে ভোজ পাতিছিল। ইয়াত ভয় খাই ইংৰাজ চৰকাৰে মিঃ ফিনিচ নামে এজন কেপ্টেইনৰ অধীনত এটা সেনাদল পঠায়। তেতিয়া ভোজত উপস্থিত থকা সকলোৱে হাতে হাতে কংগ্ৰেছৰ পতাকা লৈ ওলাই আহে। কেপ্টেইন ফিনিচে ৰত্নমালা নামে এগৰাকী গাভৰুৰ হাতৰ পৰা পতাকা কাঢ়ি লৈ অহাত সেই অসম্মান সহিব নোৱাৰি ফুকননীয়ে তেওঁৰ হাতত থকা পতাকাখনৰে কেপ্টেইনৰ মূৰত এটা মাৰ সোধায়। অপমানিত হৈ কেপ্টেইনে তেওঁলৈ গুলি কৰে আৰু সেই আঘাততে শ্বহীদ হয়। (৪৩, ১১১)

**ভোটাই ডেকা শইকীয়া** (১৭ শতিকা) : নগাঁৱৰ খৰঙী খেলৰ কলিতা কুলৰ মানুহ। মোগল সৈন্য কলিয়াবৰত সোমোৱাত মীৰজুমলাক সহায় কৰিছিল। এবাৰ লালুকসোলা বৰফুকনৰ* বাৰীত সোমোৱা ভালুক এটাক পৰাক্ৰমেৰে বধ কৰাত লালুকে তেওঁক সদিয়াৰ কেঁচাইখাতী গোসানীৰ সমুখত বলি দিবলৈ ঠিৰাং কৰে। সেই কথা গম পাই মাধ তামুলী আৰু আঘোনা কছাৰী নামে দুজন লোকৰ লগ লাগি লালুক আৰু তেওঁৰ তিনি পুতেকক হত্যা কৰে। এই কাৰ্যৰ পিছত ক্ষমতাশালী হৈ উঠে। নিজে বিষয়া নিয়োগ কৰিবলৈ ধৰাত ল'ৰা ৰজাই* তেওঁক গড়গাঁৱলৈ মাতি নিয়ে আৰু পদবী কাঢ়ি শাস্তি নিদিয়াকৈ এৰি দিয়ে। কিন্তু গড়গাঁৱৰ পৰা নগাঁৱলৈ নাৱেৰে গৈ থাকোঁতে কলিয়াবৰত হলৌ ডেকাফুকনে পাই তেওঁক পুনৰ বন্দী কৰে আৰু ৰজাৰ অনুমতি সাপেক্ষে তেওঁৰ নাক-কাণ কাটে আৰু এটা চকু উঘালে। (২০০, ২০৩)

**ভোলানাথ দাস** (১৮৫৮ - ১৯২৯) : জন্ম নগাঁৱত। পিতৃ বাপিৰাম বৰা। মাতৃ পদ্মাৱতী। নগাঁও হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৮৭৯ চনত কলিকতাৰ মেট্ৰ'পলিটান স্কুলত নাম লগায়। কিন্তু শিক্ষা সাং কৰিব নোৱাৰিলে। ১৮৮১ চনত চাৰ্ভেয়ৰৰ চাকৰি, পিছত কিছুদিন

শিক্ষকতা কৰি ১৮৮৮ চনত মাটিৰ হাকিম হয়। ১৯১২ চনত ছেটলমেণ্ট অফিচাৰ ৰূপে অৱসৰ লৈ গুৱাহাটীত স্থায়ীভাবে বাস কৰে। জৰীপৰ কামৰ উপৰিও কাঠমিস্ত্ৰীৰ



ভোলানাথ দাস

কাম ভাল জানিছিল। *'পৰিমিতি আৰু জৰীপ'* বুলি এখন পুথিও লিখিছিল।

খ্যাতিমান কবি। *'সীতাহৰণ কাব্য'* (১৮৭১ ৭৩) তেওঁৰ শ্ৰেষ্ঠ কৃতি। ৰমাকান্ত চৌধুৰীৰ* পিছত অমিত্ৰাক্ষৰ ছন্দত প্ৰথম কাব্য ৰচনা কৰোঁতা। অন্যান্য পুথি হ'ল শিশুৰ উপযোগীকৈ লিখা দুই খণ্ডৰ *'কবিতমাল'* (১৮৮১ ৮৩), দুই খণ্ডৰ *'চিন্তা তৰঙ্গিনী'*(১৮৮৯) আসাম বন্ধু, আসাম বিলাসিনী আদি কাকতত কবিতা লিখিছিল। আসাম বিলাসিনীত ওলোৱা তেওঁৰ কবিতাৰ বিৰূপ সমালোচনা সহ্য কৰিব নোৱাৰি শেষলৈ সাহিত্য চৰ্চা ত্যাগ কৰে। পুত্ৰ লক্ষ্মীনাথ দাস।* (৩, ১৩, ১২৮, ২৬৬)

**ভোলানাথ বৰুৱা** ( ? - ৩০।৫।১৯২৩) : জন্ম পুৰণি গুদামত। সম্পৰ্কীয় ককায়েক মাণিকচন্দ্ৰ বৰুৱাৰ* গুৱাহাটীত থকা ব্যৱসায়িক প্ৰতিষ্ঠান 'এম. চি. বৰুৱা এণ্ড কোম্পানী'ৰ মেনেজাৰ হিচাপে কাম কৰিছিল। ১৮৯০-৯১ চন মানত মাণিকচন্দ্ৰক হঠাতে এৰি কলিকতালৈ যায় আৰু তাত স্বাধীন ব্যৱসায় আৰম্ভ কৰে। প্ৰথমে কপাহৰ ব্যৱসায়, পিছত চাহপাতৰ ব্যৱসায় কৰি শেষত ৰেল লাইনৰ 'স্লিপাৰ'



ভোলানাথ বৰুৱা

যোগান ধৰা কামত লাগে। কলিকতাত লক্ষ্মীনাথ বেজবৰুৱাৰ* লগতে আছিল আৰু তেওঁৰ উদগনিতে লক্ষ্মীনাথো তেওঁৰ ব্যৱসায়ৰ সহযোগী হয়। লক্ষ্মীনাথক নিজৰ ভায়েক বুলি চিনাকি দিছিল আৰু ব্যৱসায়িক প্ৰতিষ্ঠানটোৰ নাম থৈছিল 'এল. এল. বি. বৰুৱা এণ্ড কোম্পানী।' ১৯০৩ চন মানত দুয়োৰে বিচ্ছেদ হয়।

তীক্ষ্ণ ব্যৱসায়িক বুদ্ধিৰ মানুহ আছিল। অজস্ৰ ধন ঘটিছিল। কলিকতা, চিমলা আদিত ঘৰ সাজিছিল। চাহাবপ্ৰেমী আছিল আৰু নিজেও চাহাবী ঢঙৰ মানুহ আছিল। ১৯০৮ চনত বিলাতলৈ গৈ তাত ছমাহমান আছিলগৈ। প্ৰিন্স অৱ ৱেলচ ভাৰতলৈ আহোঁতে তেওঁৰ আগমন উপলক্ষে অসম চৰকাৰক এক লাখ টকা দান দিছিল যোৰহাটত প্ৰিন্স অৱ ৱেল্‌চৰ নামত এটা কাৰিকৰী স্কুল খুলিবলৈ। কলিকতাত থকা অসমীয়া ছাত্ৰ দুৰৱস্থাত পৰিলে টকা-পইচা দি সহায় কৰিছিল। 'অসমীয়া সাহিত্যৰ চানেকি' গ্ৰন্থ ছপাবৰ নিমিত্তে কলিকতা বিশ্ববিদ্যালয়ক দহ হেজাৰ টকা দান দিছিল

অবিবাহিত আছিল। ভতিজাক ভুৱনচন্দ্ৰক (উমেশচন্দ্ৰ বৰুৱাক* ) পোষ্যপুত্ৰ হিচাপে তুলি লৈছিল। (২১৩, ২১৯, ২৪৬ক)

**ভ্ৰমৰচন্দ্ৰ শইকীয়া** (কুৰি শতিকা) : জাঁজী অঞ্চলৰ লোক। সাহিত্যিক তথা সমাজ-সেৱক আছিল। কমলচন্দ্ৰ বৰুৱা* প্ৰতিষ্ঠিত 'বৰদৈচিলা' আলোচনীৰ সতে জন্মলগ্নৰ পৰাই সংযুক্ত আছিল। নিজাকৈয়ো 'ভ্ৰমৰ' নামৰ এখন আলোচনী উলিয়াইছিল। অসম চুতীয়া সন্মিলনৰ সক্ৰিয় সদস্য আছিল। (৪০০)

# ম

**মইনুল হক চৌধুৰী** (১৯২৩—) : জন্ম শিলচৰৰ সোণাইত। পিতৃ মণ্টাজিৰ আলি চৌধুৰী। শিলচৰ ছোৱালী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কটন কলেজৰ পৰা আই. এ., কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা বি.এ. আৰু আলিগড মুছলিম বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰে। আলিগড বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী আৰু ৰাজনীতি বিজ্ঞানৰ এম. এ. পৰীক্ষাত প্ৰথম হোৱা অবিভক্ত ভাৰতৰ তৃতীয় ব্যক্তি। পিছত আইনৰ উপাধি লৈ ওকালতিত লাগে। দক্ষ উকীল আছিল।

ৰাজনীতিত ছাত্ৰাৱস্থাৰ পৰাই যোগ দিছিল। দেশ বিভাজনৰ পূৰ্বে 'সদৌ ভাৰত মুছলিম ছাত্ৰ সন্থা'ৰ সাধাৰণ সম্পাদক আছিল। ৰাজনৈতিক কাৰণত ১৯৪৭ আৰু ১৯৫০ চনত দুবাৰো কাছাৰত অন্তৰীণ হৈ আছিল। ১৯৫২ চনত অসম বিধান সভালৈ নিৰ্বাচিত হয়। ইয়াৰ পৰৱৰ্তী বিধান সভাৰ নিবাৰ্চনবিলাকতো (১৯৫৭, ১৯৬২, ১৯৬৭) কংগ্ৰেছ প্ৰাৰ্থীৰূপে জয়ী হৈ কেইবাবাৰো মন্ত্ৰীপদ পাইছিল। ১৯৬৭ চনত ভাৰতৰ প্ৰতিনিধিৰূপে ৰাষ্ট্ৰসংঘৰ অধিবেশনত যোগ দিছিল। ১৯৭১ চনত কেন্দ্ৰীয় মন্ত্ৰীসভাৰ কেবিনেট পৰ্যায়ৰ মন্ত্ৰীপদ লাভ কৰিছিল। (৩২৪, ৩২৫)

**মংগল কুৰ্মী** ( ? - ২০।৯।১৯৪২) : জন্ম দৰং জিলাৰ নাহৰণি মৌজাৰ কমাৰপথাৰ গাৱঁত। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ গুলিত ছহীদ হয়। (১১১)

**মগলৌ কুৰঁৰী : কুৰঙ্গনয়নী** চাওক।

**মঘাই ওজা** (১৯১৬-১৫।৩।১৯৭৮) : জন্ম যোৰহাটৰ ওচৰৰ আখৈবাৰী গাঁৱত। পিতৃ বোপাটি বৰুৱা, মাতৃ



মঘাই ওজা

কুতুলী। কম বয়সতে মাউৰা হৈ আৰ্থিকভাৱে সম্বলহীন হোৱাত পঢ়া-শুনা কৰা নহ'ল। ওচৰৰ চাহ বাগিচা এখনত দিন হাজিৰা হিচাপে কাম কৰি ডিম্বেশ্বৰ গগৈ নামৰ ঢুলীয়া এজনৰ পৰা ঢোল বজাবলৈ শিকে। পিছত অসমৰ এগৰাকী প্ৰখ্যাত ঢুলীয়া হয়গৈ। ১৯৫৪ চনত কলিকতাত বহা ভাৰতীয় গণনাট্য সংঘৰ অধিবেশনত হেমাংগ বিশ্বাসৰ* উদ্যোগত যোগদান কৰে আৰু ঢুলীয়া বিদ্যা প্ৰদৰ্শন কৰি খ্যাতি আৰ্জে। পিছৰ বছৰত গুৱাহাটীত বহা গণনাট্য সংঘৰ অধিৱেশনতো যোগ দি ভাৰতৰ বহু গুণী লোকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। ১৯৫৮ চনত দিল্লীত অনুষ্ঠিত

হোৱা অধিবেশনত যোগ দিও বিশেষ খ্যাতি আৰ্জে। গণনাট্য সংঘৰ এটা সাংস্কৃতিক দলৰ সভ্য হিচাপে নৰহৰি বুঢ়া ভকত* আদিৰ লগত মাদ্ৰাজলৈ গৈছিল আৰু ৰুক্মিণী আৰুণ্ডেলৰ বিখ্যাত কলাক্ষেত্ৰলৈ নিমন্ত্ৰিত হৈছিল। পিছত দলটোৱে বিহাৰৰ পাটনা, গাজীপুৰ আদি ঠাইতো অনুষ্ঠান দেখুৱাইছিল। ১৯৬৩ চনত অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ সৌজন্যত মহাৰাষ্ট্ৰ আৰু কেৰালাৰ বিভিন্ন ঠাইত ঢুলীয়া বিদ্যা প্ৰদৰ্শন কৰিছিল। এগৰাকী গণশিল্পী আছিল। অসমৰ ৰাইজে 'ওজা' উপাধিৰে বিভূষিত কৰিছিল। কৰ্কট ৰোগত মৃত্যু হয়। (১৫১)

**মণিগোবিন্দ চক্ৰৱৰ্তী** (২১।৪।১৮৯১ - ২১।৪।১৯৭৩): জন্ম ধুবুৰীৰ ওচৰৰ ছত্ৰশালত। পিতৃ দৌলগোবিন্দ, মাতৃ নিত্যময়ী। গৌৰীপুৰ পি.চি. ইনষ্টিটিউটৰ পৰা ১৯১৪ চনত প্ৰৱেশিকা পাচ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। তাৰ পৰা উৰ্ভাত আহি কটন কলেজৰ পৰা বি. এ. পাছ কৰে। পিছত কলিকতাৰ পৰা বি. এল. উপাধিও লয়। ১৯২১ চনত স্বাধীনতা আন্দোলনত যোগ দিয়ে। ১৯৪২ চনৰ আন্দোলনতোভাগ লৈছিল। কৃতী শিক্ষক, উকীল, সমাজকৰ্মী আৰু অসমীয়া ভাষানুৰাগী লোক আছিল। খেলুৱৈ আৰু তবলাবাদক হিচাপেও খ্যাতি আৰ্জিছিল। (৪৩ক)

**মণিৰাম কছাৰী** (১৮৮৭ - ২০।৯।১৯৪২): ঢেকিয়াজুলিৰ মানুহ। ১৯২১ চনৰ পৰাই স্বাধীনতা সংগ্ৰামত লিপ্ত আছিল। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ গুলিত ছহীদ হয়। (১১১)

**মণিৰাম দত্ত মুক্তিয়াৰ** (১৮৮১ - ১৯৬৬): জন্ম গোলাঘাটৰ বোগনীয়া মৌজাৰ খন্দীয়া গাঁৱত। ছবছৰ বয়সৰ পৰা কমলাবাৰী সত্ৰত ডাঙৰ-দীঘল হয়। ১৯২০ চনত সত্ৰৰ মুক্তিয়াৰ পদ পায়। সত্ৰতে গীত-বাদ-নৃত্যৰ শিক্ষা লৈছিল। অসমৰ বিভিন্ন ঠাইত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰাৰ উপৰিও দিল্লী প্ৰমুখ্যে অসমৰ বাহিৰতো নৃত্য দেখুৱাইছিল। ১৯৫৭ চনত ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰে। (৩৩৬)

**মণিৰাম দেৱান** ( ।৩।১৮০৬ ২৬।২।১৮৫৮): জন্ম চাৰিঙত। পিতৃ ৰামদত্ত আহোমৰ দিনত দোলাকাষৰীয়া বৰুৱা আৰু তিনিখন মৌজাৰ মৌজাদাৰ আছিল। মাতৃ কৌশল্যা। মানৰ আক্ৰমণৰ পৰা হাত সাৰিবলৈ চৈধ্য বছৰমান বয়সত পিতৃ পৰিয়ালেৰে সৈতে ভাটীলৈ যায় আৰু গোৱালপাৰা, ৰংপুৰ আদি অঞ্চলত কিছুকাল থাকে। বৃটিছে মানক খেদিবলৈ অহাত তেওঁলোকৰ সৈতে পুনৰ উজাই আহে। চিংফৌসকলৰ লগলাগি মানে দেশ পুনৰ আক্ৰমণ কৰিবলৈ চক্ৰান্ত কৰাত নিউভিল চাহাবৰ লগত সেই বিদ্ৰোহ দমাবলৈ গৈছিল। পিছত জয়ন্তীয়াসকলক দমাবলৈ ডেভিদ স্কটৰ সংগী হৈছিল। ১৮২৮ চনত বৃটিছে তেওঁক ৰংপুৰৰ চিৰস্তাদাৰ আৰু তহবিলদাৰ পাতে। বৃটিছে গতা বৰ পঞ্চায়ত, সৰু পঞ্চায়ত আৰু চৰাচৰি পঞ্চায়ত — তিনিখনৰে তেওঁ মুৰব্বী আছিল। বৃটিছে কৰা শান্তিৰক্ষক বাহিনী এটাৰো কাপ্তান হৈছিল। ১৮৩৩ চনত পুৰন্দৰ সিংহই* পুনৰ ৰাজপাট পোৱাত ৰাজাৰ বৰভাণ্ডাৰী বা ঘাই মন্ত্ৰী হয়। দক্ষতাৰে ৰাজ্য চলাইছিল। ১৮৩৭ চনত পুৰন্দৰ সিংহ ডগা যোৱাত সকলো বিষয় লোপ পালে। মাথোন চেৰেকাপাৰ, মেটেকা আৰু কোঁৱৰপুৰ — এই তিনিখন মৌজাৰ মৌজাদাৰ হৈ মাহে মাত্ৰ পঞ্চাশ টকা পাইছিল। মৌজাদাৰী কাম ইস্তফা দি কলিকতালৈ যায় আৰু ডেপুটি গভৰ্ণৰ জেনেৰেলক লগ ধৰি পুৰন্দৰৰ সম্পৰ্কীয় কোনোবা এজনক, নহ'লে তেওঁকে ৰজা পাতিবলৈ অনুৰোধ জনায়। কিন্তু বৃটিছৰ পৰা কোনো উৎসাহ নোপোৱাত ১৮৩৯ চনত নৱগঠিত 'আচাম টি কোম্পানী'ৰ দেৱান পদ গ্ৰহণ কৰে আৰু নাজিৰাত থাকিবলৈ লয়। কৰ্তৃপক্ষৰ লগত এখনা

ওখনি লাগি ১৮৪৫ চনত এই কাম ইস্তফা দিয়ে আৰু যোৰহাটৰ চেনিমৰাত আৰু শিৱসাগৰৰ ওচৰৰ চিংলৌত নিজাকৈ দুখন চাহ বাগিচা খোলে। প্ৰথম অসমীয়া চাহ খেতিয়ক আছিল। ১৮৫৩ চনত মোফাট মিলচ্ অসমলৈ আহোঁতে এখন নিজাববীয়াকৈ আৰু এখন ঘনকান্ত সিংহ যুৱৰাজৰ হৈ মুঠ দুখন আবেদন পত্ৰ তেওঁক দিছিল য'ত নিজৰ তথা পুৰণি আহোম বিষয়াসকলৰ দুখ দুৰ্দশাৰ কথা বৰ্ণনা কৰিছিল। আহোম ৰাজবংশৰ দুৰ্গতিৰ কথা গভৰ্ণৰ জেনেৰেলৰ আগত ব্যক্ত কৰিবৰ অৰ্থে ১৮৫৬ চনত কন্দৰ্পেশ্বৰ সিংহৰ* প্ৰতিনিধি হিচাপে কলিকতালৈ যায়। এনে সময়তে ভাৰতৰ প্ৰথম স্বাধীনতা আন্দোলনৰ সূত্ৰপাত হোৱাত তাত গোপনে ভাগ লৈ কন্দৰ্পেশ্বৰক ৰজা পাতিবলৈ চেষ্টা কৰে। কিন্তু কলিকতাতে ধৰা পৰে আৰু ৰাজদ্ৰোহৰ অপৰাধত পিয়ালী বৰুৱাৰ* সৈতে যোৰহাটত মুৰ্কলিকৈ তেওঁক ফাঁচী দিয়া হয়।

উনৈশ শতিকাৰ আগছোৱাৰ অসমৰ এজন ক্ষমতাশালী লোক আছিল। সৰ্বসাধাৰণৰ মাজত 'কলিতা ৰজা' নামে জনাজাত আছিল। ব্যৱসায-বাণিজ্যৰ সুবিধাৰ অৰ্থে অসমৰ বিভিন্ন ঠাইত হাট বহুৱাইছিল। অসমত লোৰ পুং, সোণ কমোৱা ব্যৱসায় আদি সম্পৰ্কে অনুসন্ধান চলাইছিল। ১৮৩৮ চনত ফাৰ্চী-বাংলা মিশ্ৰিত অসমীয়া ভাষাৰে *'বুৰঞ্জী বিবেকৰত্ন'* নামেৰে অসমৰ এখন বিস্তৃত বুৰঞ্জী ৰচনা কৰিছিল। তাৰে প্ৰথম অংশটোহে সম্প্ৰতি পোৱা যায়। কলিকতীয়া কাকত 'সমাচাৰ দৰ্পণ'তো প্ৰৱন্ধ-পাতি লিখিছিল। আঢ্যৱন্ত লোক আছিল। অসমৰ আঠখন ঠাইত স্থায়ী ঘৰ-বাৰী আছিল। (১৮৪)

**মণিৰাম নাথ ( ? - ১৯৪২) :** জন্ম তেজপুৰৰ ওচৰৰ বেছেৰীয়া গাঁৱত। বিয়াল্লিশৰ আন্দোলনৰ সময়ত তেজপুৰ কাছাৰীত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ আঘাতত ঘূণীয়া হৈ মৃত্যুমুখত পৰে। (৪৩ক)

**মতিৰাম বৰা (১৮৮৭ - ১৫।১০।১৯৬২) :** জন্ম মৰিগাঁও অঞ্চলৰ বৰগোৱাৰীত। পিতৃ বুদুৰাম সাধাৰণ খেতিয়ক আছিল মাতৃ ৰূপহী। প্ৰাথমিক শিক্ষা গাৱতে সাং কৰি



মতিৰাম বৰা

১৯১৭ চনত নগাওঁ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা, ১৯২১ চনত কটন কলেজৰ পৰা বুৰঞ্জীত অনাৰ্চ সহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইতিহাসত এম.এ., লগতে বি.এল. উপাধি লৈ ১৯২৫ চনত নগাঁৱত ওকালতি আৰম্ভ কৰে। ১৯২৬ চনত ৰহা চাৰ্কোলৰ লোকেল বোৰ্ডৰ সদস্য হৈ ১৯৫০ চন পৰ্যন্ত ইয়াৰ ভাইচ চেয়াৰমেন, চেয়াৰমেন আদি হৈ আছিল। ১৯৩০ চনত আইন অমান্য আন্দোলনত যোগ দি কাৰাদণ্ড ভোগে। কিছুদিনৰ বাবে কংগ্ৰেছ এৰি তৰুণৰাম ফুকনৰ* সংযুক্ত দলত যোগ দিয়ে। ১৯৩৭ চনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে থিয় হৈ কংগ্ৰেছৰ হাতত পৰাস্ত হয়। পিছত পুনৰ কংগ্ৰেছত যোগ দিয়ে। বিয়াল্লিশৰ আন্দোলনত দুবছৰ কাৰাবাস খাটি ১৯৪৫ চনত পুনৰ জেললৈ যায়। ১৯৪৭ চনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৫০ চনত

বৰদলৈ মন্ত্ৰীসভাত মন্ত্ৰীপদ লাভ কৰে। ১৯৫১ চনৰ পৰা মেধি মন্ত্ৰীসভাতো সাত বছৰ আছিল। নগাঁও জিলাৰ হকে ভালেমান কাম কৰিছিল। নগাঁও কলেজ, শ্ৰীমন্ত শংকৰ মিছন আদিৰ প্ৰতিষ্ঠাৰ গুৰিত আছিল। (৪৩, ৩২৪)

**মতিলাল দাস** (১৮৯০ - ১৪।৪।১৯৬০): জন্ম বৰপেটাত। সৰুতে ঘাটমাউৰা হোৱাত খুড়াক গোলোকচন্দ্ৰই ডাঙৰ-দীঘল কৰে। গৌৰীপুৰৰ স্কুলত নাম লগাই দিয়া হৈছিল। তাতে সংগীতৰ প্ৰতি আসক্ত হৈ পঢ়া-শুনাৰ ফালে পিঠি দিয়াত খুড়াকে ঘৰলৈ নিবলৈ আহোঁতে পলাই গৈ যাত্ৰাদলত যোগ দিয়ে। ১৯০৬ চনত যোৰহাটত জগন্নাথ বৰুৱাই* পাই সংগীত-চৰ্চাৰ ব্যৱস্থা কৰি দিয়ে। যোৰহাটতে এটা অৰ্কেষ্ট্ৰা আৰু বেণ্ড পাৰ্টি খুলি উজনীৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিছিল। ১৯২০ চনত খুড়াকৰ নিৰ্দেশত বিভূতিভূষণ বেনাৰ্জী নামে এজন লোকৰ তত্ত্বাৱধানত ধ্ৰুপদী সংগীতৰ শিক্ষা লয় আৰু যোৰহাটতে সংগীতৰ শিক্ষক হয়। ১৯৪২ চনত বৰপুতেকৰ মৃত্যুত আঘাত পাই বৰপেটালৈ আহে। তাতে মৃত্যু হয়। (১১২)

**মথুৰা ডেকা**(২০।১১।১৯২৪ - ৯।১১।১৯৯০): জন্ম কামৰূপ জিলাৰ কৰৰাত। পিতৃ খ্যাতিমূল। স্থানীয় হাইস্কুলত পঢ়ি থকা কালতে বামপন্থী ভাৱধাৰাৰ প্ৰতি আকৃষ্ট হয়। ৪২ৰ আন্দোলনত ভালেমান মাহ আত্মগোপন কৰি আছিল। চি-পি-আই দলৰ প্ৰাৰ্থী হিচাপে ১৯৮৩ চনত বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। নিজ অঞ্চলৰ উন্নয়নমূলক কাম-কাজৰ লগত জড়িত আছিল। সাহিত্য চৰ্চাও কৰিছিল। ভালেমান নাটক, প্ৰবন্ধ আৰু কবিতা পুথিৰ ৰচক। (৩৮০ঘ)

**মথুৰাদাস বিদ্যালংকাৰ** (আ. ১৬ শতিকা): *'সময়ামৃত'* আৰু *'অদ্ভুত'* নামৰ দুখন জ্যোতিষৰ পুথিৰ ৰচক। (২০৫)

**মথুৰাদাস বুঢ়া আতা** (১৬-১৭ শতিকা): জন্ম উজনীৰ খনা-খোকৰা নামে ঠাইত। পিতৃদত্ত নাম গোপাল। মোগল আক্ৰমণৰ ফলত হোৱা দুৰ্ভিক্ষৰ সময়ত প্ৰথমে নগাঁও, পিছত মঙ্গলদৈ আৰু শেষত বৰপেটাৰ তাঁতিকুছিলৈ আহে। ইয়াত তাঁতীৰ কাম কৰিছিল। শংকৰদেৱে* বৃন্দাবনী কাপোৰ এই গাঁৱতে বোৱাইছিল। প্ৰথমে চৈতন্য ধৰ্মাৱলম্বী আছিল আৰু ওঠৰজন সংগীৰে সৈতে চৈতন্য পাঁচালি গাই ফুৰিছিল। ঠাকুৰ আতাই* তেওঁক আৰু তেওঁৰ দলটোক সুন্দৰীদিয়াত থকা মাধৱদেৱৰ* ওচৰলৈ লৈ আহে। ইয়াতে সদলে শংকৰী ধৰ্মত দীক্ষিত হয় আৰু মথুৰাদাস নাম পায়। মাধৱদেৱে তাঁতীকুছিলৈ আনি তাত থান পাতি দিছিল। এয়ে বৰপেটা সত্ৰৰ সূত্ৰপাত। মাধৱদেৱৰ শেষ বয়সত কোচবিহাৰলৈ যোৱাত বৰপেটা সত্ৰৰ অধিকাৰ হয়। তেওঁৰ অবিহনত সত্ৰৰ ভাৰ লওঁতাজনক, ভকতসকলৰ মাজৰ পৰাই বাছি উলিয়াবলৈ ভকতসকলক নিৰ্দেশ দি গৈছিল। এই নিয়ম বৰপেটা সত্ৰত এতিয়াও আছে। সংসাৰী আছিল। তেওঁৰ একেটি পুত্ৰ বালি তেওঁতকে আগেয়ে ঢুকায়। (৮৩, ২০০, ২০৩, ২১০)

**মথুৰামোহন বৰুৱা** (১৮৬৩ - ৭।৬।১৯১৯): জন্ম গুৱাহাটীত। পিছত খৃষ্টান হৈ আৰ চি. বেঞ্জামিন নাম লোৱা ককায়েক ৰাধিকাচন্দ্ৰৰ সহায়ত বোম্বেত ডাক্তৰী পঢ়িছিল। কিন্তু পঢ়া সাং নকৰি পোনতে বোম্বেৰ 'ইণ্ডিয়ান স্পেক্টেটৰ', পিছত হায়দৰাবাদৰ 'চেম্পিয়ন' কাকতৰ কামত সোমায়। হায়দৰাবাদত থাকোঁতে সৰোজিনী নাইডুৰ দেউতাক অঘোৰনাথ চট্টোপাধ্যায়ৰ পৰিয়ালৰ লগত সম্ভাৱ জন্মে। পিছুদিন এই পৰিয়ালটোত ঘৰুৱা শিক্ষকতাও কৰিছিল। মাজতে কিছুদিন কলিকতাতো আছিল। অসমলৈ আহি তেজপুৰৰ পৰা ওলোৱা সাহিনীয়া কাকত 'অসম বন্তি'ৰ সম্পাদক হয়। এবছৰমান পিছত এই কাম এৰি দি গুৱাহাটীৰ নিজা ঘৰলৈ আহে আৰু 'ভিক্টোৰীয়া প্ৰেছ'

নামে এটা ছপাখানা খোলে। ইয়াতে সত্যনাথ বৰা* সম্পাদিত 'জোনাকী' কাকত পুনৰ ছপা হৈছিল। ১৯০৬ চনৰ অক্টোবৰ মাহত এই ছপাখানাৰ পৰাই 'এডভোকেট অব আচাম' নামৰ এখন সাদিনীয়া ইংৰাজী কাকত উলিয়ায় আৰু নিজে সম্পাদক হয়। অনিয়মীয়াকৈ হ'লেও ১৯১২ চন পৰ্যন্ত এই কাকত জীয়াই আছিল। ১৯১২ চনত পক্ষাঘাত ৰোগত আক্ৰান্ত হয় আৰু ইয়াৰ সাত বছৰৰ পিছত গুৱাহাটীতে ঢুকায়। (১৬৩, ২৬১খ)

**মদন আতা** ( ? ১৮ শতিকা) : নৰোৱা সত্ৰৰ ৰামচন্দ্ৰ আতাৰ* সমসাময়িক। অনেক গীত, পদ, ভটিমা আৰু বংশাৱলীৰ ৰচক। (৫৮)

**মদন বৰ্মন** (১৯২৭ - ২৫।৯।১৯৪২) : জন্ম বজালী অঞ্চলৰ ভোগপুৰ গাঁৱত। পিতৃ বলীৰাম। মাতৃ আদেৰী। ভাৰত-ত্যাগ আন্দোলনৰ সময়ত নগাঁৱৰ বৰহমপুৰৰ পুলিচ নিৰ্যাতনৰ বিৰুদ্ধে পাটাছাৰকুচিত বহা সভাত উপস্থিত থকা কালত পুলিচৰ গুলিত শ্বহীদ হয়। সেই সময়ত বজালী হাইস্কুলৰ ষষ্ঠমানৰ ছাত্ৰ আছিল। (১১১)

**মদনাৰায়ণ** ( ? - ১৭৭৮) : পিতৃ ইন্দ্ৰনাৰায়ণ*। পিতৃৰ মৃত্যুৰ পিছত ককায়েক আদিত্যনাৰায়ণে* দৰং ৰাজ্যৰ প্ৰায় দুই-তৃতীয়াংশ ককায়েকৰ পৰা কাঢ়ি লয় আৰু নিজে 'বুঢ়া ৰজা' নাম লৈ ককায়েকক 'ডেকা ৰজা' পাতে। ১৭৪৪ চনত তেওঁৰ বৰদেউতাক আৰু একালৰ দৰঙীৰাজ সূৰ্যনাৰায়ণৰ* পুত্ৰ ধীৰনাৰায়ণে তেওঁৰ পৰা ৰাজ্য কাঢ়ি লয়; কিন্তু ১৭৪৭ চনত ৰাজ্য পুনৰ ঘূৰাই দিবলৈ বাধ্য হয়। (২৯১)

**মদম্বিকা কুঁৱৰী** ( ? - ১৭৪১) : ফুলেশ্বৰী কুঁৱৰীৰ* মোমায়েকৰ জীয়েক। আন নাম দ্ৰৌপদী আৰু দময়ন্তী। শিৱসাগৰৰ ওচৰৰ কালুগাঁৱৰ এজন ডাঙৰীয়ালৈ বিয়া হৈছিল। ফুলেশ্বৰীৰ মৃত্যুৰ পিছত শিৱসিংহই* বিয়া কৰে আৰু ৰাজ্য শাসনৰ ভাৰ দিয়ে। তেতিয়াৰ পৰা নাম হয় অম্বিকা বা মদম্বিকা। পূৰ্বৰ পতিৰ ফালৰ পৰা হোৱা পুতেক দুজনক সদিয়াখোৱা গোহাঁই আৰু বৰগোহাঁই পাতিছিল আৰু পূৰ্বৰ পতিক দৰঙৰ ভাৰ দিছিল। ৰজাৰ ফালৰো এটি ল'ৰা হৈছিল। তেওঁক টিপামৰ যুৱৰাজ পাতিছিল। বিদ্যোৎসাহিনী আছিল। তেওঁৰ দিনতে সুকুমাৰ বৰকাথে* *'হস্তীবিদ্যাৰ্ণৱ'* ৰচনা কৰে। শিৱসাগৰ পুখুৰী আৰু তাৰ পাৰত শিৱদৌল, বিষ্ণুদ'ল সজায়। নিজৰ নামত মোহৰো মৰাইছিল। (৪৯, ২৯৮)

**মদাৰাম ব্ৰহ্ম** ( ।৬।১৯০৬ - ৬।৯।১৯৯০) : জন্ম কোকৰাঝাৰৰ ওচৰৰ ফুটকীবাৰী গাঁৱত। কোকৰাঝাৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায় আৰু তাৰ পৰা বি. এ. উপাধি লয়। চৰকাৰী চাকৰিত সোমাই ১৯৬২ চনত বন উন্নয়ন বিষয়া হিচাপে অৱসৰ লয়। কোকৰাঝাৰ অঞ্চলৰ শিক্ষা প্ৰচাৰত প্ৰচুৰ অৱদান আছে। কোকৰাঝাৰ এম. ই. স্কুল (বৰ্তমানে চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুললৈ উত্তীৰ্ণ), বিদ্যাপীঠ হাইস্কুল, কোকৰাঝাৰ কলেজ, কোকৰাঝাৰ বি. টি. কলেজ, কোকৰাঝাৰ ছোৱালী কলেজ আদিৰ অন্যতম গুৰি ধৰোঁতা। এসময়ত দৰঙৰ হৰিশিঙা হাইস্কুলত কিছুকাল অধ্যক্ষতা কৰিছিল।

বিখ্যাত বড়ো লিখক। 'খন্থ্ মেথাই' 'বৰণি গুডি চিপচা', 'আৰ আৱজ', 'ৰায়মালি', 'চাওডাং বৈৰাগী', 'দৈমাফু ৰাইজৱা বাইবল', 'ফনাছিও বিবৰ বণাই' আদি ভালেমান গ্ৰন্থৰ ৰচক। ১৯৭৯ চনত সাহিত্যিক পেন্‌চন পায়। ১৯৮৮ চনত 'পদ্মশ্ৰী' উপাধি লাভ কৰে। (৪০০)

**মধুনাৰায়ণ** (১৮ শতিকা) : পিতৃ দৰঙীৰাজ সূৰ্যনাৰায়ণ*। পিতৃৰ মৃত্যুত ককায়েক আদিত্যনাৰায়ণ* ৰজা হোৱা সময়ত

দৰঙৰ একাংশ শাসন কৰিছিল। *'অগ্নিপুৰাণ'* বা *'যমৰ ঘৰত জীয়ন্তা মানুহ'* নামৰ এখন পুথিৰ সম্ভাৱ্য ৰচক। (৬৮, ২৯১)

**মধু মল্লিক** (১৯ শতিকা) : অসমত নীলখেতি আৰু নীলৰ ফেক্টৰী স্থাপনৰ থলুৱা সা-সুবিধা অধ্যয়নৰ অৰ্থে বংগদেশৰ পৰা অসমলৈ আহিছিল। মণিৰাম দেৱানৰ* পৰামৰ্শক্ৰমে কন্দৰ্পেশ্বৰ সিংহই* ইংৰাজী চিঠি-পত্ৰ লিখা আৰু পঢ়ি শুনোৱা মুক্তিয়াৰ পদত নিযোগ কৰে। যোৰহাটত মণিৰাম দেৱানৰ ঘৰতে আছিল। এই অজুহাততে মণিৰামৰ লগ লাগি ইংৰাজক ওফৰাই দিয়াৰ চেষ্টা কৰা বুলি অভিযোগ আনি ইংৰাজ চৰকাৰে ১৮৫৮ চনত যাৱজ্জীৱনৰ বাবে কলিয়াপানীলৈ পঠিয়ায়। (৫৭, ২৯২ক)

**মধুৰাম কোচ** (১৯ শতিকা) : নাজিৰাত অৱস্থিত 'আসাম চাহ কোম্পানী'ৰ ঠিকাদাৰ আছিল। ঠিকা কাম এৰি দি সাতাৱন চনৰ বৃটিছ বিৰোধী আন্দোলনত মণিৰাম দেৱানৰ* লগ লাগে। ফলত ১৮৫৮ চনত সাত বছৰৰ বাবে কাৰাদণ্ড ভোগে। (১৮৪)

**মধুসূদন দ্বিজ** (আ. ১৮ শতিকা) : 'মাৰ্কণ্ডেয় চণ্ডী'ৰ পদ ভাঙনি কৰোঁতা। (২০০, ২১৮, ২৬৬)

**মনকৰ** (১৬ শতিকা) : পিতামহ চেকেৰীয়া, মাতৃ কালিন্দী। সম্ভৱ নীলাচল অৰ্থাৎ কামাখ্যাৰ লোক আছিল। সম্ভৱতঃ বিশ্বসিংহৰ* পৃষ্ঠপোষকতাত *'পদ্মাৰ পাঁচালী'* গ্ৰন্থ ৰচনা কৰে। মনসাদেৱীৰ উপাসক আছিল। সংগীত বিদ্যাতো হয়তো নিপুণ আছিল। (২০০০, ২৬৬)

**মনথিৰ ভৰালী বৰুৱা** (১৬১৬ - ১৭২৮) : কায়স্থকুলৰ বেজদলৈ পৰিয়ালৰ লোক। পিতৃ মাধৱচৰণ কটকী*। আহোম ৰজাৰ অস্ত্ৰ ভাণ্ডাৰৰ দায়িত্বত আছিল। মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত জয়ধ্বজ সিংহ* স্বৰ্গদেৱে তেওঁক পৰ্বতীয়া ফুকন পাতি নামনি অসমৰ সৰ্বেসৰ্বা কৰি দিছিল। আহোম ৰাজ্যত এনে ক্ষমতা পোৱা তেওঁৱেই প্ৰথম অনা আহোম। মনথিৰে এনে ক্ষমতা পোৱাত আহোম সেনাপতিসকল ক্ষুন্ন হৈ যুঁজৰ আয়োজন টিলাই দিছিল। কিন্তু মনথিৰে পৰাক্ৰমৰে যুঁজি শেষত ৰজাৰ অনুমতি লৈ মোগলৰ লগত সন্ধি কৰিবলৈ বিচাৰিছিল। ৰাজনৈতিক পাকচক্ৰত পৰি তেওঁ শেষত বাদুলি ফুকনৰ* আহিত মোগলৰ ফলীয়া হ'লগৈ। ৰাজমন্ত্ৰী ফুকনে এই সম্ভেদ পাই তেওঁক সপৰিয়ালে হত্যা কৰে। (৭৭, ২৮৭, ২৯০)

**মনবৰ নাথ** (আ. ১৯২৪ - ২০।৯।১৯৪২) : জন্ম নগাঁও জিলাৰ কঠিয়াতলী মৌজাৰ কন্দলী গাৱঁত। স্বাধীনতা আন্দোলনত যোগ দি স্বেচ্ছাসেৱক ৰূপে তেজপুৰলৈ আহে। বয়াল্লিশৰ আন্দোলনত মৃত্যু বাহিনীত যোগ দি ঢেকিয়াজুলি থানাত পতাকা উত্তোলন কৰিবলৈ পুলিচৰ গুলিত শ্বহীদ হয়। (৪৩ক)

**মনোভিৰাম বৰুৱা** (১।৮।১৯১১ - ৩০।৯।১৯৬৯) : জন্ম কলিকতাত। পিতৃ জ্ঞানদাভিৰাম বৰুৱা*; মাতৃ মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰৰ আজোনাতিনী লতিকা দেৱী। কিছু পথভ্ৰষ্ট হোৱাত উচ্চ শিক্ষা নোলোৱাকৈ সামৰিক বিভাগৰ এটা চাকৰিত সোমায়। এনে সময়তে এগৰাকী পাৰ্চী মহিলাৰ স'তে বিয়া হয়। জীৱনৰ শেষৰ পাঁচ বছৰ গুৱাহাটী কাছাৰীত ওকালতি কৰিছিল। ভাল অভিনয় কৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ* 'জয়মতী' আৰু 'ইন্দ্ৰমালতী'ত ভাও লৈছিল। বামপন্থী ৰাজনীতিৰ প্ৰতি সহানুভূতি আছিল। ভাৰতীয় গণনাট্য সংঘৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। ইন্দো-ছোভিয়েত সাংস্কৃতিক সংঘৰ (ইচকাছৰ) প্ৰথম ৰাজ্যিক সভাপতিৰ আসনো কিছুকাল অলংকৃত কৰিছিল। অভিনেত্ৰী শৰ্মিলা ঠাকুৰৰ মোমায়েক। (২১৬)

**মনোৰঞ্জন শাস্ত্ৰী** ( |৮|১৯১১ ৪|১|১৯৮৮): জন্ম দৰং জিলাৰ ভেকুৰা গাঁৱত। পিতৃ শ্যামদেব, মাতৃ ভোগেশ্বৰী। ১৯৩০ চনত নলবাৰীৰ গুৱাকুছি দৰ্শন বিদ্যালয়ৰ পৰা ব্যাকৰণ শাস্ত্ৰত, ১৯৩৪ চনত কামৰূপৰ দতৰা ব্ৰহ্মময়ী চতুষ্পাঠী টোলৰ পৰা স্মৃতি শাস্ত্ৰত উপাধি লয়। ১৯৩৫ চনত কলিকতাৰ চৰকাৰী সংস্কৃত কলেজৰ পৰা সোণৰ পদকসহ ক্ৰমে 'স্মৃতিতীৰ্থ', 'স্মৃতিৰত্ন' আৰু 'ধৰ্মশাস্ত্ৰাচাৰ্য' উপাধি পায়। একে কলেজে ১৯৩৭ চনত 'বেদান্ত শাস্ত্ৰী' আৰু ১৯৪১ চনত 'বেদান্ত তীৰ্থ' উপাধি প্ৰদান কৰে। অযোধ্যাৰ পণ্ডিত সভাই 'বিদ্যাভূষণ' আৰু নলবাৰীৰ সংস্কৃত সঞ্জীৱনী সভাই 'দৰ্শনাচাৰ্য' উপাধিৰে বিভূষিত কৰিছিল। নলবাৰী সংস্কৃত কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল। অসম সংস্কৃত কলেজতো কিছুকাল অধ্যাপনা কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত অনাবাসিক অধ্যাপক (Visiting Professor) ৰূপে কিছু বছৰ আছিল।

প্ৰখ্যাত সংস্কৃতজ্ঞ। *'প্ৰকাম কামৰূপম্'* আৰু *'পতাকান্যায'* (১৯৬৬) নামৰ দুখন কাব্য আৰু *'উতং কৌভেক্ষম্'* (১৯৭৪) নামৰ এখন নাট সংস্কৃত ভাষাত লিখিছিল। *'কেতেকী কাব্যম্'* নাম দি ৰঘুনাথ চৌধাৰীৰ* 'কেতেকী' পুথি সংস্কৃতলৈ অনুবাদ কৰিছিল। তদুপৰি 'স্মৃতিসাগৰসাৰ', 'গ্ৰহণ কৌমুদী', 'জ্যোতিৰ্মা যা' প্ৰমুখ্যে সংস্কৃত গ্ৰন্থৰ সম্পাদক। অসমীয়া ভাষাতে ভালেমান প্ৰবন্ধ-পাতিৰ উপৰিও কেইবাখনো গ্ৰন্থ লিখিছিল। সেইবোৰৰ ভিতৰত *'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'* (১৯৫৪), *'পতাকা প্ৰকাশ'* (১৯৫১), *'সাহিত্য দৰ্শন'* (১৯৬২), *'কুমাৰিল ভট্ট আৰু আচাৰ্য ধৰ্মকীৰ্তি'* (১৯৮৬), *'বাক্যাৰ্থবোধ'* (১৯৮৮) লেখত লবলগীয়া। (১৯৭,৪০০)

**মনোহৰ দেৱকায়স্থ** (১৬-১৭ শতিকা): পিতৃ বেংকবাগিৰী নৰনাৰায়ণ* ৰজাৰ ফুলগুৰি আৰু বিজনীৰ উজীৰ আছিল। ভগৱানদেৱে*, দামোদৰদেৱৰ* মত প্ৰচাৰ কৰাত প্ৰথমে আনুকাল দিছিল। পিছত দামোদৰদেৱে শৰণ দি সত্ৰৰ মেধি পাতে। ফুলগুৰি, কাপলা আদি সত্ৰৰ প্ৰতিষ্ঠাতা। (১৩৮)

**মফিজুদ্দিন আহমদ হাজৰিকা** (৩০|৮|১৮৭০ -২৯|১০|১৯৫৮): জন্ম ডিব্ৰুগড়ত। পিতৃ বাঘ হাজৰিকাৰ* বংশৰ হিম্মতুদ্দিন। ডিব্ৰুগড়তে পঢ়া শুনা কৰি



মফিজুদ্দিন আহমদ হাজৰিকা

তাৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৯২ চনত এণ্ট্ৰেন্স পৰীক্ষা দিয়ে। কিন্তু পাছ কৰিব নোৱাৰি পিছৰ বছৰত উত্তৰ লক্ষীমপুৰত ফৰেষ্টাৰৰ কামত সোমায়। তিনি বছৰমান সেই কাম কৰাৰ পিছত ১৮৯৬ চনত লক্ষীমপুৰতে কাছাৰীৰ আমোলা হয়। ১৯০২ চনত ডিব্ৰুগড় কাছাৰীলৈ আহে আৰু তাৰ পৰাই ১৯২৬ চনত চিভিল পেস্কাৰৰূপে অৱসৰ লয়। বিখ্যাত কবিতা পুথি *'জ্ঞান মালিনী'*ৰ ৰচক (১৮৯৬)। আন এখনি কবিতা পুথি *'তত্ব পাৰিজাত'*ৰ মাত্ৰ চাৰিটা কবিতাহে পোৱা যায়। ১৯২৯ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ সভাপতি আছিল। সুদীৰ্ঘ ত্ৰিশ বছৰ কাল

(১৯০৪-৩৪) ডিব্ৰুগড় সাহিত্য সভাৰ সম্পাদক আছিল। ১৯১৩ চনত শিৱসাগৰত বহা ছাত্ৰ সভাৰ সভাপতিত্ব কৰিছিল। সাহিত্যিক পেঞ্চনাৰ আছিল। (৮, ১৩, ৩০, ১২৭, ২০৭)

**মমাই বৰবৰুৱা** (?— আ. ১৮২০) : নামৰূপৰ মানুহ। আন নাম পাতাল বা পতলং। চন্দ্ৰকান্ত সিংহ* স্বৰ্গদেউৰ সম্বন্ধীয়া মোমায়েক হোৱা হেতুকে 'মমাই' নামে জনাজাত আছিল। মানসকলৰ লগ লাগি পুৰন্দৰ সিংহ* আৰু ৰুচিনাথ বুঢ়াগোহাঁইক* নগাঁৱৰ খাগৰিজানত হোৱা যুঁজত পৰাস্ত কৰিছিল আৰু চন্দ্ৰকান্তক ৰজা পতিছিল। এই আপাহতে চন্দ্ৰকান্তই নিজৰ ভনীয়েকক বিয়া দি ১৮১৯ চনত বৰবৰুৱা পদত নিযুক্ত কৰে। স্বৰ্গদেৱৰ নিৰ্দেশত মান পুনৰ অসমলৈ অহাৰ বাট মৰাৰ উদ্দেশ্যে বুঢ়ীদিহিং নৈৰ পাৰত জয়পুৰ নামে এটা দুৰ্গ সজাইছিল। কিন্তু মানে এই কথা গম পাই দুৰ্গ নিৰ্মাণ কাম চলি থাকোতেই অভিসন্ধি কৰি তেওঁক হত্যা কৰে। দুৰ্গৰ স্মৃতিত সেই ঠাই এতিয়াও জয়পুৰ নামে জনাজাত। (২৯১)

**ময়িদুল ইচলাম বৰা** (১৮৯৯-৫।৫।১৯৪৪) : জন্ম শিৱসাগৰ চহৰত। পিতৃ মেহেৰুদ্দিন। সৰুতে দেউতাক ঢুকোৱাত ককায়েকহঁতৰ তত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯১৭ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাৰপৰা ১৯১৯ চনত প্ৰথম বিভাগত আই.এ.আৰু ১৯২১ চনত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ্থে ঢাকা বিশ্ববিদ্যালয়ত ভৰ্তি হয়গৈ। ১৯২৩ চনত ফাৰ্চী সাহিত্যত ১ম শ্ৰেণীৰ ১ম হৈ এম.এ. পাছ কৰি ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদত সোমায়। ১৯২৯ চনত বিলাতলৈ যায় আৰু লণ্ডন বিশ্ববিদ্যালয়ত দিল্লীৰ ফাৰ্চী কবি আমীৰ হাছানৰ জীৱন আৰু কাৰ্যাৱলীৰ বিষয়ে গৱেষণা কৰি ১৯৩০ চনত পি.এইচ. ডি উপাধি পায়। মীৰ্জা নাথনে লিখা 'বাহাৰিস্তান-ই-গাইবী' ইংৰাজীলৈ অনুবাদ কৰিছিল। অসমীয়া ভাষাতো দুই-চাৰিটা প্ৰবন্ধ লিখিছিল। *My First Reader, My Second Reader* আদি পাঁচখন পাঠ্যপুথিও ৰচনা কৰিছিল। ১৯৪০ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল। (১৪, ১২৭, ১৪৮, ২৮৯)



ময়িদুল ইচলাম বৰা

**ময়ূৰ দৈৱজ্ঞ** (১৭ শতিকা) : কামৰূপৰ চান্দকুচীয়া বৰুৱাৰ ঘৰত থাকি তামোল-পাণৰ বেপাৰ কৰিছিল। পিছত নগাঁৱৰ জখলাবন্ধা সত্ৰত আছিলগৈ। ৰজা হোৱাৰ পূৰ্বে গদাধৰ সিংহ* পলাই ফুৰোতে গদাধৰক আশ্ৰয় দিছিল। এই আপাহতে সিংহাসনত উঠাৰ পিছত গদাধৰে তেওঁক নিজৰ ব্যক্তিগত সচিব পাতিছিল। (২৬০)

**ময়ূৰধ্বজ সোণামুৱা মজিন্দাৰ বৰুৱা** (১৬-১৭ শতিকা) : পিতৃ সূৰ্যবৰ সোণামুৱা বৰদলৈৰ* বংশৰ জয়ধ্বজ। ভাটিলৈ গৈ নাগেৰি, ফাৰ্চী, সংস্কৃত আদি অধ্যয়ন কৰিছিল। পিতৃৰ মৃত্যুৰ পিছত প্ৰতাপ সিংহ* স্বৰ্গদেউৰ ৰাজসভাৰ সোণামুৱা বৰদলৈ হয়। ১৬২৬ চনত গৌড়ৰ

সত্ৰাজিত নবাবে আহোম ৰাজ্য আক্ৰমণ কৰাত স্বৰ্গদেৱে তেওঁক প্ৰধানমন্ত্ৰী পাতি যুঁজলৈ পঠায়। তেওঁৰ মন্ত্ৰণাত সেনাপতি বেকা বৰগোহাঁয়ে শত্ৰুক পৰাস্ত কৰি গুৱাহাটী পৰ্যন্ত আহোম ৰাজ্য বিস্তাৰ কৰে। এই আপাহতে স্বৰ্গদেৱে তেওঁক মজিন্দাৰ বৰুৱা পাতে। হৰকান্ত সদৰামীনৰ* উপৰি পুৰুষ। (৫৩)

**মৰঙী বৰবৰুৱা** (১৭ শতিকা): মোমাই তামুলী বৰবৰুৱাৰ* পুতেক। ককায়েক লালুকসোলা বৰফুকনে* গুৱাহাটী মোগলক এৰি দিয়াত ককায়েকক সহায় কৰিছিল। এই আপাহতে ককায়েকে তেওঁক দোলাকাষৰীয়া বৰুৱাৰ পৰা বৰবৰুৱা পাতে। ৰাজদ্ৰোহ কাৰ্যত ককায়েকৰ লগত লিপ্ত হোৱাৰ অপৰাধত ল'ৰা ৰজাৰ* দিনত ভোটাই ডেকাৰ* দলে মৰঙীক বন্দী কৰি হাতীশালত দিছিল —যদিও দীঘল দি পৰি ক্ষমা খোজাত তেওঁক কাণ কাটি এৰি দিয়া হৈছিল। পিছত গদাধৰ সিংহই* তেওঁক মৃত্যুদণ্ড দিয়ে ভায়েক ভাতধৰা ফুকনৰ* সৈতে। (২৯০)

**মলয়া দাস** (? — ১৯।৩।১৯৯০): জন্ম গুৱাহাটীৰ ওচৰৰ আজাৰাত। পিতৃ ৰামচন্দ্ৰ, মাতৃ বসুন্ধৰা। গুৱাহাটীৰ সন্দিকৈ কলেজৰ পৰা বি. এ. পাছ কৰি কিছুকাল এম. এ. পঢ়িছিল। আজাৰা অঞ্চলৰ প্ৰথম মহিলা গ্ৰেজুয়েট। একেধাৰে অভিনেত্ৰী আৰু গায়িকা আছিল। 'পাৰঘাট' (১৯৪৮), 'সৰাপাত' (১৯৫৫) আৰু 'নতুন পৃথিৱী' (১৯৫৮) বোলছবিত অভিনয় কৰাৰ উপৰিও প্ৰথমখনত গীতো গাইছিল। গীত আৰু নাটৰ যোগেৰে ১৯৫৫-৬৫ কালছোৱাত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ সতে ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিল। (৪০০)

**মলিন চন্দ্ৰ বৰা** (১।১।১৯০৬-৮।১২।১৯৬২): জন্ম নগাঁৱৰ ওচৰৰ বৰজহাত। ১৯২০ চনত এম.ভি. পৰীক্ষা পাছ কৰি নগাঁৱৰ চৰকাৰী হাইস্কুলত নাম লগাওঁতেই অসহযোগ আন্দোলন আৰম্ভ হোৱাত পঢ়া এৰে। অনেক গীত লিখাৰ উপৰিও আৱাহন, ঘৰ জেউতি আদি আলোচনীত কবিতা লিখিছিল। প্ৰকাশিত কবিতা পুথি— *ৰেণু, সুৰৰ কবিতা*। *'বলাকাৰ ৰেখা ঘেদি'* নামৰ এখন উপন্যাসৰো ৰচক। (২০, ৩৬৮)

**মল্লদেৱ : নৰনাৰায়ণ** চাওক।

**মহৎনাৰায়ণ** ( ? - ১৭৮৭): পিতৃ মধুনাৰায়ণ*। পিতৃৰ মৃত্যুৰ পিছত ১৭৭৮ চনত দৰঙৰ 'বুঢ়া ৰজা' হয়। (২৯১)

**মহম্মদ আব্দুল্লাহ** (১৮৮৮ - ২০।১২।১৯৫১): জন্ম ডিব্ৰুগড়ত। আৰ্থিক অনাটন হেতু উচ্চ শিক্ষা লব নোৱাৰি ১৮ বছৰ বয়সতে 'টাইম্‌চ অৱ আসাম' কাকতৰ কম্পোজিটৰ ৰূপে সোমায়। ১৯২২ চনত ইয়াৰ মেনেজাৰৰ পদ পায়। ইয়াৰ পিছৰ বছৰতে কাকতৰ মালিক ৰাধানাথ চাংকাকতিৰ* মৃত্যু হোৱাত বিধৱা পত্নীয়ে ছপাখানাৰ সম্পূৰ্ণ ভাৰ তেওঁৰ হাততে গটাই দিয়ে। কাকতখনৰ প্ৰকাশৰ দায়িত্ব নিষ্ঠাৰে পালন কৰাৰ উপৰিও ১৯৩৯ চনত কিছুদিনৰ বাবে কাকতখনৰ সম্পাদনাৰ দায়িত্বও লৈছিল। কিন্তু শাৰীৰিক অসুস্থতা হেতু পিছৰ বছৰতে অৱসৰ লয়। ভালেমান বছৰ শয্যাগত হৈ থাকি ডিব্ৰুগড়তে মৃত্যু বৰণ কৰে। (১৯০ ক)

**মহম্মদ ওমৰুদ্দিন** (১৯০৫— ): জন্ম বিলাসীপাৰাত। আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ পৰা বি. এ. পাছ কৰি অসম প্ৰশাসনিক সেৱাত যোগ দিয়ে। ওঠৰ বছৰকাল চৰকাৰী চাকৰি কৰাৰ পিছত মহকুমাধিপতি হৈ থকা অৱস্থাত চাকৰি এৰে আৰু ব্যৱসায় আৰু ৰাজনীতিত লাগে। ১৯৫২ চনৰ পৰা একেৰাহে প্ৰায় পঁচিশ বছৰ ধৰি অসম বিধান সভাৰ সদস্য আছিল। ১৯৭৪ চনত মন্ত্ৰীপদ লাভ কৰে। এক দশক ধৰি ভাৰতীয় মৰাপাট উন্নয়ন পৰিষদৰ সভ্য

হৈ আছিল। ভাৰতীয় কৃষি গবেষণা কেন্দ্ৰৰ পৰিচালনা সমিতিৰো কিছুকাল সদস্য আছিল। গোৱালপাৰা অঞ্চলৰ ভূমি সংস্কাৰ কাৰ্যত যথেষ্ট অৰিহণা আছে। এই অঞ্চলৰ ভালেমান এল. পি. স্কুল আৰু এখন হাইস্কুলৰ প্ৰতিষ্ঠাতা। (৩২৪)

**মহম্মদ ছালেহ** (১৮৯৭ - ২৮।৭।১৯৪৭): জন্ম গুৱাহাটীত। পিতৃ জুমুৰ ৰ'জ হুছেইন। মাতৃ ছৈয়দা মেহেৰ ছাবিন। ১৯১৭ চনত সোণাৰাম হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হয়। ১৯২১ চনত একে কলেজৰ পৰাই বি.এ. উপাধি লৈ কটন কলেজিয়েট স্কুলত শিক্ষকতাৰ কামত সোমায়। ১৯৩০ চনত ঢাকাৰ পৰা বি.টি. উপাধি লাভ কৰে। ১৯২৩ চনত অসম মুছলমান ছাত্ৰ সন্মিলনৰ মুখপত্ৰ হিচাপে 'সাধনা' নামৰ এখন আলোচনী উলিয়াইছিল। নিজেও প্ৰবন্ধ আৰু কবিতা লিখিছিল। *'হাঁহিৰ থুনুপাক'* নামৰ এখন ধেমেলীয়া পুথিৰ ৰচক। (৮, ১৪)

**মহাদেৱ শৰ্মা** (১৮৮৬ - ৭।৯।১৯৬৬): জন্ম তেজপুৰত। পিতৃ জয়দেৱ, মাতৃ মোহিনীদেৱী। ১৯০৮ চনত তেজপুৰত চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু দুবছৰৰ পিছত কলিকতাৰ বিদ্যাসাগৰ কলেজৰ পৰা আই. এ. পাছ কৰি কলিকতাৰ স্কটিচ চাৰ্চ কলেজত নাম লগায়। কিন্তু বি. এ. উপাধি লব নোৱাৰিলে। তেজপুৰত কিছুকাল শিক্ষকতা কৰিছিল। ১৯২০ চনত চৰকাৰী চাকৰি ইস্তফা দি স্বাধীনতা আন্দোলনৰ কৰ্মী হয়। ১৯৩০ চনত কলিকতাত কাৰাবৰণ কৰে। ১৯৩৬ চনত কংগ্ৰেছ প্ৰাৰ্থী ৰূপে ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হৈ ১৯৪৫ চনলৈকে এই সভাৰ সদস্য হৈ আছিল। এই কালছোৱাত তেজপুৰ জিলা কংগ্ৰেছ আৰু তেজপুৰ লোকেলবোৰ্ডৰ সভাপতিৰ দায়িত্বও পালন কৰিছিল। স্বাধীনতাৰ পিছতো এবাৰ বিধায়ক নিৰ্বাচিত হৈছিল। বিধান সভাত অসমীয়া ভাষাত বক্তৃতা দিয়াৰ প্ৰথা সূচনা কৰোঁতা।

সাহিত্য চৰ্চাও কৰিছিল। কলিকতাত থকা কালত অত প্ৰেছ খুলি তাৰ পৰা অসমৰ চতুৰ্থ শিশু আলোচনী 'অৰুণ'



মহাদেৱ শৰ্মা

(১৯২৫-৩২) সম্পাদনা কৰি উলিয়াইছিল। কমলানন্দ ভট্টাচাৰ্য* প্ৰতিষ্ঠিত 'অসম হিতৈষী' কাকতৰো কিছুকাল সম্পাদক আছিল। সদৌ অসম মইনা পাৰিজতৰ প্ৰতিষ্ঠাতা সভাপতি (১৯৫১ ১৯৬৭) হোৱাৰ উপৰিও মৃত্যুৰ সময়লৈকে ইয়াৰ মুখপত্ৰ 'মইনা'ৰ সম্পাদনা কৰিছিল। *'বুদ্ধদেৱ', 'জৰথুষ্ট', 'হজৰত মহম্মদ', কস্তুৰবা গান্ধী', 'উপনিষদৰ বাণী', 'পুৰাণৰ উপাখ্যান'* আদি প্ৰায় ডেৰকুৰি জীৱনী আৰু আখ্যানমূলক পুথিৰ ৰচক। চৰকাৰে পাতি দিয়া মুক্তি আন্দোলন বুৰঞ্জী প্ৰণয়ন সমিতিৰ সম্পাদক আছিল।

ৰামকৃষ্ণ পৰমহংসৰ প্ৰতি গভীৰভাৱে অনুৰক্ত আছিল। তেওঁৰ প্ৰধান শিষ্যা গৌৰীমাৰ আশ্ৰমত নিজৰ প্ৰথমা কন্যা সন্তান দান কৰিছিল। (৫২ক, ১৯০ক, ২৬৬)

**মহানন্দ বৰুৱা** ( ।৮।১৮৮৯ - ?): জন্ম ডিব্ৰুগড়ৰ ওচৰৰ টিংখঙত। পিতৃ বিনন্দৰাম, মাতৃ পদুমী। ১৯১০ চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত

প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হয়। কিন্তু কলেজীয়া শিক্ষা আধৰুৱাকৈ এৰি ডিব্ৰুগড বেৰী হোৱাইট মেডিকেল স্কুলত নাম লগায় আৰু ১৯১৭ চনত তাৰ পৰা এল. এম. পি. পাছ কৰে। বিভিন্ন ঠাইত বেচৰকাৰী ডাক্তৰৰ কাম কৰি ১৯৫৪ চনৰ পৰা পুনৰ টিংখঙত থাকেহি। সাহিত্য চৰ্চা কৰিছিল। *A Manual of Proverbs, দোঁহাৱলী, ডেকা বয়সৰ বুলনি, সুতুলি, গাঁৱলীয়া স্বাস্থ্য, বিদেশী যোজনা বা পটন্তৰমালা* আদি অনেক পুথিৰ ৰচক। এলাহাবাদৰ অখিল ভাৰতীয় শিক্ষানুষ্ঠানৰ পৰা 'সাহিত্য ভূষণ' উপাধি লাভ কৰিছিল। (৩৫১)

**মহীকান্ত দাস** (১৭।১০।১৯০৮ - ১৬।৮।১৯৮৮) : জন্ম তেজপুৰৰ ওচৰৰ 'নিজ হলেশ্বৰ' গাৱঁত। পিতৃ বাপীৰাম। ১৯২২ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা, কটন কলেজৰ পৰা ১৯২৪ চনত প্ৰথম বিভাগত আই.এ. আৰু ১৯২৬ চনত সংস্কৃতত সম্মান সহ বি.এ. পাছ কৰে। ইয়াৰ পিছত কলিকতালৈ গৈ ১৯২৮ চনত সংস্কৃতত প্ৰথম হৈ এম.এ. আৰু ১৯২৯ চনত প্ৰথম শ্ৰেণীসহ বি.এল. উপাধি লয়। তেজপুৰত প্ৰায় কুৰি বছৰ কাল ওকালতি কৰাৰ পিছত ১৯৪৮ চনত নৱপ্ৰতিষ্ঠিত গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা হয়হি। নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আছিল। দেশৰ মুক্তি আন্দোলনত যোগ দি ১৯৪০ চনত চাৰিমাহ কাৰাবাস খাটিছিল। ১৯৪১ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় অংশ লৈ পুনৰ ছমাহ কাৰাদণ্ড ভোগে। একেৰাহে বহু বছৰকাল তেজপুৰ জিলা কংগ্ৰেছৰ সম্পাদকৰূপে ১৯৫৮ চনৰ পৰা ১৯৬৩ চনলৈকে ইয়াৰ সভাপতিৰ দায়িত্ব বহন কৰিছিল। ১৯৬০ চনত অসম প্ৰদেশ কংগ্ৰেছৰ উপ-সভাপতি হৈ বছৰচেৰেক থাকে। অসম বিধান সভাৰ প্ৰথমে উপাধ্যক্ষ, পিছত ইয়াৰ অধ্যক্ষ হৈছিলগৈ। (৪৩)

**মহীচন্দ্ৰ বৰা** (১৮৯৪ - ১৩।৬।১৯৬৫) : জন্ম নগাঁও জিলাৰ দেৱনাৰিকৰি গাঁৱত। পিতৃ মলাৰাম, মাতৃ লাহেশ্বৰী। ১৯১৪ চনত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯১৮ চনত কলিকতাৰ স্কটিছ চাৰ্চ



মহীচন্দ্ৰ বৰা

কলেজৰ পৰা ডিষ্টিংচন সহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কিছুকাল চাহ বাগিচাৰ মেনেজাৰী কামত সোমায়। পিছত আৰ্ল ল কলেজৰ পৰা বি.এল. উপাধি লৈ ১৯২৪ চনৰ পৰা নগাৱঁত ওকালতি আৰম্ভ কৰে। স্বাধীনতা আন্দোলনৰ সময়ত কংগ্ৰেছৰ সক্ৰিয় কৰ্মীৰূপে তিনি বছৰ কাৰাবাস খাটিছিল। ১৯৩০ চনৰ পৰা ১৯৪২ চনলৈকে কংগ্ৰেছত থাকি পিছত প্ৰজা ছোছিয়েলিষ্ট দলত যোগ দিয়ে। বহুকাল ধৰি নগাঁও লোকেল বোৰ্ডৰ সভাপতি আছিল। নগাঁও উকীল সন্থা, অসম সাহিত্য সভা, শ্ৰীমন্ত শংকৰ মিছন, গুৱাহাটী বিশ্ববিদ্যালয় আদি বহু অনুষ্ঠানৰ লগাত সম্পৰ্ক ৰাখিছিল।

খ্যাতনামা সাহিত্যিক। বিভিন্ন আলোচনীত গল্প, কবিতা, ব্যংগ ৰচনা আদি লিখিছিল। প্ৰকাশিত গ্ৰন্থ *'মাণিক'* (১৯১২, দণ্ডিনাথ কলিতা* আৰু সোণাপতি দেৱশৰ্মাৰ* স'তে যুটীয়াকৈ লেখা জীৱনী গ্ৰন্থ), *'শান্তি শতক' (১৯১৪, কবিতা সংকলন), 'উকীলৰ জন্ম ৰহস্য'* (১৯৭০, ব্যংগ ৰচনা)। (২০, ৪৩)

**মহীধৰ শৰ্মা** (১৯০০-১৯৩৫) : জন্ম নলবাৰীৰ বাহজান মৌজাৰ কালাকুছিত। গৰ্ডন হাইস্কুলৰ দশমমান শ্ৰেণীত পঢ়ি থাকোতেই ১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভ হোৱাত স্কুল এৰি আন্দোলনত লাগে আৰু কিছুকাল কাৰাবাস খাটে। ১৯৩০ চনতো পুনৰ কাৰাদণ্ড ভুগিছিল। নলবাৰী অঞ্চলত স্বাধীনতা সংগ্ৰামৰ নেতৃত্ব দিওঁতা সকলৰ অন্যতম। খাদী প্ৰচলন, মাদক দ্ৰব্য নিবাৰন, অস্পৃশ্যতা বৰ্জন, শিক্ষা প্ৰচাৰ আদি কামত দেহে কেহে খাটিছিল। নলবাৰীত প্ৰথম ৰাজহুৱা পুথিভঁৰালৰ প্ৰতিষ্ঠাতা। কম বয়সতে মৃত্যু হয়। (২৫০)

**মহেন্দ্ৰ কন্দলি** ( ? ১৫ শতিকা) : নগাঁও অঞ্চলৰ ব্ৰাহ্মণ কুলৰ লোক। শংকৰদেৱৰ* ছাত্ৰাৱস্থাৰ শিক্ষক আছিল। শংকৰদেৱৰ প্ৰথমবাৰ তীৰ্থ যাত্ৰাত তেওঁৰ সংগী হৈছিল। (২০১, ২০৩)

**মহেন্দ্ৰনাথ ডেকাফুকন** (১৮৯৬ - ১৮।৩।১৯৭৪) : জন্ম নাৱৰ বুকুত। পিতৃ গুৱাহাটীৰ লক্ষ্মীনাথ ফুকন, মাতৃ জয়ন্তী। ১৯১৬ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম লগাইছিল। কিন্তু প্ৰথম বাৰ্ষিকতে পঢ়া এৰি অসহযোগ আন্দোলনত যোগ দিয়ে আৰু ১৯২২ চনত এবছৰ জেল খাটে। জেলৰ পৰা ওলাই বলমা বাগিছাত এবছৰমান থাকি আৰ্ট শিকিবলৈ কলিকতালৈ যায়। ১৯২৬ চনত বৰ্মা পায়গৈ। তাৰ 'ৰেংগুন মেইল' আৰু 'চিংগাপুৰ মেইল' কাকতত সাংবাদিকতা কৰি ১৯৩৫ চনত অসমলৈ আহে আৰু অম্বিকাগিৰী ৰায়চৌধুৰী* প্ৰতিষ্ঠিত 'সংৰক্ষিণী সভা'ত যোগ দিয়ে। কিছুদিন পিছত পুনৰ কলিকতালৈ যায় আৰু প্ৰেছৰ ব্যৱসায় কৰে। তাত তিষ্ঠিব নোৱাৰি ঘৰলৈ উভতি আহে। ১৯৪৭ চনত অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ চাকৰিত সোমায়, কিন্তু দুমাহমান পিছতে কাম এৰি পেলায়। বিয়া কৰাইছিল ক্ৰেৰিছ নামে এগৰাকী খৃষ্টান মহিলাক। উদ্‌ভ্ৰান্ত প্ৰকৃতিৰ মানুহ আছিল— যদিও প্ৰতিভা আছিল বহুমুখী। নাটক কৰিছিল, ছবি আঁকিছিল (কটন কলেজৰ প্ৰতীক তেৱেঁই আঁকা), অসমীয়া, বাংলা, হিন্দী, ইংৰাজী, নেপালী আদি ভাষাত অগ্নিগৰ্ভ বক্তৃতা দিছিল। সুন্দৰ কবিতা আবৃত্তি কৰিছিল। 'বাঁহী', 'আৱাহন' আদি আলোচনীত কবিতা লিখিছিল। *'অগ্নিবজ্ৰ'* আৰু *'বজ্ৰবকৰাৰ গীত'* নামৰ দুখন কবিতা পুথি প্ৰকাশো



মহেন্দ্ৰমোহন ডেকা ফুকন

কৰিছিল। নিৰ্ভাঁজ অসমপ্ৰেমী আছিল। ১৯৭০ চনত ধিঙত বহা অধিৱেশনত অসম সাহিত্য সভাই সম্বৰ্ধনা জনাইছিল। (১৪, ২০০, ২১৬, ২২৫)

**মহেন্দ্ৰনাথ হাজৰিকা** (১৯০৪ - ২৬।৭।১৯৯০) : জন্ম নগাঁৱৰ বোকানি গাঁৱত। ছাত্ৰাৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দি ১৯২১-২২ চনত এবাৰ কাৰাদণ্ড ভোগে। মুক্তিৰ পিছত গুৱাহাটীত খাদীৰ প্ৰশিক্ষণ লৈ ১৯২৩ চনত কুমিল্লা অভয়াশ্ৰমত কিছুকাল থাকে। ১৯৩০ চনত লোণ আইনৰ বিৰুদ্ধে মেদিনীপুৰত সত্যাগ্ৰহ কৰে। ত্ৰিপুৰাৰ সত্যাগ্ৰহতো যোগ দিছিল। ১৯৩২-৩৪ চনত দুবাৰো কাৰাবাস খাটে। কামৰূপ আৰু নগাঁৱৰ ভালেমান ঠাইত খাদীকেন্দ্ৰ খুলিছিল। ১৯৩৮ চনত নগাঁও জিলা কংগ্ৰেছৰ সম্পাদক পিছত অসম

প্ৰদেশ কংগ্ৰেছৰ কাৰ্যনিৰ্বাহিক সমিতিৰ সভ্য নিৰ্বাচিত হয়। ১৯৪১ চনত এবাৰ আৰু ১৯৪২-৪৪ চনত পুনৰবাৰ জেল খাটে। ১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে নগাঁও জিলা কংগ্ৰেছৰ সভাপতি হৈ আছিল। ১৯৫০ চনৰ পৰা লোকসভাৰ সদস্যৰূপে দুবছৰ থাকি ১৯৫২ চনত অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। বিধান সভাৰ পৰৱৰ্তী তিনিটা নিৰ্বাচনতো জয়ী হৈ ভালেমান বছৰ ইয়াৰ সদস্যৰূপে আছিল। এবছৰমান উপমন্ত্ৰী হিচাপে থাকি ১৯৫৮ চনৰ পৰা মন্ত্ৰীপদ লাভ কৰে ১৯৫৭ চনৰ পৰা খাদী আৰু গ্ৰামোদ্যোগ সমিতিৰ চেয়াৰমেনৰূপে ভালেমান বছৰ ধৰি আছিল। অসমৰ অনুসূচিত সম্প্ৰদায়ৰ অন্যতম নেতা। (৩২৪)

**মহেন্দ্ৰ নাৰায়ণ** ( ? - ১৬৪৩) : পিতৃ বলি নাৰায়ণ।* আন নাম সুন্দৰ নাৰায়ণ। আহোমৰ অধীনত দৰঙৰ শাসন কৰ্তা আছিল। মঙ্গলদৈত ৰাজধানী পাতিছিল। উনৈশ বছৰ ৰাজত্ব কৰাৰ পিছত মৃত্যু হয়। (৬৮, ২৯১)

**মহেন্দ্ৰ বৰ্মন** (?— আ. ৪৮৫) : পিতৃ গণপতি বৰ্মন*। বৰ্মন বংশৰ ক্ষমতাশালী ৰজা আছিল। এওঁৰ প্ৰায় ৩৫ বছৰীয়া শাসনকালত দক্ষিণ-পূবলৈ কামৰূপ ৰাজ্যৰ বিস্তাৰ ঘটিছিল। (৪৪, ১৫৮, ২৯৮)

**মহেন্দ্ৰ ভট্টাচাৰ্য** (১৮ শতিকা) : কামৰূপৰ ভোজৰ্কুচিৰ মানুহ। '*ৰত্নমালা প্ৰদীপিকা*' নাম দি পুৰুষোত্তম বিদ্যাবাগীশৰ *ৰত্নমালা ব্যাকৰণৰ টীকা ৰচনা কৰিছিল ১৭৫৫ চনত। (২৩৩)

**মহেন্দ্ৰ মোহন চৌধুৰী** (১২।৪।১৯০৮ ২৬।১২।১৯৮২) : জন্ম বৰপেটাৰ ওচৰৰ নগাঁৱত। পিতৃ ধনীৰাম, মাতৃ সুখলতা। ছাত্ৰাৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দি ১৯৩২, ১৯৪১ আৰু ১৯৪৫ চনত তিনিবাৰ গ্ৰেপ্তাৰ হৈ সৰ্বমুঠ চাৰি বছৰ কাৰাবাস খাটিছিল। কংগ্ৰেছৰ আগশাৰীৰ নেতা আছিল। একেৰাহে অসম বিধান সভাৰ সদস্য (১৯৪৬-৫২), পাৰ্লিয়ামেণ্টাৰী চেক্ৰেটাৰী (১৯৪৭), ৰাজ্যমন্ত্ৰী (১৯৫১, ১৯৫৫), অসম প্ৰদেশ



মহেন্দ্ৰমোহন চৌধুৰী

কংগ্ৰেছ কমিটিৰ সভাপতি, অসম বিধান সভাৰ অধ্যক্ষ (১৯৬৭), কেবিনেট মন্ত্ৰী (১৯৬৭-৭০), মুখ্যমন্ত্ৰী (১৯৭০-৭২) আৰু পঞ্জাবৰ ৰাজ্যপাল আছিল। শেষ বয়সত অসম বিধান সভাৰ সদস্য পদৰ বাবে পুনৰ প্ৰতিদ্বন্দ্বিতা কৰিছিল, কিন্তু পৰাজিত হয়। বিভিন্ন সামাজিক তথা সাংস্কৃতিক অনুষ্ঠানৰ স'তে জড়িত আছিল। হিন্দু ধৰ্মৰ, বিশেষকৈ শংকৰী ধৰ্মৰ প্ৰতি প্ৰগাঢ় অনুৰাগ আছিল। গুৱাহাটীৰ শ্ৰীমন্ত শংকৰদেৱ কৃষ্টি বিকাশ সমিতি, গীতা সমাজ, মধুপুৰ সত্ৰ সমিতি আদি অনুষ্ঠানসমূহৰ পৃষ্ঠপোষকতা কৰিছিল। পঞ্জাবৰ ৰাজ্যপাল হৈ থকা কালত তেওঁৰ চেষ্টাতে পতিয়ালা পঞ্জাবী বিশ্ববিদ্যালয়ত 'শংকৰদেৱ আসন' প্ৰতিষ্ঠা হয়।

আগ বয়সত সাংবাদিকতা কৰিছিল। চাৰি বছৰ ধৰি (১৯৩৬-৪০) হিন্দুস্তান ষ্টেণ্ডাৰ্ড কাকতৰ বাতৰি যোগানীয়াৰ আছিল। সাহিত্য চৰ্চাতো ৰাপ আছিল।

'*গুৰুলীলা*' পুথি সম্পাদনা কৰিছিল। '*দি লাইফ অৱ মহাত্মা গান্ধী*' আৰু '*দি ফিল'চফি অৱ বিনোৱা ভাৱে*' নামৰ দুখন ইংৰাজী পুথিৰ ৰচক। (৪৩)

**মহেশচন্দ্ৰ গাভৰুমেলীয়া বৰুৱা : পিয়ালী বৰুৱা চাওক।**

**মহেশচন্দ্ৰ দেৱগোস্বামী (৪।১।১৯১৭ - ৩০।৫।১৯৮৯) :** জন্ম নগাঁৱৰ বালিসত্ৰত। পিতৃ কন্দৰ্প সত্ৰৰ অধিকাৰ আছিল। মাতৃ অম্বিকাগিৰী ৰায়চৌধুৰীৰ* ভনীয়েক ৰোহিণী দেৱী। বালিসত্ৰ আৰু আঠগাঁও মজলীয়া স্কুলৰ পৰা শিক্ষা সাং কৰি গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত নাম লগায়



মহেশচন্দ্ৰ দেৱগোস্বামী

আৰু ১৯৩৬ চনত তাৰ পৰা পাঁচোটা বিষয়ত লেটাৰ সহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা ১৯৩৮ চনত লজিকত লেটাৰ সহ আই.এ.আৰু ১৯৪০ চনত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ ধৰি দৰ্শনত সন্মান সহ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন বিষয়ত স্নাতকোত্তৰ উপাধি লাভ কৰে। ভাৰত চৰকাৰৰ জনসম্পৰ্কৰক্ষী বিভাগত চাকৰি জীৱন আৰম্ভ কৰি ১৯৪৪ চনত সেই কাম এৰি নগাঁও ডচন হাইস্কুলৰ শিক্ষক হয়গৈ। সেই বছৰৰে জুলাই মাহত নৱপ্ৰতিষ্ঠিত নগাঁও কলেজৰ অধ্যাপকৰ পদ গ্ৰহণ কৰে। পিছলৈ সেই কলেজৰ উপাধ্যক্ষ হৈছিলগৈ। ১৯৬২ চনত নৱপ্ৰতিষ্ঠিত ছোৱালী কলেজৰ প্ৰতিষ্ঠাতাঅধ্যক্ষ হয়।ওঠৰ বছৰকাল এই পদত থাকি ১৯৮০ চনত অৱসৰ গ্ৰহণ কৰে।

অসমৰ অন্যতম শিক্ষাবিদ তথা সু-সাহিত্যিক। স্কুলীয়া কালৰ পৰাই পৰাই সাহিত্য চৰ্চা কৰিছিল। কলিকতাত পঢ়ি থকা কালত মাধৱচন্দ্ৰ বেজবৰুৱা* সম্পাদিত 'বাঁহী'ত সহকাৰী সম্পাদকৰূপে কাম কৰিছিল। কলিকতাৰ এ.এচ.এল. ক্লাবৰ লগতো জড়িত আছিল। ১৯৪২ চনত ক্লাবে প্ৰকাশ কৰা ৰচনা সংকলন 'সাহিত্য আৰু সমালোচনা' সম্পাদনা কৰিছিল। পৰৱৰ্তী কালত সম্পাদিত গ্ৰন্থসমূহ হ'ল— *নিবন্ধমালা* (১৯৫৯), *বেজবৰুৱা প্ৰতিভা* (১৯৬৮), *ন-ঘোষা* (১৯৮৬)। ১৯৫০ চনত শিৱেন্দ্ৰ দেৱগোস্বামীৰ স'তে যুটীয়াকৈ '*গুৰুসেৱা আৰু ভক্তি*' শীৰ্ষক প্ৰবন্ধ সংকলন প্ৰকাশ কৰিছিল। ৰাধাকৃষ্ণণৰ 'এন আইডিয়েলিষ্ট ভিউ অৱ লাইফ' গ্ৰন্থৰ অসমীয়া অনুবাদক (*জীৱনৰ আদৰ্শবাদ*, ১৯৬৩)। আন এখন অনূদিত গ্ৰন্থ হ'ল— '*ৰাধাকৃষ্ণণৰ দৃষ্টিত নেহেৰু*' (১৯৬৬)। কুমাৰ শ্ৰীমধুসূদন ছদ্মনামত হাস্য-ব্যংগ ৰচনা লিখিছিল। এই নামত প্ৰকাশিত সংকলন কেইখন হ'ল — *কিমাশ্চৰ্যম* (১৯৫০), *মই যে কৰাম বিয়া* (১৯৬৬) আৰু *কৈফিয়ৎ* (১৯৭৪)। ১৯৪৭ চনৰ পৰা 'বিহলঙনি' নামৰ এখন কাকত উলিয়াইছিল। ১৯৫৩ চনলৈকে ই পষেকীয়া হৈ থাকি পিছত মাহেকীয়া ৰূপত প্ৰকাশ পাইছিল। কবিতা, গীত আদিও ৰচিছিল। কবিতা পুথি— *ছায়াময়া* (১৯৪১), *স্মৃতি* (১৯৪৯)। গীতৰ সংকলন— *অময়া* (১৯৫২)। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে ভালেমান নাট আৰু কথিকাও প্ৰচাৰ কৰিছিল। অসম সাহিত্য সভা, অসম কলেজ শিক্ষক সন্থা, নগাঁও জিলা সাংবাদিক সন্থা আদি ভালেমান অনুষ্ঠানৰ লগত জড়িত আছিল। (১৫৫)

**মাইল্‌ছ ব্ৰনছন** (১৮১২ - ১০।১১।১৮৮৩)· জন্ম আমেৰিকাৰ নিউ ইয়ৰ্ক প্ৰদেশৰ নৰৱেত। ১৮৩৬ চনত বেপ্টিষ্ট মিছনেৰীৰ সভ্য হয়। আমেৰিকাৰ বেপ্টিষ্ট বোৰ্ডৰ নিৰ্দেশত জেকব টমাছ নামে এজন লোকৰ সৈতে সদিয়ালৈ



মাইল্‌ছ ব্ৰণছন

যাত্ৰা কৰে। কলিকতাৰ পৰা নাৱেৰে আহোঁতে টমাছৰ মৃত্যু হয়। ১৮৩৭ চনত নিজৰ পৰিবাৰ আৰু টমাছৰ বিধবা পত্নীৰ সৈতে কোনোমতে সদিয়া পাযহি। ইয়াত ন মাহ মান থাকি জয়পুৰলৈ আহে আৰু নক্তে নগাৰ মাজত নামচাঙত থাকিবলৈ লয়। তাত নৰিয়া হোৱাত শিৱসাগৰত দুদিনমান থাকি ১৮৪১ চনত নগাঁৱলৈ আহে। ইয়াতে এখন পঢ়াশালি আৰু এটা 'অৰ্ফেন ইনষ্টিটিউট' স্থাপন কৰে। ১৮৫১ চনত আমেৰিকালৈ যায় আৰু তিনি বছৰৰ মূৰত ঘূৰি আহি শিৱসাগৰত থাকিবলৈ লয। ১৮৫৭ চনত পুত্ৰ-কন্যা সহ পুনৰ আমেৰিকালৈ যায আৰু ১৮৬০ চনত ওভতে। ১৮৮৯ চনত শেষবাৰৰ বাবে আমেৰিকালৈ যাযগৈ ; তাতে মিছিগান প্ৰদেশত মৃত্যু হয়।

১৮৬৭ চনত শিৱসাগৰৰ পৰা ছপা হৈ ওলোৱা চৈধ্য হেজাৰ শব্দ সম্বলিত বিখ্যাত 'অচমীয়া-ইংৰাজী অভিধান'ৰ ৰচক। অভিধানখনত জাদুৰাম ডেকাবৰুৱাৰ* বৰ্ণ বিন্যাস ৰীতি অনুসৰণ কৰিছিল। ইয়াৰ উপৰিও বহুতো স্তুতি গীত ৰচনা কৰি গৈছে। অসমীয়া ভাষাৰ পক্ষপাতী আছিল। ১৮৫৩ চনৰ মাৰ্চৰ পৰা অক্টোবৰ লৈকে নাথন ব্ৰাওনৰ* অনুপস্থিতিত 'অৰুনোদই' কাকত খুব সম্ভৱ সম্পাদনা কৰিছিল। ইয়াত দুটামান প্ৰবন্ধও লিখিছিল বুলি অনুমান কৰা হৈছে। জয়পুৰত থকাকালত *A Spelling Book and Vocabulary in English, Assamese, Singpho and Naga* (১৮৩৯) আৰু *Phrases in English and Assamese* (১৮৪০) নামৰ দুখন পুস্তিকা লিখিছিল। (১২৯, ২০০, ২০৪, ২২৯)

**মাটিবৰ বৰসেনাপতি : সৰ্বানন্দ সিংহ চাওক।**

**মাণিকচন্দ্ৰ বৰুৱা** (৪।৯।১৮৫১ - ৭।৯।১৯১৫) : জন্ম নগাঁৱত। পিতৃ হাবিৰাম চিৰস্তাদাৰ আছিল। ছ বছৰ বযসত পিতৃ পৰিযাল সহ গুৱাহাটীলৈ আহে। ১৮৬৮ চনত কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি তাৰে এল ৫. (পিছলৈ এফ.এ.) শ্ৰেণীত নাম লগায। ইয়াৰ শেষ পৰীক্ষাত বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম ভৰ্তি কৰে। ১৮৭২ চনত পাটনাৰ বাঁকীপুৰ কলেজলৈ যায। কিন্তু দেউতাৰ নৰীযাৰ বাতৰি পাই বি.এ. পৰীক্ষা নিদিযাকৈযে ঘৰলৈ আহে আৰু ন-কৈ খোলা জাহাজ কোম্পানীৰ গুৱাহাটী কাৰ্যালযত সহকাৰীৰূপে সোমায়। কিছুদিন পিছত বেনব্ৰিজ নামে এজন চাহাবৰ লগ লাগি চাহপাতৰ ব্যৱসায আৰম্ভ কৰে। দুবছৰমানৰ পিছত অন্নদাৰাম ঢেকিয়াল ফুকনৰ* সৈতে লগ হৈ 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' নামৰ এটা কোম্পানী খুলি বহলকৈ ব্যৱসাযত ধৰে। ফুকনৰ মৃত্যুৰ পিছত কোম্পানীটোৰ নাম থয় 'এম.চি. বৰুৱা এণ্ড কোম্পানী'। কোম্পানীৰ অধীনত কেইবাখনো চাহ বাগিচা আছিল। চাহপাতৰ লগতে ৰেল লাইনৰ বাবে কাঠৰ স্লিপাৰ যোগানৰ কামো কৰিছিল। ১৮৮৫ চনত 'ইনলেণ্ড

ফ্লোটিলা' নামে এটা জাহাজ কোম্পানীৰ এজেন্সী লয়। নিজৰো এখন সৰু জাহাজ আছিল। ১৮৮৭ চনত 'গৌহাটী আইচ কোম্পানী' নাম দি গুৱাহাটীত এটা বৰফৰ কাৰখানা খুলিছিল। ১৮৯০-৯১ চনত কাঠ সংগ্ৰহৰ অৰ্থে গাৰো



মাণিক চন্দ্ৰ বৰুৱা

পাহাৰলৈ ৰাস্তা উলিওৱা কামত ক্ষতিগ্ৰস্ত হয়। এনেতে সম্পৰ্কীয় ভাযেক ভোলানাথ বৰুৱায়ো* কোম্পানীৰ মেনেজাৰৰ কাম এৰি হঠাতে কলিকতালৈ যাযগৈ। ফলত দেনা মাৰোঁতে স্থাৱৰ সম্পত্তিৰ প্ৰায়খিনিয়েই হেৰুৱায়।

উনবিংশ শতিকাৰ শেষভাগৰ অসমৰ ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত বিশেষ বৰঙনি আছে। ১৮৭২ চনত কলেজত পঢ়ি থকা কালতে জগন্নাথ বৰুৱাৰে* সৈতে লগ হৈ গভৰ্ণৰ-জেনেৰেল নৰ্থব্ৰুকক অসমত ৰেল লাইনৰ আৱশ্যকতাৰ কথা কৈ স্মাৰক-পত্ৰ দিছিল। ১৮৮২ চনত হেমচন্দ্ৰ বৰুৱাক*(১)সম্পাদক হিচাপে লৈ 'বৰুৱা-ফুকন কোম্পানী'ৰ তৰফৰ পৰা 'আচাম নিউজ' নামৰ এখন সাদিনীয়া কাকত উলিয়াইছিল। কটন কলেজ, আৰ্ল ল কলেজ, কাৰ্জন হল আদিৰ প্ৰতিষ্ঠাৰ গুৰিত আছিল। বিদ্যালয়সমূহত অসমীয়া পাঠ্যক্ৰম চলোৱাত গুৰুত্ব দিছিল। ১৮৮৪ চনত চৰকাৰে অনাৰেৰী মেজিষ্ট্ৰেট পাতিছিল। 'আসাম এছোচিয়েছন'ৰ (১৯০৩) প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ইয়াৰ প্ৰথম সম্পাদক আছিল। গুৱাহাটী মিউনিচিপেল বোৰ্ডৰ সভ্য (১৮৮৩), পিছত ভাইচ চেয়াৰমেন (১৮৮৪) শেষত প্ৰথম বেচৰকাৰী চেয়াৰমেন (১৯১৩-১৫) নিৰ্বাচিত হৈছিল। ১৯০৯ চনৰ পৰা মৃত্যু-কাললৈকে অসম ব্যৱস্থাপক সভাৰ সদস্য আছিল। কনকলাল বৰুৱাৰ* ভিনিহিয়েক। (৫৪, ৭৪, ১৪৮, ১৬২, ২৬৪)

**মাধৱ কন্দলি** (আ. ১৪ শতিকা) : ব্ৰাহ্মণ কুলৰ লোক। কছাৰী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত পাঁচ কাণ্ড ৰামায়ণ অনুবাদ কৰে। 'কবিৰাজ' উপাধি পাইছিল। শংকৰদেৱেও* এওঁক 'পূৰ্বকবি অপ্ৰমাদী' বুলি স্বীকাৰ কৰি গৈছে। '*দেৱজিত*', '*বভ্ৰুবাহনৰ যুদ্ধ*' আৰু '*পাতাল কাণ্ড*' নামৰ তিনি খন পুথিও এওঁৰ নামত প্ৰচলিত। কিন্তু তিনিখনেই অৰ্বাচীন আৰু উত্তৰ বৈষ্ণৱ যুগৰ ৰচনা। (১৬৩, ১৯০,

**মাধৱচন্দ্ৰ দাস** (২১।৮।১৯০৮ - ২৩।৬।১৯৬৯) : জন্ম শুৱালকুচিত। পিতৃ হঁহিৰাম, মাতৃ দীনবালা। গাওঁৰ পৰা প্ৰাথমিক শিক্ষা সাংকৰি ১৯২০ চনত কটন কলেজিয়েট স্কুলত নাম লগায়। ইয়াৰ পৰা ১৯২৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৯২৯ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই.এছ.চি পাছ কৰে। ১৯৩১ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা উদ্ভিদ-বিজ্ঞানত প্ৰথম শ্ৰেণীৰ স্নাতক উপাধি লৈ কলিকতা বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰে আৰু উদ্ভিদ-বিজ্ঞানতে প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এছ.চি উপাধি লাভ কৰে। উপযুক্ত চাকৰিৰ অভাৱত ১৯৩৫ চনত যোৰহাট নৰ্মাল স্কুল, ১৯৩৭ চনত তিতাবৰ কৃষি ফাৰ্ম আৰু একে বছৰতে কটন কলেজৰ ডেমনষ্ট্ৰেটৰ হয়। মাজতে ঢাকালৈ গৈ বি.টি. উপাধিও লয়। ১৯৪০ চনত মুৰাৰিচাঁদ কলেজৰ অধ্যাপক নিযুক্ত হয়। কিছুদিনৰ

পিছত এডিনবাৰ্গলৈ গৈ তাৰ পৰা পি.এইচ.ডি উপাধি লাভ কৰে। লণ্ডনৰ লিনিয়েন চোচাইটি আৰু ৰয়েল মাইক্ৰস্কপিক চোচাইটিৰ ফেলো আছিল। ১৯৪৮ চনৰ যোৰহাটত নকৈ প্ৰতিষ্ঠিত কৃষি কলেজৰ অধ্যক্ষ আছিল। (১৬৬)

**মাধৱ চন্দ্ৰ বেজবৰুৱা** (১৯১২ ১১।১০।১৯৪৬) : জন্ম শিৱসাগৰত মাধৱদেৱৰ জন্ম তিথিৰ দিনা। পিতৃ লক্ষ্মীনাথ বেজবৰুৱাৰ* ককায়েক বিনন্দচন্দ্ৰ। মাতৃ ইন্দুমতী। শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম লগায়। ইয়াৰ পৰা ইণ্টাৰমিডিয়েট পাছ কৰি যাদৱপুৰ ইঞ্জিনীয়াৰিং কলেজত পঢ়িবলৈ গৈছিল, কিন্তু দুদিনমান পিছতে উভতি আহে। ছাত্ৰাৱস্থাৰ পৰাই সামাজিক কাম-কাজত আগৰণুৱা আছিল। কলিকতাত থকা অৱস্থাত Students Welfare League নামে এটা অনুষ্ঠান খুলিছিল। সদৌ অসম ছাত্ৰ সভাৰ এবাৰ সম্পাদকো হৈছিল। অসমৰ স্বাৰ্থৰ হকে অহৰহ যুঁজিছিল। অম্বিকাগিৰী ৰায়চৌধুৰীৰ* সংৰক্ষিণী সভাৰ অনুৰাগী আছিল। মহেন্দ্ৰনাথ ডেকাফুকনৰ* লগলাগি এটা অসমীয়া ডেকাদল খুলিছিল আৰু নিজেও 'ডেকা বেজ' উপাধি লৈছিল। ১৯৪১ চনৰ পিয়লৰ সময়ত বহিৰাগতৰ নাম যাতে অন্তৰ্ভুক্ত হব নোৱাৰে, তাৰ বাবে সংৰক্ষিণী সভাৰ হৈ দেহেকেহে খাটিছিল। অসমত বিশ্ববিদ্যালয় স্থাপন আন্দোলনৰ গুৰি ধৰোঁতা সকলৰ এজন আছিল। আৱাহন, বাঁহী আদি আলোচনীত প্ৰবন্ধ-পাতি লেখিছিল। খুড়াক লক্ষ্মীনাথৰ 'মোৰ জীৱন সোঁৱৰণ' ছপাই উলিওৱাৰ উপৰিও তেওঁৰ 'বাঁহী' আলোচনীখন ১৯৩৮-৩৯ কালছোৱাত পুনৰ প্ৰতিষ্ঠা কৰে। শিৱসাগৰত 'বাঁহী প্ৰেছ' নামৰ এটা ছপাশালো খুলিছিল। যক্ষ্মাৰোগত আক্ৰান্ত হৈ দাক্ষিণাত্যত মৃত্যু বৰণ কৰে। (৪২, ২১৬)

**মাধৱচন্দ্ৰ শৰ্মা** (১।১।১৮৯৮ - ?) : জন্ম নলবাৰীৰ গন্ধীয়া গাৱঁত। পিতৃ হংসনাথ, মাতৃ জয়মতী। গুৱাহাটীৰ সোণাৰাম হাইস্কুলত কষ্টেৰে পঢ়ি ১৯১৫ চনত শিক্ষা সাং কৰে। চামতা হাইস্কুলৰ শিক্ষক আছিল। চামতা অঞ্চলৰ উন্নয়নৰ কামত আত্মনিয়োগ কৰাৰ উপৰিও সাহিত্য চৰ্চাতো হাত দিছিল। '*নৱযুগ*' নামৰ এখন নাট আৰু '*মুকুল*' আৰু '*বীণাৰ তান*' নামৰ দুখন কবিতা পুথি তেওঁৰ উল্লেখযোগ্য ৰচনা। (১৪, ২৪৩)

**মাধৱচৰণ কটকী** (আ ১৬১৬-১৭২৮) : পিতৃ বেজদলৈ ভণ্ডাৰী বংশৰ চোলা কাকতি। জয়ধ্বজ সিংহ* স্বৰ্গদেউৰ দিনৰ পৰা ৰুদ্ৰসিংহৰ* দিনলৈকে মুখ্য কটকী আছিল। জয়ধ্বজৰ নিৰ্দেশক্ৰমে আউনীআটী সত্ৰ নিৰ্মাণৰ কাম তদাৰক কৰিছিল। স্বৰ্গদেৱে বংগৰ শাসনকৰ্তা চায়েস্তা খাঁৰ ওচৰলৈ কটকী হিচাপে পঠিয়াইছিল যদুনন্দন বুলি এজনৰ স'তে। স'ৰা ৰজাৰ* সপক্ষে থকা বুলি গদাধৰ সিংহই* হত্যা কৰাৰ আদেশ দিছিল, যদিও পিছত সেই আদেশ বাতিল কৰে। আউনীআটীৰ সত্ৰাধিকাৰ কেশৱদেৱৰ* বিশেষ অনুগ্ৰহভাজন আছিল। (৭৫, ৯৭, ২৪৯, ২৯০)

**মাধৱদেৱ** (১৪৮৯-১৫৯৬) : জন্ম উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰৰ ওচৰৰ লেটেকুপুখুৰীত। পিতৃ গোবিন্দগিৰী বাণ্ডুকাৰ (এতিয়াৰ বাংলাদেশৰ ৰংপুৰ জিলাৰ ভিতৰুৱা) মানুহ আছিল। মাতৃ শংকৰদেৱৰ* সম্পৰ্কীয়া ভনী মনোৰমা। অভাৱত ডাঙৰ-দীঘল হৈছিল। মাক-দেউতাকৰ সৈতে জন্মৰ পৰা কিছুকাল লেটেকুপুখুৰীৰ হৰিশিঙা বৰাৰ আশ্ৰয়ত, কিছুকাল হাবুং অঞ্চলৰ ঘাঘৰ মাজীৰ আশ্ৰয়ত কটায়। পিছত ৰৌতা পায়হি। ইয়াতে ৰামদাসৰ* লগত ভনীয়েক উৰ্বশীৰ বিয়া হোৱাৰ পিছত দেউতাকৰ লগত প্ৰাচীন ঘৰ বাণ্ডুকালৈ যায়। তাতে ৰাজেন্দ্ৰ অধ্যাপকৰ টোলত শিক্ষা লয়। তাতে দেউতাক ঢুকোৱাত ককায়েক দামোদৰৰ লগত কিছুকাল থাকি তামোল-পাণৰ বেপাৰ কৰাৰ উদ্দেশ্যে

উজনীলৈ আহে। পুনৰ বাগুকালে গৈ তাৰ কাকতি মজিন্দাৰৰ কামত কিছুদিন থাকে। ইতিমধ্যে মাকৰ অসুখ হোৱা বুলি শুনি মাজুলীৰ ধুৱাহাটা পায়হি। ইয়াতে শংকৰদেৱৰ লগত সাক্ষাত ঘটে আৰু শাক্ত ধৰ্ম এৰি নাম ধৰ্মত একাণপতীয়াকৈ লাগে। ধুৱাহাটাত থকা কালতে হাতী ধৰাত ব্যৰ্থতাৰ অজুহাতত আহোম ৰজাই ধৰি নি নমাহ কাল বন্দী কৰি ৰাখে। মুক্তি পাই শংকৰদেৱৰ লগতে আহোম ৰাজ্য এৰি কামৰূপলৈ যায়গৈ। বৰপেটাৰ বাৰাদিত কিছুকাল থাকি গণককুচিত নিগাজীকৈ থাকিবলৈ লয়। শংকৰদেৱৰ দ্বিতীয়বাৰ তীৰ্থযাত্ৰাৰ প্ৰধান সংগী আছিল। শংকৰদেৱৰ মৃত্যুত (১৫৬৮) শংকৰী ধৰ্মৰ প্ৰধান অধিকাৰ হয় আৰু সুন্দৰীদিয়াত সত্ৰ পাতি শাস্ত্ৰ ৰচনা আৰু ধৰ্ম প্ৰচাৰত লাগে। নাৰায়ণ দাস*, মথুৰা দাস* আদিৰ সহযোগত বৰপেটাত সত্ৰ স্থাপন কৰে। ভক্তি বিদ্বেষীসকলৰ উচটনিত কোচৰজা ৰঘুদেৱে* নিৰ্দেশ দিয়াত সুন্দৰীদিয়া এৰি হাজোলৈ যাবলগীয়া হয়। তাতো বিদ্বেষৰ পৰা অব্যাহতি নাপাই কোচবিহাৰলৈ পলাই যায়। কোচবিহাৰতো প্ৰথমে কিছু আহুকাল পাইছিল। অৱশেষত লক্ষ্মীনাৰায়ণ* ৰজাৰ পৃষ্ঠপোষকতা পাই তাত ভেলা সত্ৰ স্থাপন কৰে। তাতে মৃত্যু হয়। চিৰকুমাৰ আছিল।

একেধাৰে ধৰ্মপ্ৰচাৰক, ধৰ্মজ্ঞ, কবি, নাট্যকাৰ, অভিনেতা, গায়ক আৰু গীতিকাৰ। ৰচনাৱলী --- *ৰামায়ণৰ আদিখণ্ড, ৰাজসূয় কাব্য, জন্ম ৰহস্য, নামঘোষা, নাম মালিকা, ভক্তি ৰত্নাৱলী*। নাট — *অৰ্জুন ভঞ্জন, দধিমথন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লেটোৱা, ভোজন বিহাৰ*। ইবোৰৰ ভিতৰত অৰ্জুন ভঞ্জন পূৰ্ণাংগ নাট। তদুপৰি *ৰাস ঝুমুৰা, কোটোৱা খেলা* আদি দুখনমান নাট তেওঁৰ নামত প্ৰচলিত। নকুৰিমান গীত আৰু কেইবাটাও ভটিমা ৰচিছিল। (২০২, ২০৩, ২০৯, ২৪৯)

**মাধৱ মৰল** (১৬-১৭ শতিকা): **ৰীবা মৰলৰ*** পুত্ৰ। মাধৱদেৱে* সুন্দৰীদিয়ালৈ আহি প্ৰথমে তেওঁলোকৰ ঘৰতে আশ্ৰয় লৈছিল। মাধৱদেৱে তেওঁক মিতা বুলি সম্বোধন কৰিছিল। বৰপেটা অঞ্চলত শংকৰী ধৰ্ম প্ৰচাৰত আগভাগ লৈছিল। (১২১, ১৮১)

**মায়াৰাম বৰবৰা** (১৯ শতিকা): গোলাঘাট অঞ্চলৰ মানুহ। পিতৃ কৃষ্ণৰাম। বৃটিছ বিৰোধী আন্দোলনত মণিৰাম দেৱানৰ* লগত সহযোগিতা কৰাত ধৰা পৰি ১৮৫৮ চনত চৈধ্য বছৰৰ বাবে কলীয়াপানীলৈ নিৰ্বাসিত হৈছিল। (১৮৪)

**মালভোগ বৰুৱা** (১৯-২০ শতিকা): জন্ম ডিব্ৰুগড়ত। পিতৃ কেশৰাম ডিব্ৰুগড়ৰ মুন্সিফ আছিল। নিজ চেষ্টাৰ বলত ডিব্ৰুগড়ত ৰজাভেটা চাহ বাগিচা স্থাপন কৰে। পিছলৈ আৰু দুখনমান বাগিচাৰ মালিক হৈছিল। অসম এচোচিয়েছনৰ ডিব্ৰুগড়ত বহা অধিবেশনৰ সভাপতি আছিল। বৃটিছ চৰকাৰে অনাৰেৰী মেজিস্ট্ৰেটৰ পদত নিয়োগ কৰিছিল। সপ্তম এডোৱাৰ্ডৰ অভিষেকলৈ নিমন্ত্ৰিত হৈ দিল্লীলৈ গৈছিল। প্ৰসন্নকুমাৰ বৰুৱাৰ* শহুৰেক। (১৫, ৭২)

**মালবিকা গোস্বামী** (১৯২৪ ৬।৭।১৯৭৭): জন্ম যোৰহাটত। পিতৃ ডা. ৰুচিনাৰায়ণ শৰ্মা, মাতৃ স্বৰ্ণময়ী। স্বামী বেৱকান্ত। গোলাঘাট, সদিয়া, যোৰহাট আদি ঠাইত শিক্ষয়িত্ৰীৰ চাকৰি কৰিছিল। ১৯৩৮ চন মানত *'আদিকবি'* আৰু *'চম্পাৱতী'* নামে দুখন নাট লিখিছিল। সম্ভৱতঃ অসমৰ প্ৰথম মহিলা নাট ৰচয়িত্ৰী। (২৬১)

**মিত্ৰদেৱ মহন্ত** (৯।৬।১৮৯৫ -১৯৮৩) : জন্ম যোৰহাটৰ ওচৰৰ সৰাইবন্ধাৰ লেটুৰগ্ৰাম সত্ৰত। পিতৃ নিৰঞ্জনদেৱ সত্ৰাধিকাৰ আছিল। মাতৃ ৰঙ্গীতৰা। ১৯১২ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯১৪ চনত কটন কলেজৰ পৰা আই.এ. পাছ কৰি যোৰহাট চৰকাৰী হাইস্কুলৰ সহকাৰী শিক্ষক হয়।

ইয়াত থকা কালছোৱাত ঢাকাৰ পৰা এল.টি উপাধি লয়। ১৯৩৭ চনত যোৰহাট নৰ্মাল স্কুলৰ সহকাৰী অধীক্ষক নিযুক্ত হয়। ১৯৪৭ চনত অধীক্ষকৰূপে কেইমাহ মান কাম কৰি প্ৰধান শিক্ষক হৈ গোলাঘাট হাইস্কুললৈ


মিত্ৰদেৱ মহন্ত

যায়। গোলাঘাট গুৰু ট্ৰেইনিং স্কুলৰ শিক্ষকৰূপে ১৯৫০ চনত অৱসৰ লৈ নিজ সত্ৰৰ অধিকাৰ হয়।

খ্যাতনামা গীতিকাৰ আৰু নাট্যকাৰ। হিজ মাষ্টাৰ্চ কোম্পানীৰ যোগেদি অনেক গীত, হুচৰি আদি ৰেকৰ্ড কৰিছিল। 'তাই মোৰ পিয়া পানেশৈ' নামৰ বিখ্যাত গীতৰ ৰচক। অসম সাহিত্য সভাৰ মুকলি অধিবেশনৰ উদ্বোধনী গীত 'চিৰ চেনেহী মোৰ ভাষা জননী' তেওঁৰ ৰচনা। অনেক ধেমেলীয়া গীতো ৰচিছিল। *'গীতি শতদল'* আৰু *'ৰণৰঙ্গিনী'* তেওঁৰ গীতৰ পুথি। সুদীৰ্ঘকাল যোৰহাট ৰংগমঞ্চৰ লগত জড়িত আছিল আৰু অনেক নাটক ৰচনা কৰিছিল। উল্লেখযোগ্য নাটসমূহ হ'ল— *কুকুৰীকণাৰ আঠমঙ্গলা* (১৯১৬), *বিয়া বিপৰ্যয়* (১৯২৫), *নিবোকা বজা* (১৯২৮), *টেঙৰ ভেঙৰ* (১৯৩৫), *টিপচহী* (১৯৩৯), *মেলটৰী* (১৯৪৬), *ভোটৰ কাণৰ* (১৯৫২), *বৈদেহী বিয়োগ* (১৯৫২), *চৰণৰ ধূলি* (১৯৫৫), *লেক লেঠলানি* (১৯৫৫), *প্ৰচ্ছন্ন পাণ্ডৱ* (১৯৫৬), *অজামিলৰ মুক্তি* (১৯৬০), *স্বৰ্গ নে মৰ্ত্য* (১৯৭০), *টেঙৰী আইতা* (১৯৭০), *ভাং কছাৰী* (১৯৭০), *ভুক্কাত হাতী* (১৯৭০)। গল্পৰ কিতাপ — *চন্দ্ৰহাৰ* (১৯২০) আৰু *মোহনভোগ* (১৯২৪)। *জ্ঞান লহৰী* (১৯২৪), *অসমৰ ধৰ্মাধিকাৰসকলৰ উপাধি বিচাৰ* (১৯৩০), *বাংঢালী* (১৯৫৫) আন পুথি। শিশু-পুথিও ৰচনা কৰিছিল, যেনে— *ধ্ৰুৱ* (১৯২৪), *মৌ-মহাভাৰত* (১৯২৪), *জুনজুনি* (১৯৬৪) *চেনেহৰ জৰী।* শেষোক্ত দুখনৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ পৰা শিশু সাহিত্য বঁটা লাভ কৰিছিল। ১৯৬১ চনত সংগীত নাটক একাডেমীৰ বঁটা লাভ কৰে। ১৯৬৪ চনত ডিগবৈত বহা অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰিছিল। ১৯৮২ চনত সাহিত্য সভাই 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰে। (১২২, ১৯০, ২১৫)

**মিনি এমঞ্জ** (২৮।১১।১৯০৮ - ২।৩।১৯৭৭): জন্ম শিৱসাগৰ চহৰৰ খৃষ্টান পট্টীত। পিতৃ জগত চন্দ্ৰ দাস, মাতৃ ইলাইজা। মাক ঢুকোৱাত আইতাকৰ লগত শিৱসাগৰতে ল'ৰালিৰ সৰহছোৱা কাল কটায়। চিটাগংগ, শিলচৰ আৰু শিৱসাগৰৰ ফুলেশ্বৰী স্কুলত পঢ়িছিল। শিৱসাগৰৰে নিধি লিবাই ফাবোৱেলৰ*জী নাতি উইলিয়াম এমঞ্জৰ লগত বিয়া হয়। শিৱসাগৰৰে এখন প্ৰাথমিক বিদ্যালয়ৰ শিক্ষয়িত্ৰী আছিল। ১৯৬৩ চনত সুশিক্ষকতাৰ বাবে ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰিছিল। এনে পুৰস্কাৰ পোৱা প্ৰথম অসমীয়া মহিলা। *'তীৰ্থযাত্ৰী', 'বাইবেল সৌৰভ'* আৰু *'মৰমী আইতা'* নামৰ তিনিখন শিশুপুথিৰ ৰচয়িত্ৰী। (২৬১)

**মিশ্ৰদেৱ** ( ? - ১৬৩২): অন্য নাম হৰিচৰণ। পিতৃ ৰামকন্দলি। বংশী গোপালদেৱৰ* তত্বাৱধানত ডাঙৰ-দীঘল হৈছিল। কুকুৰাবাহী সত্ৰৰ ভাগৱতী আছিল। সুন্দৰকৈ ভাগৱত ব্যাখ্যা কৰিব পাৰিছিল বাবে 'ভাগৱত

মিশ্ৰ' নামেৰেও জনাজাত আছিল। বংশীগোপালদেৱৰ মৃত্যুৰ পিছত কুকুৰাবাহী সত্ৰৰ অধিকাৰ হয়। গুৱাহাটীৰ অশ্বক্লান্তত কিছুকাল আছিল আৰু তাতে বিয়া কৰায়। ১৬২৩ চনত প্ৰতাপ সিংহ* স্বৰ্গদেৱৰ ৰোষত পৰি বন্দী হয় আৰু বন্দী অৱস্থাতে মৃত্যু বৰণ কৰে। (৯৭)

**মীননাথ:** লুইপা চাওক।

**মুকুন্দ কাকতি** (৩।১।১৯১১ - ২০।৯।১৯৪২): জন্ম নলবাৰীৰ ওচৰৰ সোণকানি গাৱঁত। পিতৃ মধুৰাম, মাতৃ



মুকুন্দ কাকতি

দীনবালা। বৰশালা মধ্য ইংৰাজী স্কুলৰ পৰা শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ অৰ্থাভাৱত আৰু পঢ়িব নোৱাৰিলে। জীৱিকাৰ সন্ধানত গমিৰি পায়গৈ আৰু তাত দোকান দিয়ে। বিয়াল্লিশৰ আন্দোলনত কনকলতাৰ* স'তে গহপুৰ অঞ্চলৰ নেতৃত্ব লৈছিল। পুলিচৰ গুলীত কনকলতা বাগৰি পৰাৰ পিছত জাতীয় পতাকা তেওঁ নিজ হাতত তুলি লোৱাত তেৰোঁ শ্বহীদ হয়। (৪৩, ১৪৯)

**মুক্তানাথ বৰদলৈ** (২০ শতিকা): ডিব্ৰুগড়ৰ মানুহ। প্ৰাক-স্বাধীনতা কালত কলিকতালৈ গৈ তাৰ আৰ্ট স্কুলৰ পৰা ডিপ্লোমা লৈছিল। আধুনিকতাৰ বাৰ্তাবাহী প্ৰথম অসমীয়া চিত্ৰকৰ। দক্ষ ফটোগ্ৰাফাৰো আছিল। (১৪৪)

**মুক্তানাথ বুঢ়াগোহাঞি** (১৮৫৬-১৯৬৩): জন্ম শিৱসাগৰৰ ওচৰৰ দিহিং নৈৰ পাৰৰ ৰাজবাৰীত। পিতৃ ভকতৰাম, মাতৃ পৰমেশ্বৰী। শিৱসাগৰ হাইস্কুলত অষ্টম শ্ৰেণী মানলৈকে পঢ়ি পঢ়া এৰে আৰু মৌজা চলাবলৈ লয়। লাকুৱাত এখন স্কুল খুলি তাৰ প্ৰধান শিক্ষক হয়। সাহিত্য-সংগীত-অভিনয় আদিত ৰাপ আছিল। আহোম বুৰঞ্জীও ভালদৰে জানিছিল। বৈষ্ণৱ ধৰ্ম প্ৰচাৰত উৎসাহী আছিল। (২১৭, ২৪১)

**মুন্সী কেফায়ৎ উল্লা** (১৯ শতিকা): শিৱসাগৰৰ পাৰ্চী পঢ়িয়া বংশৰ লোক। সদৰামীন ৰূপে বিভিন্ন ঠাইত চাকৰি কৰি অৱশেষত গুৱাহাটীৰ মাছখোৱাত বাস কৰিছিল। গুৱাহাটীৰ নিজা মাটিত আৰু নিজা খৰছত এখন পাৰ্চী সংস্কৃত বিদ্যালয় স্থাপন কৰিছিল। পিছলৈ ই মাছখোৱা মজলীয়া স্কুলত পৰিণত হয়। মাছখোৱাৰ মছজিদ নিৰ্মাণ কৰোঁতা। মাছখোৱাত হিন্দু-মুছলমান নিৰ্বিশেষে সাতদিন জোৰা বিহু উৎসৱৰ সূচনা কৰিছিল। লেখকো আছিল। অৰুনোদই কাকতত প্ৰবন্ধ-পাতি লিখাৰ উপৰিও *'ৰঙ্গিলীৰ পুথি'* নামে এখন নাট আৰু *'কৃষি-দৰ্পণ'* নামৰ এখন কৃষিবিষয়ৰ পুথিৰ ৰচক। বৃটিছ চৰকাৰে 'খান বাহাদুৰ' উপাধিৰে বিভূষিত কৰিছিল। (৫৩, ২০০, ২১১, ৩৮৭)

**মুন্সী ৰহমত আলি** (১৯-২০ শতিকা): পুৰণিগুদামৰ মানুহ। ইংৰাজী ভালকৈ নাজানিছিল যদিও নিজ চেষ্টাৰ জোৰত ১৮৭৩ চনত এখন চাহ বাগিচা খুলি ১৮৯৩ চনমানত তিনিশ একৰ জোৰা দুখনকৈ বাগিচাৰ মালিক হৈছিলগৈ। বৃটিছ চৰকাৰে অনাৰেৰী মেজিষ্ট্ৰেট নিযুক্ত কৰিছিল। (১৫)

**মূলা গাভৰু** ( ? - ১৫৩২): আহোম সেনাপতি ফাচেংমুং বৰগোহাঁইৰ পত্নী। ফাচেং মুং ১৫২৭ চনত বংগৰ

নবাব মছল খাঁৰ সেনাপতি তুৰ্বকৰ লগত আহোম সেনাৰ কলিয়াবৰত হোৱা ৰণৰ অন্যতম সেনাপতি আছিল। তেওঁ ৰণত পৰাত মূলা গাভৰুৱে ইযাৰ পোতক তুলিবলৈ প্ৰতিজ্ঞা কৰে। ১৫৩২ চনত তুৰ্বকে পুনৰ আক্ৰমণ কৰাত দিকৰাই-মুখত হোৱা ৰণত যোগ দিয়ে আৰু পৰাক্ৰমেৰে যুঁজি শত্ৰুৰ হাতত মৃত্যু বৰণ কৰে। নামচেংখাম আৰু নাখামচেন নামেৰেও প্ৰখ্যাত আছিল। (৪৯, ২৫১, ২৯৮)

**মেচা বৰবৰুৱা** (১৮ শতিকা) : প্ৰথমজনা ৰঙাচিলা ফুকনৰ পুতেক। চুডফা* পৰ্বতীয়া ৰজাৰ দিনত বৰবৰুৱা পদ পায়। ৰামধ্বজ সিংহৰ* বিধবা কুঁৱৰীক বিয়া কৰাই আৰু জীয়েকক পৰ্বতীয়া ৰজালৈ বিয়া দি ইমান ক্ষমতাশালী হৈ উঠিছিল যে আতন বুঢ়াগোহাঁইকে* প্ৰমুখ্যে প্ৰায় সকলো ৰাজ-বিষয়াকে তাচ্ছিল্য কৰিবলৈ লৈছিল। ফলত বুঢ়াগোহাঁয়ে তেওঁক বৰবৰুৱা পদৰ পৰা আঁতৰায়। মেচা পলাই গৈ গুৱাহাটীৰ বৰফুকন লালুকসোলাৰ* লগ লাগিল গৈ আৰু আতনৰ বিৰুদ্ধে তেওঁক উচটাবলৈ ধৰিলে। জোৱাঁয়েক পৰ্বতীয়া ৰজাই আতনৰ বিৰুদ্ধে একো ব্যৱস্থা নোলোৱাত তেওঁকো মানুহ পঠাই ঘৈয়াইছিল। পিছত অৱশ্যে ৰজাৰ লগত পুনৰ সম্ভাৱ হয়। আতনৰ হত্যা আৰু ৰজাৰ পদচ্যুতিৰ পিছত লালুকৰ সৈন্যই ভায়েক কিৰ্কিৰিয়াৰ সৈতে তেওঁক বন্দী কৰি তেওঁৰ চকু উঘালে আৰু নিকাৰি নামে ঠাইলৈ তেওঁক নিৰ্বাসন দিয়ে। হৰনাথ* আৰু শ্ৰীনাথৰ* ককাক আৰু বদন চন্দ্ৰ বৰবৰুৱাৰ* আজো ককাক। (২৯০, ২৯৫)

**মেৰি এফ. লৰেন্স্ গাৰ্নি** (১৯ শতিকা) : অসমলৈ অহা বেপ্টিষ্ট মিছনেৰী এ. কে. গাৰ্নিৰ* পত্নী। ১৮৭৭ চনত *'ফুলমতী আৰু কৰুণা'* নামে এখন উপন্যাস জাতীয় পুথি ৰচনা কৰিছিল। (১২৯, ২০০, ২০৪)

**মোজাম্মিল হক** (১৯৫৭ - ৫।১০।১৯৭২) : জন্ম মঙ্গলদৈ চহৰত। পিতৃ নাছিৰুদ্দিন আহমেদ, মাতৃ হাবিদা বেগম। '৭২ চনৰ ভাষা আন্দোলনৰ সময়ত খাৰুপেটিয়াত দুৰ্বৃত্তৰ


মোজাম্মিল হক

দ্বাৰা প্ৰহৃত হয় আৰু গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত মৃত্যু বৰণ কৰে। মৃত্যুৰ সময়ত স্কুলীয়া ছাত্ৰ আছিল। (১৭৫ক, ৩৪০)

**মোমাই তামুলী বৰবৰুৱা** ( ? - ১৬৫৪): জন্ম শিৱসাগৰৰ চৰাইদেউ অঞ্চলত। লুখুৰাখুন ফৈদৰ মানুহ আছিল। প্ৰকৃত নাম শুকুতি (মেমাই ন্যোচাং ?)। ভাগিনীয়েকৰ ঘৰত চাৰি টকাৰ কাৰণে বন্ধা হৈ আছিল। তেওঁ ধুনীয়াকৈ পতা বাৰী দেখা পাই প্ৰতাপ সিংহ* স্বৰ্গদেৱে মৰমতে তেওঁক ভাগিনীয়েকৰ পৰা মোকলাই কাৰেঙৰ তামুলী লিগিৰা পাতে। তেওঁৰ কাৰ্যত সন্তুষ্ট হৈ স্বৰ্গদেৱে তেওঁক কাৰেঙৰ পৰা নি প্ৰথমে তিপমীয়া ৰাজখোৱা আৰু পিছত ৰজাৰ বাৰী চোৱা বৰতামুলী পদ দিয়ে। কৰ্তব্যনিষ্ঠাৰ গুণত শেষত বৰবৰুৱা খিতাপ পায়। ৰাজকাৰ্যত প্ৰতাপ সিংহৰ* সোঁহাত আছিল। ১৬০৮ চনত আহোম আমোলা তন্ত্ৰৰ আমূল পৰিবৰ্তন সাধন কৰে। মোগলৰ মনচবদাৰী প্ৰথা অনুযায়ী বৰা, শইকীয়া, হাজৰিকা, বৰুৱা, ৰাজখোৱা, ফুকন আদি পদবীৰ সৃষ্টি কৰা হয় আৰু পিয়লৰ প্ৰৱৰ্তন

কৰা হয়। শাসনৰ সুবিধাৰ্থে পাইক প্ৰথাৰ সৃষ্টি কৰি গাওঁবিলাক একো-একোটা চুবুৰী আৰু খেলত ভাগ কৰা হৈছিল। বৃত্তিয়াল গাঁৱৰ সৃষ্টি কৰা হৈছিল আৰু প্ৰত্যেক অসমীয়াই সূতা কটা আৰু কাপোৰ বোৱা বাধ্যতামূলক কৰা হৈছিল।

মোগলৰ পৰা দেশ ৰক্ষা কৰিবলৈ গুৱাহাটীৰ পূবে কাজলিমুখত বাৰ বছৰ আছিল। ১৬৩৯ চনত মোগলৰ সেনাপতি আল্লাহ য়াৰ খাঁৰ লগত সন্ধিপত্ৰত চহী কৰে, যাৰ ফলত গুৱাহাটীৰ পৰা অসমৰ পশ্চিমাংশ মোগলৰ হাতত থাকে। তেওঁৰ জীয়েক পাখৰী গাভৰুক* জয়ধ্বজ সিংহই* বিয়া কৰাইছিল। তেওঁৰ পুত্ৰসকল হ'ল — লালুকসোলা বৰফুকন*, মৰাণী বৰবৰুৱা*, ভাতধৰা ফুকন* আৰু লাচিত বৰফুকন।* (১৮৮, ২৭৮, ২৮৪)

**মোৱাজ্জিন আলি** (১৯২৫ - ৯।১২।১৯৮৪): জন্ম গুৱাহাটীত। পিতৃ মোকচদ আলি। গুৱাহাটীতে পঢ়াশুনা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত কাৰ্যালয় সহকাৰীৰূপে চাকৰি কৰিছিল। মঞ্চত অভিনয়ত সৰুৰে পৰা ৰাপ আছিল। গুৱাহাটী শিল্পী সংঘই পাতনি মেলা সহ-অভিনয়ত অংশগ্ৰহণ কৰিছিল। অভিনয় কৰাৰ উপৰিও 'নিমিলা অঙ্ক', 'মাটিৰ স্বৰ্গ', 'মুকুতা' আদি ভালেমান কথাছবিতো ভাও লৈছিল। (৪০০)

**মোহন চন্দ্ৰ মহন্ত** (১৮।১০।১৯০৩ - ২৬।২।১৯৮৯): জন্ম যোৰহাটৰ ওচৰৰ কৰঙাৰ তেলপানী সত্ৰত। পিতৃ যাদৱ চন্দ্ৰ, মাতৃ বেকেশ্বৰী। নামতিৰ কাকতিগাওঁত কিছুকাল পঢ়ি গোলাঘাট বেজবৰুৱা হাইস্কুলত নাম লগায়। ১৯২৪ চনত তাৰ পৰা তিনিটা বিষয়ত লেটাৰ লৈ অসম উপত্যকাৰ ভিতৰত দশম হৈ প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯২৮ চনত কটন কলেজৰ পৰা বুৰঞ্জীত স্নাতক সহ বি.এ. উপাধি লয় আৰু আৰ্ল ল কলেজত আইন পঢ়িবলৈ ধৰে। লগতে লক্ষ্মীনাথ ফুকনৰ* সম্পাদনাত গুৱাহাটীৰ পৰা ওলোৱা 'সাদিনীয়া অসমীয়া'ৰ যোগেদি সাংবাদিকতাৰ চৰ্চাও আৰম্ভ কৰে। ১৯৩০-৩১ চনৰ সংকটময় কালছোৱাত সাদিনীয়া আৰু তিনিদিনীয়া - দুয়োখন 'অসমীয়া'ৰে সম্পাদক, প্ৰকাশক আৰু মুদ্ৰাকৰ, — এই তিনিওটা দায়িত্ব লৈ


মোহন চন্দ্ৰ মহন্ত

ভাৰতৰ স্বাধীনতা যুঁজত বৰঙণি যোগাইছিল। ইতিমধ্যে আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৩১ চনত ঘৰুৱা সমস্যাৰ বাবে যোৰহাটলৈ গৈ তাত ওকালতি আৰম্ভ কৰে,— যদিও সাংবাদিকতাৰ লগত সম্পৰ্ক এৰি দিয়া নাছিল। 'টাইমচ্ অৱ আচাম', 'আচাম ট্ৰিবিউন', 'ষ্টেটচ্‌মেন', আদি কাকতৰ 'নিজা প্ৰতিনিধি' আছিল। প্ৰায় সাতমাহ কাল যোৰহাটৰ পৰা ওলোৱা 'জনমভূমি' কাকত সম্পাদনা কৰিছিল। নিষ্ঠাবান সাংবাদিক আৰু জাতীয় কংগ্ৰেছৰ অক্লান্ত কৰ্মী হোৱাৰ উপৰিও মহাপুৰুষীয়া ধৰ্মৰো একান্ত সেৱক আছিল। ধৰ্ম, সমাজ, সংস্কৃতি সম্পৰ্কীয় বিভিন্ন প্ৰবন্ধ-পাতি লিখাৰ উপৰিও শংকৰদেৱৰ* 'ভক্তি ৰত্নাকৰ'ৰ ৰামচৰণ ঠাকুৰে* কৰা অসমীয়া অনুবাদটো সযতনে সম্পাদনা কৰি উলিয়াইছিল। দ্বিতীয়াকৈ সম্পাদনা কৰা আন এখন লেখত লবলগীয়া পুথি হ'ল *শ্ৰীশ্ৰী গোপালদেৱৰ চৰিত্ৰ'*। *'চিন্তা বিচিত্ৰা'* তেওঁৰ শেষ বয়সৰ প্ৰবন্ধ সংকলন। অসম সমবায় আন্দোলন, ৰায়ত সভা,

অসম ছাত্ৰ সম্মিলন, অসম সাহিত্য সভা, শ্ৰীশ্ৰী গোপালদেৱৰ থান নিৰ্মাণ সমিতি আদি এশ এবুৰি ৰাজহুৱা অনুষ্ঠানৰ স'তে জড়িত আছিল। দখি মহন্তৰ* জ্যেষ্ঠ ভ্ৰাতৃ। (৩৬, ৪০০)

**মোহনমালা গোহাঁই** (১৮ শতিকা) : ৰুদ্ৰ সিংহৰ* তৃতীয় পুত্ৰ। মাক পানী ফুকনৰ ঘৰৰ, ৰজাৰ চমুৱা কুঁৱৰী আছিল। 'বৰজনা গোহাঁই' নামেৰেও জনাজাত মোহনমালা বিতোপন চেহেৰাৰ অমায়িক লোক আছিল। ভালেমান লোকে তেওঁৰ খাটনিত বিষয় পাইছিল। এনেকি ককায়েক শিৱসিংহই* কীৰ্তিচন্দ্ৰক* বৰবৰুৱা পাতিছিল তেওঁৰ অনুৰোধতেই। ৰুদ্ৰ সিংহই কৰি যোৱা ব্যৱস্থা মতে সৰু ককায়েক প্ৰমত্ত সিংহৰ* পিছত তেৱেঁই ৰজা হোৱাৰ কথা আছিল। কিন্তু ৰাজকাৰ্যত তেওঁৰ যথেষ্ট প্ৰভাৱ থকাত তেওঁ ৰজা হোৱাটো কীৰ্তিচন্দ্ৰই ইচ্ছা কৰা নাছিল। গতিকে প্ৰমত্ত সিংহৰ নৰিয়াকালত কীৰ্তিচন্দ্ৰই ষড়যন্ত্ৰেৰে বন্দী কৰি নামৰূপৰ দুৰ্গম হাবিলৈ ৰখীয়া দি পঠিয়াই দিয়ে। ইতিমধ্যে প্ৰমত্ত সিংহৰ মৃত্যু হোৱাত মোহনমালাক বিচাৰি নাপাই বিষয়াসকলে তেওঁৰ ভায়েক ৰাজেশ্বৰ সিংহক* ৰজা পাতে। সৰবৰহী মোহনমালাক কোনো ৰাজবিষয়াই সততে একো নকৰে - এই কথা জানি মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বিদ্ৰোহী সকলে তেওঁক শিখণ্ডীৰূপে ৰাখিছিল। কিন্তু ৰাজ্য লোৱাৰ পিছত ৰাঘ মৰাণ* আদিয়ে তেওঁক আৰু তেওঁৰ পুত্ৰ চাৰু সিংহক* বিহ খুৱাই হত্যা কৰে। (২৮৮, ২৯০)

**মোহিনী ৰাজকুমাৰী** (১৮৯৫ - ) : জন্ম গোলাঘাটৰ মহুৰা মৌজাৰ বিলতীয়া গাওঁত। পিতৃ কনচেং বৰপাত্ৰ গোহাঁইৰ* বংশধৰ চক্ৰেশ্বৰ গোহাঁই। মাতৃ থিৰেশ্বৰী। স্বামী বসন্ত বৰগোহাঁই। সাহসী মহিলা আছিল। ঘোঁৰাত উঠা, তৰোৱাল চলোৱা, বন্দুক লৈ চিকাৰলৈ যোৱা আদি কামত অভ্যস্ত আছিল। দুটি সন্তানৰ জন্মৰ পিছত স্বামীৰ মৃত্যু হোৱাত জীৱিকা উপাৰ্জনৰ বাবে ঠিকাৰ কাম কৰিছিল। প্ৰথম অসমীয়া মহিলা ঠিকাদাৰ। গোলাঘাট লোকেল বোৰ্ড, আঞ্চলিক পঞ্চায়ত, মণ্ডল কংগ্ৰেছ, মহিলা সভা আদিৰ লগত জড়িত আছিল। যোৰহাট জজ কোৰ্টৰ জুৰীও হৈছিল। বাৱন্ন বছৰ বয়সত 'জয়মতী' চিনেমাত ৰাজমাওৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। নাটকতো ভাও লৈছিল। অভিনয় কৰা বাবে সমাজে এঘৰীয়া কৰিছিল। অভিনয় প্ৰতিভাৰ স্বীকৃতি হিচাপে ১৯৬৭ চনত গুৱাহাটীৰ 'নিউ আৰ্ট প্লেয়াৰ্ছৰ' দ্বাৰা সম্বৰ্ধিত হৈছিল। (৫০)

**মৌলানা তৈয়বুল্লা** (১৮৯৪ - ৩০।১০।১৯৬০) : জন্ম গুৱাহাটীত। পিতৃ মছিয়ৎ উল্লা চৰকাৰী হাকিম আছিল। প্ৰথমে গোলাঘাট বেজবৰুৱা স্কুলত, পিছত শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ি ১৯০৯ চনৰ প্ৰৱেশিকা পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ বেথাৰাম ঠাকুৰীয়া সোণৰ পদক লাভ কৰে। কটন কলেজৰ পৰা আই. এছ. চি. পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেচিডেন্সী কলেজত পঢ়িবলৈ যায়। ১৯১৩ চনত পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণীৰ সম্মান সহ বি.এছ.চি. উপাধি লাভ কৰে। কলিকতাতে অমিশ্ৰ গণিতত এম.এছ.চি, লগতে আইন বিভাগতো নাম লগাইছিল। এম.এছ.চি পৰীক্ষা নিদিলে যদিও বি.এল. পাছ কৰি ১৯১৯ চনত গুৱাহাটীত ওকালতি আৰম্ভ কৰে। মাজতে আলিগড়ৰ জামিয়া মিলিয়া ইচলামিয়াত বিজ্ঞানৰ শিক্ষকৰূপে দুবছৰ (১৯২২-২৪) কাম কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ যুঁজাৰু আছিল। বি.এছ.চি. উপাধি লোৱাৰ পিছতে চৰকাৰে ই.এ.চি. পদ যাঁচিছিল যদিও সেই কাম লোৱা নাছিল। ১৯২২ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক, পিছত সভাপতি হয়। ১৯২৬ চনত পাণ্ডু কংগ্ৰেছৰ আদৰণি সভাৰ সম্পাদক, সেই বছৰতে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক হৈ ১৯৩১ চনলৈকে থাকে। ১৯৪০ চনৰ পৰা

১৯৪৭ চন পৰ্যন্ত এই কমিটিৰ সভাপতি আছিল। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয়ভাৱে সহযোগ কৰি প্ৰথমবাৰ প্ৰায় ছমাহ, দ্বিতীয়বাৰ প্ৰায় তিনি বছৰ (১৯৪২-৪৫) জেল খাটিছিল। কেইবাবাৰো নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য হৈছিল। স্বাধীনতাৰ পিছত মঙ্গলদৈ সমষ্টিৰ পৰা বিনা প্ৰতিদ্বন্দ্বিতাৰে বিধানসভালৈ নিৰ্বাচিত হৈছিল। কংগ্ৰেছী চৰকাৰৰ মন্ত্ৰীপদো গ্ৰহণ কৰিছিল, কিন্তু



মৌলানা তৈয়বুল্লা

১৯৫০ চনত স্বইচ্ছাই মন্ত্ৰীত্ব ত্যাগ কৰে।

জেলত থকা কালত কেইবাখনো কিতাপ ৰচনা কৰিছিল। সেইবোৰ হ'ল— *উমুল কোৰাণ*, *Islam and Non-Violence, Between the Symbol and the Idol at Last* আৰু ১৯৬২ চনত প্ৰকাশিত তেওঁৰ শ্ৰেষ্ঠ কীৰ্তি *'কাৰাগাৰৰ চিঠি আৰু পোল্কৰ আগষ্ট'*। পদ্মধৰ চলিহা* সম্পাদক থকা কালত 'অসমীয়া' কাকতৰ লগত জড়িত আছিল। গীত-মাত-অভিনয় আদিৰ অনুৰাগী আছিল। (১৩, ৪৩)

**মৌলানা মহম্মদ আলি** (১৭-১৮ শতিকা) : দাক্ষিণাত্যৰ চেকেন্দ্ৰাবাদৰ মানুহ। গুৱাহাটীত থকা দিল্লীৰ মোগল ফৌজদাৰ মনচুৰ খাঁ নবাবৰ পুতেকহঁতক পঢ়াইছিল। গদাধৰ সিংহই* মনচুৰ খাঁক পৰাস্ত কৰি গুৱাহাটী উদ্ধাৰ কৰাৰ পিছত অসমতে থাকি যায়। পণ্ডিত লোক আছিল। *'পাদশ্যাহ বুৰঞ্জী'* নামৰ পুথিখন তেওঁৰ কথাৰ ওপৰতে ভিত্তি কৰি ৰচিত। (২৮৮)

## য

**যজ্ঞৰাম খাৰঘৰীয়া ফুকন** (১৮০৫-১৮৩৮): পিতৃ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ* পালিত পুত্ৰ পৰশুৰাম বৰুৱা*। মাতৃ কামেশ্বৰী। ঘৰতে সংস্কৃত আৰু ফাৰ্চী ভাষা শিকিছিল। মানৰ আক্ৰমণৰ সময়ত পিতৃ পৰিয়ালেৰে সৈতে ভটিয়াই গৈ প্ৰথমে বৰ্তমান বাংলা দেশৰ ৰংপুৰ জিলাৰ চিলিমাৰি, পিছত মুৰ্ছিদাবাদ পায়গৈ। ১৮২৬ চনত গুৱাহাটীৰ ভৰলুমুখত ঘৰ কৰি থাকিবলৈ লয়। ১৮২৭ চনত কলিকতালৈ যায় আৰু তাত দুবছৰমান থাকে। তাতে পাশ্চাত্য শিক্ষা আৰু ব্ৰাহ্ম ধৰ্মৰ প্ৰতি আকৃষ্ট হয়। ৰামমোহন ৰায়ৰ লগত ব্ৰহ্মোপাসনা কৰা প্ৰথম লোকসকলৰ ভিতৰত অন্যতম। চন্দ্ৰকান্ত সিংহ* স্বৰ্গদেউৰ পৰা খাৰঘৰীয়া ফুকনৰ বিষয় পায়। দেশ ইংৰাজে লোৱাত পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ চাকৰি লৈ যোৰহাটত কিছুকাল থাকে। ১৮৩২ চনমানত সদৰামীন হৈ গুৱাহাটীলৈ আহে। ইংৰাজী শিক্ষাৰে শিক্ষিত প্ৰথম অসমীয়া আছিল। ১৮৩৫ চনত গুৱাহাটীত এটা ইংৰাজী আৰু এটা বঙালী স্কুল স্থাপনৰ বাবে উদ্যোগ লৈছিল আৰু তাৰ বাবে অৰ্থ সাহায্যও আগবঢ়াইছিল। পাশ্চাত্য মনোভাৱাপন্ন লোক আছিল। চাহাবৰ লগত বহি মদ আৰু গো মাংস খোৱাত আপত্তি নকৰিছিল। কলিকতীয়া কাকত 'সমাচাৰ দৰ্পণ'ত ইংৰাজী কবিতা বঙলালৈ অনুবাদ কৰিছিল আৰু সতীদাহ বিৰোধ সমৰ্থন কৰি চিঠি লিখিছিল। হিন্দী ভাষাত চাৰিখণ্ডৰ এখন পাঠ্যপুথি লিখাৰ পৰিকল্পনা হাতত লৈছিল। হলিৰাম ঢেকিয়াল ফুকনৰ* ভ্ৰাতৃ। (৬৭, ১২৯, ১৭১)

**যতিনাৰায়ণ শৰ্মা** (১৯২০-১৪।১।১৯৮৬): জন্ম

যোৰহাটত। পিতৃ সৰ্বানন্দ। ১৯৪১ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লগাই ১৯৪৫ চনত বি.এ. উপাধি লয়। ১৯৪৭ চনত নৱ-প্ৰতিষ্ঠিত জগন্নাথ বৰুৱা কলেজৰ পুথি ভঁৰালী কামত সোমায়। ১৯৫১ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম.এ. পাছ কৰে। ১৯৫৫ চনত যোৰহাটৰ টোকলাই কৃষি গৱেষণাগাৰৰ পুথি ভঁৰালী নিযুক্ত হয়। হলেণ্ডত থকা আন্তৰ্জাতিক কৃষি বিজ্ঞান বিষয়ক গ্ৰন্থাগাৰিক সংঘৰ সদস্য আৰু লণ্ডনৰ ৰয়েল চোচাইটি অফ আৰ্টচৰ ফেলো আছিল। ডেকাকালত খেলুৱৈ হিচাপে খ্যাতি আৰ্জিছিল। ১৯৩৭ চনত অসমৰ প্ৰথম ষ্টাম্প সংগ্ৰহ সংঘ Assam Philatelic Association খোলে। খুড়াক তুলসী নাৰায়ণ শৰ্মাৰ* স'তে জে.বি. কলেজ প্ৰতিষ্ঠিত আগভাগ লৈছিল। ভাৰতৰ সাংস্কৃতিক দলৰ সদস্য হিচাপে এবাৰ ছোভিয়েট ৰুছিয়া ভ্ৰমণ কৰিছিল। *Handbook of Librarians, Assamese Culture and Its People, সোণৰ অসম* প্ৰমুখ্যে সৰু-বৰ ১৬ খন পুথিৰ ৰচক। (৩৯১)

**যতীন্দ্ৰনাথ দুৱৰা** (৪।৩।১৮৯২ - ৫।৭।১৯৬৪): জন্ম শিৱসাগৰৰ আমোলাপটীত। পিতৃ শ্যামসুন্দৰ শিৱসাগৰ কাছাৰীৰ আমোলা আছিল। মাক পুণ্যদা। ১৯০৯ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কটন কলেজত কিছুদিন পঢ়াৰ পিছত কলিকতালৈ যায় আৰু তাৰ স্কটিছ চাৰ্চ কলেজত ভৰ্তি হয়। ১৯১৩ চনত তাৰ পৰা বি.এ. পাছ কৰি কলিকতাতে আইন পঢ়ে। কিন্তু পৰীক্ষা দিয়া নহ'ল। স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত কিছুদিন শিক্ষকতা কৰি ১৯১৭ চনত নীলমণি ফুকনৰ* আহ্বানত ডিব্ৰুগড়লৈ আহে আৰু জৰ্জ ইনষ্টিটিউছনত শিক্ষকতা আৰম্ভ কৰে। ১৯২২ চনত পুনৰ কলিকতালৈ যায় আৰু পুনৰ স্কটিছ চাৰ্চ স্কুলৰ শিক্ষক হয়গৈ। এই স্কুলৰ বুৰঞ্জী শিক্ষকৰূপে ১৯৪৭ চনলৈকে আছিল। ১৯৩৮-৪৭ কালছোৱা কলিকতা বিশ্ববিদ্যালয়ে খোলা অসমীয়াৰ এম.এ. শ্ৰেণীত অংশকালীন অধ্যাপনাও কৰিছিল। ১৯৪৮ চনত অসমলৈ আহি ডিব্ৰুগড়ৰ কানৈ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হয়। ১৯৬০ চনত ইয়াৰ পৰা



যতীন্দ্ৰনাথ দুৱৰা

অৱসৰ লৈ শিৱসাগৰত থাকেহি। ইয়াতে মৃত্যু হয়। অবিবাহিত আছিল।

খ্যাতনামা কবি। ৰচনা— *ওমৰতীৰ্থ* (১৯২৫), *কথা কবিতা* (১৯৩৩), *আপোন সুৰ* (১৯৩৮), *বনফুল* (১৯৫২), *মিলনৰ সুৰ* (১৯৬০)। 'বাঁহী' আলোচনী উলিওৱাত লক্ষ্মীনাথ বেজবৰুৱাক* সহায় কৰিছিল। বাঁহীৰ উপৰিও উষা, আৱাহন আদিত কবিতা লিখিছিল। দুখনিমান ভাষণ আৰু এটি গল্পৰ বাহিৰে গদ্য ৰচনা সৰহ নহয়। ১৯৪১ চনত যোৰহাট সাহিত্য সভাই ৰাজহুৱাভাৱে সম্বৰ্ধনা জনাইছিল। ১৯৫৫ চনত গুৱাহাটীত বহা অসম সাহিত্য সভা অধিবেশনৰ সভাপতি আছিল। ১৯৫২ চনত সাহিত্য একাডেমীৰ পুৰস্কাৰ লাভ কৰে। অসম চৰকাৰৰ পৰা সাহিত্যিক পেন্সনো পাইছিল। (১১, ১২০, ১২৭, ১৪৮)

**যতীন্দ্ৰ মোহন দস্তিদাৰ** (৭।১।১৯০৭ - ৩১।১২।১৯৭৪): পূৰ্বপুৰুষ চিলেটৰ মানুহ আছিল। পিতৃ চাহ বাগিচাৰ ডাক্তৰ বেণীমাধৱে লক্ষ্মীপ্ৰসাদ দত্তৰ*

পেহীয়েকক বিয়া কৰাই আৰু নিজৰ জীয়েকক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱালৈ* বিয়া দি ক্ৰমে অসমীয়া হৈ আহিছিল। পুতেক যতীন্দ্ৰই দক্ষিণপাট সত্ৰৰ শিষ্যত্ব লৈ পুৰাপুৰি অসমীয়া হৈ পৰিছিল। পুলিচ বিভাগত ৰাইটাৰ কনষ্টেবোল ৰূপে সোমাই ডি. এছ. পি. ৰূপে অৱসৰ লয়। আজৰি পৰত সাহিত্য চৰ্চা কৰিছিল। *'কৰ্মই ধৰ্ম'*, *'গাঁওৰক্ষী বাহিনীৰ জীৱন'* আৰু *'পুলিচৰ অভিজ্ঞতা'* নামৰ তিনিখন পুথিৰ ৰচক। মৃত্যুৰ আগে আগে গুৱাহাটী সাহিত্য সভাৰ দ্বাৰা অভিনন্দিত হৈছিল। (১৯০ক, ২৩০ক)

**যদুনাথ বৰুৱা** (২০।৩।১৮৮৫ - ১৮।১০।১৯৩৯) : জন্ম যোৰহাটৰ বালিগাঁৱত। পিতৃ দুৰ্গাৰাম। ডিব্ৰুগড়ত তেতিয়াৰ দ্বিতীয় শ্ৰেণী (নৱম মান) লৈকে পঢ়ি ব্যৱসায়ত লাগে। কালীচৰণ নামে তেওঁৰে এজন বঙালী কৰ্মচাৰীৰ পৰা মাটি জৰীপৰ কাম শিকি ডিব্ৰুগড়ত এটা চাৰ্ভে অফিচ খোলে আৰু নতুনকৈ হোৱা চাহ-বাগিচাবিলাক জৰীপ কৰি যথেষ্ট ধন ঘটে। ১৯৪৫ চনত নিজেও চাহ বাগিচা খোলে। ৰাজহুৱা কাম-কাজতো আত্মনিয়োগ কৰিছিল। (২১৭)

**যদুনাথ শইকীয়া** (১০।১২।১৯০৯ - ১৬।৯।১৯৮০): জন্ম গোলাঘাটত। পিতৃ খগীৰাম। ১৯৩১ চনত গোলাঘাট বেজবৰুৱা স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা, ১৯৩৫ চনত দৰ্শনত সন্মান সহ কটন কলেজৰ পৰা বি.এ. পাছ কৰি আইন পঢ়িবলৈ কাশীলৈ যায়। ১৯৩৮ চনত প্ৰথম শ্ৰেণীৰ এল.এল.বি. উপাধি লৈ গোলাঘাটত ওকালতি কৰে। আইন পঢ়া কালতে মাৰ্ক্সবাদৰ প্ৰতি আসক্ত হয়। গোলাঘাটলৈ আহি 'প্ৰগতিশীল সাহিত্য সংঘ' স্থাপন কৰে। চচিয়েলিষ্ট কংগ্ৰেছৰ সদস্যসকলে খোলা 'কৃষক সংঘ'ৰো নেতৃত্ব দিছিল। ১৯৪৩ চনত গোলাঘাটত স্থাপিত হোৱা 'অসম কমিউনিষ্ট পাৰ্টি'ৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অসমৰ কৃষক আৰু শ্ৰমিক আন্দোলনৰ লগত জড়িত আছিল আৰু কেইবাবাৰো কাৰাবাস খাটিছিল। বিধানসভা আৰু লোকসভাৰ নিৰ্বাচনতো নামিছিল, যদিও জয়ী হ'ব পৰা নাছিল। সাহিত্য চৰ্চাও কৰিছিল। বাঁহী, আৱাহন আদি আলোচনীত প্ৰবন্ধ-পাতি লিখিছিল। গৰ্কিৰ *'মা'* আৰু টলষ্টয়ৰ *'নৱজীৱন'*ৰ অনুবাদক। পৰৱৰ্তী অনুবাদৰ বাবে 'ছোভিয়েত দেশ' পুৰস্কাৰ লাভ কৰিছিল। (৩১৯)

**যদুপতি** (আ. ১৭ শতিকা) : *'বাদ্যপ্ৰদীপ'* নামৰ এখনি সংগীত বিষয়ক পদপুথিৰ ৰচয়িতা। (২০৫)

**যদুমণিদেৱ (আধলীয়া)** (১৬-১৭ শতিকা) : ব্ৰাহ্মণ কুলত জন্ম। সুন্দৰীদিয়া সত্ৰৰ পাঠক আছিল। মাধৱদেৱৰ* নিৰ্দেশত বংশী গোপালদেৱৰ* স'তে উজনীলৈ যায় আৰু তাত ধৰ্ম প্ৰচাৰ কৰে। আধলীয়া গ্ৰামত বাস কৰিছিল, সেয়ে 'আধলীয়া যদুমণি' নামেও জনাজাত। তেওঁ আৰু তেওঁৰ চাৰিপুত্ৰই ব্ৰহ্মসংহতিৰ কেইবাখনো সত্ৰ প্ৰতিষ্ঠা কৰিছিল। ১৪ খন সত্ৰত ১৪জন মেধি নিয়োগ কৰিছিল বুলি কথিত। (২০২, ২০৩, ২০৯)

**যদুমণিদেৱ (বৰ)** (১৫৬৪-১৬৩১): জন্ম গোভিৰ গাঁৱত। পিতৃ তাঁতী হাজৰাৰ বংশৰ বৈকুণ্ঠ ভূঞা। ডেকা বয়সতে উদাসীন হৈ পুত্ৰ পৰিবাৰ এৰে। খৰঙা দেশলৈ গৈ বাদ্যযন্ত্ৰ শিকিছিল। বংশী গোপালদেৱৰ* ডেৰেৰাপাৰ সত্ৰত কিছুদিন আছিল। পিছত বৰপেটালৈ যায় আৰু ঠাকুৰ আতাই* মাধৱদেৱৰ* সংগ পোৱাই দিয়ে। শ্ৰীৰামদেৱৰ* সৈতে ভৱানীপুৰীয়া গোপাল আতাত* শৰণ লয় আৰু গুৰু আজ্ঞামতে উজনীলৈ আহি প্ৰথমে সলাৰঘাট, পিছত হিদুলাত সত্ৰ পাতে। ৰজাৰ চাওদাঙে ধৰিবলৈ বিচৰাত পাংমৌৰেদি উত্তৰলৈ গৈ বাঁহবাৰীত সত্ৰ স্থাপন কৰে। তাৰ পৰা ৰজাৰ ভয়ত বানফাঙলৈ যায় আৰু তাতো সত্ৰ পাতে। মৃত্যুলৈকে ইয়াত আছিল। ডফলা, মিচিং আদি জনজাতীয় লোকৰ মাজত ধৰ্মপ্ৰচাৰ কৰিছিল। থকা ঘৰ আৰু ব্যৱহাৰ্য

বস্তু হেঙুল-হাইতালেৰে সজোৱা বাবে এওঁ 'হেঙুলীয়া যদুমণি' নামেৰেও জনাজাত। ভালেমান গীত, ঘোষা, আৰু ঝুমুৰা ৰচনা কৰিছিল। *'ফল্গু যাত্ৰা'* নামে এখন নাটকো ৰচিছিল। (২০০, ২০৭, ২০৯)

**যদুমণিদেৱ (সক)** (১৬-১৭ শতিকা): ভৱানীপুৰীয়া গোপাল আতাৰ* অব্ৰাহ্মণ শিষ্য। গজলা সত্ৰৰ প্ৰতিষ্ঠাতা। (২০০, ২০৯)

**যমুনেশ্বৰী খাটনিয়াৰ** (১৮৯৯ - ।২।১৯২৪): জন্ম গোলাঘাটৰ দ চমুৱা গাঁৱত। পিতৃ ভদৰাম শইকীয়া। মাতৃ গৌৰী। ঘৰতে মঢ়ি মধ্য ইংৰাজী পৰীক্ষা পাছ কৰি মুদৈ-গাওঁ বালিকা বিদ্যালয়ৰ শিক্ষয়িত্ৰী হয়। ১৯২০ চনত ভৈৰৱচন্দ্ৰ খাটনিয়াৰৰ* লগত বিয়া সোমায়। ১৯১৪-১৫ চনৰ পৰা কবিতা লিখা আৰম্ভ কৰে। লক্ষ্মীনাথ বেজবৰুৱাৰ* 'বাঁহী' আৰু পদ্মনাথ বুঢ়াগোহাঞিৰ* 'চেতনা'ত কবিতা প্ৰকাশ পাইছিল। প্ৰকাশিত পুথি— *'অৰুণা'* (১৯১৯)। *'সাবিত্ৰী'* আৰু *'ৰজা লিয়েৰ'* নামৰ দুখন পুথি অপ্ৰকাশিত। মাত্ৰ ২৫ বছৰ বয়সতে মৃত্যুৰ মুখত পৰে। (৮, ২০৭)

**যশোধৰ দ্বিজ** (১৮-১৯ শতিকা): দৰঙী অঞ্চলৰ লোক। ১৮১৭ চনত প্ৰকৃতি খণ্ডৰ একাংশ অসমীয়ালৈ ভাঙে। (২০০, ২১৮)

**যাদৱচন্দ্ৰ দাস** (১৮৮৭-২৯।১১।১৯৫৬): জন্ম বৰপেটাত। পিতৃ মাধৱচন্দ্ৰ, মাতৃ বৃন্দাৱনী। বৰপেটাৰ পৰা এণ্ট্ৰেন্স, কোচবিহাৰৰ পৰা বি.এ. আৰু গুৱাহাটীৰ পৰা বি.এল. পাছ কৰি ১৯১২ চনৰ পৰা তিনি বছৰ বৰপেটা চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল। পিছত বৰপেটাতে ওকালতি ব্যৱসায়ত লাগে। বৰপেটাৰ সামাজিক কাম-কাজৰ লগত জড়িত আছিল। বৰপেটা বিদ্যাপীঠ, বৰপেটা এম.চি. কলেজ আদিৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ১৯১৮ চনত বৰপেটাত শংকৰ জন্মোৎসৱ পালনৰ গুৰিতে তেওঁৱেই আছিল। দয়ালচন্দ্ৰ সূত্ৰধাৰৰ* জ্ঞাতিভাই। (২২)

**যাদৱ চন্দ্ৰ বৰুৱা** (১৮৫১-১৯২৪): জন্ম নগাঁৱৰ হাতীচোঙত। পিতৃ খগেশ্বৰ। ঘৰত ইংৰাজী পঢ়িবলৈ নিদিয়াত পলাই আহি ভিনিহিয়েকৰ তত্বাৱধানত শিৱসাগৰ হাইস্কুলত এণ্ট্ৰেন্স শ্ৰেণীলৈকে পঢ়ে। ১৮৬৮ চনত পুলিচ বিভাগত সোমাই কহিমা, মোককচাং আদিত কাম কৰি ১৮৯৮ চনত মাটি হাকিম হয়। ১৯০৩ চনত অৱসৰ লৈ গোলাঘাটত স্থায়ীভাৱে বাস কৰে। উচ্ছৃংখল নগাক বশ কৰাত সন্তুষ্ট হৈ চৰকাৰে 'ৰায় বাহাদুৰ' খিতাপ দিয়ে। মূল্যবান পুথিভঁৰাল এটাৰ গৰাকী আছিল। মৃত্যুৰ পিছত সেইটো উত্তৰ গুৱাহাটীৰ আনন্দৰাম লাইব্ৰেৰীত দান দিয়া হয়। (১৮৩, ১৮৫)

**যাদৱ প্ৰসাদ চলিহা** (১৯০১ - ১৯৮০): জন্ম শিৱসাগৰত। পিতৃ কালীপ্ৰসাদ*। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি. এছ-ছি. উপাধি লৈছিল। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি ছমাহ কাৰাবাস খাটে। ১৯৩০ আৰু ৪২ৰ আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৩৭ চনত ব্যৱস্থাপক সভালৈ কংগ্ৰেছ প্ৰাৰ্থীৰূপে নিৰ্বাচিত হৈছিল। খ্যাতিমান ব্যৱসায়ীও আছিল। (২৩ক)

**যুগল দাস** (৩।৫।১৯১০ - ১৭।১০।১৯৮৯): জন্ম গুৱাহাটীৰ পাণ বজাৰত। পিতৃ মনুৰাম, মাতৃ নমিতা। লতাশিল প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তি লাভ কৰি কটন কলেজিয়েট স্কুলত নাম লগায়। তাৰ পৰা অংক আৰু সংস্কৃতত লেটাৰ সহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজৰ বিজ্ঞান বিভাগত নাম লগায় আৰু তাৰ পৰা সুখ্যাতিৰে বি.এছ-চি পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত শ্বিলঙৰ এডমাণ্ড্চ্ কলেজৰ পৰা বি.টি. উপাধি লাভ কৰে।

কলেজিয়েট স্কুলৰ ড্ৰইং শিক্ষকৰূপে চাকৰি জীৱন আৰম্ভ কৰিছিল। পিছত শিক্ষকতা এৰি ক্ৰমে হস্তশিল্প বিভাগৰ অধীক্ষক, শুল্কৰ বিভাগৰ অধীক্ষক, কৰ বিভাগৰ সহকাৰী আয়ুক্ত, সাংস্কৃতিক বিভাগৰ প্ৰথমে উপসঞ্চালক, পিছত প্ৰদৰ্শনী বিষয়া আদি বিভিন্ন চৰকাৰী পদত থাকি অৱসৰ লয়। অৱসৰ গ্ৰহণৰ পিছতো তিনি বছৰ কাল চৰকাৰৰ বেচা-কিনা নিগম বিভাগৰ সঞ্চালকৰ দায়িত্বত আছিল।

খ্যাতিমান শিল্পী আৰু লেখক। মাত্ৰ ১৬ বছৰ বয়সত পাণ্ডুত বহা ভাৰতীয় কংগ্ৰেছ অধিবেশনৰ তোৰণ এক নিশাতে সাজি উলিয়াইছিল। পিছলৈ চৰকাৰৰ প্ৰদৰ্শনী



যুগল দাস

বিষয়া হিচাপে ভাৰতৰ বিভিন্ন ঠাইত হোৱা প্ৰদৰ্শনীবিলাকত 'অসম মণ্ডপ' নিৰ্মাণ কৰিছিল। ১৯৫৪ চনত দিল্লীত বহা বিশ্ব কৃষি প্ৰদৰ্শনীত এই কামৰ বাবে সোণৰ পদকেৰে পুৰস্কৃত হৈছিল। ১৯৫৭ চনত তিনিচুকীয়াত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বাবে পোল্কৰ ফুট ওখ এটা তোৰণ নিৰ্মাণ কৰি দিছিল। একালত ভালেমান ছবিও আঁকিছিল আৰু সেইবোৰ 'আৱাহন' আদি সমসাময়িক কাকতত প্ৰকাশ পাইছিল। অসম সাহিত্য সভাৰ প্ৰতীক আঁকোতা। নগাঁৱত চাকৰি কৰা কালত শংকৰ মিছনৰ বাবে অসমৰ এখন সাংস্কৃতিক মানচিত্ৰ তৈয়াৰ কৰিছিল। আগবয়সতে গীত লিখিছিল, গাইছিল আৰু অভিনয়ো কৰিছিল। নগাঁৱৰ নাট্যমন্দিৰ আৰু গুৱাহাটীৰ ভাস্কৰ নাট্য মন্দিৰত হোৱা প্ৰায়বোৰ বুৰঞ্জীমূলক নাটকত অভিনয় কৰিছিল। পিচলৈ মঞ্চ নিৰ্দেশক হয়। 'লাচিত বৰফুকন' আৰু 'প্ৰতিধ্বনি' বোলছবিৰ কলা নিৰ্দেশকৰ দায়িত্বত আছিল। ভাস্কৰ ৰূপে বিশেষ প্ৰসিদ্ধি লাভ কৰিছিল আৰু নিজকে খনিকৰ বুলি কবলৈহে ভাল পাইছিল। পুতলা সজা, কাগজ মণ্ডেৰে মুখা আৰু কৃত্ৰিম গাঁঠৰি তৈয়াৰ কৰা আদি লোক-শিল্পৰ বিভিন্ন দিশত হাত দিয়াৰ উপৰিও ভালেমান অসমীয়া ব্যক্তিৰ মূৰ্তি সাজিছিল। সিবোৰৰ ভিতৰত নবীনচন্দ্ৰ বৰদলৈ*, বাণীকান্ত কাকতি*, কনকলাল বৰুৱা,* নলিনীবালা দেৱী,* আদিৰ মূৰ্তি লেখত লবলগীয়া। আগ বয়সত খেলুৱৈ হিচাপেও জনাজাত আছিল। ছাত্ৰাৱস্থাত কটন কলেজিয়েট স্কুল আৰু কটন কলেজৰ ফুটবল টীমৰ কেপ্তেইন আছিল। পিছত গুৱাহাটী ফুটবল এছোচিয়েছন আৰু অসম ফুটবল এছোচিয়েছনৰ সম্পাদক নিৰ্বাচিত হৈছিল।

নাট্যকাৰ আৰু লেখক হিচাপেও প্ৰতিভাৰ পৰিচয় দিছিল। প্ৰখ্যাত নাটক *'পিয়লি ফুকন'*ৰ অন্যতম নাট্যকাৰ আছিল। প্ৰকাশিত নাটক তিনিখন— *'মীৰাবাই'*, *'১৮৫৭'* আৰু *'বায়নৰ খোল'*। *'অসমৰ লোক কলা'*, *'চৌষষ্ঠি কলা'* আৰু *'গহনা গাঁঠৰি'* নামৰ লোক-কৃষ্টি সম্পৰ্কীয় তিনিখন গ্ৰন্থৰ ৰচক। *'মহেন্দ্ৰ নাথ ডেকাফুকন'* আৰু *'গড়ৰ দেশত সিংহ'* নামৰ দুখন জীৱনী গ্ৰন্থও লিখিছিল। শেষ বয়সত ৰচনা কৰিছিল *'কলঘলী'* নামৰ এখন আত্মজীৱনী। অসম সাহিত্য সভাৰ বজিয়া অধিবেশনৰ (১৯৭৩) প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচক আছিল। ১৯৮১ চনত ইয়াৰ তিনিচুকীয়া অধিবেশনৰ সাংস্কৃতিক অনুষ্ঠান মুকলি কৰিছিল। *'মহেন্দ্ৰনাথ ডেকাফুকন'* গ্ৰন্থৰ বাবে সাহিত্য সভাৰ মোহন চন্দ্ৰ শৰ্মা বঁটা লাভ কৰিছিল। (৩৬, ৪০০)

যোগীৰাজ বসু (২৯।১২।১৯১১ - ৯।৭।১৯৭৬): জন্ম

ডিব্ৰুগড়ত। পিতৃ কালীপ্ৰসন্ন, মাতৃ সৰোজিনী। ১৯২৮ চনত ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউছন হাইস্কুলৰ পৰা অসমৰ ভিতৰত দ্বাদশ স্থান অধিকাৰ কৰি প্ৰবেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা ১৯৩০ চনত প্ৰথম বিভাগত আই.এ., ১৯৩২ চনত সংস্কৃত'ত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায়। ১৯৩৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা কলা বিভাগৰ সকলো বিষয়ৰ ভিতৰত সৰ্বাধিক নম্বৰেৰে সৈতে আৰু তিনিটাকৈ সোণৰ পদক সহ সংস্কৃতৰ বেদান্ত শাখাত এম.এ. উপাধি লাভ কৰে। ১৯৩৬ চনত একে কৃতিত্বৰে সংস্কৃতৰ বেদ শাখাত এম.এ. উপাধি লয়। ১৯৩৯ চনত ইংৰাজীৰ সাহিত্য শাখাত দ্বিতীয় স্থান সহ পুনৰ এম.এ. পৰীক্ষা পাছ কৰে। ১৯৬৬ চনত যাদৱপুৰ বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত পি.এইচ.ডি উপাধি লাভ কৰে।

১৯৩৪ চনৰ পৰা ১৯৬৪ চনলৈকে ডিব্ৰুগড়ৰ বিৰাজ ছাত্ৰাবাস টৌলৰ অধ্যক্ষৰূপে আছিল। এই পদত থকা কালতে ডিব্ৰুগড় কলেজৰ (পৰৱৰ্তী নাম কানৈ কলেজ) প্ৰতিষ্ঠাতা অধ্যক্ষ নিযুক্ত হয়। ১৯৬৭ চন পৰ্যন্ত এই পদত থাকি সংস্কৃত বিভাগৰ মূৰব্বী অধ্যাপকৰূপে গুৱাহাটী বিশ্ববিদ্যালয়ত যোগ দিয়ে আৰু ১৯৭৩ চনত ইয়াৰ পৰা অৱসৰ লয়।

সংস্কৃতজ্ঞ লোক আছিল। ১৯৬৭ চনত যাদৱপুৰ বিশ্ববিদ্যালয়ত, ১৯৬৯ চনত এলাহাবাদৰ গংগাৰাম ঝা গৱেষণা কেন্দ্ৰত সংস্কৃত বিষয়ত বক্তৃতা দিছিল। ১৯৭০ চনত য়ুৰোপলৈ যায় আৰু পশ্চিম জাৰ্মানীৰ গোৱেটিংগেন, ইংলেণ্ডৰ অক্সফোৰ্ড আৰু ফ্ৰান্সৰ চৰ্বন বিশ্ববিদ্যালয়ত প্ৰাচীন ভাৰতীয় সংস্কৃতি সম্বন্ধে বক্তৃতা দিয়ে। ১৯৭১ চনত বিশ্বভাৰতীৰ আমন্ত্ৰণ ক্ৰমে সেই বিশ্ববিদ্যালয়ত 'দেবেন্দ্ৰনাথ ঠাকুৰ সোৱঁৰণী বক্তৃতা' প্ৰদান কৰে। ১৯৭৫ চনত অসম সংস্কৃত সম্মিলনৰ নগাঁৱত হোৱা অধিবেশনত দীক্ষান্ত ভাষণ দিছিল। ১৯৬৫-৬৬ চনত ইয়াৰ সভাপতি আছিল। ১৯৬৩ চনত অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনত আলোচনা চক্ৰৰ সভাপতি নিৰ্বাচিত হৈছিল। বিভিন্ন ভাষাত কেইবাখনো মূল্যবান গ্ৰন্থ ৰচনা কৰি গৈছে। সেইবোৰ হ'ল— *জৰথুশ্ত্ৰ* (১৯৬৬, অসমীয়া আৰু বাংলা দুয়ো ভাষাতে), *বেদৰ পৰিচয়* (১৯৭২, অসমীয়া আৰু বাংলাত), *বেদান্ত দৰ্শন আৰু বৈষ্ণৱ ধৰ্ম* (১৯৭৮), *উপনিষদেৰ ভাবাদৰ্শ ও সাধনা* (বাংলা), *India in the Age of Brahmanas* (১৯৮৯), *Studies in Vedic Culture.* (১৫০)

**যোগেন্দ্ৰ নাথ** (১৮৯৪ ১৯৭২) : জন্ম গোৱালপাৰাত। পিতৃ শম্ভুৰাম। বি. এ. পাছ কৰি কলিকতাত আইন পঢ়িছিল। ১৯২৯ চনত পঢ়া বাদ দি স্বাধীনতা আন্দোলনত জপিয়াই পৰে আৰু তিনিমাহ সশ্ৰম কাৰাদণ্ড ভোগে। ১৯৩০, ৩২, ৪০ আৰু ৪২ চনত চাৰিবাৰকৈ মুঠ দুবছৰ ফাটেক খাটিছিল। গোৱালপাৰা জিলা কংগ্ৰেছৰ বহু বছৰ ধৰি সভাপতি হৈ আছিল। গোৱালপাৰা অঞ্চলৰ কৃষক আন্দোলনৰ নেতৃত্ব দিছিল। ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হৈছিল। নামনি অসমৰ প্ৰখ্যাত স্বাধীনতা সংগ্ৰামী। (৪৩ক)

**যোগেন্দ্ৰনাথ ডেকা** (২৬।১।১৯২১ - ৪।১০।১৯৮৮): জন্ম নলবাৰীৰ জাগাৰাত। পিতৃ ভাৰিত চন্দ্ৰ, মাতৃ প্ৰতিমা। ১৯৪০ চনত চামতা হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীৰ হৰিজন হাইস্কুলত কিছুকাল শিক্ষকতা কৰিছিল। ১৯৪৩ চনত ডুমডুমালৈ আহি ব্যৱসায়ত লাগে আৰু অঞ্চলটোৰ সকলো ধৰণৰ সামাজিক অনুষ্ঠানৰ লগতে জড়িত হৈ পৰে। ডুমডুমা টাউন কমিটিৰ চেয়াৰমেন নিৰ্বাচিত হৈছিল। (৪০০)

**যোগেন্দ্ৰ নাথ বৰুৱা** (১৬।১।১৮৮৮ - ২৬।১২।১৯৩৭) : জন্ম উত্তৰ গুৱাহাটীত। পিতৃ বেজদলৈ ভাণ্ডাৰী বৰুৱা বংশৰ ভাবিৰাম। গুৱাহাটীৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি ১৯১৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি. এ. উপাধি লয়। পিছত আইনৰ উপাধিও লৈ গুৱাহাটীত ওকালতি আৰম্ভ কৰে আৰু 'আছাম এছেচিয়েছন'ৰ জৰিয়তে সমাজ সেৱাত লাগে। ১৯১৬ চনত এই অনুষ্ঠানটোৰ সম্পাদকৰ দায়িত্বত আছিল। ১৯২১ চনত অসমত নৱপ্ৰতিষ্ঠিত কংগ্ৰেছ দলত যোগ দি গোপীনাথ বৰদলৈৰ* স'তে যুটীয়াকৈ গুৱাহাটী নগৰ কংগ্ৰেছৰ সম্পাদক হয়। ১৯৩৭ চনত উত্তৰ গুৱাহাটীৰ পৰা অসম ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হৈছিল। কিন্তু কাৰ্যকাল পূৰ



যোগেন্দ্ৰনাথ বৰুৱা

নৌ হওঁতেই মৃত্যু ঘটে। উত্তৰ গুৱাহাটীত হাইস্কুল আৰু আউনীআটী সত্ৰৰ শাখা প্ৰতিষ্ঠা কৰাত, গুৱাহাটীত ভাস্কৰ ইনচিওৰেন্স কোম্পানী, গুৱাহাটী বেংক আদি স্থাপন কৰাত আগভাগ লৈছিল। ১৯৩৬ চনত অসম ছাত্ৰ সম্মিলনৰ নলবাৰীত বহা অধিবেশনৰ সভাপতিত্ব কৰিছিল। (৪০০)

**যোগেশ চন্দ্ৰ তামুলী** (১৮৯০ - ১৯৬৬) : জন্ম নগাঁৱত। শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ চিটি কলেজত ভৰ্তি হয় আৰু ১৯১৪ চনত ইংৰাজীত সম্মান সহ বি.এ. উপাধি লয়। প্ৰথম মহাযুদ্ধৰ সময়ত সৈন্য বিভাগত যোগ দি আফগানিস্থান, মেচোপটেমীয়া আদি নানা ঠাই ঘূৰি ১৯১৯ চনত উভতি আহে আৰু গুৱাহাটীৰ মাণিকচন্দ্ৰ বৰুৱা মধ্য ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয়। পিছত পলাশবাৰীত হাইস্কুল পাতি তাৰ প্ৰধান শিক্ষকৰূপে কিছুকাল চাকৰি কৰাৰ পিছত দৰং জিলাৰ ভেৰাগাঁও চাহ বাগিছাৰ কাৰ্যাধ্যক্ষ হয়গৈ। বাঁহী আদি আলোচনীত প্ৰবন্ধপাতি লিখিছিল। নিচুকনি গীত সংগ্ৰহ কৰিছিল। ভাল অভিনেতা, খেলুৱৈ আৰু সমাজ কৰ্মী আছিল। (২৫৭)

**যোগেশ বৰগোঁহাঞি** (? - ১০।১০।১৯৪৪) : ডিব্ৰুগড় অঞ্চলৰ মুক্তিযোদ্ধা। ওকালতি কৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত এবছৰ কাৰাবাস খাটে। ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। পদ্মকুমাৰী বৰগোহাঁইৰ* স্বামী। (৩২২)

**যোগেশ উঁৰালী** (১৯১০ - ২৯।৮।১৯৮৯): জন্ম বৰপেটাৰ কুমাৰহাটীত। মাক দেউতাকৰ অনুপ্ৰেৰণাত সংগীতৰ প্ৰতি আকৃষ্ট হৈ গোৱালপাৰাৰ দেৱীচৰণ দাসৰ ওচৰত লোকগীত আৰু দোতাৰা বজোৱাৰ শিক্ষা লয়। খ্যাতিমান লোক সংগীতজ্ঞ। ১৯৩৫ চনত মেগাফোন কোম্পানীয়ে আৰু ১৯৪২ চনত 'হিজ মাষ্টাৰ্চ ভয়েচে' বাণীবদ্ধ কৰা 'দেহাৰ ভৰসা নাই', 'ঘন বৰষুণ পিছল মাটি' প্ৰভৃতি গীতে শ্ৰোতাৰ প্ৰচুৰ সমাদৰ লাভ কৰিছিল। ১৯৫৬ চনৰ ২৬ জানুৱাৰীত দিল্লীত গীত পৰিৱেশন কৰি জৱাহৰলাল নেহৰুৰ দ্বাৰা পুৰস্কৃত হৈছিল। আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ উপৰিও কলিকতা, দিল্লী আদি কেন্দ্ৰসমূহৰো সৰ্বভাৰতীয় সম্মিলনত যোগ দিছিল। (৩৪৭, ৪০০)

**যোগেশ্বৰ সিংহ** (১৯ শতিকা) : পিতৃ বগা কোৱঁৰ। আন নাম পূণ্যধৰ। মানে অসম আক্ৰমণ কৰি চন্দ্ৰকান্ত সিংহক* আঁতৰাই এওঁক অসমৰ পুতলা ৰজা কৰি কিছুকাল (১৮২১-২৪) ৰাখিছিল। এওঁৰ বায়েক হেমো আইদেউক* চন্দ্ৰকান্ত সিংহৰ* ভনীয়েকৰূপে মান ৰজালৈ কুঁৱৰী হিচাপে পঠোৱা হৈছিল। (৬৮, ২৯১)

## ৰ

**ৰঘুদেৱ** ( ? -আ. ১৬০৩) : পিতৃ চিলাৰায়*। মহাৰাজ নৰনাৰায়ণৰ* বহুদিনলৈকে পুত্ৰ সন্তান নোপোজাত কোচ ৰাজ্যৰ ভাবী ৰজা হিচাপে আছিল। কিন্তু নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ* জন্ম হোৱাত চিলাৰায়ৰ* মৃত্যুৰ পিছত বৰদেউতাকৰ বিৰুদ্ধাচৰণ কৰে আৰু মানাহ নৈৰ পাৰৰ ঘিলা জয়পুৰত দুৰ্গ সজায়। নৰনাৰায়ণে বঢ়াই-বুজাই শান্ত কৰিব নোৱাৰাত তেওঁক সোণকোষ নৈৰ পূবৰ পৰা মঙ্গলদৈ লৈকে কোচ ৰাজ্যৰ পূব অঞ্চলটোৰ কৰতলীয়া ৰজা পাতে। নৰনাৰায়ণৰ মৃত্যুৰ পিছত লক্ষ্মীনাৰাযণ ৰজা হোৱাত তেওঁ স্বাধীনতা ঘোষণা কৰে আৰু কোচ হাজোৰ একচ্ছত্ৰী ৰজা হয়। কালাপাহাৰে ভাঙি থৈ যোৱা হাজোৰ হয়গ্ৰীৱ মন্দিৰ পুনৰ্নিৰ্মাণ কৰিছিল। খেনোৰ মতে সাপৰ কামোৰত তেওঁৰ মৃত্যু হয়। খেনোৰ মতে তেওঁৰ দ্বিতীয় পুত্ৰ ইন্দ্ৰনাৰায়ণৰ* মাতৃয়ে বিহ খুৱাই তেওঁক হত্যা কৰে। (৪১, ৬৮, ২৯৮)

**ৰঘুদেৱ গোস্বামী** (১৯ শতিকা) : পিতৃ চন্দ্ৰকান্ত নগাঁৱৰ জখলাবন্ধা সত্ৰৰ অধিকাৰ আছিল। ১৮৮০-৮৬ চনৰ ভিতৰত বৈষ্ণৱ কবিৰ আৰ্হিত 'হিতোপদেশ' গ্ৰন্থ সংস্কৃতৰ পৰা অসমীয়া লৈ ভাঙিছিল। *'ফল্গু পুৰাণ'* আৰু *'গোবিন্দ চৰিত'* নামৰ আৰু দুখন পুথিৰ ৰচক। আনন্দৰাম ঢেকিয়াল ফুকনৰ* ভনী জোঁৱায়েক আৰু পদ্মহাস গোস্বামীৰ* পিতৃ। (৬৭)

**ৰঘুনাথ গোস্বামী** (১৮৬৬ - ৮।৬।১৯৩২) : জন্ম কলিয়াবৰৰ মাধতাৰি সত্ৰত। স্কুল শিক্ষক আছিল। বাঁহী, চেতনা, আসাম হিতৈষী আদি কাকতত প্ৰবন্ধ আৰু কবিতা লিখিছিল। তেওঁৰ হাতে লিখা পুথি— *'কবিতাকুঞ্জ'*। (২০)

**ৰঘুনাথ চৌধাৰী** (১১।১৮৭৮ - ১৮।১১।১৯৬৭) : জন্ম কামৰূপৰ পশ্চিম বংশৰ মৌজাৰ লাউপাৰা গাৱঁত। পিতৃ



ৰঘুনাথ চৌধাৰী

ভোলানাথ, মাতৃ দয়ালতা। চালুকীয়া অৱস্থাতে ঘটনাক্ৰমে শৰীৰ ঘূণীয়া হয়। চাৰি বছৰ বয়সত ককায়েক, বায়েক আৰু মাক ঢুকোৱাত, বাপেকো শোকত বলিয়াৰ দৰে হোৱাত, আলাই আথানিত পৰিছিল। পিছত সম্পৰ্কীয় ককায়েক গৰ্গৰাম চৌধাৰীৰ ঘৰত থাকি গুৱাহাটীৰ চৰকাৰী প্ৰাথমিক বিদ্যালয়ত নাম লগায়। ১৮৯৬ চনত ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি গুৱাহাটী চৰকাৰী হাইস্কুলত নাম ভৰ্তি কৰে। সপ্তমমান শ্ৰেণীত থাকোতে শিক্ষকৰ আচৰণত বিতুষ্ট হৈ স্কুল এৰে আৰু পণ্ডিত ধীৰেশ্বৰাচাৰ্যৰ* টোলত কিছুদিন সংস্কৃত শিকে। গুৱাহাটীৰ কাছাৰীত দুদিন মান কাম কৰাৰ পিছত ১৮৯৯ চনত উজান বজাৰৰ প্ৰাথমিক বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষক হয়। ১৯০৩ চনত স্কুল উঠি যোৱাত

গুৱাহাটীৰে ৰোমান কেথলিক মিছনেৰী বালিকা স্কুলত প্ৰধান শিক্ষকতা কৰে। প্ৰথম মহাসমৰৰ সময়ত এই স্কুলো উঠি যোৱাত চাকৰি বাদ দি গুৱাহাটীৰ পূবে থকা বোন্দা-বীৰকুছিত খেতিপথাৰৰ কামত লাগে। অবিবাহিত আছিল।

অসমৰ নেতৃস্থানীয় কবি। জোনাকী, আলোচনী, বাঁহী আদি কাকতত প্ৰকৃতি বিষয়ক অজস্ৰ কবিতা লিখিছিল। প্ৰকাশিত কবিতা-পুথিসমূহ হ'ল— *সাদৰী* (১৯১০), *কেতেকী* (১৯২৩), *কাৰবালা* (১৯২৪), *দহিকতৰা* (১৯৩৯), *নৱমল্লিকা* (১৯৫৮)। শেষ জীৱনত কিছু গল্পও লিখিছিল। অপ্ৰকাশিত গল্পৰ পুথি *'কৰণি'*। কেইবাখনো আলোচনী সম্পাদনা কৰিছিল। গুৱাহাটীৰ পৰা ওলোৱা 'জোনাকী'ৰ সহ-সম্পাদক আছিল। ১৯৩৫ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ ১৬শ অধিবেশনৰ সভাপতিত্ব কৰিছিল। বিভিন্ন সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত আছিল। গুৱাহাটীৰ 'প্ৰগতি সংঘ', 'সবিতা সভা' আদিৰ অন্যতম প্ৰতিষ্ঠাপক। ১৯৪৮ চনত 'অখিল ভাৰতীয় বিশ্বশান্তি সমিতি'ৰ অসম শাখাৰ সভাপতি আছিল। ১৯৫১ চনত কলিকতাত বহা ইয়াৰ অধিবেশনৰ কৃষ্টি শাখাৰ সভাপতিত্ব কৰিছিল। বীৰকুছিত থকা জনজাতীয় সকলৰ মাজৰ পৰা কানিৰ প্ৰভাৱ আঁতৰাবলৈ যত্ন কৰিছিল। বিয়াল্লিশৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰি ১৫ মাহ জেল খাটিছিল। (১১, ১৪, ৪৩, ৪৮, ১০৬)

**ৰঘুনাথ মহন্ত** (১৮ শতিকা) : শংকৰদেৱৰ শিষ্য সতানন্দৰ বংশধৰ। পিতৃ কৃষ্ণনাথ। পিতামহ হৰিকৃষ্ণ। নৈয়াণ্ডৰ এলেঙি সত্ৰৰ প্ৰতিষ্ঠাতা। ৰঘুনাথে *'শত্ৰুঞ্জয়'* বা *'বলিৰ দিগ্বিজয়'* পুথি ৰচনা কৰে ১৭৩৬ চনত। তেওঁৰ আন দুখন পুথি হ'ল *'অদ্ভুত ৰামায়ণ'* আৰু *'কথা ৰামায়ণ'*। প্ৰথমখনৰ মাত্ৰ চাৰিটা খণ্ডহে পোৱা যায়। (২০০, ২০৭, ২৬৬)

**ৰঙাই ৰৰমৰাপ** (১৮ শতিকা): পিতৃ চান্দমন, মাতৃ মেমেৰী। নিজকে মোহনমালা গোহাঁইৰ* পুতেক বুলি কৈ ফুৰিছিল। লক্ষ্মী সিংহ* স্বৰ্গদেউক গুচাই নিজে ৰজা হ'ব খোজাত প্ৰাণদণ্ড ভোগে। (২৮২)

**ৰঙাচৰণ ভণ্ডাৰী বৰুৱা** (১৭ শতিকা) : পিতৃ বেজদলৈ পৰিয়ালৰ মনথিৰ* । চুডেফা পৰ্বতীয়া ৰজাৰ* দিনত ভণ্ডাৰী বৰুৱা হয়। গদাধৰ সিংহৰ* মহন্ত নিৰ্যাতন অভিযানৰ প্ৰধান সহায়ক আছিল। (৭৫, ২৯০)

**ৰঙিলী গাভৰু** (১৮ - ১৯ শতিকা): এগৰাকী আহোম গাভৰু। ১৭৯৭ চনত চিংফৌ বিলাকে মোৱামৰীয়াৰ লগ লাগি ৰাজ্যত উৎপাত কৰাত ইয়াক নিবাৰণ কৰাৰ উদ্দেশ্যে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে* চিংফৌ নেতা বিচানঙক অনেক দাস-দাসীৰ উপৰিও ৰঙিলীক উপহাৰ দিছিল। বিচানঙে আকৌ ব্ৰহ্মদেশৰ লগত বন্ধুত্ব কৰাৰ অৰ্থে ৰঙিলীক ব্ৰহ্মৰজা বডোপায়ালৈ বিয়া দিয়ে। ফলত ৰঙিলী ব্ৰহ্মদেশৰ ৰাজকুঁৱৰী হৈছিলগৈ। (১৮৮, ২৯১)

**ৰংগনাথ দ্বিজ চক্ৰৱৰ্তী** (আ. ১৮ শতিকা): সম্ভৱ নীলাচলৰ লোক। পিতৃ ৰামভদ্ৰ বিদ্যাভূষণ। মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডী আখ্যানৰ পদ ভাঙনি কৰিছিল। (২০০, ২৬৬)

**ৰজত চন্দ্ৰ গোস্বামী** (১৮৮৮-১২।১১।১৯৮৭): জন্ম নলবাৰীৰ কৈহাটী সত্ৰত। কলিকতাৰ পৰা 'শ্ৰুতিতীৰ্থ' আৰু 'আয়ুৰ্বেদশাস্ত্ৰী' উপাধি লৈ অসমত কবিৰাজী চিকিৎসা কৰিছিল। চিকিৎসাত দক্ষতাৰ বাবে অসম আয়ুৰ্বেদিক চিকিৎসক সন্থাই ১৯৬৪ চনত 'আয়ুৰ্বেদৰত্ন' উপাধি দিছিল। ১৯১৭ চনত বহা অসম সংস্কৃত সমিতিৰ বাৰ্ষিক সভাৰ সভাপতি আছিল। (৪০০)

**ৰজনীকান্ত গোস্বামী** (১৯০৩ - ১৬।১২।১৯৮৬) : জন্ম বৰপেটাৰ ওচৰৰ পল্লা সত্ৰত। ১৯২৭ চনত কটন কলেজৰ পৰা বি. এ., পিছত আৰ্ল ল কলেজৰ পৰা বি.এল. উপাধি লৈ গুৱাহাটীত ওকালতি ব্যৱসায় আৰম্ভ কৰে। আইন পঢ়ি থকা কালত (১৯২৭) অসম ছাত্ৰ সন্মিলনীৰ সম্পাদক নিৰ্বাচিত হৈছিল। স্বাধীনতা আন্দোলনত যোগ দি ১৯৩০ চনত ডেৰমাহ আৰু ১৯৩২ চনত চাৰিমাহ সশ্ৰম কাৰাদণ্ড ভুগিছিল। (৪৩)

**ৰজনীকান্ত বৰদলৈ** (২৪।১২।১৮৬৭ - ২৫।৩।১৯৪০) : জন্ম গুৱাহাটীৰ কুকুৰমুতাত (হেদায়ৎপুৰত)। পিতৃ ভৱকান্তৰ পূৰ্বপুৰুষ দিহিং অঞ্চলৰ আছিল। বাল্যকাল উত্তৰ গুৱাহাটীত মোমায়েকৰ ঘৰত কটাই ১৮৮৫ চনত গুৱাহাটীৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰে। ১৮৮৭ চনত কলিকতাৰ মেট্ৰোপলিটান কলেজৰ পৰা এফ.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ মেডিকেল কলেজত নাম লগায়। কিন্তু মেডিকেল পঢ়া বাদ দি পূৰ্বৰ কলেজৰ পৰাই ১৮৮৯ চনত বি.এ. উপাধি লয়। কলিকতাতে আইনো পঢ়িছিল যদিও সেই পঢ়া আধৰুৱাকৈ এৰি ১৮৯১ চনত উত্তৰ লক্ষীমপুৰত মাটি হাকিম হয়গৈ। পিছলৈ ই.এ.চি., জিলাধিপতি আদি হৈ অসমৰ বিভিন্ন ঠাইত চাকৰি কৰি ১৯১৮ চনত অৱসৰ লয়।

খ্যাতনামা ঔপন্যাসিক। ৰচিত উপন্যাসসমূহ হ'ল— *ৰহদৈ লিগিৰী* (১৮৯০), *মিৰি জীয়ৰী* (১৮৯৫), *মনোমতী* (১৯০০), *দন্দুৱা দ্ৰোহ* (১৯০৯) *নিৰ্মল ভকত* (১৯২৪), *তাম্ৰেশ্বৰীৰ মন্দিৰ* (১৯২৪), *ৰাধা-ৰুক্মিণীৰ ৰণ* (১৯২৪), *বন্দিনী* (১৯২৫)। *'গা-ধন'* প্ৰমুখ্যে কেইবাটাও গল্প লিখিছিল। ১৮৯০ চনত কনকলাল বৰুৱা* আৰু গোপাল চন্দ্ৰ দেৱ* সৈতে যুটীয়াকৈ ৰচনা কৰিছিল *'সাৱিত্ৰী-সত্যবান'* নাটক। *'জ্ঞান-সোপান'* নামে এখন পঢ়াশলীয়া পুথি লিখিছিল ১৮৯৭ চনত। ১৯২০ চনত *'দেৱ দামোদৰ'* আৰু *'হিন্দুধৰ্ম'* নামে দুখনি ধৰ্ম বিষয়ক পুথি ৰচনা কৰিছিল। *'প্ৰদীপিকা'* নামে এখন ধৰ্মমূলক আলোচনীও দুবছৰ ধৰি চলাই আছিল। বিজ্ঞান বিষয়ক কেইবাটাও উপাদেয় প্ৰবন্ধ আৰু *'মনোবিজ্ঞান'* নামে



ৰজনীকান্ত বৰদলৈ

এলানি ৰচনা উষাত প্ৰকাশ কৰিছিল। *'পুৰী ভ্ৰমণ'* নামে এখন ভ্ৰমণ কাহিনীও লিখিছিল ১৯১৪ চনত। 'ভোলাই শৰ্মা' ছদ্মনামেৰে 'বাঁহী' আৰু 'আলোচনী' কাকতত এলানি ৰমা ৰচনাও লিখিছিল। আত্মজীৱনী এখনো লিখিবলৈ লৈছিল, কিন্তু সম্পূৰ্ণ নকৰিলে। *The Religion of the Miris, The Chutias of Assam, The Weaving Industry of Assam* নামৰ কেইটিমান টোকাৰো ৰচক। মিৰি সন্মিলন, কছাৰী সন্মিলন, আৰু নগাঁৱত বহা অসম সাহিত্য সভাৰ অষ্টম অধিবেশনৰ সভাপতি আছিল। (১০৬, ১৪৮, ২০০, ২৬৪, ২৬৬)

**ৰজনীকুমাৰ পদ্মপতি** (১৮৯৬ - ৩।৩।১৯৪৮) : জন্ম তেজপুৰত। পিতৃ বহুধন দাস, মাতৃ মালতী। ১৮৮৭ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছকৰি কটন কলেজিয়েট স্কুলত নাম লগায়। ১৮৮৯ চনত তাৰ পৰা দিয়া এফ.এ. পৰীক্ষাত কৃতকাৰ্য হব নোৱাৰি মঙ্গলদৈ

কাছাৰীত কাৰ্যালয় সহকাৰীৰূপে সোমায়। পিছত তেজপুৰত পেস্কাৰ হয়গৈ। ১৯১৭ চনত অৱসৰ লয়। অসমত গৱেষণামূলক আলোচনাৰ অন্যতম বাটকটীয়া। ১৯১০ চনৰ পৰা বাঁহী আলোচনীত পৌৰাণিক অসম সম্পৰ্কীয় অনেক প্ৰবন্ধ ধাৰাবাহিকভাৱে লিখিছিল। ১৯১১ চনত সেইবিলাক *'পুৰণি অসমত ভুমুকি'* নামেৰে ছপা হৈ ওলায়। 'আৱাহন' সাহিত্য সভা প্ৰত্ৰিকা আদিতো প্ৰবন্ধ প্ৰকাশ হৈছিল। বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ উপৰিও উদ্ভিদ বিদ্যাতো ধাপ আছিল। *'অৰিজিন অব দি এনিমেল ৱৰ্ল্ড'* (১৯১৬), *'এ ট্ৰিটিজ এচাৰটেইনিং কাৰেক্ট চাইটচ অৱ প্লেচেচ'* (১৯২৬), *'এ ষ্ট্ৰেঞ্জ মিচটেক অৱ জিওগ্ৰাফাৰচ'* (১৯২৬), *ক্ৰাইষ্ট এণ্ড কৃষ্ণ'* (১৯৩৭) তেওঁৰ ইংৰাজী গ্ৰন্থ। ১১৯৩০ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ দ্বাদশ অধিবেশনত বুৰঞ্জী শাখাৰ পৌৰোহিত্য কৰিছিল। (১২, ২০৮)

**ৰজনী বৰুৱা** (২৫।১২।১৮৮০ - ১৯৪২): জন্ম ডিব্ৰুগড়ত। পিতৃ ৰমাকান্ত চাহ খেতিয়ক আছিল। মাতৃ কমলা। ডিব্ৰুগড ৰাজ্যপালন হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ চেণ্ট জেভিয়াৰ্চ কলেজত পঢ়িছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি এবছৰ কাৰাবাস খাটে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনতো উল্লেখযোগ্য ভূমিকা লৈছিল। ১৯৪০-৪১ কালছোৱাত ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সভাপতি আছিল। অসম ব্যৱস্থাপক সভাৰ সদস্য হৈ থকা কালতে মৃত্যু হয়। (২৩২)

**ৰঞ্জিৎ বৰপূজাৰী** (৪।৫।১৯৪২ - ৪।৭।১৯৬২): জন্ম শিৱসাগৰত। পিতৃ হেমকান্তই শিৱসাগৰ কাছাৰীত ওকালতি কৰিছিল। মাতৃ তিলোত্তমা। ১৯৫৯ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজৰ বিজ্ঞান শাখাত নাম লগাইছিল। দ্বিতীয় বাৰ্ষিকত পঢ়ি থকা কালত '৬২ চনৰ ভাষা আন্দোলনত



ৰঞ্জিৎ বৰপূজাৰী

পুলিচৰ গুলিত ছাত্ৰাবাসৰ ভিতৰতে ছহীদ হয়। (১৭৫ক, ৪০০)

**ৰণেন্দ্ৰনাথ বসুমতাৰী** (১৯৩৬ ১৯৮৯): জন্ম কোকৰাঝাৰ জিলাৰ ভূমকাত। বি.এ. আৰু এল.এল-বি. উপাধি লৈ কিছুকাল ওকালতি কৰিছিল। গোঁসাইগাওঁ আঞ্চলিক পঞ্চায়ত আৰু কোকৰাঝাৰ জিলা ট্ৰাইবেল সংঘৰ কিছুকাল সভাপতি আছিল। ১৯৬৭ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে নিৰ্বাচিত হৈ অসম বিধান সভাৰ সদস্য, লগতে মন্ত্ৰীপদ লাভ কৰে। ১৯৭৮ চনত বিধান সভালৈ পুনৰ নিৰ্বাচিত হৈছিল। ১৯৭৬-৭৭ কালছোৱাত অসম জনসেৱা আয়োগৰ সভাপতি আছিল। বিশিষ্ট বড়ো নেতা। (৩২৪,৪০০)

**ৰতন কছাৰী** (১৮৯২ ২০।৯।১৯৪২): জন্ম ঢেকিয়াজুলিৰ বৰপুখুৰী গাঁৱত। পিতৃ সতাই। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ গুলিত ছহীদ হয়। (১১১, ৪০০)

**ৰতিকান্ত দ্বিজ** (১৮ - ১৯ শতিকা): মঙ্গলদৈ অঞ্চলৰ লোক। পিতামহ গদাধৰ। কোচৰজা হয়নাৰায়ণৰ নিৰ্দেশত

নন্দেশ্বৰ দ্বিজ*, নৰোত্তম দ্বিজ* আৰু যশোধৰ দ্বিজ* — এই তিনিজন সভাপণ্ডিতৰ লগলাগি ১৭৯৫ চনত 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ'ৰ প্ৰায় তিনি-চতুৰ্থাংশ অকলে অসমীয়ালৈ ভাঙে। পৰৱৰ্তী ৰজা খৰ্গনাৰায়ণৰ নিৰ্দেশত এখন ৰাজ-বংশাৱলী ৰচনা কৰে ১৮০২ চনত। (২০০, ২০৭, ২৬৬)

**ৰত্ন কন্দলি শৰ্মা কটকী** (১৭-১৮ শতিকা) : ৰুদ্ৰসিংহ* স্বৰ্গদেৱৰ কটকী আছিল। মোগল আক্ৰমণৰ বিৰুদ্ধে থিয় দিবলৈ স্বৰ্গদেৱে ত্ৰিপুৰা ৰজাৰ সহায় বিচাৰি কৰা সন্দেশ লৈ ১৭১০-১৫ চনৰ ভিতৰত অৰ্জুন দাস বৈৰাগীৰ* সৈতে তিনিবাৰ ত্ৰিপুৰালৈ গৈছিল। ১৭২৪ চনত অৰ্জুন দাসৰ সৈতে যুটীয়াকৈ *'ত্ৰিপুৰা বুৰঞ্জী'* ৰচনা কৰে। (২৬৬, ২৯০, ২৯৬)

**ৰত্নকান্ত বৰকাকতী** (২০।৬।১৮৯৭ - ২১।৪।১৯৬৩): জন্ম নগাঁৱৰ খিং মৌজাৰ আঠগাৱঁত। পিতৃ চাৰিঙৰ পৃথুবৰ বৰকাকতীৰ* বংশৰ ভূধৰ। খিঙত প্ৰাথমিক শিক্ষা সাং কৰি নগাৱঁত মোমায়েকৰ ঘৰত থাকি তাৰ চৰকাৰী হাইস্কুলত পঢ়ে। ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি প্ৰথমে কটন কলেজত, পিছত কলিকতাৰ ৰিপন কলেজত নাম লগায়। কিন্তু ঘৰুৱা দুৰ্যোগ হেতুকে শিক্ষা সাং নকৰাকৈয়ে ১৯১৭ চনত গুচি আহে আৰু নলবাৰী চৰকাৰী হাইস্কুলৰ শিক্ষক হয়। ১৯১৮ চনত কলিকতাৰ সংস্কৃত কলেজত নাম লগায়, কিন্তু নৰিয়াত পৰি উভতি আহে। পিছত পুনৰ হুগলী কলেজত নাম ভৰ্তি কৰিছিলগৈ, কিন্তু এইবাৰ অসহযোগ আন্দোলনত যোগ দি পঢ়া এৰে। ১৯২৪ চনত খিং মৌজাৰ একটিং মৌজাদাৰ কৰি তিনি বহুৰমান মৌজা চলাই খেতি-বাতিত লাগে। ১৯৩৩ চনত মৌজা পাই মৌজাদাৰী কামতে শেষ জীৱনলৈকে থাকে।

খ্যাতিমান সাহিত্যিক। উষা, বাঁহী, চেতনা আদি কাকতত ছাত্ৰকালৰ পৰাই কবিতা আৰু প্ৰবন্ধ লিখিছিল। ৰবীন্দ্ৰনাথৰ ভক্ত আছিল। কবি ৰূপে বিশেষ খ্যাতি আৰ্জিছিল। কবিতা পুথি— *শেৱালী* (১৯৩২), *তৰ্পণ* (১৯৫৩) আৰু *চন্দ্ৰহাৰ* (১৯৬৩)। ইয়াৰ উপৰিও *অলকা*



ৰত্নকান্ত বৰকাকতী

আৰু *চিত্ৰলেখা* নামৰ দুখন নাট, ওমৰ খায়ামৰ ৫০টা ৰুবায়াতৰ অনুবাদ আৰু অনেক সমালোচনাত্মক প্ৰবন্ধৰ ৰচক। অসহযোগ আন্দোলনৰ সমৰ্থক আছিল। ১৯২৩ চনত গান্ধীজীৰ 'হিন্দ স্বৰাজ' অসমীয়ালৈ ভাঙিছিল। *Our Script Question* (১৯৫৩) নামৰ এখন ইংৰাজী পুথিও লিখিছিল। ১৯৬৩ চনত মৃত্যুৰ ঠিক আগে আগে অসম সাহিত্য সভাৰ নাজিৰা অধিবেশনৰ সভাপতি হৈছিল। (১, ১২৭, ১৭৮, ২০৭, ২২২, ২৪৬ক)

**ৰত্নকান্ত বৰুৱা** (১৮৫৩— ১৯২৩): জন্ম উত্তৰ গুৱাহাটীত। পিতৃ হৰকান্ত সদৰামীন*, মাতৃ সাৱিত্ৰী। গুৱাহাটী কাছাৰীৰ তহছিলদাৰ আছিল, পিছলৈ মাটি হাকিম হয়গৈ। প্ৰতিভাবান চিত্ৰকৰ, গায়ক আৰু চেতাৰ বাদক আছিল। বাঁহ-বেতৰ কাম, হাতীদাঁতৰ কাম আদিও জানিছিল। অনেক চৰাই আৰু পশু সংগ্ৰহ কৰি ঘৰতে এখন চিৰিয়াখানা পাতিছিল। (৫৩)

**ৰত্ন তালুকদাৰ** (১।১৯০০ - ৯।৮।১৯৮০): জন্ম কামৰূপৰ পাঠশালাত। পিতৃ ৰাতিৰাম, মাতৃ ভদ্ৰেশ্বৰী। ১৯২১ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ নৱমমান শ্ৰেণীত থাকোতেই অসহযোগ আন্দোলনত যোগ দি পঢ়া এৰে। সন্তৰাম চৌধুৰী* প্ৰতিষ্ঠিত পাঠশালা নাট্য সমিতিৰ সক্ৰিয় সভ্য আছিল। ১৯৫৪ চনৰ পৰা ইয়াৰ প্ৰায়বোৰ নাট্যানুষ্ঠানৰে সংগীত পৰিচালনা কৰিছিল। দেৱদাসী নৃত্যৰ পুনৰুদ্ধাৰ আৰু ই সামাজিক স্বীকৃতি পোৱাৰ ক্ষেত্ৰত বিশেষ ভূমিকা আছে। অসমৰ বিভিন্ন শৈৱ দেৱালয়সমূহলৈ গৈ এই নৃত্য অধ্যয়ন কৰিছিল। *'ডুবি পৰিহৰেশ্বৰ দেৱালয়ৰ ইতিবৃত্ত'* তেওঁৰ প্ৰকাশিত পুথি। (৩৫৩)

**ৰত্নধৰ বৰুৱা** (১৮৬৪-১৮৯৪): জন্ম নগাঁৱত। পিতৃ নামতিৰ কৃষ্ণানন্দ। ১৮৮৩ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো ছাত্ৰৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পাইছিল। ১৮৮৯ চনত কলিকতাৰ পৰা বি.এল. পৰীক্ষা পাছ কৰি নগাঁৱত প্ৰথমে কিছুকাল ওকালতি কৰে। পিছলৈ চাব ডেপুটিৰ কামত সোমায়। কলিকতাত পঢ়াকালত ঘনশ্যাম বৰুৱা*, ৰমাকান্ত বৰকাকতি* আৰু গুণ্ডানন বৰুৱাৰ* লগলাগি *'ভ্ৰমৰংগ'* নাম দি শ্বেক্সপীয়েৰৰ 'কমেডি অব এৰৰ্চ' নাট অসমীয়ালৈ ভাঙিছিল আৰু ১৮৮৭-৮৯ চনত নিজ খৰচত সেইখন ছপাই উলিয়াইছিল। মাত্ৰ ডেৰকুৰি বছৰ বয়সত মৃত্যু হয়। ইন্দীবৰ বৰুৱাৰ* ভায়েক। (৩১১)

**ৰত্নধ্বজ সিংহ:** লʼৰা ৰজা চাওক।

**ৰত্নপাল** (আ. ১০৬৫): পাল বংশৰ আটাইতকৈ পৰাক্ৰমী কামৰূপীয় ৰজা। পিতৃ ব্ৰহ্মপাল এই বংশৰ প্ৰতিষ্ঠাতা আছিল। কামৰূপৰ পুৰণি ৰাজধানী প্ৰাগজ্যোতিষপুৰক সুৰক্ষিত ভাৱে নিৰ্মাণ কৰাই *'দুৰ্জয়'* নাম দিছিল। তামৰ খনিৰ পৰা প্ৰচুৰ সম্পত্তি আৰ্জিছিল বুলি জনা যায়। প্ৰায় ৩০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৬৮, ১৫৮, ২৯৮)

**ৰত্নাকৰ কন্দলি** (১৬-১৭ শতিকা): জাতত ব্ৰাহ্মণ। সম্ভৱতঃ মাজুলীৰ বেলগুৰিত শংকৰদেৱৰ* গুচৰত শৰণ লয়। সত্ৰত গীতা পাঠ আৰু ব্যাখ্যা কৰিছিল। কীৰ্তন ঘোষাৰ অন্তৰ্গত *'সহস্ৰনাম বৃত্তান্ত'* এওঁৰ ৰচনা। স্কন্দ পুৰাণৰ *'ব্ৰহ্মগীতা'* আৰু *'গীতা কীৰ্তন'ৰো অনুবাদক সম্ভৱতঃ এঁৱেই।* (২০৭, ২৬৬)

**ৰত্নাকৰ মিশ্ৰ** (আ. ১৮ শতিকা): কীৰ্তনৰ আৰ্হিত *'গীতা কীৰ্তন'* পুথি ৰচনা কৰিছিল। তেওঁৰ আন এখন পুথি হʼল *'ব্ৰহ্মগীতা'*। (২০০, ২৬৬)

**ৰত্নেশ্বৰ মহন্ত** (১৮৬৪ - ১৮৯৩): জন্ম গুৱাহাটীত। পূৰ্বপুৰুষ উত্তৰ লক্ষীমপুৰৰ আছিল। মান ভগনৰ সময়ত



ৰত্নেশ্বৰ মহন্ত

গুৱাহাটীলৈ আহে। পিতৃ থানেশ্বৰ পুত্ৰৰ বছৰেক নৌ হওঁতেই ঢুকায়। মাতৃ জয়ন্তী দেৱী। ১৮৮০ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰে আৰু তাতেই পঢ়াশলীয়া শিক্ষাৰ অন্ত হয়। মোকৰ্দমা সূত্ৰে গুৱাহাটীৰ ঘৰ-বাৰী এৰিবলগীয়া হোৱাত পুৰণিগুদামত

মোমায়েকৰ ঘৰত আছিলগৈ। নগাঁৱৰ কাছাৰীত মহৰীৰ চাকৰিত সোমাই গুণাভিৰাম বৰুৱাৰ* যত্নত তাৰ একাউণ্টেণ্ট হয়গৈ। 'আসাম বন্ধু' আৰু 'জোনাকী'ত বহুতো প্ৰবন্ধ আৰু কবিতা ৰচনা কৰিছিল। *'কবিতা হাৰ'* নামে এখনি দুই খণ্ডৰ কবিতা পুথি যুগুতাইছিল ১৮৯০-৯২ চনত, কিন্তু প্ৰকাশ পায় কুৰি বছৰৰ পিছত। *'দ্ৰৌপদী হৰণ'*, *'জয়দ্ৰথ বধ'*, *'গোপীলীলা'*, *'হৰিশ্চন্দ্ৰ'* আদি কেইবাখনো নাট লিখিছিল, কিন্তু প্ৰথমখনৰ বাহিৰে আনবোৰ পাবলৈ নাই। *'জ্ঞানাংকুৰ'* আৰু *'পাঠাৱলী'* (১ম, ২য়, আৰু ৩য় ভাগ) লিখিছিল, কিন্তু বৰ্তমানে পাবলৈ নাই। গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ* স'তে বিশেষ সৌহাৰ্দ্য আছিল। (১৫, ১২৩, ২২১)

**ৰত্নেশ্বৰ ৰাভা** ( ? - আ. ১৯৬০) : বকো অঞ্চলৰ মানুহ। প্ৰথমে কংগ্ৰেছ কৰ্মী আছিল। পিছত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে। কৃষক নেতা ৰূপে জনজাতীয় কৃষক সকলক নিষ্পেষণৰ বিৰুদ্ধে সাহসেৰে সংঘবদ্ধ কৰি তুলিছিল। (৪০০)

**ৰত্নেশ্বৰ শৰ্মা** (১৯০৪ - ১।৬।১৯৮৯): জন্ম দৰঙৰ পাথৰিঘাটত। পিতৃ ঘনশ্যাম, মাতৃ ধনিষ্ঠা। মাইনৰ স্কুলত পঢ়ি থাকোতেই অসহযোগ আন্দোলন আৰম্ভ হোৱাত স্কুল এৰি আন্দোলনত যোগ দিয়ে। পিছত অসম আৰু বংগৰ বিভিন্ন টোলত সংস্কৃত শিক্ষা লৈ প্ৰাথমিক স্কুলৰ শিক্ষকতাত সোমায়। মুক্তি সংগ্ৰামত ব্ৰতী হৈ ১৯৩০ চনত এবছৰ, ১৯৩২ চনত ছমাহ আৰু ১৯৪২ চনত এমাহ কাৰাদণ্ড ভুগিছিল। ১৯৫৫ চনৰ পৰা ১৯৬৪ চনলৈকে দৰং জিলা কংগ্ৰেছৰ সভাপতি হৈ আছিল। (৩৭৯)

**ৰবীন দে** (১৯২৭ - ২২।৭।১৯৮০): জন্ম নাজিৰাত। শিমলুগুৰি বঙালী প্ৰাথমিক বিদ্যালয়ৰ পৰা শিক্ষা সাংকৰি নাজিৰা হাইস্কুলত নাম লগায়। স্কুলত পঢ়ি থাকোতেই অসহযোগ আন্দোলনত যোগ দি কিছুকাল কাৰাবাস খাটে। ১৯৪৩ চনত নাজিৰাৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কলিকতালৈ গৈ স্কটিচ চাৰ্চ কলেজত নাম লগায়। কিন্তু পঢ়া আধৰুৱাকৈ এৰি নাজিৰালৈ আহি ব্যৱসায়ত নামে। লগে লগে নাজিৰা অঞ্চলৰ সামাজিক-সাংস্কৃতিক কামতো অংশ লবলৈ ধৰে। ভাল অভিনেতা আছিল। ১৯৬০ চনত কলিকতালৈ যায়গৈ আৰু তাৰ ছোভিয়েট দূতাবাসত চাকৰি লয়। তাত থকা সময়তে 'ৰংমন' ছদ্মনামেৰে *'দস্যু ভাস্কৰ চিৰিজ'* নামে এলানি ৰহস্য উপন্যাস ৰচনা কৰে। শিশুৰ উপযোগী অন্যান্য সাহিত্যও ৰচনা কৰিছিল। (৪০০)

**ৰমণীকান্ত বৰুৱা** (১৮৮০ - ৫।৮।১৯৬৯) : জন্ম ছিপাঝাৰত। পিতৃ পৰিক্ষিৎ, মাতৃ খৰ্গেশ্বৰী। ১৮৯৮ চনত কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স আৰু ১৯০৬ চনত কলিকতাৰ ৰিপন কলেজৰ পৰা সংস্কৃতত সোণৰ পদক সহ বি. এ. পাছ কৰে। মঙ্গলদৈ অঞ্চলৰ প্ৰথম গ্ৰেজুয়েট। নৱপ্ৰতিষ্ঠিত মঙ্গলদৈ হাইস্কুলৰ শিক্ষকৰূপে সোমাই ছমাহৰ পিছতে ইয়াৰ প্ৰধান শিক্ষক হয়। এই পদসহ গোৱালপাৰা, ধুবুৰী, উত্তৰ লক্ষীমপুৰ, গুৱাহাটীৰ কটন কলেজিয়েট আদি হাইস্কুলত চাকৰি কৰি ১৯৩৯ চনত অৱসৰ লৈ পুনৰ ছিপাঝাৰলৈ আহে। কৃতী শিক্ষক হোৱাৰ উপৰিও ছিপাঝাৰ অঞ্চলৰ সামাজিক উন্নয়নৰ কামত আগভাগ লৈছিল। (৬৬ক)

**ৰমনীকান্ত শৰ্মা** (৪।৯।১৯০৮ - ১৫।৬।১৯৯০) : জন্ম বৰপেটাৰ ওচৰৰ কেওটকুছি গাঁৱত। পিতৃ তাৰকচন্দ্ৰ, মাতৃ অভয়েশ্বৰী। ১৯২৫ চনত গোৱালপাৰা জিলাৰ ভিতৰত প্ৰথম হৈ ষ্টাৰ সহ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজৰ পৰা ১৯২৭ চনত প্ৰথম বিভাগত আই, এছ. ছি. আৰু ১৯২৯ চনত দৰ্শনত সম্মান সহ বি. এ. পাছ

কৰে। ইংৰাজীত এম. এ. পঢ়িছিল যদিও শেষ পৰীক্ষাত বহিব নোৱাৰি টিহু মজলীয়া স্কুলৰ প্ৰধান শিক্ষক হয়গৈ। ইয়াত থকা কালতে বি. টি. আৰু প্ৰাইভেটকৈ পৰীক্ষা দি প্ৰথমে অসমীয়াত, পিছত দৰ্শনত এম. এ. উপাধি লয়। বজালী কলেজত কিছুকাল অসমীয়াৰ অধ্যাপনা কৰি ১৯৫৯ কোকৰাঝাৰ মহাবিদ্যালয়ৰ অধ্যক্ষ পদত নিযুক্ত হয়। অৱসৰৰ পিছতো নকৈ প্ৰতিষ্ঠিত হোৱা বিজনী কলেজ, কোকৰাঝাৰ বি. টি. কলেজ, চাপটগ্ৰাম কলেজ আৰু গোলোকগঞ্জৰ কলেজত ভালেমান বছৰ অধ্যক্ষতা কৰিছিল। সাহিত্য চৰ্চাত ৰাপ আছিল। ভালেমান প্ৰবন্ধ পাতিৰ উপৰিও *'বিবাহ মাধুৰী'*, *'চৰিত্ৰপাঠ'*, *'পঞ্চপ্ৰদীপ'* আদি কেইবাখনো পুথিৰ ৰচক। (৩৮০ক)

**ৰমণী গাভৰু** (১৬৬২ - ?): পিতৃ জয়ধ্বজ সিংহ*, মাতৃ পাখৰী গাভৰু*। প্ৰকৃত নাম নাংচেন গাভৰু। মীৰজুমলাৰ লগত হোৱা সন্ধি সূত্ৰে জয়ধ্বজ সিংহই ছবছৰ বয়সতে আউৰংজেবৰ তৃতীয়পুত্ৰ বঙ্গৰ শাসনকৰ্তা চুলতান মহম্মদ আজম ওৰফে আজমতৰালৈ বিয়া দিয়ে। বিয়াত যৌতুক দিয়া হৈছিল একলাখ আশী হেজাৰ টকা। বিয়াৰ পিছত নাম হয় ৰহমৎ বানু বেগম। আহোম ৰাজ্য আক্ৰমণ কৰাৰ পৰামৰ্শ দি লালুকসোলা বৰফুকনে* পঠোৱা মাধৱচৰণ* আৰু যদুনন্দন নামৰ কটকী দুজনে আজমতৰাক দেখা কৰিব পাৰিছিল ৰমণী গাভৰুৰ জৰিয়তেই। মোগলৰ লগ হৈ নিজ ৰজাৰ বিৰুদ্ধে অপকৰ্ম নকৰিবলৈ মোমায়েক লালুকসোলালৈ দিয়া চিঠিয়ে তেওঁৰ অসমপ্ৰীতিৰ ইংগিত দিয়ে। (২৮১, ২৯২)

**ৰমাকান্ত** (? - ১৭৬৯): পিতৃ নাহৰখোৰা*, মাতৃ কশ্মিণী*। মোৱামৰীয়া বিপ্লৱৰ সময়ত বিদ্ৰোহীসকলে লক্ষ্মীসিংহ* স্বৰ্গদেউক বন্দী কৰি তেওঁক কিছুদিনৰ বাবে ৰজা পাতিছিল। কুৰঙ্গনয়নীৰ* বুদ্ধিত ৰাঘ মৰাণ*, নাহৰ খোৰা আদিৰ সৈতে একেলগে কটা যায়। (১১৩, ২৯১)

**ৰমাকান্ত আতা** (১৭ - ১৮ শতিকা): আন নাম ৰতিকান্ত। পিতৃ দামোদৰ আতা*। পিতৃৰ মৃত্যুৰ পিছত নৰোৱা সত্ৰৰ অধিকাৰ হয়। *সামন্ত হৰণ* নামে এখনি নাট আৰু কেইবাটিও গীত লিখিছিল। এওঁৰ নিৰ্দেশত চক্ৰপাণি বৈৰাগীয়ে* বিভিন্ন সত্ৰলৈ ভু ভা লবলৈ গৈছিল। (৫৮)

**ৰমাকান্ত চৌধুৰী** (১৮৪৬ - ১৮৮৯): জন্ম নলবাৰীৰ ওচৰৰ ৰতাহীগিলা গাৱঁত। পিতৃ লক্ষ্মীকান্তৰ দেউতাক কানুসিং গৌৰীনাথ সিংহই* মোৱামৰীয়া দমনৰ বাবে ১৭৯২ চনত মাতি অনা পাঞ্জাবী ফৌজ এটাৰ চুবেদাৰ আছিল। ১৮৭০ চন মানত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি তাতে এফ.এ. পঢ়ি উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ্থে কলিকতালৈ যাবলৈ যো-জা কৰিছিল যদিও সি হৈ নুঠাত গুৱাহাটীৰ কাছাৰীত আমোলা হিচাপে সোমায়। গোৱালপাৰা, ধুবুৰী আদিত চাকৰি কৰি শেষৰ ফালে পুনৰ গুৱাহাটীলৈ চিৰস্তাদাৰ হৈ আহে আৰু উজান বজাৰত ককায়েক দুলালচন্দ্ৰৰ লগত স্থায়ীভাৱে থাকিবলৈ লয়।

সুসাহিত্যিক আছিল। মধুসূদন দত্তৰ 'মেঘনাদ বধ' কাব্যৰ অনুকৰণত অমিত্ৰাক্ষৰ ছন্দত *'অভিমন্যু বধ'* প্ৰকাশ কৰে ১৮৭৫ চনত। অসমীয়া ভাষাত এনে ধৰণৰ ৰচনা এয়ে প্ৰথম। *'সীতা হৰণ'* নামৰ এখনি নাটকো প্ৰকাশ কৰিছিল। *'ৰাৱণ বধ'* নামে আন এখন নাটক লিখিছিল, মঞ্চাভিনয়ো হৈছিল; কিন্তু প্ৰকাশ নাপালে। (১৩, ১২৮, ১৪৮)

**ৰমাকান্ত দ্বিজ** (১৭ - ১৮ শতিকা): *'বনমালীদেৱ চৰিত'* পুথিৰ ৰচক। পুথিখনত দক্ষিণপাট সত্ৰৰ আদি বুৰঞ্জীৰ বৰ্ণনা পোৱা যায়। (২০০, ২৬৬)

**ৰমাকান্ত বৰকাকতী** (১৮৬০ - ১৯৩৫): জন্ম চাৰিঙত।

পিতৃ পৰশুৰাম। ১৮৮২-৮৩ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ কলেজত পঢ়িছিল। বি.এ. আৰু বি.এল. পাছ কৰি কলিকতা হাইকোৰ্টৰ অসমীয়া ট্ৰেনস্লেটৰৰ চাকৰিত সোমায়। ত্ৰিশ বছৰ চাকৰি কৰাৰ পিছত অৱসৰ লৈ যোৰহাটত স্থায়ীভাৱে থাকিবলৈ লৈছিল। কলেজত পঢ়ি থকা অৱস্থাতে অ.ভা.উ.সা. সভাৰ দ্বিতীয় বছৰৰ (১৮৮৯) সম্পাদক হৈছিল (কমল চন্দ্ৰ শৰ্মাৰ* মৃত্যুৰ পিছত)। তেতিয়াৰ পৰা সপ্তম বছৰ পৰ্যন্ত সম্পাদক, ধনভঁৰালী আদি বাবেৰে সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। সভাৰ দ্বাৰা সংগৃহীত *'অসমীয়া পুথিৰ তালিকা'* (১৮৯৫) কনকলাল বৰুৱাৰ* সৈতে যুটীয়াকৈ সম্পাদন কৰিছিল। ৰত্নধৰ বৰুৱা*, ঘনশ্যাম বৰুৱা* আৰু গজানন বৰুৱাৰ* সৈতে মিলি *'ভ্ৰমৰঙ্গ'* নাম দি শ্বেক্সপীয়েৰৰ 'কমেডি অৱ এৰৰ্চ' নাটকৰ অসমীয়া ভাঙনি কৰিছিল। ১৮৮৯ চনত



ৰমাকান্ত বৰকাকতী

প্ৰকাশিত এই নাট কলিকতাত সফলভাৱে মঞ্চস্থও হৈছিল। সুখলতা দুৱৰা*, সুধালতা দুৱৰাৰ* পিতৃ। (১৮৩, ২১৭)

**ৰমা দাশ** (১৯০৯ - ১১।১১।১৯৮১) : বৰপেটাৰ মানুহ। বি. এ. পাছ কৰি শ্বিলঙৰ অসম সচিবালয়ৰ চাকৰিত সোমাই তাৰ পৰা বিত্ত বিভাগৰ অৱৰ সচিবৰূপে অৱসৰ লয়। ৰোমাণ্টিক গল্প লেখক হিচাপে একালত বেছ প্ৰসিদ্ধি লাভ কৰিছিল। *'অচল টকা'*, *'ৰমা দাশৰ শ্ৰেষ্ঠ গল্প'* প্ৰমুখ্যে দুখনমান গল্প সংকলনৰ ৰচক। (৩২৩, ৪০০)।

**ৰমানন্দ আচাৰ্য** (১৮ শতিকা): ঘৰ মাজুলীৰ পহুমৰা চাপৰিত। কৃষ্ণৰাম ন্যায়বাগীশৰ* নাতি পৰ্বতীয়া গোঁসাইৰ শিষ্য আছিল। ৰুদ্ৰসিংহৰ* ঔৰষজাত পুত্ৰ নহয় বুলি অপবাদ থকা হেতুকে পৰ্বতীয়া গোসাঁয়ে লক্ষ্মীসিংহক* শিষ্যত্ব দিব খোজা নাছিল। সেয়ে লক্ষ্মীসিংহ ৰজা হৈ ৰমানন্দৰ ওচৰত দীক্ষা লয় আৰু তেওঁক 'পৰ্বতীয়া গোঁসাই' নাম দি অনেক মাটি-বৃত্তি দান কৰে। ন-গোঁসাই নামেৰেও জনাজাত আছিল। (২৮৮)

**ৰমানন্দ দ্বিজ** (১) (১৭ - ১৮ শতিকা) : সম্ভৱতঃ উজনি অঞ্চলৰ মানুহ। বংশীগোপালদেৱৰ* শিষ্য আছিল। ১৬৬০ চনমানত *'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ'* ৰচনা কৰে। তেওঁৰ ৰচিত আৰু কেইবাখনো গ্ৰন্থৰ কথা এই পুথিখনিত উল্লেখিত হৈছে ; যেনে, *পদ্মপুৰাণৰ উত্তৰ খণ্ড, বৈষ্ণৱামৃতৰ গোবিন্দ স্তোত্ৰ, ভাগৱতৰ চাৰি অধ্যায়ৰ পদ* আৰু *শংকৰ-মাধৱ কথা।* কিন্তু এইবোৰৰ এখনিও পোৱা নাযায়। (২০০, ২৬৬)

**ৰমানন্দ দ্বিজ** (২) (১৮ শতিকা): *'উষাগীত'* বা *'বৃহদুষাহৰণ'* কাব্যৰ ৰচক। শিৱ সিংহ* আৰু ৰাণী প্ৰমথেশ্বৰীৰ* দিনত পীতাম্বৰ কবিৰ* অনুকৰণত এই পুথি ৰচিত হৈছিল। শিৱসিংহ আৰু-অম্বিকাদেৱীৰ* নিৰ্দেশত মহাভাৰতৰ উদ্যোগপৰ্বৰ পদ ভাঙনিও কৰিছিল। (২০০,

**ৰমেশচন্দ্ৰ চাংকাকতী** (২৮।২।১৮৯৩ - ২২।৪।১৯৭৩) : জন্ম উত্তৰ গুৱাহাটীত। পিতৃ শচীধৰ, মাতৃ গণেশ্বৰী। উত্তৰ গুৱাহাটীৰ কমলদেৱ ইনষ্টিটিউটৰ পৰা প্ৰৱেশিকা পাছ কৰি

কটন কলেজৰ আই.এ.শ্ৰেণীত ভৰ্তি হয়। কিন্তু অসহযোগ আন্দোলনত যোগ দি পঢ়া এৰে আৰু ছমাহ জেল খাটে। জেলৰ পৰা ওলাই আহি কমলদেৱ ইনষ্টিটিউটৰ শিক্ষকতাৰ কামত সোমায়। ১৯৬৪ চনত ইয়াৰ পৰা অৱসৰ লয়। অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বমূলক অনেক প্ৰবন্ধ আৱাহন, ৰামধেনু, নৱযুগ আদি আলোচনীত প্ৰকাশ পাইছিল। সোণাৰাম চৌধুৰীৰ* জীৱনীকে ধৰি দুখনমান পুথিৰ ৰচক। গীত-মাতত ৰাপ আছিল। উত্তৰ গুৱাহাটীৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠানসমূহৰ লগত জড়িত আছিল। (১৪)

**ৰমেশচন্দ্ৰ চৌধুৰী** ( ।১১ ১৯১৭ - ২৪।৪।১৯৮৬): জন্ম গুৱাহাটীত। পিতৃ মাণিকচন্দ্ৰ চৌধুৰী। ১৯৩৩ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা আৰু ইয়াৰ চাৰি বছৰ পিছত কটন কলেজৰ পৰা বি.এ. পাছ কৰি কলিকতালৈ যায় আৰু ১৯৩৯ চনত তুলনামূলক ভাষাতত্ত্বত প্ৰথম শ্ৰেণীৰ এম.এ. উপাধি লাভ কৰে। ইয়াতে বি.এল. উপাধিও লৈ গুৱাহাটীত ৰোহিণীকুমাৰ চৌধুৰীৰ* তলত ওকালতি আৰম্ভ কৰে। কিছুদিন শ্বিলঙত অসম বিধান সভাৰ সচিব পদৰ সোৱাদ লৈ পুনৰ গুৱাহাটীত ওকালতিত ধৰে। ১৯৭৫-৭৭ কালছোৱা অসম আৰু নাগালেণ্ডৰ এডভোকেট জেনেৰেল আছিল। সদৌ অসম উকীল সন্থাৰ সভাপতি আৰু উচ্চ ন্যায়ালয়ৰ উকীল সন্থাৰ সম্পাদক আছিল। বিয়াল্লিশৰ আন্দোলনত শান্তি বাহিনীৰ অসম শাখাৰ তত্বাৱধায়ক হৈছিল। ইণ্ডিয়ান ৰেড ক্ৰছ চোচাইটি, ৰামকৃষ্ণ মিছন আদি অনুষ্ঠানৰ লগত জড়িত আছিল। আচাম কো-অপাৰেটিভ এপেক্স বেংকৰ সভাপতি আছিল। ৰোটেৰী ক্লাবৰ সভ্য হিচাপে ১৯৫৭ চনত ৰোম, নিউইয়ৰ্ক, লণ্ডন আদিলৈ গৈছিল। ১৯৪৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস-সমিতিৰ সহকাৰী সচিব আছিল।

নাটকত ৰাপ আছিল। কামৰূপ নাট্য সমিতিৰ বহকাল ধৰি সভাপতি আছিল। বদন বৰফুকন, ময়ম আৰু উত্তৰ শূন্য বোলছবিত অভিনয় কৰিছিল। কংগ্ৰেছৰ সমৰ্থক আছিল যদিও সংসদী ৰাজনীতিত সোমোৱা নাছিল। (৪০০)

**ৰমেশচন্দ্ৰ বৰুৱা** (১৯১৪— ?): জন্ম ডিব্ৰুগড়ত। পিতৃ ৰমাকান্ত। ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউছন আৰু চৰকাৰী হাইস্কুলত পঢ়ি ১৯২৬ চনত প্ৰৱেশিকা, ১৯৩৩ চনত কটন কলেজৰ পৰা বি. এ., ১৯৩৬ চনত কলিকতাৰ ইউনিভাৰ্চিটি আইন কলেজৰ পৰা বি এল পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড়ত ওকালতি কৰিছিল। পিছত চাহ বাগিচাও খুলিছিল। বিয়াল্লিশৰ আন্দোলনত যোগ দি বন্দী হৈছিল। ১৯৪৫ চনত ডিব্ৰুগড়-চৌখোৱা সমষ্টিৰ পৰা লোকেল বোৰ্ডৰ সদস্য নিৰ্বাচিত হয়। ১৯৪৭ ৫০ কালছোৱাত ডিব্ৰুগড় পৌৰসভাৰ ভাইচ চেয়াৰমেন, ১৯৫০ ৫৩ কালছোৱাত ইয়াৰ চেয়াৰমেন আছিল। ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সভাপতিৰূপে কিছুকাল থকাৰ পিছত ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত জিকি অসম বিধান সভাৰ সদস্য হয়। পৰৱৰ্তী তিনিটা নিৰ্বাচনতো জয়ী হৈছিল। ১৯৬৭ চনত মন্ত্ৰীপদ লাভ কৰে। কিছুকাল বিধান সভাৰ অধ্যক্ষ পদতো আছিল। (৩২১, ৩২২)

**ৰত্নিচন্দ্ৰ হাজৰিকা** (১৯০০-১২।১১।১৯৮৯): জন্ম চতিয়াৰ সলাল গাঁৱত। চতিয়া মাধ্যমিক বিদ্যালয়ৰ পৰা জিলাৰ ভিতৰত প্ৰথম হৈ তেজপুৰৰ চৰকাৰী হাইস্কুলত নাম লগাই দশম মানলৈকে পঢ়ে যদিও ইতিমধ্যে অসহযোগ আন্দোলন আৰম্ভ হোৱাত পঢ়া এৰি আন্দোলনত নামে। দেশৰ স্বাধীনতাৰ হকে তিনিবাৰকৈ (১৯৩২-৩৩, ১৯৪০-৪১, ১৯৪২) জেল খাইছিল। কিছুকাল তেজপুৰ জিলা কংগ্ৰেছৰ সম্পাদক আছিল। চতিয়া অঞ্চলৰ প্ৰায়বোৰ

সামাজিক কাম-কাজত আগভাগ লৈছিল। শেষ বয়সত শংকৰী সংঘৰ কামত আত্মনিয়োগ কৰিছিল। (৪০০)

**ৰাউতাৰাম কোচ** (আ. ১৯১৫ - ২৫।৯।১৯৪২) : বজালী অঞ্চলৰ সাদেৰী গাৱঁৰ লোক। মাতৃ হাবেবালা। ভাৰত-ত্যাগ আন্দোলনৰ সময়ত নগাঁৱৰ বৰহমপুৰত হোৱা পুলিচ নিৰ্যাতনৰ বিৰুদ্ধে পাটাছাৰ কুচিত বহা সভাত উপস্থিত থকা কালত পুলিচৰ গুলিত ছহীদ হয়। বিবাহিত আছিল। শ্বহীদ হোৱাৰ সময়ত প্ৰথম সন্তানটিৰ বয়স আছিল মাত্ৰ তিনি মাহ। (১১১, ৪০০)

**ৰাঘ মৰাণ** ( ? - ১৭৬৯) : মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম নায়ক। উপাধি আছিল নেওগ। এবাৰ ৰজাঘৰত খৰি যোগাওতে পলম হোৱাত কীৰ্তিচন্দ্ৰ বৰবৰুৱাক* দেখা নকৰাকৈয়ে গুচি আহিলত কীৰ্তিচন্দ্ৰই তেওঁক চমটাৰে কোবাইছিল। আন এবাৰ হাতী যোগোৱাত কীৰ্তিচন্দ্ৰই তেওঁক দিয়া হাতীটোত খুঁত উলিয়াই কুৰিটা চমটাৰ কোব দিয়াইছিল। মোৱামৰীয়াসকলে ৰাজ্য লোৱাত বৰবৰুৱা খিতাপ গ্ৰহণ কৰে আৰু পূৰ্বৰ শাস্তি সুৰঁৰি কীৰ্তিচন্দ্ৰক নৰ্চচা শূলত দিয়ে। আহোম বিষয়াসকলৰ এশজনী কুঁৱৰীৰ লগতে ৰাজেশ্বৰ সিংহৰ* বিধবা পত্নী কুৰঙ্গনয়নীকো* নিজৰ কুঁৱৰী কৰিব খুজি অন্তঃপুৰলৈ আনিছিল। কিন্তু ৰাণীয়ে চল কৰি ১৭৬৯ চনৰ চ'তৰ বিহুৰ দিনা তেওঁক হত্যা কৰোৱায়। মোৱামৰীয়া মহন্ত অষ্টভুজদেৱৰ* শিষ্য আছিল। (২২৪, ২৮৮)

**ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁই** (২৯।৭।১৯০৪ - ৯।৪।১৯৮১) : জন্ম শ্বিলংত। পিতৃ সিদ্ধেশ্বৰ আছিল স্বৰ্গদেউ পুৰন্দৰ সিংহৰ* ককাযেক ইন্দ্ৰনাথ সিংহৰ নাতিয়েক। ১৯২১ চনত শ্বিলং চৰকাৰী হাইস্কুলৰ পৰা ১ম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লগায়। ১৯২৮ চনত ৰসায়ন বিজ্ঞানত ২য় শ্ৰেণীৰ প্ৰথম স্থান লৈ বি.এছ-ছি আৰু ১৯৩১ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৰসায়ন বিজ্ঞানত এম.এছ-ছি উপাধি লয়। বৃটিছ চৰকাৰৰ হাকিম পদ যাচিছিল যদিও সেই পদ প্ৰত্যাখান কৰি প্ৰথমে গুৱাহাটীৰ কামৰূপ একাডেমিৰ আৰু



ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁই

পিছত সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষক হয়। পিছত চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক, স্কুলসমূহৰ সহকাৰী পৰিদৰ্শক, বুনিয়াদী শিক্ষা পৰিষদৰ বিশেষ বিষয়া আৰু সচিব, নাগালেণ্ডৰ শিক্ষাধিকাৰ আদি বিভিন্ন পদত থাকি ১৯৬৭ চনত অৱসৰ লয়।

শিক্ষাবিদ তথা গান্ধীবাদী। গান্ধী স্মাৰক নিধি, কস্তুৰবা ট্ৰাষ্ট, অসম সেৱা সমিতি, ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, খাদী গ্ৰামোদ্যোগ আদি নানা অনুষ্ঠানৰ লগত জড়িত আছিল। (৪০০)

**ৰাজবালা দাস** (৮।৩।১৮৯৩-১৯৮৫) : জন্ম ডিব্ৰুগড়ত। পিতৃ ৰমাকান্ত বৰুৱা, স্বামী জ্যোতিষচন্দ্ৰ দাস* । গিৰিধি আৰু বেথুন স্কুলত পঢ়ি ১৯১৫ চনত প্ৰথম বিভাগত

প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯২০ চনত কলিকতাৰে ডাৱচেচন কলেজৰ পৰা বি.এ. উপাধি লোৱাৰ পিছত ডিব্ৰুগড়লৈ আহি অসহযোগ আন্দোলনত লাগে আৰু ডিব্ৰুগড় জিলা কংগ্ৰেছৰ মহিলা সভাৰ সম্পাদিকা হয়। ১৯২৩ চনত অসমৰ প্ৰতিনিধিৰূপে গয়া কংগ্ৰেছত যোগ দিয়ে। বিয়াৰ পিছত গুৱাহাটীলৈ আহি ১৯২৬ চনত অসম মহিলা সমিতিৰ প্ৰধান সম্পাদিকা নিৰ্বাচিত হয়। এই সূত্ৰে নিখিল ভাৰত মহিলা সভাৰ মাদ্ৰাজ আৰু গোৱালিয়ৰত বহা অধিবেশনত যোগদান দিছিল।

অসমত স্ত্ৰী-শিক্ষা বিস্তাৰৰ প্ৰধান প্ৰবক্তা আছিল। গুৱাহাটীৰ পানবজাৰ ছোৱালী হাইস্কুলৰ কাৰ্যকৰী সমিতিৰ সম্পাদিকা তথা প্ৰধান শিক্ষয়িত্ৰী হিচাপে ১৯৪৭ চনলৈকে



ৰাজবালা দাস

আছিল। ১৯৩৯ চনত সেই স্কুলতে মাত্ৰ দুগৰাকী ছাত্ৰীৰ সৈতে অসমৰ প্ৰথম ছোৱালী কলেজ (পিছলৈ 'সন্দিকৈ কলেজ') আৰম্ভ কৰে। পিছলৈ সূৰ্যকুমাৰ ভূঞা* আৰু স্বামীৰ সহযোগিতাত ৰাধাকান্ত সন্দিকৈ* ডাঙৰীয়াৰ পৰা বৃহৎ পৰিমাণৰ ধন সংগ্ৰহ কৰি কলেজখন বৰ্তমানৰ স্থানলৈ নিয়া হয়। ১৯৪১ চনত কলেজৰ অবৈতনিক অধ্যক্ষা হৈ থকা কালতে প্ৰাইভেটকৈ অসমীয়াত এম এ. পাছ কৰে। ১৯৪৯ চনত স্বামীৰ সৈতে য়ুৰোপলৈ যায় আৰু তাৰ বিভিন্ন মহিলা শিক্ষানুষ্ঠানসমূহ চাই ১৯৫০ চনত উভতি আহে। সেই বছৰতে কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে বিধান সভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দিতা কৰিছিল, যদিও পৰাজয় বৰণ কৰে। ১৯৬৫ চনত কলেজৰ অধ্যক্ষা পদৰ পৰা অৱসৰ লয়।

* পিছৰ জীৱনত পাৰিবাৰিক প্ৰতিষ্ঠান গুৱাহাটী প্ৰেছৰ পৰা 'অসম বাতৰি' নামে এখন বাতৰি কাকত আৰু 'মণিদীপ' নামে এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিছিল। কেইখনমান স্কুলীয়া পাঠ্য পুথি ৰচনা কৰাৰ উপৰিও *'তিনিকুৰি দহ বছৰৰ স্মৃতি'* নামে এখন আত্মজীৱনীমূলক পুথিও লিখি থৈ গৈছে। (২৩৭,৩৬৪)

**ৰাজমোহন নাথ** (১৩।১০।১৮৯৯ ৩।৪।১৯৬৫) : জন্ম হাইলাকান্দিৰ ৰাঙউটা গাঁৱত। ১৯১৯ চনত হাইলাকান্দি হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯২১ চনত চিলেটৰ মুৰাৰিচাঁদ কলেজৰ পৰা আই. এচ. ছি. পাছ কৰি শিবপুৰ ইঞ্জিনীয়াৰিং কলেজত ভৰ্তি হয় আৰু ১৯২৫ চনত তাৰ পৰা বি. ই. উপাধি লাভ কৰে। ১৯২৭ চনত অসম চৰকাৰৰ গড়কাপ্তানী বিভাগত সহকাৰী অভিযন্তাৰূপে যোগ দি অতিৰিক্ত মুখ্য অভিযন্তাৰূপে অৱসৰ লয়। অসম ইঞ্জিনীয়াৰিং ইনষ্টিটিউটত কিছুকাল অধ্যক্ষতাও কৰিছিল।

প্ৰখ্যাত প্ৰত্নতত্ত্ববিদ, বুৰঞ্জীবিদ, বৈষ্ণৱ সাহিত্যৰ গৱেষক আৰু ধেমেলীয়া গল্পকাৰ। অসমৰ বিশেষকৈ নগাঁও অঞ্চলৰ প্ৰত্নতত্ত্ব অনুসন্ধানৰ বাটকটীয়া। প্ৰাচীন অসমৰ কদলী ৰাজ্য, ডবকা ৰাজ্য, প্ৰাচীন কামৰূপত বৌদ্ধ ধৰ্ম, নাথ ধৰ্মৰ উৎপত্তি, সিন্ধু উপত্যকাৰ সভ্যতা আদি বিষয়ৰ ওপৰত অজস্ৰ প্ৰবন্ধ আৰু ভালেমান গ্ৰন্থ লিখিছিল। ইতিহাস তথা প্ৰত্নতত্ত্ব বিষয়ক উল্লেখনীয় গ্ৰন্থসমূহ হ'ল—*বীৰ চিলাৰায়* (১৯৪০), *The Background*

*of Assamese Culture* (১৯৪৭), *'গৌৰৱময় অসম'* (১৯৪৯), *Glorious Assam, A Clue to the India's Valley Script and Civilisation* (১৯৫৬), *Rigveda Summary* (১৯৬৫)। অসমৰ বৈষ্ণৱ ধৰ্মৰ গৱেষণাতো অৱদান আছে। এই বিষয়ৰ কেইবাখনো প্ৰাচীন পুথি সম্পাদনা কৰিছিল, যেনে— *শংকৰদেৱৰ বৰগীত* (১৯৪৪), *মাধৱদেৱৰ বৰগীত* (১৯৪৫), *কালীয় দমন নাট* (১৯৪৫), দৈত্যাৰি ঠাকুৰৰ *শ্ৰীশ্ৰীশংকৰদেৱ-মাধৱদেৱ চৰিত* (১৯৪৭), *ভক্তি ৰত্নাকৰ* (১৯৫০)। ৰামকৃষ্ণ মিছন ইনষ্টিটিউটে চাৰিখণ্ডত প্ৰকাশ কৰা 'দি কালচাৰেল হেৰিটেজ অৱ ইণ্ডিয়া' গ্ৰন্থত অসমৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে প্ৰৱন্ধ লিখিছিল। ব্যংগ সাহিত্যিকো আছিল। পীতাম্বৰ ৰাজমেধি ছদ্মনামত ছখন ব্যংগাত্মক পুথি ৰচনা কৰিছিল। সেইবোৰ হ'ল — *পকামিঠৈ, তপত গাখীৰ, টেঙা দৈ, গোট কড়াই, কাহুদি-খাৰলি* আৰু *চেঁচাপানী*। অসমীয়া, বঙলা আৰু ইংৰাজী ভাষাত প্ৰায় দুকুৰি গ্ৰন্থ আৰু দুশতকৈয়ো অধিক গৱেষণামূলক প্ৰৱন্ধ লিখি থৈ গৈছে। গৃহনিৰ্মাণ সম্পৰ্কেও এখন হাতপুথি লিখিছিল যিখন আজিও ইঞ্জিনীয়াৰিঙৰ ছাত্ৰসকলৰ মাজত জনপ্ৰিয়।

কামৰূপ অনুসন্ধান সমিতি, এচিয়াটিক চোচাইটি অৱ বেঙ্গল, ইণ্ডিয়ান ৰিচাৰ্চ চোচাইটি আদি অনুষ্ঠানসমূহৰ সভ্য আছিল। ১৯৫৭ চনত তিনিচুকীয়াত বহা অসম সাহিত্য সভাৰ অধিৱেশনত বুৰঞ্জী শাখাৰ সভাপতিত্ব কৰিছিল। (১২, ৪০০)

**ৰাজেন্দ্ৰনাথ বৰুৱা** (১।১।১৮৯১ - ।৮।১৯৪৫) : জন্ম শিৱসাগৰত। পিতৃ মজিন্দাৰ বৰুৱা বংশৰ ভোলানাথ। মাতৃ নীলকুমুদ বৰুৱাৰ* জীয়েক কাঞ্চনলতা। ১৯১৩ চনত কটন কলেজৰ পৰা বি.এ.পাছ কৰি এম. এ. আৰু আইন পঢ়াৰ উদ্দেশ্যে কলিকতালৈ যায়; কিন্তু ঘৰুৱা শিক্ষকতা কৰি ভোলানাথ বৰুৱাৰ* কাঠৰ ব্যৱসায়ত সোমাই বঙ্গদেশ, উৰিষ্যা আদি ৰাজ্যত কিছুকাল কটায়। পিছত সেই কাম এৰি পুনৰ শিক্ষকতাৰ কামত যোগ দিয়ে। ১৯২৫ চনত ঢাকাৰ পৰা বি.টি. পাছ কৰে। মৃত্যুৰ সময়ত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক আছিল। উষা, আলোচনী, বাঁহী আদি কাকতত কবিতা আৰু প্ৰৱন্ধ লিখিছিল। গোৰখপুৰৰ পৰা ওলোৱা 'কল্যাণ কল্পতৰু' আলোচনীত কেইবাটাও ধৰ্মমূলক প্ৰৱন্ধ ইংৰাজীত প্ৰকাশ পাইছিল। (৮)

**ৰাজেন শৰ্মা** (১৯৬৭-৮।১০।১৯৮৯) : জন্ম নলবাৰী জিলাৰ বাহজানিত। অসমৰ বিদেশী বহিস্কাৰ আন্দোলনৰ সময়ত স্কুলীয়া অৱস্থাতে বাহজানি আঞ্চলিক ছাত্ৰ সন্থাৰ সভাপতি আছিল। সেই সময়তে চান্দকুছি পাব্লিক হাইস্কুলৰ পৰা উচ্চ মাধ্যমিক শেষান্ত পৰীক্ষাত ষ্টাৰ সহ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত নাম লগায়। ইয়াত পঢ়ি থকা কালতে 'অসম সম্মিলিত মুক্তি বাহিনী' (ULFA) নামৰ বিপ্লৱী দলটোৰ সভ্য হয় আৰু পঢ়া এৰি 'উদ্দীপ্ত হাজৰিকা' ছদ্মনামেৰে দলৰ প্ৰচাৰ সচিবৰ দায়িত্ব লয়। নিষ্ঠাবান বিপ্লৱী হোৱাৰ উপৰি এগৰাকী কবিও আছিল। নলবাৰীত হোৱা এটা সংঘৰ্ষত শোকাবহভাৱে মৃত্যু হয়। (৪০০)

**ৰাজেন হাজৰিকা** (২৫।১।১৯৪৬- ৫।৩।১৯৮৩) : জন্ম গুৱাহাটীত। আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ত কিছুকাল পঢ়াৰ পিছত গুৱাহাটীৰ 'গৱৰ্ণমেণ্ট স্কুল অৱ আৰ্টচ্ এণ্ড ক্ৰেফটচ'ৰ পৰা ১৯৬৯ চনত ডিপ্লোমা লয়। উদীয়মান চিত্ৰশিল্পী আছিল। গুৱাহাটীত সমূহীয়াকৈ আৰু এককভাৱেও ভালেমান চিত্ৰ প্ৰদৰ্শনী পাতিছিল। (৪০০)

**ৰাজেশ্বৰ সিংহ** (১৭০৪ - ১৭৬৯) : ৰুদ্ৰসিংহ* স্বৰ্গদেউৰ চতুৰ্থ পুত্ৰ। প্ৰকৃত নাম ৰমানাথ। ককায়েক প্ৰমত্ত সিংহৰ* মৃত্যুৰ পিছত চুৰেম্ফা নাম লৈ ৰাজপাটত উঠে। এওঁৰ দিনত

ৰাজ্যৰ অৱস্থা জয়জয় মযময আছিল। মানৰ বিৰুদ্ধে মণিপুৰৰ ৰজা জয়সিংহ'লে সহায় আগ বঢ়াই মণিপুৰৰ লগত সম্প্ৰীতিৰ সম্পৰ্ক স্থাপন কৰিছিল। ৰংপুৰৰ তলাতল ঘৰ নিৰ্মাণ কৰোতা। ৰাজত্বৰ শেষৰ ফালে কীৰ্তিচন্দ্ৰ বৰবৰুৱা* ক্ষমতাশালী হৈ উঠিছিল।

কবি আছিল। পণ্ডিতসকলে 'কবি চূড়ামণি' উপাধি দিছিল। *'কীচক বধ'* নামে এখন নাটো ৰচিছিল। (৪৩, ৬৮, ২৮৮)

**ৰাধাকান্ত দাস** (১৯ - ২০ শতিকা): জন্ম বৰপেটাত। পিতৃ বাতিৰাম, মাতৃ পটোবালা। আত্মাৰাম দাসৰ* পৰা হাতী দাঁতৰ কাম শিকি এই বিদ্যাত পাৰ্গতালি লাভ কৰিছিল। চিত্ৰশিল্পীও আছিল। বৰপেটা সত্ৰত থকা বদুলা আতাৰ* ভেটি গৃহৰ বেৰত উত্তৰ-পূব ফালৰ প্ৰৱেশদ্বাৰত খোদিত চিত্ৰ সমূহতেওঁৰে সৃষ্টি। শেষ জীৱনৰ শুৱালকুচিত থাকেগৈ। তাতে মৃত্যু হয়। (২২)

**ৰাধাকান্ত সন্দিকৈ** (১৮৪৭ - ২৬।১।১৯৫২): জন্ম যোৰহাটৰ ওচৰৰ চেতিয়াগাঁৱত। পিতৃ সোণাৰাম জালভাৰী ফুকন। মাতৃ বৰকুকৈ। ১৮৭২ ৭৩ চনত ওচৰৰে চূড়ামণি পাঠশালাৰ পৰা বৃত্তিসহ পৰীক্ষাত উত্তীৰ্ণ হৈ স্কুল পৰিদৰ্শক ৰত্নধৰ বৰুৱাৰ ঘৰত থাকি শিৱসাগৰ হাইস্কুলৰ পৰা ১৮৮৩ চনত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু কলিকতাৰ জেনেৰেল এচেম্ব্লি ইনষ্টিটিউচনত চিটি কলেজত নাম লগাইগৈ। ১৮৮৪ চনত তাৰ পৰা এফ. এ. পাছ কৰি বি.এ. শ্ৰেণীত ভৰ্তি হয়। ঘৰুৱা অসুবিধাৰ কাৰণে পঢ়া এৰি ডাইৰেক্টৰ হিচাপে ১৯১৬ চনত স্বইচ্ছাৰে অৱসৰ লয়। ১৮৯৭ চনত নাৰায়ণী সন্দিকৈক* বিয়া কৰে। ১৯০৭ চনত 'ৰায় বাহাদুৰ' খিতাপ পায়। জগন্নাথ বৰুৱাৰ* সহায় আৰু উদ্গণিত প্ৰথমে ভিতৰুৱাল পিছত ৰাটিমন নামৰ চাহ বাগিচা খুলি যথেষ্ট সম্পত্তিৰ অধিকাৰী হয়।

দানবীৰ আছিল। দুই পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতিত অসম সাহিত্য সভাক ত্ৰিশ হেজাৰ টকা দান কৰিছিল। সেই ধনেৰে 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' (১৯২৬)



ৰাধাকান্ত সন্দিকৈ

স্থাপিত হয় আৰু 'চন্দ্ৰকান্ত অভিধান' (১৯৩৩) সংকলিত হয়। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘৰ 'নাৰায়ণী সন্দিকৈ ভৱন'ৰ (১৯৩৬) বাবে দহ হেজাৰ টকা দান কৰে। গুৱাহাটীৰ ৰাধাকান্ত সন্দিকৈ কলেজৰ বাবে ১৯৪০ চনত প্ৰথমে দহ হেজাৰ, পিছত ষাঠি হেজাৰ টকা দিছিল।

সাহিত্যতো ৰাপ আছিল। কলিকতাত পঢ়োঁতে অ.ভা.উ.সা. সভাৰ গঠনত সহায় কৰিছিল। *পদাৰ্থ বিজ্ঞান* নামৰ এখন পাঠ্যপুথি লিখিছিল। তেওঁৰ *মূলা গাভৰু* নাট প্ৰকাশ হয় ১৯২৪ চনত। দুই-এটি গীতো লিখিছিল। যোৰহাটত বহা অসম সাহিত্য সভাৰ পঞ্চম অধিৱেশনৰ আদৰণী সভাৰ সভাপতি আছিল।

কৃষ্ণকান্ত সন্দিকৈৰ* পিতৃ। (১১৪, ২৬৪, ৩০২)

**ৰাধাগোৱিন্দ বৰুৱা** (১৯০১ - ১৪।৭।১৯৭৭): জন্ম শিৱসাগৰত। পিতৃ গুণগোৱিন্দ বেভিনিউ চিৰস্তাদাৰ আছিল। শিৱসাগৰ, নগাঁও আৰু ডিব্ৰুগড়ত পঢ়ি ডিব্ৰুগড় হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ

হৈ গুৱাহাটীৰ কটন কলেজত নাম লগায়। কিন্তু মাহচেৰেক পঢ়িয়েই ব্যৱসায়ত লাগে। ডিব্ৰুগড়ত কিছুদিন ৰেলৰ স্লিপাৰৰ ব্যৱসায় কৰি কলিকতালৈ যায়। তাত চৰ্টহেণ্ড, একাউণ্টেন্সি আদি শিকাৰ ওপৰিও এখন চাহ দোকানো দিছিল। তিনিবছৰ কলিকতাত থকাৰ পিছত ডিব্ৰুগড়লৈ আহি ১৯২৩ চনত 'ইম্পেৰিয়েল বেংক'ত সোমায়। মাজতে কিছুদিন মাইজান চাহ বাগিচাৰ এচিষ্টেণ্ট মেনেজাৰো হৈছিল। পিচে সেই সকলোবোৰ বাদ দি ''বোম্বে মিউচুৱেল লাইফ্ ইন্সিওৰেন্স চোচাইটিৰ'' এজেন্সি লয় আৰু প্ৰতিটো প্ৰতিযোগিতাতে অসম, বংগ, বিহাৰ আৰু উৰিষ্যাৰ ভিতৰত প্ৰথম হয়। লগতে দেউতাকে খোলা 'বৰুৱা প্ৰেছটো' মনপুতি লাগে। ১৯৩৯ চনৰ চাৰি আগষ্টত এই প্ৰেছৰ পৰাই তেওঁৰ আশাসুধীয়া চেষ্টাত 'আচাম ট্ৰিবিউন' কাকতখন সাদিনীয়া হিচাপে ওলায়। পিছত প্ৰেছটো গুৱাহাটীলৈ লৈ আহি ১৯৪৬ চনৰ ত্ৰিশ ডিচেম্বৰৰ পৰা কাকতখন দৈনিক কৰে। পিছত একেটা প্ৰেছৰ পৰাই সাদিনীয়া 'অসম বাণী' উলিয়ায়। ১৯৬৫ চনৰ পৰা 'দৈনিক অসম' প্ৰকাশ কৰে। 'সাহিত্য প্ৰকাশ' নাম দি এটা প্ৰকাশন



ৰাধাগোবিন্দ বৰুৱা

সংস্থাও খুলিছিল য'ৰ পৰা ৰজনীকান্ত বৰদলৈৰ* উপন্যাসৰাজি আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ* গ্ৰন্থাৱলী প্ৰকাশ পাইছিল।

গুৱাহাটী স্পৰ্টচ এচোচিয়েছন, আসাম ফুটবল এচোচিয়েছন, আসাম ক্ৰিকেট এচোচিয়েছন, আসাম ল'ন টেনিছ এচোচিয়েছন আদি খেল-সন্থা সমূহৰ সতে ঘনিষ্ঠ ভাৱে জড়িত আছিল। ১৯৬২ চনত গুৱাহাটীৰ 'নেহৰু ষ্টেডিয়াম' মুকলি কৰা হয় তেওঁৰ প্ৰায় একক প্ৰচেষ্টাতেই। নিজেও খেলুৱৈ আছিল, চিকাৰত ৰাপ আছিল। ১৯৫৮ চনত আসাম ফ্লাইং ক্লাব প্ৰতিষ্ঠা কৰে। গুৱাহাটী ৰাইফল চুটিং ক্লাবৰো প্ৰতিষ্ঠাপক।

সাংস্কৃতিক অনুষ্ঠান সমূহতো সমানে আগ ভাগ লৈছিল। ১৯৫২ চনত গুৱাহাটীত ৰাজহুৱাভাৱে হোৱা প্ৰথম বিহু অনুষ্ঠানৰ অন্যতম প্ৰতিষ্ঠাপক। ১৯৫৪ চনত বছৰেকীয়া অসম সংগীত সম্মিলনীৰ জন্ম দিয়ে। নিজেও ভাল অভিনেতা আছিল। মঞ্চত অভিনয় কৰাৰ উপৰিও 'মনোমতী' আৰু 'পূবেৰুণ' চিনেমাতো অভিনয় কৰিছিল।

বহু বছৰ ধৰি অসমৰ ক্ষুদ্ৰ সঞ্চয় বিভাগৰ চেয়াৰমেন আৰু জাতীয় সঞ্চয় বিভাগৰ কেন্দ্ৰীয় সমিতিৰ সভ্য আছিল। ১৯৭০ চনত আচাম টি ব্ৰ'কাৰ্চ এচোচিয়েচনৰ চেয়াৰমেন হিচাপে চাহৰ নীলাম বজাৰ মুকলি কৰে। ১৯৭৫ চনত গুৱাহাটী মিউনিচিপেল কৰ্পোৰেচনৰ মেয়ৰ হয়। গুৱাহাটীৰ অজস্ৰ ৰাজহুৱা কামৰ লগত জড়িত আছিল। (৩৭, ১৪২)

**ৰাধানাথ চাংকাকতি** (১৮৫৩ - ৭।৩।১৯২৩): জন্ম ডিব্ৰুগড়ত। পিতৃ দুতিৰাম, মাতৃ ৰূপহী। ডিব্ৰুগড়ৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি ডিব্ৰুগড় কাছাৰীত আমোলা সোমায়। কিন্তু ধুবুৰীলৈ বদলি হ'লত কাম ইস্তফা দি বাতৰি কাকত উলিয়াবলৈ মনস্থ কৰে। ১৮৮৫ চনৰ ৫ জানুৱাৰীৰ দিনা জন্ম দিয়ে অসমৰ প্ৰথম সাদিনীয়া ইংৰাজী কাকত ''টাইম্চ্ অব আচাম'। মৃত্যুকাললৈকে কাকতখনৰ সম্পাদকৰ দায়িত্বও বহন কৰিছিল। চাহাবী ধৰণৰ আৰু চাহাব প্ৰিয় মানুহ আছিল। পঞ্চম জৰ্জৰ ভাৰত পদাৰ্পণত দিল্লীত হোৱা দৰবাৰলৈ বিশেষভাৱে আমন্ত্ৰিত হৈছিল।

১৮৮৫ চনত পুণাত অনুষ্ঠিত হোৱা ভাৰতৰ জাতীয় কংগ্ৰেছত অসমক প্ৰতিনিধিত্ব কৰিছিল। ডিব্ৰুগড়ৰ পৌৰসভাৰ প্ৰথম বেচৰকাৰী সভাপতি আছিল। ডিব্ৰুগড়ত অসমৰ প্ৰথম ছোৱালী স্কুল প্ৰতিষ্ঠা হোৱাত সহায় কৰা



ৰাধানাথ চাংকাকতি

সকলৰ ভিতৰত অন্যতম আছিল। দক্ষ অভিনেতাও আছিল। 'টাইমচ্ অৱ আচাম' চলোৱাৰ উপৰিও ডিব্ৰুগড়ৰ পৰাই ওলোৱা মাহেকীয়া আলোচনী 'অসমীয়া'ৰ কিছুকাল (১৯১০-১৭) সম্পাদক আছিল। 'অসম হিতৈষী' নামৰ এখন মাহেকীয়া আলোচনী উলিয়াবলৈও যোজা কৰিছিল। (৭৬)

**ৰাধানাথ ফুকন** (১৫।৬।১৮৭৫ - ২৩।৬।১৯৬৪): জন্ম যোৰহাটত। পিতৃ কৃপানাথ কাশীনাথ তামুলী ফুকনৰ* বংশৰ লোক আছিল। মাতৃ কক্মিণী। ১৮৯১ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম লগায়। ১৮৯৫ চনত তাৰ পৰা বি.এ. উপাধি লয়। ১৮৯৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞান বিভাগত এম.এ. উপাধি লাভ কৰে। স্নাতকোত্তৰ উপাধি পোৱা প্ৰথম অসমীয়া। ১৮৯৮ চনত কলিকতাৰ পৰাই বি.এল. পৰীক্ষাও পাছ কৰি যোৰহাটত ওকালতি আৰম্ভ কৰে। ১৯০৩ চনত ই এ.চি'ৰ চাকৰিত সোমাই পিয়ল বিভাগৰ উপ অধীক্ষক, মহকুমাধিপতি, শিল্প বিভাগৰ সঞ্চালক, সমবায় বিভাগৰ পঞ্জীয়ক আদি বিভিন্ন পদত থাকি ১৯৩১ চনত জিলা ন্যায়াধীশ ৰূপে অৱসৰ লয়। অৱসৰৰ পিছত পুনৰ কিছুকাল ওকালতি কৰি শেষত চাহ বাগিচা কিনি তাক চলাবলৈ লৈছিল।

কলিকতাত থাকোতে অ.ভা উ সা সভাৰ সক্ৰিয় সদস্য আছিল। ১৮৯৫ চনত ৰমাকান্ত বৰকাকতীৰ* সৈতে ইয়াৰ অষ্টম বছৰৰ যুটীয়া সম্পাদকো নিৰ্বাচিত হৈছিল। আগবয়সত ৰঙ্গমঞ্চৰ লগত জড়িত আছিল আৰু ভালেমান গীত ৰচিছিল। 'কিয়নো পাহৰা অসমীয়া হে'ৰা, চিৰকাল তুমি আছিলা স্বাধীন' নামৰ তেওঁৰ গীতটিয়ে একালত বেছ জনপ্ৰিয়তা আৰ্জিছিল। অৱসৰৰ পিছত পাণ্ডিত্যপূৰ্ণ ৰচনাত লাগে। *'সাংখ্য দৰ্শন'* (১৯৪৯), *'বেদান্ত দৰ্শন'* (১৯৫১), *'শ্ৰীমদ্ভাগৱত গীতা'* (১৯৫২), *'কঠধৰে*



ৰাধানাথ ফুকন

*উপনিষদ'* (১৯৫৪), *'জন্মান্তৰ ৰহস্য'* (১৯৫৭), *'The Theory of Rebirth'* (1962), *'The Sankhya Kari-*

*ka or Iswarakrishna'* (1960)প্ৰমুখ্যে দৰ্শন বিষয়ৰ কেবাখনো গ্ৰন্থৰ ৰচয়িতা। বিজ্ঞানক আধ্যাত্মিক ব্যাখ্যা দিয়াৰ চেষ্টা তেওঁৰ ৰচনাৱলীত প্ৰকট।

১৯৫৪ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। ১৯৫৭ চনত নলবাৰীৰ সংস্কৃত সঞ্জীৱনী সভাই ''বেদান্ত বাচস্পতি'' উপাধি প্ৰদান কৰিছিল। ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সন্মানসূচক ডি.লিট উপাধি পায়। বৃটিছ চৰকাৰে ১৯১৪ চনত 'ৰায় বাহাদুৰ' খিতাপ দিছিল। (২০ক, ৩১৮)

**ৰাধানাথ বৰবৰুৱা** (১৯ শতিকা): পুৰন্দৰ সিংহ* স্বৰ্গদেৱৰ বিষয়া আছিল। আহোম আৰু ফাৰ্চী ভাষা ভালদৰে জানিছিল। কাশীনাথ তামুলীফুকনক* *'আসাম বুৰঞ্জী'* লিখাত সহায় কৰিছিল। দেশ ইংৰাজে লোৱাত সদৰামীন হয়। (৮৬)

**ৰাধা-ৰুক্মিণী** (১৮ শতিকা): মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম নেতা নাহৰ খোৰাৰ* পত্নীদ্বয়। পূৰ্বৰ নাম আছিল ভাতুকী আৰু ভাবুলী। ১৭৬৯ চনত স্বৰ্গদেউ লক্ষ্মীসিংহৰ* বিৰুদ্ধে হোৱা যুদ্ধত মোৱামৰীয়া বিদ্ৰোহীসকলৰ লগত আহোম সৈন্যৰ বিৰুদ্ধে বীৰত্বেৰে যুঁজিছিল (৪৯, ২২৪, ২৮৮)

**ৰাধিকাৰাম ঢেকিয়াল ফুকন** (৯।১২।১৮৫৪ - আ. ১৮৯৬): আনন্দৰাম ঢেকিয়াল ফুকনৰ* জ্যেষ্ঠ পুত্ৰ। জন্ম নগাঁৱত। কম বয়সতে পিতৃ বিয়োগ হোৱাত সম্পৰ্কীয় ককায়েক গুণাভিৰাম বৰুৱাই* তেওঁৰ তত্বাৱধান লৈছিল। ১৮৬৯-৭০ চনত গুৱাহাটী চেমিনাৰীৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাত এফ. এ. পঢ়িবলৈ যায়। কিন্তু এই পৰীক্ষাত কৃতকাৰ্য হব নোৱাৰিলে। ১৮৭৩ চনৰ ২৭ জুনত বিলাতলৈ যায় আৰু তাত উচ্চশিক্ষা লাভ কৰে। পিছত বিজ্ঞান বিষয়ত গৱেষণা কৰি জাৰ্মানীৰ হাইডেলবাৰ্গ বিশ্ববিদ্যালয়ৰ পৰা ডক্তৰেট ডিগ্ৰী পাইছিল। অসমৰ প্ৰথম ডক্টৰেট। ইংৰাজ মহিলা বিয়া কৰাই বিলাততে স্থায়ীভাৱে বাস কৰিছিল। পাশ্চাত্য সংগীতত ৰাপ আছিল। বাইশ বছৰকাল ইংলণ্ডত থাকি ভাৰতলৈ আহি চেনিকল এটাত কিছুকাল কাম কৰিছিল। প্ৰয়াগত মৃত্যু হয়। নিঃসন্তান আছিল। (১৪, ১৩০)

**ৰাধিকা শান্তি** (১৬ শতিকা): স্বামী কৈৱৰ্তকুলীয়া পূৰ্ণানন্দ। শংকৰদেৱ* বৰদোৱাত থকা কালত তাৰ টেমুৱানি জানৰ পানী বৰদোৱাত সোমোৱাত জানটোৰ ভেটা বন্ধা কালত শান্তিকন্যা বুলি প্ৰমাণিত হৈছিল। শংকৰদেৱে নিজৰ বাসস্থানৰ ওচৰতে তেওঁক ঘৰ-দুৱাৰ সজাই দিছিল বুলি কথিত। (২০৩, ২০৪)

**ৰামকুমাৰ বিদ্যাৰত্ন** (১৮৩৬ - ১৯০১): জন্ম বংগদেশৰ ফৰিদপুৰ জিলাত। পিতৃ ৰামগতি। প্ৰায় পঁচিশ বছৰ বয়সত ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰে ১৮৭৮-১৮৮৭ কালছোৱাৰ ভিতৰত কেইবাবাৰো অসমলৈ আহি অসমৰ বিভিন্ন ঠাইত ব্ৰাহ্মধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল। *'উদাসীন সত্যশ্ৰবাৰ আসাম ভ্ৰমণ'* (১৮৮১) নামৰ এখন পুথিত অসম ভ্ৰমণৰ কাহিনী লিপিবদ্ধ কৰাৰ উপৰিও *'কুলি কাহিনী'* (১৮৮৬) নামৰ আন এখন পুথিত অসমৰ চাহ বনুৱাসকলৰ দুৰৱস্থাৰ বিতং বিৱৰণ দি থৈ গৈছে। হেমচন্দ্ৰ বৰুৱা*, গুণাভিৰাম বৰুৱা* প্ৰমুখ্যে সেইকালৰ গণ্যমান্য অসমীয়া ব্যক্তি সকলৰ লগত পৰিচিত আছিল। (২৭৭)

**ৰামচন্দ্ৰ আতা** (১৭ - ১৮ শতিকা): পিতৃ ৰমাকান্ত আতা*। নাট, ভাওনা আৰু গীত-পদত মুগ্ধ হৈ স্বৰ্গদেউ শিৱসিংহই* ৰাজধানীলৈ মাতি কেইবাবাৰো ভাওনা কৰাইছিল আৰু ভূ-সম্পত্তি দান কৰিছিল। স্বৰ্গদেউৰ সাহায্যত নৰোৱা সত্ৰ পুনৰ্নিৰ্মাণ কৰায় আৰু এই উপলক্ষে

*'কংসবধ'* নাট লিখি ভাওনা কৰায়। ভালেমান গীত-পদ ৰচনা কৰিছিল। (৫৮)

**ৰামচন্দ্ৰ দেৱ** (?–আ. ১৭২৭) : আউনীআটী সত্ৰৰ দ্বিতীয় অধিকাৰ। কেশৱ দেৱৰ* মৃত্যুৰ পিছত এই পদ পাইছিল। কিন্তু আঠ মাহৰ পিছতে মৃত্যু হয়। এওঁৰ দিনত স্বৰ্গদেউ শিৱসিংহই* সত্ৰ দৰ্শন কৰিছিল আৰু তেতিয়াৰে পৰা স্বৰ্গদেউ সকলে সত্ৰ দৰ্শন কৰা প্ৰথা চলে। (৮৯)

**ৰামচন্দ্ৰ বৰপাত্ৰ** (১৭ শতিকা) : শিৱসাগৰ জিলাৰ দিলিহ নৈৰ পাৰৰ কেন্দুগুৰিত জন্ম। আহোম ৰজাৰ ৰাজধানী গড়গাঁৱত বাস কৰিছিল। কনচেং বৰপাত্ৰ গোহাঁইৰ* বংশধৰ বুলি অনুমান কৰা হয়। ১৬৮৫ চনত কীৰ্তন ঘোষাৰ আৰ্হিৰে যোগিনী তন্ত্ৰৰ পৰা হয়গ্ৰীৱ মাধৱৰ উৎপত্তি কাহিনী আৰু পূজা-প্ৰসঙ্গৰ বৰ্ণনাৰে এঘাৰটা খণ্ডৰ এখনি পুথি ৰচনা কৰিছিল। (২০০, ২৬৬)

**ৰামচৰণ ঠাকুৰ** (আ.১৫১০-আ.১৬০০): জন্ম বৰপেটাৰ ওচৰৰ বাৰাদিত। পিতৃ মাজুলীৰ হোকোৰাকুচি গাঁৱৰ গঞ্জাপাণি বা ৰামদাস*। মাতৃ মাধৱদেৱৰ* ভনীয়েক উৰ্বশী। গণককুচিত মাধৱদেৱৰ তত্ত্বাৱধানত পঢ়া-শুনা কৰিছিল। মাধৱদেৱ সুন্দৰীদিয়ালৈ গ'লত ৰামদাস সপৰিয়ালে চুমুৰি নামে ঠাইলৈ যায়। তাত ৰামচৰণে ছবছৰ কাল খেতিৰ কামত লাগে। মাক দেউতাকে মোমায়েক মাধৱদেৱৰ আৰু ভনী জোঁৱায়েক হৰিচৰণ ঠাকুৰৰ* বা-বাতৰি লবলৈ সুন্দৰীদিয়ালৈ এবাৰ পঠোৱাত মাধৱদেৱে তেওঁক এৰি নিদি সুন্দৰীদিয়া সত্ৰৰ পাঠক পাতে। তাতে ভকতসকলৰ আগত 'ভক্তি ৰত্নাকৰ' আৰু 'ভক্তি ৰত্নাৱলী'ৰ অৰ্থ ভাঙিছিল। তাঁতীকুচিত প্ৰথমে ঘৰ কৰি আছিল। পিছত মাধৱদেৱৰ লগত সুন্দৰীদিয়াত থাকেগৈ আৰু তেওঁৰ লগতে কোচবিহাৰলৈ যায়। কোচবিহাৰত থাকোঁতেই ১৫৯৬ চন মানত বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা শংকৰদেৱৰ* *'কীৰ্তন ঘোষা'* সংকলন কৰে মাধৱদেৱৰ নিৰ্দেশত।

*'ভক্তি ৰত্নাকৰ'* পুথি অসমীয়ালৈ পদ ভাঙনি কৰিছিল। *'কংসবধ'* নামে এখনি নাট আৰু *'ভক্তিৰত্ন'* নামে এখন সৰু পুথিও ৰচিছিল। তেওঁৰ ভণিতা থকা *'গুৰু চৰিত'* প্ৰকৃততে তেওঁ লিখা নহয় বুলি সাম্প্ৰতিক পণ্ডিতসকল একমত। (২০০, ২০৪, ২০৭, ২১০)

**ৰামদাস আতা** (১৫–১৬ শতিকা) : জন্ম মাজুলীৰ হোকোৰাকুচি গাঁৱত। পিতৃদত্ত নাম আছিল গঞ্জাপাণি। শংকৰদেৱত* শৰণ লৈ ৰামদাস নাম গ্ৰহণ কৰে। মাধৱদেৱৰ* ভনীয়েক উৰ্বশীক বিয়া কৰাইছিল। শংকৰ-মাধৱৰ মিলনৰ যোগসূত্ৰ আছিল। 'ভক্তি ৰত্নাকৰ' ভাঙোতা ৰামচৰণ ঠাকুৰ* তেওঁৰ পুতেক আৰু 'শংকৰ-মাধৱ চৰিত'ৰ ৰচক দৈত্যাৰি ঠাকুৰ* তেওঁক নাতিয়েক। আনহাতে শংকৰদেৱৰ দ্বিতীয় পুত্ৰ হৰিচৰণ* তেওঁৰ জোঁৱায়েক। (২০৩, ২১০)

**ৰামধ্বজ সিংহ** (? - ১৬৭৪) : চক্ৰধ্বজ সিংহ* আৰু উদয়াদিত্য সিংহৰ* ভ্ৰাতৃ। ডেবেৰা বৰবৰুৱাৰ* সহযোগিতাত ককায়েক উদয়াদিত্যক* বধ কৰি ১৬৭২ চনত আহোম ৰাজপাটত উঠে আৰু চুক্ৰাম্ফা নাম লয়। ডেবেৰাক বৰবৰুৱা পাতিছিল। কিন্তু ডেবেৰায়েই ষড়যন্ত্ৰ কৰি তেওঁক বিহ খুৱাই হত্যা কৰে। (৪৩, ৬৮, ১৯৮)

**ৰামনাথ দাস** (১৯১০ - ?): জন্ম নাজিৰাত। পিতৃ ফণীধৰ। ১৯২৮ চনত নাজিৰা হাইস্কুলৰ পৰা প্ৰবেশিকা, ১৯৩২ চনত কটন কলেজৰ পৰা বি.এ. আৰু ১৯৩৫ চনত আৰ্ল ল কলেজৰ পৰা বি. এল. পৰীক্ষা পাছ কৰে। কংগ্ৰেছত যোগ দি ১৯৩৮ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয় আৰু মন্ত্ৰীপদ লাভ কৰে। কংগ্ৰেছে মন্ত্ৰীসভা ত্যাগ কৰাৰ সিদ্ধান্ত লোৱাত মন্ত্ৰীপদ এৰে। ১৯৪৬

আৰু ১৯৫২ চনৰ নিৰ্বাচন জিকি দুয়োবাৰে পুনৰ মন্ত্ৰীপদ পায়। অসমৰ অনুসূচীত সম্প্ৰদায়ৰ নেতা আছিল। (৩২৪)

**ৰামনাথ মহন্ত** (১৭ - ১৮ শতিকা) : পিতামহ ৰামচৰণ। প্ৰপিতামহ মহাকৃষ্ণ। মহাকৃষ্ণ শংকৰদেৱৰ* শিষ্য সতানন্দ বৰভকতৰ চাৰিপুত্ৰৰ ভিতৰত কনিষ্ঠতম আছিল। শিঙৰিৰ ওচৰৰ বৰকলা সত্ৰৰ প্ৰতিষ্ঠাতা। ১৭০৮ চনত *'সন্তমুক্তাৱলী'* পুথি ৰচনা কৰে। (২০০, ২৬৬)

**ৰামপ্ৰসাদ শইকীয়া** (১৯০৪ - ১৯৮৫): জন্ম আমগুৰিত। পিতৃ দুৰ্লভ। ১৯৩৬ চনত কংগ্ৰেছত সক্ৰিয়ভাবে যোগ দি ১৯৩৮ চনত শিৱসাগৰ জিলা কংগ্ৰেছৰ যুটীয়া সম্পাদক হয়। পিছলৈ প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছিল। ৪২ৰ আন্দোলনত লাগি দুবছৰ কাৰাবাস খাটে। মুক্তি পোৱাৰ পিছত কংগ্ৰেছৰ তৰফৰ পৰা মাটিহীন কৃষকৰ এটা সংগঠন খোলে। নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আছিল। শেষ জীৱন গুৱাহাটীত কটাইছিল আৰু ৰাজনীতি এৰি ধৰ্ম চৰ্চা কৰিবলৈ লৈছিল। (৪৩ক)

**ৰাম মিশ্ৰ** (১৭ শতিকা): পিতৃ মাধৱ কন্দলি (ৰামায়ণ ৰচোঁতা গৰাকী নহয়)। পূৰ্বপুৰুষ নাৰায়ণপুৰৰ আছিল। শিৱসাগৰৰ ওচৰৰ দিচৈ গাঁৱত বাস কৰিছিল। *'হিতোপদেশ'*, *'ভীষ্মপৰ্ব'*, *'পুতলা চৰিত্ৰ'*, আৰু *'বৃন্দাৱন চৰিত্ৰ'*—এই চাৰি পুথিৰ ৰচক। বিষ্ণু শৰ্মাৰ 'হিতোপদেশ' ভাঙনি কৰে জয়ধ্বজ সিংহ* স্বৰ্গদেউৰ খুলশালীয়েক ভদ্ৰসেন ফুকনৰ নিৰ্দেশত। মহাভাৰতৰ 'ভীষ্মপৰ্ব' অনুবাদ কৰিছিল ৰজাৰ শহুৰ নাওবৈছা ফুকনৰ নিৰ্দেশত। বৰকচিৰ *"দ্বাত্ৰিংশ পুত্তলিকা"* অনুবাদ কৰে তৰুণ দুৱৰা বৰফুকনৰ আদেশত। (২০০, ২৬৬)

**ৰামৰায় (১)** (১৫-১৬ শতিকা) : প্ৰকৃত নাম জগতানন্দ। শংকৰদেৱৰ* জাতিভাই আছিল। পিতৃৰ নাম জয়ন্ত। মাজুলীৰ ধুৱাঁহাটত থকা কালত আহোম ৰজাৰ পৰা ৰামৰায় উপাধি পাইছিল। নৰনাৰায়ণ ৰজাই* শংকৰদেৱক দিয়া তাঁতীকুচি অঞ্চলৰ গোমস্তা পদ শংকৰদেৱে তেওঁৰ নামত অৰ্পণ কৰিছিল। তেওঁৰ জীয়েক ভুৱনেশ্বৰী* চিলাৰায়ৰ* পত্নী আছিল। (২৮০, ২৬৬)

**ৰামৰায় (২)** (১৭ শতিকা): লোচ সত্ৰৰ প্ৰতিষ্ঠাতা। অৰ্জুনদেৱৰ ব্ৰাহ্মণ শিষ্য। দৰঙী ৰজা চন্দ্ৰনাৰায়ণৰ* সভাপণ্ডিত আছিল। দামোদৰদেৱ* আৰু ভট্টদেৱৰ* বৰ্ণনা থকা *'গুৰুলীলা'* বা *'সন্তযশামৃত'* পুথিৰ ৰচক। (৪৭, ২০০)

**ৰাম সৰস্বতী** (?-আ ১৬৪০ ) : জন্ম কামৰূপৰ বজালী অঞ্চলৰ পাটচৌৰা-চিলাকোণ গাৱঁত। সম্ভৱ চমৰিয়া বা পচৰিয়াত কিছুকাল কটাইছিল। ভীমসেন দ্বিজ চূড়ামণিৰ কনিষ্ঠ সন্তান আছিল। শিক্ষা লৈছিল ককায়েক কবিচন্দ্ৰৰ ওচৰত। মূল নাম আছিল অনিৰুদ্ধ। 'ৰামসৰস্বতী' নৰনাৰায়ণ ৰজাই* প্ৰদান কৰা উপাধিহে। 'কবিচন্দ্ৰ', 'ভাৰত চন্দ্ৰ' আদি উপাধিও পাইছিল। কবিচন্দ্ৰ উপাধি তেওঁৰ ধৰ্মগুৰু মুকুন্দদেৱ অথবা দেৱান চিলাৰায়ৰ* পৰা পোৱা, ভাৰত চন্দ্ৰ উপাধি মুকুন্দদেৱৰ পৰা পোৱা। পোনতে নৰনাৰায়ণৰ ৰাজসভাত 'শাস্ত্ৰদেৱান' ৰূপে আছিল; ইয়াতেই সম্ভৱতঃ শংকৰদেৱৰ* লগত তেওঁৰ পৰিচয় হৈছিল। নৰনাৰায়ণৰ মৃত্যুৰ পিছত ৰঘুদেৱৰ* ৰাজ্যলৈ আহি তাৰ ৰাজধানী বৰনগৰৰ ওচৰৰ ঘিলা বিজয়পুৰত সভাকবিৰূপে থাকে। পৰীক্ষিতনাৰায়ণ*, আৰু ধৰ্মনাৰায়ণ* আৰু সুন্দৰ নাৰায়ণৰ* ৰাজত্বকালতো ৰাজানুগ্ৰহ লাভ কৰিছিল।

'মহাভাৰতৰ কবি' নামেৰে জনাজাত। মহাৰাজ নৰনাৰায়ণৰ নিৰ্দেশত মহাভাৰতৰ কেইবাটাও পৰ্ব ভাঙনি কৰিছিল। ভাঙনি কৰা পৰ্বসমূহ হ'ল— (১) *আদি পৰ্ব,*

(২) *সভা পৰ্বৰ* এক বুজন অংশ, (৩) *বন পৰ্ব,* (৪) *বিৰাট পৰ্বৰ* কীচক বধ পৰ্যন্ত, (৫) *উদ্যোগ পৰ্ব,* (৬) *ভীষ্ম পৰ্বৰ* বুজন অংশ, (৭) *দ্ৰোণ পৰ্ব* (পুতেক গোপীনাথ পাঠকৰ* সহযোগত), (৮) *কৰ্ণ পৰ্ব,* (৯) *গদা পৰ্ব,* আৰু (১০) *শান্তি পৰ্বৰ* সাবিত্ৰী আখ্যান। মূল মহাভাৰতৰ লগত বিশেষ সম্পৰ্ক নথকা অথচ 'যামল সংহিতা', 'শিৱ ৰহস্য' আদি উপপুৰাণৰ ভিত্তিত মহাভাৰতৰ কিছুমান চৰিত্ৰক কেন্দ্ৰ কৰি কিছুমান আখ্যানো ৰচনা কৰিছিল, সেইবোৰ হ'ল — (১) *বিজয় পৰ্ব,* (২) *মণিচন্দ্ৰ ঘোষ পৰ্ব,* (৩) *পুষ্পহৰণ পৰ্ব,* (৪) *কালকুঞ্জ ঘোষক পৰ্ব* (৫) *ভীম চৰিত* (৬) *বগাসুৰ বধ,* (৭) *কুলাচল বধ* (৮) *জংঘাসুৰ বধ,* (৯) *জটাসুৰ বধ,* (১০) *পাঞ্চালী বিবাহ,* (১১) *সিন্ধুৰা পৰ্ব,* (১২) *ব্যাসাশ্ৰম,* (১৩) *অশ্বকৰ্ণৰ যুদ্ধ,* (১৪) *খটাসুৰ বধ,* (১৫) *ব্যঞ্জন পৰ্ব,* ইত্যাদি। এই বোৰ সৰহ ভাগকেই বনপৰ্বৰ অন্তৰ্গত কৰা হৈছে।

জয়দেৱৰ 'গীত গোৱিন্দ' কাব্যৰ এটা ভাঙনি কৰিছিল প্ৰাচীন অসমীয়া কবিসকলৰ ভিতৰত সৰ্বাধিক পদৰ ৰচক। (২০০, ২৬৬)

**ৰামাই কায়স্থ : ৰামানন্দদেৱ কায়স্থ** চাওক।

**ৰামাই পণ্ডিত** (আ. ১৪-১৫ শতিকা) : সম্ভৱতঃ প্ৰাচীন অসমৰ একেবাৰে পশ্চিম প্ৰান্তৰ লোক। ধৰ্মদেৱতাৰ মাহাত্ম্য বৰ্ণনা থকা *'শূন্য পুৰাণ'* নামৰ পুথিৰ ৰচক। অসমীয়া আৰু বঙলা দুয়োটা ভাষাৰে প্ৰভাৱ পুথিখনত পৰিলক্ষিত হয়। (২০০, ২৬৬)

**ৰামানন্দ চৌধুৰী** (১৮৮৭—১৯৫৬) : জন্ম বৰপেটাৰ ওচৰৰ চেঙাত। পিতৃ আনন্দৰাম। মাতৃ কামেশ্বৰী। বি. এ. পাছ কৰাৰ পিছত মাটি-হাকিম হিচাপে বিভিন্ন ঠাইত চাকৰি কৰি অৱশেষত গোৱালপাৰাতে স্থায়ীভাৱে থাকিবলৈ লয়। বাঁহী আদি আলোচনীত নানা প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পাইছিল। প্ৰকাশিত পুথি *'শ্ৰীশ্ৰীশংকৰী ধৰ্ম আৰু ভক্তিসাৰ'*। অধ্যয়নশীল লোক আছিল। বিশেষকৈ সংস্কৃত সাহিত্যত ৰাপ আছিল। গণনাৰায়ণ চৌধুৰীৰ* জ্যেষ্ঠ ভ্ৰাতৃ। (৮, ২৯৮)

**ৰামানন্দ দেৱ** (১৭ শতিকাৰ শেষভাগ): পিতৃ ভৱানীপুৰীয়া গোপাল আতাৰ* শিষ্য শ্ৰীৰামদেৱ*। পিতাকৰ মৃত্যুত কালঝাৰ সত্ৰৰ অধিকাৰ হয়। কিন্তু উজনিৰ ভকতসকলৰ অনুৰোধত থান এৰি উজনিলৈ আহে। লাচিত বৰফুকনে* শৰণ লৈ ভেদেলি ডভাৰ সত্ৰ নিৰ্মাণ কৰাই দিছিল। তাত কিছুবছৰ থাকি ডেবেৰা বৰবৰুৱাই* সজাই দিয়া বংশ জেঙনি সত্ৰলৈ যায়। তাৰ পৰা ঢকুৱা, কলিয়াবৰ আদিত থাকি আতন বুঢ়াগোহাঁইৰ* পৃষ্ঠপোষকতাত মাজুলীৰ আঁহতগুৰিত সত্ৰ পাতে। বুঢ়াগোহাঁইৰ নিৰ্দেশত, *'শংকৰ চৰিত'* ৰচনা কৰে। গোপাল আতাৰ এখন চৰিতৰো ৰচক। তদুপৰি বৰগীতৰ আৰ্হিত ভাসেমান গীত ৰচনা কৰিছিল। (২০৪, ২১৭)

**ৰামানন্দদেৱ কায়স্থ** (আ. ১৭ শতিকা): জন্ম নিশৌৰ পাৰৰ গঙ্গীৰুপুৰত। পিতৃ বলভদ্ৰ। শিক্ষা লৈছিল নাজিৰাৰ ওচৰৰ মাদুৰিয়াল লেচাই গোহাঁইৰ দুৱৰা বৰুৱাৰ ঘৰত থকা কালু বিপ্ৰৰ ওচৰত। বৰযদুমণিদেৱৰ* শিষ্যত্ব লৈ বাঁহবাৰী সত্ৰৰ অধিকাৰ হৈছিল। গুৰুৰ মৃত্যুৰ পিছত চেঁচাত সত্ৰ পাতে। কিছু গীত আৰু খনচেৰেক পুথি লিখিছিল। (২০০, ২০৭)

**ৰামেশ্বৰ বৰুৱা** (১৬।১২।১৮৮২ — ২৪।১১।১৯৫১): জন্ম যোৰহাটৰ চাৰিগাঁৱত। পিতৃ সভাৰাম, মাতৃ তৰাৱতী। ১৯০০ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স, ১৯০২ চনত কোচবিহাৰ কলেজৰ পৰা এফ. এ. পাছ কৰি তেজপুৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰে। ১৯০৬ চনত

চাকৰিত থাকিয়েই বি. এ. উপাধি লয়। মাজতে দুদিনমান চৰকাৰী ট্ৰেন্‌শ্লেটৰ ৰূপে শ্বিলঙত চাকৰি কৰাৰ বাহিৰে বাকী কাল শিৱসাগৰ, যোৰহাট, নগাঁও, গোলাঘাট, গুৱাহাটী আদি ঠাইত শিক্ষকৰূপে থাকি ১৯৩৭ চনত কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষকৰূপে অৱসৰ লয়।

আদৰ্শ শিক্ষক, সমাজকৰ্মী আৰু সাহিত্যিক আছিল। গান্ধীজীৰ অসহযোগ আন্দোলন সমৰ্থন কৰিছিল। তিনিবাৰকৈ (১৯৩৭-৪০, ১৯৪২-৪৪) অসম সাহিত্য সভাৰ সম্পাদক হৈছিল। সাহিত্য সভা পত্ৰিকাৰ নৱম আৰু একাদশ সংখ্যাৰ সম্পাদক আছিল। সদৌ অসম পুথিভঁৰাল সংঘৰ (১৯৩৭) প্ৰতিষ্ঠাতা সভাপতি আছিল। শংকৰ সংঘৰ লগতো জড়িত আছিল আৰু ইয়াৰ মুখপত্ৰ 'নামধৰ্ম' সম্পাদনা কৰিছিল। 'বাহী', 'আৱাহন' আদি আলোচনীত প্ৰৱন্ধ-পাতি লিখিছিল। প্ৰকাশিত গ্ৰন্থ— *'তামোল নোখোৱা সম্প্ৰদায়'*, *'অসমৰ থান সত্ৰৰ পৰিচয়'*, *'শ্ৰীশ্ৰীশংকৰদেৱৰ বাণী'*, *'Namghosa and It's place in Literature'*. কেইবাখনো নাট, বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় দুখন পুথি, কিছু গীত আৰু কৱিতা অপ্ৰকাশিত।

ৰমাকান্ত বৰকাকতীৰ* বৰ জোঁৱায়েক। (৩২৯, ৩৩০)

**ৰাৱণ নাথ** (৩।১।১৯০৯ - ১৭।৯।১৯৮৩): জন্ম সৰভোগ অঞ্চলৰ ভুলুকাদোৱা গাঁৱত। পিতৃ খুদুৰাম, মাতৃ পুতেলী। পঢ়া-শুনা বিশেষ নকৰি কেৰিকেচাৰ বা কৌতুকশিল্প শিকিবলৈ লয় আৰু এই বিদ্যাত পাৰ্গত হৈ উঠে। অসমৰ, এনেকি বাংলাদেশৰো বিভিন্ন ঠাইত এই শিল্প প্ৰদৰ্শন কৰি খ্যাতি আৰ্জিছিল। ১৯৩৬ চনত এইচ. এম. ভি. কোম্পানীয়ে তেওঁৰ খুহুতীয়া গীত-মাত প্ৰথমবাৰৰ বাবে বাণীবদ্ধ কৰে। সৰ্বমুঠ ৩৬ খন এনে ৰেকৰ্ড ওলাইছিল। কৌতুক অভিনয়ৰ বাবে ভালেমান গীত-মাত আৰু নাটক লিখিছিল। 'কল্যাণ' নামৰ এখন নাট ছপা হৈয়ো ওলাইছিল। অসম যোগী সন্মিলনীৰ মুখপত্ৰ 'যুগবাণী'ৰ কিছুকাল সম্পাদক আছিল। জ্যোতিষতো ৰাপ আছিল আৰু ইয়াৰ চৰ্চাৰে জীৱিকাও উলিয়াইছিল। এইচ. এম. ভি. কোম্পানীয়ে দিয়া 'প্ৰফেছৰ' বিশেষণ নিজৰ নামৰ আগত সদায় যুক্ত কৰিছিল। (৩৩১ক)

**ৰাহুল ভদ্ৰ : সৰহপা** চাওক।

**ৰিপুনাথ বুঢ়াগোহাঁই** ( ? - ২১।১০।১৯৯০) : ডিব্ৰুগড়ৰ মানুহ। পিতৃ মুক্তিনাথ*। আহোম বুৰঞ্জীৰ একনিষ্ঠ গৱেষক আছিল। সাহিত্য চৰ্চাও কৰিছিল। কেইবাখনো বুৰঞ্জী পুথিৰ উপৰিও ভালেমান উপন্যাস, কৱিতা, নাটক, জীৱনী পুথি আদিৰ ৰচক। (৪০০)

**ৰুচিনাথ কন্দলি (দ্বিজ)** (১৮ শতিকা) : পিতৃ কৃষ্ণনাথ আচাৰ্য। মাতৃ ৰুক্মিণী। পূৰ্বপুৰুষ লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত আছিল। স্বৰ্গদেউ ৰুদ্ৰসিংহই* পিতৃ কৃষ্ণনাথক ৰাজধানী ৰংপুৰত থাপে। ১৭৫৯ চনত ৰাজেশ্বৰ সিংহৰ* দিনত বিভিন্ন পুৰাণৰ পৰা, বিশেষকৈ 'মাৰ্কণ্ডেয় চণ্ডী'ৰ পৰা সাৰ সংগ্ৰহ কৰি *'চণ্ডীপদ'* নামে এখনি পুথি ৰচনা কৰিছিল। *'কল্কি পুৰাণ'* নামে আন এখন পুথিও লিখিছিল বুলি কথিত। (২০০, ২৬৬)

**ৰুচিনাথ বুঢ়াগোহাঁই** (১৮-১৯ শতিকা): পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* জ্যেষ্ঠ পুত্ৰ। পিতৃ ঢুকোৱাত চন্দ্ৰকান্ত সিংহ* স্বৰ্গদেৱে ১৮১৭ চনত বুঢ়াগোহাঁই পাতে। ইতিমধ্যে বদন চন্দ্ৰ বৰফুকনে* অসমলৈ মান অনাত পিতৃৰ লগত বদনৰ শত্ৰুতাৰ কথা সুঁৱৰি আৰু চন্দ্ৰকান্তও বদনৰ লগত যুক্ত আছে বুলি সন্দেহ কৰি যোৰহাটৰ পৰা গুৱাহাটীলৈ পলাই যায়। বদনৰ মৃত্যুৰ পিছত চন্দ্ৰকান্তই তেওঁক মাতি পঠিয়ায়, কিন্তু তেওঁ সেই আহ্বান উপেক্ষা কৰি বংগদেশৰ ৰংপুৰত নিবাসিত হৈ থকা দহবছৰীয়া পুৰন্দৰ সিংহক* ৰজা পাতিবৰ

ইচ্ছা কৰে। ১৮১৮ চনত তেওঁৰ চেষ্টাত পুৰন্দৰ ৰজা হয়; কিন্তু কিছুদিনৰ পিছতেই মানে পুৰন্দৰক গুচাই চন্দ্ৰকান্তক পুনৰ ৰজা পাতে। ৰুচিনাথ পুৰন্দৰৰ সৈতে পুনৰ গুৱাহাটীলৈ পলাই যায়। মানৰ হাতত ধৰা পৰাৰ ভয়ত ১৮১৯ চনত দুয়ো কলিকতা পায়গৈ আৰু ডেভিদ স্কটৰ সহায় খোজে। কিন্তু ঘটনাৰ পাকচক্ৰত ইংৰাজে ৰংপুৰত তেওঁক বন্দী কৰি ৰাখে। পিছত কি হ'ল জনা নেযায়। (২৯০)

**ৰুদ্ৰ কন্দলি** (আ. ১৭ - ১৮ শতিকা): সম্ভৱ মধ্য অসমৰ লোক। কছাৰী ৰজা (কমতা ৰজা?) তাম্ৰধ্বজৰ পৃষ্ঠপোষকতাত *'সাত্যকি প্ৰবেশ'* নাম দি মহাভাৰতৰ দ্ৰোণ পৰ্বৰ একাংশৰ পদ ভাঙনি কৰিছিল (২০০, ২৬৬)

**ৰুদ্ৰ বৰুৱা** (২৬।১১।১৯২৬ - ১৪।২।১৯৮০): জন্ম পুৰণিগুদামত। পিতৃ কঢ়াল বৰুৱা বংশৰ বৰদাকান্ত, মাতৃ হীৰালতা। সৰুতে দেউতাক ঢুকোৱাত কষ্টত ডাঙৰ-দীঘল



হয়। ১৯৪৫ চনত পুৰণিগুদাম হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি কিছুদিন মহৰি কামত সোমায়। পিছত নগাঁও কলেজত নাম লগাই ১৯৪৭ চনত তাৰপৰা আই. এ. পাছ কৰে। পিছৰ বছৰত শ্বিলঙলৈ গৈ বেচম আৰু বয়ন বিভাগত চাকৰি এটা লয়, লগতে চেইন্ট এড্মণ্ড কলেজৰ নৈশ শাখাত নাম ভৰ্তি কৰে। ১৯৫৩ চনত ইয়াৰ পৰাই পৰীক্ষা দি বি.এ. উপাধি লয়। পিছত অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ চাকৰিত সোমাই ইয়াৰ সঞ্চালক হৈছিলগৈ।

অসমৰ অন্যতম সাংস্কৃতিক নেতা। কলা সংস্কৃতিত ৰাপ বহিছিল স্কুলীয়া কালতে। পিছত জীৱেশ্বৰ গোস্বামী*, শ্বিৰিকান্ত মহন্ত* আদিৰ পৰাও প্ৰেৰণা পাইছিল। শ্বিলঙত থকা কালত তাৰ কলা পৰিষদৰ একান্ত কৰ্মী আছিল। বৈষ্ণৱ আৰু লোক সংস্কৃতিৰ প্ৰতি বিশেষ আকৰ্ষণ আছিল। বহুতো সাংস্কৃতিক সমাৰোহ কৃতিত্বৰে চলাইছিল। অজ্ঞাত, অখ্যাত শিল্পীসকলক পোহৰলৈ অনাত বিশেষ ভূমিকা লৈছিল। এবাৰ অসমৰ এটা শিল্পীদল লৈ ইন্দোনেচিয়ালৈও গৈছিল। প্ৰায় দুশ গীত ৰচনা কৰিছিল আৰু সুৰ দিছিল। জীৱনৰ শেষৰ ফালে কেইবাখনো চিনেমাৰ সংগীত পৰিচালনাৰ দায়িত্বও গ্ৰহণ কৰিছিল। (৭৪, ২৩৯)

**ৰুদ্ৰৰাম দত্ত** (আ. ১৯০৫ - ১৯৮৭): জন্ম শিৱসাগৰৰ হাহঁচৰা কুজিবালিত। অসমৰ অন্যতম শ্ৰেষ্ঠ বহুৱা তথা গণশিল্পী। ১৯৩৬ চনত 'অসম নেচনেল কেৰিকেচাৰ পাৰ্টি' খুলি ভালেমান ঠাইত কেৰিকেচাৰ প্ৰদৰ্শন কৰিছিল। দিল্লীত হোৱা ভাৰতৰ প্ৰথম আন্তঃৰাষ্ট্ৰীয় সাংস্কৃতিক সন্মিলনত বিহু প্ৰদৰ্শন কৰি দ্বিতীয় আৰু নামঘৰৰ মণিকূটৰ দৃশ্য সাজি প্ৰথম হৈছিল। ১৯৫৫ চনত সদৌ অসম সংগীত প্ৰতিযোগিতাত আৰু ১৯৫৮ চনত শ্বিলংত হোৱা সদৌ অসম সাংস্কৃতিক সন্মিলনত মৃদং বজাই প্ৰথম স্থান অধিকাৰ কৰিছিল। (৪০০)

**ৰুদ্ৰৰাম বৰদলৈ** (১৮৩৬ - ১৮৯৯): নগাঁৱৰ মানুহ। প্ৰথম অসমীয়া সামাজিক নাট *'বঙাল-বঙালনী'*ৰ (১৮৭০) ৰচয়িতা। *'ৰত্নমণি'* নামে জ্যোতিষৰ পুথি

এখনো লিখিছিল। *'কুটুম'* নামে এখন সামাজিক নাটক আৰু *'অসমৰ দেৱানী কাৰ্য-ব্যৱস্থা'* নামে দুখন পুথি অপ্ৰকাশিত। (২০, ২০০, ২৬৬)

**ৰুদ্ৰসিংহ** ( ? - ১৭১৪) : পিতৃ গদাধৰ*, মাতৃ জয়মতী*। পূৰ্বৰ নাম লাই। পিতৃৰ মৃত্যুত ১৬৯৬ চনত আহোম মতে চুখ্রুংফা আৰু হিন্দু মতে ৰুদ্ৰসিংহ নাম লৈ ৰাজপাটত উঠে। ৰজা হৈয়ে পিতৃৰ বৈষ্ণৱ নিৰ্যাতন নীতি বন্ধ কৰে। নিজে শাক্ত আছিল। নৱদ্বীপৰ পৰা কৃষ্ণৰাম ন্যায়বাগীশক* আনি তেওঁৰ শৰণ লোৱাৰ দিহা কৰিছিল। ৰাজধানী গড়গাঁৱৰ পৰা তুলি আনি ৰংপুৰত পাতে। কোচবিহাৰৰ পৰা ঘনশ্যাম কাৰিকৰক* আনি ৰংঘৰ আদি নিৰ্মাণ কৰাইছিল। মাতৃৰ স্মৃতিত জয়সাগৰ পুখুৰী খন্দাই তাৰ পাৰত জয়দৌল বন্ধাইছিল। নামদাং আৰু ডিমৌৰ শিলৰ সাঁকো নিৰ্মাণ কৰায়। পিতৃয়ে আৰম্ভ কৰা জৰীপৰ কাম এওঁৰ দিনত শেষ হয়।

বিদ্যোৎসাহী আৰু সংস্কৃতিবান লোক আছিল। দেশৰ ঠায়ে ঠায়ে পঢ়াশালি পাতিছিল। কবিৰাজ চক্ৰৱৰ্তীক* সভাকৱি কৰি ৰাখিছিল। নিজেও কিছু গীত ৰচনা কৰিছিল। বিহুক ৰাজকীয় উৎসৱৰ সম্মান দিছিল। হাতী যুঁজ, মাল যুঁজ, চৰাই যুঁজ আদি জনপ্ৰিয় কৰি তুলিছিল। কমাৰ, কহাঁৰ, সোণাৰী, দৰ্জী আদি শিল্পকাৰসকলৰ লগতে নট-ভাট আদি লোকেকো ভাটীফালৰ পৰা দেশলৈ আনিছিল। দেশৰ মানুহকো সংগীত আদি শিকিবৰ বাবে ভাটীলৈ পঠাই ছিল। খাউণ্ড, বৈৰাগী, কটকী, দলৈ, কাকতি — এই পঁচোটো খেল প্ৰৱৰ্তন কৰাৰ উপৰিও, সত্ৰীয়া বৰুৱা, গায়ন বৰুৱা, শেনচোৱা বৰুৱা, কুকুৰাচোৱা বৰুৱা, বেজবৰুৱা আদি বিষয়বোৰ সৃষ্টি কৰে।

এওঁৰ দিনত যুদ্ধ-বিগ্ৰহ বিশেষ হোৱা নাছিল। কছাৰী আৰু জয়ন্তীয়া ৰজাসকলক বশ কৰিছিল। কৰতোৱা নদীলৈকে আহোম ৰাজ্যৰ সীমা বঢ়োৱাত মানসেৰে এদল বিৰাট সৈন্য বাহিনী লৈ গুৱাহাটীত বাহৰ পাতিছিলহি। তাতে নৰিয়া পৰি মৃত্যু হয়। (৪১, ৬৮, ২৬৬)

**ৰূপচন্দ্ৰ বৰবৰুৱা** ( ? - ১৭৫২) : অতি সাধাৰণ ঘৰৰ মানুহ আছিল। জলমবটা অৰ্থাৎ মাছ, পহু, চৰাই ধৰা জাল গুঠি আৰু দৰ্জীৰ কাম কৰি জীৱিকা উলিয়াইছিল। নাজিৰাৰ মুছলমান মানুহ এঘৰত বনুৱা কাম কৰি থাকোতে গদাধৰ সিংহই* দেখা পাই মৰমতে তেওঁক মোকোলাই নি বকতাত পাতেগৈ। নিজ প্ৰতিভাৰ গুণত ৰুদ্ৰ সিংহ* ৰজাৰ দিনত বৰবৰুৱা পদ পায়। দক্ষ অথচ বিনয়ী বিষয়া আছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ* পিতৃ। (২৯০)

**ৰূপচিং চুবেদাৰ** (১৮ - ১৯ শতিকা) : মোৱামৰীয়া বিদ্ৰোহ দমন কৰাৰ উদ্দেশ্যে গৌৰীনাথ সিংহই* মাতি অনা ইংৰাজ সৈন্যৰ লগত অহা হিন্দুস্থানী চিপাহী। ইংৰাজ যোৱাত মাহে একুৰি চিকা ৰূপৰ বন্দোৱস্তত আহোম বনুৱাৰ চুবেদাৰ নিযুক্ত হয়। অসমৰ সপক্ষে মান সৈন্যৰ বিৰুদ্ধে যুঁজ কৰিছিল। মান অনা বদন বৰফুকনক* হত্যা কৰোতা। (২৮৮, ২৯১)

**ৰূপনাথ ব্ৰহ্ম** (১৫।৬।১৯০২ - ২৩।১।১৯৬৮) : জন্ম কোক্ৰাঝাৰৰ ওচৰৰ ঔৱাবাৰী গাঁৱত। পিতৃ ধ্বজেন্দ্ৰনাথ নাৰ্জাৰী বড়ো সম্প্ৰদায়ৰ এজন আঢ্যৱন্ত লোক আছিল। ৰূপনাথৰ বাল্যাৱস্থাতে এওঁ সপৰিয়ালে কালীচৰণ ব্ৰহ্মৰ* প্ৰচাৰিত ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰে। মাতৃ খাদৈমৈশ্ৰী। এবছৰ পূৰ নৌ হওঁতেই মাক ঢুকোৱাত মাহী মাকৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। ১৯১৩ চনত কোক্ৰাঝাৰ উচ্চ প্ৰাইমেৰী পৰীক্ষাত বৃত্তি ধৰি ধুবুৰী হাইস্কুলত নাম লগায়। ১৯২০-২১ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হয়। ১৯২৫ চনত বি.এ. উপাধি লয়। কলিকতাত এম.এ. আৰু আইন পঢ়িছিল। এম.এ. দিয়া ন'হল যদিও বি.এল. পাছ কৰে। বড়োসকলৰ মাজৰ প্ৰথম

বি.এ. আৰু বি.এল.। ধুবুৰীত কেইবছৰমান ওকালতি কৰাৰ পিছত ধুবুৰী লোকেল ব'ৰ্ডৰ সদস্য হয়। ১৯৩৬ চনত ভাবী জোঁৱায়েক ভীমবৰ দেউৰীৰ* সতে লগ লাগি ''ট্ৰাইবেল লীগ'' স্থাপন কৰে। ১৯৩৭ চনত অসম বিধান সভালৈ



ৰূপনাথ ব্ৰহ্ম

বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয় আৰু ছৈয়দ ছাদুল্লা* মন্ত্ৰীসভাত সোমায়। ১৯৩৮ চনত গোপীনাথ বৰদলৈৰ* যুক্ত মন্ত্ৰীসভাত মন্ত্ৰীত্ব লাভ কৰে। ১৯৬৭ চনলৈকে বন, স্বাস্থ্য, সৰবৰাহ, আইন, জেইল আদি বিভিন্ন বিভাগৰ মন্ত্ৰী হৈ আছিল। ১৯৬৭ চনত লোকসভাৰ সদস্য নিৰ্বাচিত হয়। কাৰ্যকাল এবছৰ পূৰ নৌ হওঁতেই ঢুকায়। জনজাতীয় সমাজৰ উন্নতি কল্পে অনেক কাম কৰি থৈ গৈছে। (১২, ১৭৪)

**ৰেয়মণ্ড কালিচ গফিন** (১৯-২০ শতিকা): কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক আছিল। ১২ বছৰ (১৯১৪-২৬) ধৰি কটন কলেজত কাম কৰাৰ পিছত অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছত যোগ দিয়ে। (১২৬)

**ৰোমেশ্বৰ বৰুৱা** (১৯ শতিকা) : যোৰহাট অঞ্চলৰ মানুহ। দ্বিতীয় অসমীয়া চাহ খেতিয়ক (প্ৰথম মণিৰাম দেৱান*)। উনৈশ শতিকাৰ ষষ্ঠ দশকত ছয়-সাতখন চাহ বাগিচা খুলিছিল। কিন্তু অৰ্থনৈতিক সংকটৰ বাবে কেইবাখনো বাগিচা বৃটিছ ব্যৱসায়ীৰ হাতত এৰি দিব লগা হৈছিল। (১৫)

**ৰোহিনীকান্ত বৰুৱা** (১৯১০-২।৭।১৯৬৮). গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়ন বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক আছিল। একেধাৰে বিজ্ঞানী তথা সাহিত্যিক। *'পমিলিৰ পৰিয়াল'* আৰু *'পৰম কুহা'* নামৰ দুখন অনুবাদ গ্ৰন্থৰ ৰচয়িতা। কিছুকাল অসম বিজ্ঞান সমিতিৰ উপ-সভাপতি আছিল। (৪০০)

**ৰোহিণীকান্ত হাতীবৰুৱা** (১৮৯৫ - ৮।১০।১৯২৮): জন্ম যোৰহাটৰ ওচৰৰ মৰাণ গাঁৱত। পিতৃ গোলাপ চন্দ্ৰ। ১৯১৫ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা জলপানী সহ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। তাৰ পৰা আই. এছ. ছি পৰীক্ষা পাছ কৰে। কলেজৰ তেতিয়াৰ অধ্যক্ষ উইলিয়ম চুডমাৰ্চনৰ* লগত বিতণ্ডা কৰাত দুমাহ নিলম্বিত হবলগীয়া হৈছিল। ১৯১৯ চনত অৰ্থনীতিত সম্মান সহ কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা বি.এ. উপাধি লয়। আইনো পঢ়িছিল যদিও উপাধি লোৱা নহ'ল। এলাহাবাদলৈ গৈ কৃষি বিষয়ৰ প্ৰশিক্ষণ লৈছিল। আই.ছি. এছৰ বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈছিল, কিন্তু কিবা কাৰণত নিৰ্বাচিত নহ'ল।

১৯২৩ চনৰ অসহযোগ আন্দোলনত দেহেকেহে খাটিছিল। উজনি অসমত কানিৰ বিৰুদ্ধে তীব্ৰ অভিযান চলাইছিল। ১৯২২ চনত কেইমাহমান জেল খাটে। সেই বছৰতে প্ৰদেশ কংগ্ৰেছৰ সম্পাদক হয়। জীৱনৰ শেষলৈকে এই পদত আছিল। ১৯২৮ চনত শিৱপ্ৰসাদ বৰুৱাক* পৰাস্ত কৰি কংগ্ৰেছপ্ৰাৰ্থী ৰূপে অসম কাউন্সিললৈ নিৰ্বাচিত হয়। কানি তদন্ত সমিতিৰ সদস্য আছিল। ১৯২৫ চনত কাণপুৰত হোৱা কংগ্ৰেছ অধিবেশনত চন্দ্ৰনাথ শৰ্মাৰ* সৈতে প্ৰতিনিধি ৰূপে যোগদান কৰে। দুয়ো ইয়াৰ পৰৱৰ্তী অধিৱেশন

অসমলৈ আহ্বান কৰিছিল।

পদ্মনাথ গোহাঞি বৰুৱাৰ* তৃতীয়া কন্যা শান্তিপ্ৰভাক



ৰোহিণীকান্ত হাতীবৰুৱা

বিয়া কৰাইছিল। মাত্ৰ ৩৩ বছৰ বয়সত মৃত্যু হয়। একনিষ্ঠ সমাজকৰ্মী আছিল। (৪৩, ৮০, ১৮৫)

**ৰোহিণী কুমাৰ চৌধুৰী** (১২।১১।১৮৮৯ - ১।১২।১৯৫৫) : পলাশবাৰী অঞ্চলৰ লোক। জন্ম নগাঁৱত। পিতৃ কালিৰাম চৰকাৰী হাকিম আছিল। জলপানী সহ এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ স্কটিছ্‌ চাৰ্চ কলেজত নাম লগায় আৰু তাৰ পৰা বি. এ. উপাধি লয়। কলিকতাৰ পৰাই আইনৰ পৰীক্ষাত পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। লগতে তৰুণৰাম ফুকনৰ* অনুগামী হিচাপে ৰাজনীতিতো নামে। অসহযোগ আন্দোলনৰ সময়ত ওকালতি সাময়িকভাৱে বৰ্জন কৰে আৰু ফুকনৰ নেতৃত্বত 'স্বৰাজিষ্ট' দলত যোগ দিয়ে। এই দলৰ অসম শাখাৰ সম্পাদক আছিল। ১৯২৩ চনত অসম ব্যৱস্থাপক দলৰ সদস্য নিৰ্বাচিত হয়। ১৯৩৭ চনত মুছলিম লীগৰ লগ হৈ ছৈয়দ ছাদুল্লা* মন্ত্ৰীসভাত যোগ দিয়ে। দ্বিতীয় মহাযুদ্ধত মুছলিম লীগে বৃটিছ চৰকাৰক কৰা 'যুদ্ধ সাহায্য সমিতিৰ' ৰাজ্যিক শাখাৰ যুগ্ম দায়িত্বত আছিল। ১৯৪১ চনত ৰাজনৈতিক সুবিধা বুজি ছাদুল্লাৰ মন্ত্ৰীসভা ত্যাগ কৰি ''জাতীয় সংযুক্ত দল'' গঠন কৰে। কংগ্ৰেছৰ সহযোগিতাত অসমত মন্ত্ৰীসভা গঠন কৰিবলৈ চেষ্টা কৰিছিল যদিও সেই চেষ্টা বিফল হয়। ১৯৪৫ চনত অসম কংগ্ৰেছৰ মনোনয়ন পাই বিনা প্ৰতিদ্বন্দ্বিতাই লোকসভাৰ সদস্য হয়। মৃত্যু পৰ্যন্ত এই পদত আছিল। (৪৩)

**ৰোহিণী কুমাৰ ভূঞা** (৬।১০।১৯৩৯—৫।৯।১৯৭৯) : অসমৰ পৰ্বতাৰোহণ বিদ্যাৰ বাটকটীয়া। ১৯৬৩ চনত কটন কলেজৰ পৰা বি. এ. পাছ কৰি দুবছৰৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জীত স্নাতকোত্তৰ উপাধি লয়। ডাক-তাৰ বিভাগৰ গুৱাহাটী কাৰ্যালয়ত কিছু বছৰ চাকৰি কৰাৰ পিছত ১৯৭৬ চনত অশোক পেপাৰ মিলচ্‌ত কাৰ্যবাহী বিষয়া হিচাপে বিহাৰৰ দ্বাৰভাঙ্গাত যোগদান কৰে। ১৯৬৬-৬৮ চনত দাৰ্জিলিঙত অৱস্থিত 'হিমালয়ান মাউণ্টেনিয়াৰিং ইনষ্টিটিউট'ত পাহাৰ বগোৱা প্ৰশিক্ষণ লৈছিল। ১৯৬৮ চনত ঘাইকৈ তেওঁৰ উদ্যোগতে 'অসম



ৰোহিণীকুমাৰ ভূঞা

মাউণ্টেনিয়াৰিং এচোচিয়েশ্যন' প্ৰতিষ্ঠা হয়। ১৯৭৫ চন পৰ্যন্ত ইয়াৰ সম্পাদক আছিল। পিছত 'এড্‌ভেঞ্চাৰ' নামে সুকীয়াকৈ এটা অনুষ্ঠান গঠন কৰে। ১৯৭০ চনত বেথাৰতলি আৰু মৃগথুনি, ১৯৭২ চনত কামেট শৃংগ

আৰোহণ কৰে। ১৯৭৩ চনত দাৰ্জিলিঙত বহা পৰ্বতাৰোহণকাৰী সকলৰ আন্তৰ্জাতিক সভাত যোগ দিছিল। কেদাৰনাথ শৃংগ বগাবলৈ গৈ তুষাৰ ধুমুহাত মৃত্যু হয়। পৰ্বতাৰোহণ সম্পৰ্কীয় গ্ৰন্থ, প্ৰবন্ধ আদি লিখিছিল। প্ৰকাশিত গ্ৰন্থ — *'বেথাৰতলি, মৃগথুনি'* (পৰ্বতাৰোহণ সম্পৰ্কীয় প্ৰথম অসমীয়া কিতাপ), *'পৰ্বতে কন্দৰে'*, (মৰণোত্তৰ গ্ৰন্থ)। (৩৪৪)

## ল

**লখা খুনবাও** (আ. ১৬৬৫ - আ. ১৭৪৫): টিৰাপ সীমান্তৰ নামচা অঞ্চলৰ নক্তে নগা গোষ্ঠীৰ ৰজা (খুনবাও)। চলিহা বাৰেঘৰ সত্ৰৰ অধিকাৰ শ্ৰীৰামদেৱৰ ওচৰত প্ৰজা সমন্বিতে শৰণ লৈছিল। ফলত নৰোত্তম নাম পায়। টিৰাপ পাহাৰৰ পৰা গুৰুঘৰলৈ আহিবলৈ এটা আলি সজাইছিল। (১৬৯)

**লঘণুৰাম মহন্ত** (১৮৭৭ - ৬।৭।১৯৭৩): জন্ম বাঁওযাৰ ওচৰত। হোমিওপেথিক চিকিৎসক আছিল। চিকিৎসা আৰু ধৰ্ম সম্পৰ্কীয় দুখনমান পুথিৰ লেখক। (১৪)

**লম্বোদৰ বৰা** (১৮৬০ - ১২।৪।১৮৯২): জন্ম দৰং জিলাৰ গমিৰি মৌজাৰ খালিপোকীয়া গাঁৱত। পিতৃ বৃকোদৰ কাকতি। ১৮৭৭ চনত তেজপুৰৰ মজলীয়া স্কুলৰ পৰা ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি তেজপুৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৮৮২ চনত তাৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ মেট্ৰোপলিটান ইনষ্টিটিউছনত নাম ভৰ্ত্তি কৰে। দ্বিতীয়বাৰ পৰীক্ষা দি এফ.এ. পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তাৰ দুবছৰৰ পিছতে একে কলেজৰ পৰা বি.এ. উপাধি লয় ১৮৮৭ চনত। কহিমা চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে দুবছৰ থাকি কিছু ধন গোটাই পুনৰ কলিকতালৈ যায় আৰু তাৰ আইন কলেজৰ পৰা বি.এল. উপাধি লাভ কৰে। দৰং জিলাৰ প্ৰথম বি.এ. আৰু বি.এল.। ওকালতি পাছ কৰি তেজপুৰত আইন ব্যৱসায়ত লাগে; কিন্তু ব্যৱসায় ঠন ধৰি উঠিবলৈ নৌপাওঁতেই হাইজা ৰোগত মৃত্যু হয়।



লম্বোদৰ বৰা

স্কুলীয়াকালৰে পৰাই আসাম বিলাসিনী, আসাম নিউজ, আসাম তৰা আদিত প্ৰবন্ধ পাতি লিখিছিল। আসাম বন্ধুত 'সদানন্দৰ কলা ঘুমটি' 'সদানন্দৰ নতুন অভিধান' 'সদানন্দৰ সমাচাৰ' আদি কেইটামান ব্যংগাত্মক প্ৰবন্ধ ওলাইছিল। ব্যংগ ৰচনাৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাৰ* পিছতেই তেওঁৰ স্থান। *'শকুন্তলা'* নামে এখন নাটক, আৰু *'ল'ৰাবোধ'* আৰু *'জ্ঞানোদয়'* নামৰ দুখন পাঠ্যপুথি প্ৰকাশ পাইছিল। দুখন অসমাপ্ত পুথি হ'ল — *'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱন চৰিত'* আৰু *'সমাজ দৰ্পণ'* নাটক। দুয়োখন জুইত পোৰা যায়। আনন্দৰাম বৰুৱাৰ* জীৱনী এখন লিখিবলৈও মনস্থ কৰিছিল। কিন্তু 'জোনাকী' আলোচনীত তাৰ পাতনিটোহে মাত্ৰ প্ৰকাশ পায়। (৫৮, ৭৮, ১০৬, ১২৮, ১৩২)

**ল'ৰা ৰজা** (১৬৬৫ - ১৬৮১): চাযগুৰিৰ আহোম ৰাজবংশীয় লোক। চুডৈফা পৰ্বতীয়া ৰজাৰ* হত্যাৰ পিচত আহোম মতে চুলিকফা আৰু হিন্দুমতে ৰত্নধ্বজ সিংহ নাম

লৈ মাত্র চৈধ্য বছৰ বয়সতে ৰাজপাটত উঠে। কম বয়সতে ৰজা হোৱা বাবে 'ল'ৰা ৰজা' নামেৰে জনাজাত। লালুক সোলাৰ* উদ্যোগত ৰজা হৈছিল। সেই আপাহতে লালুক নিজে ৰাজমন্ত্রী হৈ আৰু নিজৰ জীয়েকক ৰজালৈ বিয়া দি ক্ষমতাশালী হৈ উঠিছিল। লালুকৰ ষড়যন্ত্রতে আতন বুঢ়াগোহাঁই* নিহত হয় আৰু ৰজাই গদাপাণিৰ বাহিৰে আন সকলোবোৰ ৰাজকোঁৱৰৰে অংগ খুত কৰে। গদাপাণিক ধৰিব নোৱাৰাত জয়মতীক* শাস্তি দি হত্যা কৰিছিল। দুৰ্বল ৰজা আছিল আৰু বিষয়াসকলৰ হাতৰ পুতলা স্বৰূপ আছিল। গদাধৰ সিংহ* ৰজা হোৱাত তেওঁক বন্দী কৰি নামৰূপত থোৱা হয়। পিছত ৰাজদ্রোহ আচৰাত হত্যা কৰা হয়। (৪১, ৬৮, ২৬৪).

**ললিত কুমাৰ দ'লে** (২।৫।১৯২২ - ১৬।৩।১৯৮৩): জন্ম লক্ষীমপুৰ জিলাৰ চাপৰি মৌজাত। পিতৃ চেনীৰাম মৌজাদাৰ আছিল। ডিব্রুগড় হাইস্কুলৰ পৰা প্রৱেশিকা পৰীক্ষা পাছ কৰি ১৯৫২ চনত কটন কলেজৰ পৰা বি.এ. উপাধি লয়। ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত ঢকুৱাখনা সমষ্টিৰ পৰা কংগ্রেছৰ হৈ প্রতিদ্বন্দ্বিতা কৰি বিধান সভাৰ সদস্য হয়, লগতে সংসদী সচিবৰ নিযুক্তি পায়। ১৯৬২ চনত পুনৰ নিৰ্বাচিত হয়, আৰু বন আৰু জনজাতি বিভাগৰ উপমন্ত্রী হয়। ১৯৬৭ চনত ধেমাজি জিলা কংগ্রেছৰ সভাপতি আৰু ১৯৭২ চনত অসম প্রদেশ কংগ্রেছৰ সভাপতি আছিল। ১৯৭৭ চনত লোকসভাৰ সদস্য নিৰ্বাচিত হয়। মিচিং সম্প্রদায়ৰ ভিতৰত প্রথম লোকসভাৰ সদস্য আৰু প্রথম প্রদেশ কংগ্রেছৰ সভাপতি আছিল। 'অসম জনজাতি সংঘ'ৰ লগত ঘনিষ্ঠভাৱে যুক্ত আছিল। ১৯৬৬ চনত মিচিং ৰায়ত সন্মিলন 'বানে কেবাঙ'ৰ অভ্যৰ্থনা সমিতিৰ সভাপতি হৈ ইন্দিৰা গান্ধীক সেই সভাত উপস্থিত কৰাইছিল। 'ভাৰত জাতি সংঘ'ৰো সক্রিয় সভ্য আছিল। মিচিংসকলৰ উন্নতিৰ অৰ্থে কাম কৰিছিল। অকাজান হাইস্কুল, ধেমাজি কলেজ, ধেমাজি মহকুমা আদিৰ প্রতিষ্ঠাতাসকলৰ অন্যতম। (৩৯৩)

**ললিত কুমাৰ বৰুৱা** (২।১১।১৯০০ - ২৭।৬।১৯৬০): জন্ম নগাঁৱত। পিতৃ বিজয়কুমাৰ। মাতৃ লীলাৱতী। ১৯১৯ চনত নগাঁও হাইস্কুলৰ পৰা প্রৱেশিকা পৰীক্ষা দি অকৃতকাৰ্য হয়। কিন্তু পিছৰ বছৰ প্রথম বিভাগত পাছ কৰি ডিব্রুগড়ৰ



ললিত কুমাৰ বৰুৱা

বেৰী হোৱাইট মেডিকেল স্কুলত নাম লগায়। তাৰ পৰা এল.এম.পি. উপাধি লৈ চৰকাৰী চাকৰিত সোমায়। কিন্তু ছমাহমান পিছতে চাকৰি এৰি নগাঁৱত স্বাধীনভাৱে ডাক্তৰী ব্যৱসায় আৰম্ভ কৰে। সমাজসেৱক আৰু লেখক। ১৯৫০ চনত হলধৰ ভূঞাৰ* লগ লাগি 'শংকৰ মিছন' প্রতিষ্ঠা কৰে। ভালেমান বছৰ ধৰি ইয়াৰ সম্পাদকৰ দায়িত্বত আছিল। 'ৰেড ক্রছ চোচাইটি'ৰ লগতো ঘনিষ্ঠভাৱে জড়িত আছিল। ইয়াৰ নগাঁও শাখাৰ অন্যতম প্রতিষ্ঠাতা (১৯৩৮)। ১৯৫৪ চন পৰ্যন্ত ইয়াৰ সম্পাদকৰ দায়িত্বত আছিল। চিকিৎসা বিষয়ৰ আৰু অন্যান্য বিষয়ৰো ভালেমান পুথি লিখি গৈছে। তিনিখণ্ডত প্রকাশিত *'ইলা ভনীটিলৈ মুকলি চিঠি'* (১৯৫৫) তেওঁৰ বিখ্যাত যৌন বিষয়ক গ্রন্থ। চিকিৎসা সম্পৰ্কীয় অন্যান্য গ্রন্থ হ'ল — *মাতৃ মঙ্গল, শিশু*

*মঙ্গল, জন্ম নিয়ন্ত্ৰণ, স্বাস্থ্য বিজ্ঞান, পৰিয়াল পৰিকল্পনা। ল'ৰা জওহৰলাল, মইনাৰ মহাভাৰত, স্বামী বিবেকানন্দ, মহাপুৰুষ মাধৱদেৱ, মহামুনি বুদ্ধ* তেওঁৰ শিশুৰ উপযোগী পুথি। ১৯৫৫ চনত নিজা খৰচত এবছৰমানৰ কাৰণে বিলাতলৈ গৈছিল। উভতি আহি *'ইউৰোপৰ বাটত'* (১৯৫৭) নামেৰে এখন ভ্ৰমণ কাহিনী লিখিছিল। ইণ্ডিয়ান মেডিকেল এচোচিয়েছনৰ অসম শাখাৰ দ্বাৰা প্ৰকাশিত 'আমাৰ স্বাস্থ্য' আলোচনীৰ সম্পাদক আছিল। বিৰিঞ্চি কুমাৰ বৰুৱাৰ* জ্যেষ্ঠ ভ্ৰাতৃ। (২০, ২৩১, ২৮৯)

**ললিত চন্দ্ৰ গোস্বামী** (১৮৪৫ ১৯০০): জন্ম নলবাৰীত। পিতৃ কৃষ্ণনাৰায়ণ চৈতন্যপন্থী নাৰায়ণপুৰ সত্ৰৰ সত্ৰাধিকাৰ আছিল। পিতৃৰ মৃত্যুৰ পিছত নিজে সত্ৰৰ ভাৰ লৈছিল। বৈষ্ণৱ কবিৰ আৰ্হিত গোপাল ভট্টৰ 'কেলি ৰহস্য' নামৰ পুথিখন অসমীয়ালৈ ভাঙিছিল, *'জাতি নিৰ্ণয়'* নামৰ এখন পুথিৰো ৰচক। উদাৰপন্থী সমাজ সংস্কাৰক আছিল। প্ৰতাপচন্দ্ৰ* আৰু শৰৎচন্দ্ৰ(১)* তেওঁৰ পুত্ৰদ্বয়। (১৫৯)

**ললিত চন্দ্ৰ ৰাজখোৱা** (১৯৫৪ - ২০।১।১৯৯০): জন্ম টীয়কৰ ভগামুখত। মৰিজাঁজী চৈঁচাসত্ৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু জাঁজী হেমকান্ত শৰ্মা কলেজৰ পৰা বি. এ. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ উপাধি লয়। প্ৰসিদ্ধ ছাত্ৰনেতা আছিল। শিৱসাগৰ জিলা ছাত্ৰসন্থাৰ বিভিন্ন দায়িত্বত থাকি ১৯৭৬ চনত সদৌ অসম ছাত্ৰসন্থাৰ উপসভাপতি আৰু পিছত সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৭৯ চনত ইয়াৰ উপদেষ্টা হৈছিলগৈ। গুৱাহাটী বিশ্বাবিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ সন্থাৰো সাধাৰণ সম্পাদক আছিল। অসম আন্দোলনৰ কালছোৱাত এগৰাকী বলিষ্ঠ আৰু দৃঢ় নেতাৰূপে পৰিগণিত হয়। নৱগঠিত অসম গণ পৰিষদ দলৰ প্ৰাৰ্থী হিচাপে ১৯৮৫ চনত বিধান সভালৈ নিৰ্বাচিত হৈ মন্ত্ৰীপদ লাভ কৰিছিল, যদিও ১৯৮৮ চনত মন্ত্ৰীসভাৰ পৰা বাদ পৰে। মটৰ দুৰ্ঘটনাত মৃত্যু হয়। (৪০০)

**লক্ষণা ওজা** (১৬ শতিকা): বৰপেটাৰ মানুহ। মাধৱদেৱৰ* ওচৰত শিক্ষা লৈছিল। ভাগৱতৰ একাদশ স্কন্দৰ পদ সম্পূৰ্ণকৈ আওৰাব পাৰিছিল। ওজাৰূপে বিশেষ খ্যাতি আৰ্জিছিল। ঘোষা-কীৰ্তনৰো দক্ষ শিল্পী আছিল। (৫২,২১০)

**লক্ষেশ্বৰ বৰঠাকুৰ** (১৯।১১।১৮৮৩ ২০।১০।১৯৪১): জন্ম নাজিৰাত। পিতৃ নেঘেৰিটিং দেৱালয়ৰ বৰঠাকুৰ বংশৰ ডিম্বেশ্বৰ, মাতৃ ৰামেশ্বৰী। নাজিৰাৰ পৰা এম.ই. পাছ কৰি শিৱসাগৰ হাইস্কুলৰ নাম লগাই ১৯০২ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯০৪ চনত কটন কলেজৰ পৰা এফ.এ. পাছ কৰি কোচবিহাৰ কলেজত বি.এ. পঢ়েগৈ। এনেতে গৌৰীপুৰৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱাৰ* পৃষ্ঠপোষকতাত এটা বৃত্তি পাই জাপানলৈ যায় আৰু তাৰ ইম্পেৰিয়েল এগ্ৰিকালচাৰ কলেজত ভৰ্তি হয়। ১৯০৮ চনত উভতি আহি তিনিচুকীয়াত কুঁহিয়াৰ খেতি আৰু চেনিকল স্থাপনৰ উদ্যোগ লয়। পিছে ব্যৱসায় লাভবান নোহোৱাত প্ৰভাতচন্দ্ৰ বৰুৱাক মূল অংশীদাৰ কৰি তাত এটা চাহ কোম্পানী খোলে। ১৯০৮ চনত চৰকাৰী কৃষি বিভাগৰ অধীক্ষকৰূপে চাকৰিত সোমায় আৰু ১৯৪১ চনত তাৰ অস্থায়ী অধিকৰ্তাৰূপে অৱসৰ লয়। অসমত কৃষিৰ উন্নতিৰ বাবে চেষ্টা কৰোঁতাসকলৰ ভিতৰত অন্যতম। (১৯৫)

**লক্ষেশ্বৰ বৰুৱা** (১৮৯৩ - ২৮।১১।১৯৬৪): জন্ম শদিয়াত। ১৯০৮ চনত ডিব্ৰুগড় ৰাজ্যপালন হাইস্কুলৰ পৰা এণ্ট্ৰেন্স, ১৯১৩ চনত কটন কলেজৰ পৰা বি.এ. আৰু

১৯২০ চনত আর্ল ল কলেজৰ পৰা বি.এল. পাছ কৰে। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি কিছুকাল জেল খায়। জেলৰ পৰা ওলাই আহি ডিব্রুগড় জিলা কংগ্রেছ কমিটি গঠন কৰে। ১৯৪৭ চন পর্যন্ত ডিব্রুগড় কংগ্রেছৰ অন্যতম লাইখুটা আছিল। ১৯২৬ চনত নীলমণি ফুকনক* পৰাস্ত কৰি অসম ব্যৱস্থাপক সভাৰ সদস্য হয়। মুক্তি সংগ্রামত লাগি ১৯৩৯ চনত এবছৰ আৰু ১৯৪২ চনত পুনৰ কেইমাহমান কাৰাবাস খাটে। ১৯৪৬ চনত অসম বিধান সভালৈ পুনৰ নির্বাচিত হয়। ১৯৪৭ চনত ইয়াৰ অধ্যক্ষ পদ লাভ কৰে। ১৯৫৫-৫৮ কালছোৱা ৰাজ্য সভাৰ সদস্যৰূপে দিল্লীত আছিল। ডিব্রুগড় অঞ্চলৰ বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ স'তে জড়িত হৈ আছিল। (৩২২)

**লক্ষেশ্বৰ শৰ্মা** (১৯ - ২০ শতিকা) : কলিকতাৰ এ.এচ. এল ক্লাবৰ অন্যতম গুৰিধৰোঁতা। 'জোনাকী' আলোচনীত প্রবন্ধ-পাতি আদি লিখিছিল। *'মাতৃ'* আৰু *'পম্পিয়াইৰ প্রলয় কাহিনী'* নামৰ দুখন অনুবাদ উপন্যাসৰ ৰচক। (১২৯, ২৪৬ক)

**লক্ষ্মী আই : 'কনকলতা আই'** চাওক।

**লক্ষ্মীকান্ত আতৈ** (১৬ - ১৭ শতিকা) : হাজোৰ ওচৰৰ ঘোৰাহাটত জন্ম। কোচৰজা ৰঘুদেৱে* এই গাঁও হয়গ্রীৱ মাধৱ মন্দিৰলৈ উচর্গা কৰিছিল। পিতৃ পুষ্কৰ। মাতৃ এমহীয়াতে ঢুকায় ফলত পিতৃয়ে বৈৰাগী হৈ ঘৰ এৰি গুচি যোৱাত পেহাক-পেহীয়েকৰ লগত ডাঙৰ-দীঘল হয়। মাধৱদেৱত* শৰণ লৈছিল আৰু মাধৱ হাজোত থকা কালত তেওঁৰ তদাৰক কৰিছিল। ইয়াতে আকস্মিকভাৱে পিতাকক লগ পায় আৰু পিতাকেও মাধৱদেৱত শৰণ লয়। মাধৱদেৱৰ নির্দেশত হাজোৰ খোপগুৰিত সত্র পাতিছিল। (১৯১ক, ২০২, ২০৩, ২১০)

**লক্ষ্মীকান্ত দ্বিজ** (১৮ শতিকা) : পিতৃ সর্বানন্দ কামৰূপৰ হেলচা গাঁৱৰ মানুহ আছিল। সর্বানন্দক পাণ্ডিত্যৰ বাবে ৰুদ্রসিংহ* স্বর্গদেৱে পুৰস্কৃত কৰিছিল। লক্ষ্মীকান্ত মহাভাৰতৰ শান্তিপর্বৰ 'ৰাজধর্ম' আৰু 'আপদ্ধর্ম' খণ্ডৰ অনুবাদক। (২০০, ২০৭, ২৬৬)

**লক্ষ্মীকান্ত বৰকাকতী** (১৯ - ২০ শতিকা) : তেজপুৰৰ মানুহ। প্রথমে জাহাজ কোম্পানীত, পিছত হৰিবিলাস আগৰৱালাৰ* কাঠৰ কলত মেনেজাৰী কৰিছিল। তেজপুৰত 'ৰায়ত সভা'ৰ (১৮৮৪) অন্যতম গুৰি ধৰোঁতা। ভাৰতীয় কংগ্রেছৰ লগত জন্মলগ্নৰ পৰাই জড়িত আছিল। ১৮৮৫ চনত বোম্বেত আৰু ১৮৮৭ চনত মাদ্রাজত বহা কংগ্রেছ অধিবেশনত ৰায়ত সভাৰ প্রতিনিধিৰূপে যোগ দিছিল। 'চন্দ্রোদয়' নামে এখন মাহেকীয়া কাকত আৰু 'আসাম বান্ধৱ' নামে এখন সাদিনীয়া কাকত সম্পাদনা কৰিছিল। ব্রাহ্মধর্ম গ্রহণ কৰিছিল। অমিয়কুমাৰ দাসৰ* মাতামহ। (১৫, ১৬, ১৯)

**লক্ষ্মীকান্ত বৰুৱা** (১৮৮০ - ১৯৩৯) : জন্ম শিৱসাগৰত। পিতৃ ৰজনীকান্ত। শিৱসাগৰত ওকালতি কৰিছিল। 'মাখন উকিল' নামে জনাজাত আছিল। বৃটিছ আমোলত এবাৰ অসম ব্যৱস্থাপক সভাৰ সদস্য নির্বাচিত হৈছিল। কলেজত পঢ়াকালত সাহিত্যিক সাংস্কৃতিক সন্থাবোৰৰ সৈতে জড়িত আছিল। কটন কলেজৰ ছাত্র সকলৰ হাতে লিখা আলোচনী 'সেউতী'ৰ সম্পাদনা কৰিছিল। সমসাময়িক আলোচনীসমূহত বহুতো গীত আৰু কবিতা প্রকাশ পাইছিল। কেইবাটিও ভাল শিশু-কবিতাৰ ৰচক। (৮)

**লক্ষ্মীদেৱ** (১৮ - ১৯ শতিকা) : পিতৃ ৰামচন্দ্র আতাৰ* নাতিয়েক ভদ্রদেৱ। *বাৱণবধ, সিন্ধুৰা যাত্রা, জন্ম যাত্রা, গোৱৰ্ধন যাত্রা, নৃসিংহ যাত্রা* আৰু *কুমাৰ হৰণ* —এই পাঁচখন নাটৰ ৰচক। ভালেমান গীতো ৰচনা কৰিছিল। (৫৮)

**লক্ষ্মীধৰ বৰা** (২৭।৯।১৯০৩ - ১৬।১০।১৯৮৩): জন্ম গুৱাহাটীত। কটন কলেজৰ পৰা বি.এ. আৰু আৰ্ল ল কলেজৰ পৰা বি.এল. উপাধি লয। তেতিয়াৰ কটন কলেজত থকা ইংৰাজীৰ স্নাতকোত্তৰ শ্ৰেণীতো ভৰ্তি হৈছিল যদিও পঢ়া সাং নকৰি স্বাধীনতা সংগ্ৰামত লাগে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কিছুকাল কাৰাবাস খাটিছিল। নিস্বাৰ্থ কংগ্ৰেছ কৰ্মী আছিল। গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক আৰু কিছুকালৰ বাবে তাৰ সভাপতি হৈছিল। কিছুকাল অসম প্ৰাদেশিক কংগ্ৰেছৰো সম্পাদক আছিল। এবাৰ বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। (৪৩, ২৪৫)

**লক্ষ্মীধৰ শৰ্মা** (১০।১০।১৮৯৭ ৩।। ১৯৩৪): জন্ম বিশ্বনাথ চাৰিআলিৰ ওচৰৰ ভেৰী গাঁৱত। পিতৃ হলধৰ সকতে ঢুকোৱাত বৰদেউতাক ফণীধৰ বৰুৱাৰ তত্বাৱধানত



লক্ষ্মীধৰ শৰ্মা

ডাঙৰ দীঘল হয। পানীভৰাল প্ৰাথমিক বিদ্যালযৰ পৰা বৃত্তি ধৰি তেজপুৰ চৰকাৰী হাইস্কুলত নাম লগায। ১৯১৪ চনত চন্দ্ৰনাথ শৰ্মাৰ তত্বৱধানত গুৱাহাটীলৈ গৈ কটন কলেজিয়েট স্কুলৰ নৱম শ্ৰেণীত ভৰ্তি হয। ১৯১৬ চনত অসমৰ ভিতৰত তৃতীয স্থান অধিকাৰ কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা ১৯১৮ চনত প্ৰথম বিভাগত আই. এ. আৰু ১৯২০ চনত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয। কলিকতাত এম. এ. আৰু আইন পঢ়িবলৈ লৈছিল, কিন্তু ১৯২১ চনত অসহযোগ আন্দোলনত লাগি গ্ৰেপ্তাৰ হয। পিছত পুনৰ কলিকতালৈ গৈ ১৯২৪ চনত ভাৰতীয ভাষা আৰু সাহিত্য বিষযত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত বি. এল. উপাধিও লৈ প্ৰথমে গুৱাহাটীত, পিছত তেজপুৰত ওকালতি আৰম্ভ কৰে।

ছাত্ৰাৱস্থাৰ পৰাই সামাজিক আৰু ৰাজনৈতিক কামত ভাগ লৈছিল। ১৯১৯ চনত বহা ছাত্ৰ সন্মিলনীৰ তেজপুৰ অধিবেশনৰ প্ৰধান গুৰি ধৰোঁতা আছিল অসমত কংগ্ৰেছ দল সক্ৰিয় কৰি তোলোঁতাসকলৰ অন্যতম। ১৯২১ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত দেহেকেহে খাটিছিল। ১৯৩০ চনত পত্নী বিয়োগত ম্ৰিয়মান হৈ ব্ৰহ্মদেশলৈ যাযগৈ। তাত থকা তাৰুণীয়া সময়ছোৱাত সুৰেন্দ্ৰনাথ ভট্টাচাৰ্যক* 'ৰেংগুন টাইমচ' সম্পাদনা কৰাত সহযোগিতা কৰিছিল। উভতি আহি আইন অমান্য আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে আৰু তেজপুৰ অঞ্চলৰ বিভিন্ন ঠাইত তেজস্বী বক্তৃতা দি কিছুকাল কাৰাগাৰ খাটে। কানি বৰ্জন, খাদী কাপোৰ প্ৰচলন, জাতিভেদ দূৰীকৰণ, সাম্প্ৰদায়িক ঐক্য স্থাপন আদি কামত আগভাগ লৈছিল। 'দেশপ্ৰাণ' নামেৰে জনাজাত হৈছিল।

নিষ্ঠাবান সমাজকৰ্মী হোৱাৰ উপৰিও প্ৰগতিশীল মনৰ কৃতী সাহিত্যিকো আছিল। 'অসম হিতৈষী', 'আৱাহন' আদি সমসাময়িক আলোচনীসমূহত গল্প, নাটক, প্ৰবন্ধ, জীৱনী আদি লিখিছিল। ৰচনাঃ— গল্পপুথি— *'ব্যৰ্থতাৰ দান'* (১৯৩০), *'অনাগতৰ অভিশাপ'*, নাটক— *'নিৰ্মলা'*, স্মৃতি চাৰণ— *'জীৱন স্মৃতি'* (১৯৬৩)। ভালেমান ৰচনা এতিয়াও অপ্ৰকাশিত।

যক্ষ্মাৰোগত শ্বিলঙত মৃত্যু হয়। তৰুণৰাম ফুকনৰ* জোঁৱায়েক। (৪৩, ৮৫ক, ১০৪, ২১৮, ২৪৬)

**লক্ষ্মীনাথ কাকতি** (১৯-২০ শতিকা) : পিতৃ জগন্নাথ তিৰু কাকতি*। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি ১৮৭৫ চনত উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। সংগীতপ্ৰেমী লোক আছিল। তাল, খোল, হাৰমোনিয়াম, চেতাৰ, বেহেলা আদি বজাব জানিছিল আৰু নৃত্যবিদ্যাতো পাৰদৰ্শী আছিল। স্কুলীয়াকালতে 'কমাৰফদীয়া ইয়ং কোম্পানী' নামে এটা সাংস্কৃতিক অনুষ্ঠান স্থাপন কৰিছিল। (২৭৬)

**লক্ষ্মীনাথ দাস** (১৮৯৩-১৩।২।১৮৬৯): জন্ম তেজপুৰত। ভোলানাথ দাসৰ* জ্যেষ্ঠ পুত্ৰ। মাতৃ যজ্ঞেশ্বৰী।



লক্ষ্মীনাথ দাস

১৯১৩ চনত পদাৰ্থ বিজ্ঞানত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম স্থান লৈ কটন কলেজৰ পৰা আই. এছ-ছি পৰীক্ষা পাছ কৰে। বি. এছ-ছি পৰীক্ষাতো বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ নম্বৰ পাইছিল। ১৯১৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম.এছ-ছি উপাধি লাভ কৰে। ১৯১৯ চনত কটন কলেজৰ অধ্যাপকৰ পদত নিযুক্ত হয়। ১৯২৬ চনত গুৱাহাটী পানীকলৰ চুপাৰিন্টেণ্ডেণ্ট হয় আৰু সেই চাকৰিতে ১৯৬৭ চনত অৱসৰ লয়।

বিজ্ঞানৰ ব্যৱহাৰিক দিশত ৰাপ আছিল। গোপীনাথ বৰদলৈৰ* ভায়েক ৰত্নেশ্বৰৰ সৈতে লগ লাগি 'ইণ্ডাষ্ট্ৰিয়েল এণ্ড কেমিকেল পায়োনিয়াৰ্চ' নামে এটা কাৰখানা খুলি ঔষধ, তেল, চিঞাহী, চাবোন আদি তৈয়াৰ কৰিছিল। কেশৱকান্ত বৰুৱাৰ লগ হৈ 'বৰদাস' নামে এটা সৰল অসমীয়া লিপি উলিয়াই সেই লিপিৰ এটা টাইপ ৰাইটাৰো আৱিষ্কাৰ কৰিছিল। ১৯৫৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বিজ্ঞান শাখাৰ সভাপতি আছিল। সংগীত, অভিনয় আদিতো ৰাপ আছিল। কেইবাটাও অসমীয়া গানৰ স্বৰলিপি কৰিছিল। বিজ্ঞান বিষয়ক দুই চাৰিটা প্ৰবন্ধ সমসাময়িক আলোচনীত প্ৰকাশ পাইছিল। স্বাধীনতা যুঁজাৰুও আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিছিল। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনতো দেহেকেহে খাটিছিল। (১৪)

**লক্ষ্মীনাথ দেৱ** ( ? - ১৮০৪): পিতৃ জয়হৰিদেৱ*, মাতৃ লীলাৱতী। প্ৰাণহৰিদেৱৰ* মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ অধিকাৰ হয়। ইয়াৰ দুবছৰমান পিছতে মোৱামৰীয়া বিদ্ৰোহ পুনৰ আৰম্ভ হোৱাত সত্ৰ এৰি ভাটীৰ ফালে যায় আৰু গুৱাহাটীৰ পশ্চিমাঞ্চলৰ আমনি সত্ৰত থাকেগৈ। এঘাৰ বছৰ কাল বাহিৰত কটোৱাৰ পিছত ১৭৯৮ চনত নিজ সত্ৰলৈ আহে। ইয়াত ছবছৰ থকাৰ পিছত মৃত্যু হয়। (৯৭)

**লক্ষ্মীনাথ দ্বিজ** (১৮ শতিকা) : কামৰূপৰ হেলচা গাঁৱৰ পণ্ডিত, স্বৰ্গদেউ ৰুদ্ৰসিংহৰ* অনুগ্ৰহধন্য সৰ্বানন্দৰ* নাতি। ১৭৬৪ চন মানত মহাভাৰতৰ শান্তিপৰ্বৰ 'ৰাজধৰ্ম' আৰু 'আপদ্ধৰ্ম' খণ্ডৰ অসমীয়া অনুবাদ কৰে। (৫৮)

**লক্ষ্মীনাথ ফুকন** ( ।১।১৮৯৭ - ১৯৭৫) : জন্ম দেৰগাঁৱৰ

চকিয়ালচুকত। পিতৃ কার্তিকচন্দ্র, পিতামহ নাৰায়ণ বৰবৰা।* দেৰগাঁৱৰ বেজবৰুৱা ব্ৰাঞ্চ হাইস্কুলত পঢ়ি ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কলিকতাৰ ৰিপন কলেজত ছমাহমান পঢ়িযেই উভতি আহি দেৰগাঁৱৰ বেজবৰুৱা ব্ৰাঞ্চ হাইস্কুলৰ শিক্ষক হয়। ইয়াত কিছুকাল



লক্ষ্মীনাথ ফুকন

থাকি ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউছনত শিক্ষকতা কৰে। ডিব্ৰুগড়ৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাই* উলিওৱা 'অসমীয়া' কাকতৰ লগত ডেৰ বছৰ থাকি, কলিকতালৈ গৈ তাৰ বলমা কোম্পানীত সোমায়। তাৰ পিছৰ পৰাই আশাশুধীয়াকৈ সাংবাদিকতাত লাগে। ১৯১৯-২১ কালছোৱা কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকা'ৰ লগত থাকি ১৯২২ চনত ৰাধানাথ চাংকাকতীয়ে* ডিব্ৰুগড়ৰ পৰা উলিওৱা 'টাইমচ্ অব আচাম' কাকতৰ উপ-সম্পাদক, ১৯২২-২৪ চনত তাৰ সম্পাদক হয়। 'অসমীয়া' আৰু 'ফৰোৱাৰ্ড' কাকতলৈ দুবাৰমান অহাযোৱা কৰি, 'বাতৰি'ৰ লগত কিছুকাল জড়িত থাকি ১৯৩৮ চনত কলিকতাৰ 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতৰ সম্পাদক নিযুক্ত হয়। ১৯৩৯ চনত ৰাধাগোবিন্দ বৰুৱা* আৰু সোমেশ্বৰ বৰুৱা*ৰ আহ্বান ক্ৰমে সাদিনীয়া 'আচাম ট্ৰিবিউন'ৰ সম্পাদকৰূপে ডিব্ৰুগড়লৈ আহে। গুৱাহাটীৰ পৰা দৈনিক হোৱা 'আচাম ট্ৰিবিউন'ৰ সম্পাদকৰূপেও ১৯৪৬ চনলৈকে থাকে।

সাহিত্য চৰ্চাও কৰিছিল। *'মালা'* (১৯১৮), *'ওফাইদাং'* (১৯৫৩), *'মৰমৰ মাধুৰী'* (১৯৬৩), *'আশাত উৎফুল্ল প্ৰাণ'*- এই তিনিখন গল্প পুথিৰ ৰচক। কবিতা-পুথি - *'সোণালী সপোন'* (১৯৬২)। *'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ'* কেইগৰাকীমান ব্যক্তিৰ আলোচনাত্মক ৰচনাৰ সংকলন। *'জহৰা'* নামৰ এখন উপন্যাসো ৰচনা কৰিছিল। (৩৭, ২০০, ২০৭)

**লক্ষ্মীনাথ বেজবৰুৱা** ( ।১১।১৮৬৪  ২৬।৩।১৯৩৮): জন্ম নগাঁৱৰ আহতগুৰিৰ ওচৰৰ লুইতৰ বুকুত পিতৃ-মাতৃ নগাঁৱৰ পৰা বৰপেটালৈ নাৱেৰে গৈ থাকোতে। পিতৃ দীননাথ*, মাতৃ থানেশ্বৰী। উত্তৰ লক্ষীমপুৰ আৰু গুৱাহাটীত পঢ়া শুনা আৰম্ভ কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৮৬ চনত দ্বিতীয় বিভাগত এন্ট্ৰেন্স পৰীক্ষা পাছ কৰে। কলিকতালৈ গৈ চিটি কলেজৰ পৰা এফ.এ. আৰু জেনেৰেল এচেম্ব্লি ইনষ্টিটিউচনৰ পৰা ১৮৯০ চনত বি.এ উপাধি লয়। ৰিপন কলেজত বি.এল. আৰু প্ৰেচিডেন্সী কলেজত ইংৰাজীত এম.এ. পঢ়িছিল। বি.এল. পৰীক্ষা পাছ কৰিব নোৱাৰিলে। এম. এ. পৰীক্ষাও বাদ দি ব্যৱসায়ত ধৰে। প্ৰথমে ভোলানাথ বৰুৱাৰ* লগ হৈ কলিকতাতে কাঠৰ ব্যৱসায় কৰিছিল। 'মিচ্চেলেনিয়াচ ষ্টোৰ্চ' নামে কলিকতাত এখন দোকান দিছিল। ভোলানাথৰ লগত মনোমালিন্য হোৱাত নিজাকৈ ব্যৱসায় আৰম্ভ কৰে। তাত লাভ কৰিব নোৱাৰি ১৯১৬ চনত বাৰ্ড কোম্পানীৰ চাকৰিত সোমায়। এই চাকৰিত বংগদেশ আৰু উৰিষ্যাৰ নানা ঠাইত থাকিবলগীয়া হৈছিল। ১৯২৭ চনত কোম্পানীয়ে তেওঁক অসমলৈ পঠায়। ইয়াত কিছুদিন কাম কৰি ১৯২৮ চনত কোম্পানীৰ চাকৰি এৰে আৰু সম্বলপুৰত নিজাকৈ কাঠৰ ব্যৱসায় খোলে। ১৯৩৭ চনত তাতে টান নৰীয়া হোৱাত ডিব্ৰুগড়ত থকা জী-জোঁৱাইৰ ঘৰলৈ আহে

আৰু তাতে মৃত্যু হয়।

প্ৰাক স্বাধীনতা কালৰ অসমৰ শ্ৰেষ্ঠতম সাহিত্যিক। কবিতা, উপন্যাস, চুটিগল্প, নাটক, সমালোচনা, ৰসৰচনা, জীৱনী আদি সাহিত্যৰ সকলো বিষয়তে প্ৰচুৰ অৰিহণা দি গৈছে। **ৰচনাঃ** কবিতা পুথি — *কদম কলি* (১৯১৩);



লক্ষ্মীনাথ বেজবৰুৱা

উপন্যাস— *পদুম কুঁৱৰী* (১৯০৫); চুটিগল্প— *সুৰভি* (১৯০৯), *সাধুকথাৰ কুকি* (১৯১২), *জোনবিৰি* (১৯১৩), *কেহোঁকলি* (১৯৬৮); সাধুকথাৰ সংকলন— *জুনুকা* (১৯১০), *বুঢ়ী আইৰ সাধু* (১৯১১), *ককাদেউতা আৰু নাতি ল'ৰা* (১৯১২), *বাখৰ* (১৯১৫); ধেমেলীয়া নাট— *লিতিকাই* (১৮৯০), *নোমল* (১৯১৩), *পাচনি* (১৯১৩), *চিকৰপতি নিকৰপতি* (১৯১৩); বুৰঞ্জীমূলক নাট—*জয়মতী কুঁৱৰী* (১৯১৫), *চক্ৰধ্বজ সিংহ* (১৯১৫), *বেলিমাৰ* (১৯১৫); কৃপাবৰ বৰুৱা ছদ্মনামত— *কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা* (১৯০৪), *কৃপাবৰ বৰুৱাৰ ওভোতনি* (১৯০৯), *বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি* (১৯৫১), *বৰবৰুৱাৰ বুলনি* (১৯৬৪); জীৱনী, আত্মজীৱনী আদি— *দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত* (১৯০৯), *শ্ৰীশ্ৰীশংকৰদেৱ* (১৯১১), *মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ* (১৯১৪), *মোৰ জীৱন সোঁৱৰণ* (১৯৪৪), *পত্ৰলেখা, দিনলেখা* (১৯৬৯); আলোচনাত্মক পুথি— *কামত কৃতিত্ব লভিবৰ সংকেত* (১৯০৩), *ভাগৱত কথা* (১৯১৫), *ভাৰতবৰ্ষৰ বুৰঞ্জী* (১৯১৯), *তত্ত্বকথা* (১৯৬৩), *শ্ৰীকৃষ্ণকথা, দি ৰিলিজন অব্ লাভ এণ্ড ডেভোচন* (The Religion of Love and Devotion), *অসমীয়া ভাষা আৰু সাহিত্য* (১৯৬৯)। ইবিলাকৰ উপৰিও বিভিন্ন আলোচনীত অলেখ প্ৰবন্ধ-পাতি ৰচনা কৰিছিল।

কলিকতাত পঢ়াকালত অ.ভা.উ.সা. সভাৰ সম্পাদক, ধনভঁৰালী আদিৰ দায়িত্ব লৈছিল। জোনাকী আলোচনীৰ ৩য় আৰু ৪ৰ্থ বছৰৰ সম্পাদক আছিল। ১৯০৯ চনত বাঁহী আলোচনী প্ৰতিষ্ঠা কৰে। সাহিত্যৰ উপৰিও অভিনয়, সংগীত, চিকাৰ আদিত ৰাপ আছিল। বাঁহীত প্ৰকাশিত 'অ মোৰ আপোনাৰ দেশ' অসমৰ জাতীয় সংগীত ৰূপে স্বীকৃত।

১৮৯১ চনত এলাহাবাদত আৰু ১৯০০ চনত মাদ্ৰাজত বহা ভাৰতৰ জাতীয় কংগ্ৰেছত যোগদান কৰি ভাষণ দিছিল। ১৯১৬ চনত গুৱাহাটীত বহা অসম ছাত্ৰ সম্মিলনৰ সভাপতি আছিল। ১৯২৪ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। ১৯৩১ চনত শিৱসাগৰ অধিবেশনত সাহিত্য সভাই 'ৰসৰাজ' উপাধি প্ৰদান কৰে। ১৯৩৩ চনত বৰোদাৰ ৰজাৰ আমন্ত্ৰণ ক্ৰমে ভাৰতৰ বুৰঞ্জী আৰু বৈষ্ণৱ ধৰ্ম সম্পৰ্কে বৰোদাত এলানি বক্তৃতা দিছিল। সৰ্বসাধাৰণৰ মাজত 'সাহিত্যৰথী' নামেৰে জনাজাত।

বংগদেশৰ ঠাকুৰ পৰিয়ালৰ প্ৰজ্ঞাসুন্দৰী দেৱীৰ* স্বামী আৰু গোবিন্দ চন্দ্ৰ বেজবৰুৱা*, গোলাপচন্দ্ৰ বেজবৰুৱা* আদিৰ কনিষ্ঠ ভ্ৰাতৃ। (১২, ১০৬, ১১৫, ২০১, ২০৩, ২১৯, ২৫৪, ৩২০)

**লক্ষ্মীনাৰায়ণ** ( ? - ১৬২২): পিতৃ নৰনাৰায়ণ।*

পিতৃৰ মৃত্যুৰ পিছত কোচ ৰাজ্যৰ ৰজা হয়। নৰনাৰায়ণৰ ৰাজত্বত পূৰ্বাঞ্চলৰ কৰতলীয়া ৰজা হৈ থকা চিলাৰায়ৰ* পুত্ৰ ৰঘুদেৱে* এওঁৰ দিনত স্বাধীনতা ঘোষণা কৰে। ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিতেও* এওঁৰ বিৰুদ্ধাচৰণ কৰিছিল। পৰীক্ষিতক বশ কৰাৰ উদ্দেশ্যে প্ৰথমে আহোম, পিছত মোগলৰ সহায় বিচাৰিছিল আৰু মোগলৰ হতুৱাই পৰীক্ষিতক বন্দী কৰাইছিল। কিন্তু ১৫৯৬ চনত নিজকে মোগলৰ কৰতলীয়া ৰজা বুলি স্বীকাৰ কৰিবলৈ বাধ্য হয়। (৪১, ৬৮)

**লক্ষ্মীনাৰায়ণ চৌধুৰী** (১৮০৫ - ১৮৭৫): আন নাম পৃথীৰাম। পিতৃ মহিৰাম গোৱালপাৰাৰ লক্ষ্মীপুৰ মেচপাৰা ষ্টেটৰ প্ৰথম জমিদাৰ আছিল। ১৮৪০ চনত পিতৃৰ মৃত্যু হোৱাত জমিদাৰী পায়। লক্ষ্মীপুৰ চহৰ আধুনিক ধৰণে সজাইছিল। গোৱালপাৰাৰ নৰসিংহ বিগ্ৰহালয়, লক্ষ্মীপুৰৰ শিৱবাৰী, চুনাৰীৰ জয়ভূম কামাখ্যা মন্দিৰ আদি নিৰ্মাণ কৰোঁতা। লক্ষ্মীপুৰত এটা চিৰিয়াখানাও পাতিছিল। সংগীতপ্ৰিয় লোক আছিল। ১৮৫৭ চনৰ স্বাধীনতা ৰণত চৰকাৰৰ ফলীয়া হৈছিল। সেই আপাহতে চৰকাৰে 'ৰায় বাহাদুৰ' উপাধি দিছিল। (১৯৯)

**লক্ষ্মীনাৰায়ণ দাস** (১৯১৯ - ১৯৫০): নগাঁৱৰ মানুহ। ১৯৪১ চনত গুণাভিৰাম বৰুৱা প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হয়। আজীৱন এই কামত আছিল। *'চণ্ডা'*, *'বৈৰাগীৰ আত্মকথা'*, *'যৌৱনৰ বাণী'* (উপন্যাস); *'পাৰ্টিউচ'*, *'মেকবেথ'* (কাহিনী) আৰু *'অকণৰ 'ত্ৰৈলঙ্গস্বামী'* (জীৱনী) পুথিৰ ৰচয়িতা। (২০)

**লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী** ( ? - আ. ১৮১০): কণাটিকৰ লোক আছিল। পিতা চন্দ্ৰশেখৰ, পিতামহ বীৰ ৰাঘৱ। ভ্ৰাতৃসকলৰ লগত মতান্তৰ হোৱাত, যৌতুকৰ কথা লৈ শহুৰ পৰিয়ালৰ লগতো হয়তো কিবা খুটখাট লগাত বিবাহিতা পত্নীক এৰি বংগদেশৰ মুৰ্ছিদাবাদ পায়হি। গৌৰীনাথ সিংহই* চকু ভাল কৰা বেজ বিচাৰি ভাটীলৈ পঠোৱা মানুহৰ লগত তাৰ পৰা অসমলৈ আহে। স্বৰ্গদেউৰ লগত গুৱাহাটীৰ পৰা উজাই ৰংপুৰ পায়গৈ। তাতে স্বৰ্গদেউৰ নিৰ্দেশত হিন্দুস্থানী আৰু শিখ মানুহৰ এটা ফৌজ গঢ়ি তোলে। এই ফৌজৰ এটা দল হাদিৰাচকীত ৰখা হৈছিল।

সেই সূত্ৰে হাদিৰাচকীৰ দুৱৰীয়া বিষয়া পায়। কমলেশ্বৰ সিংহৰ* দিনত হিন্দুস্থানী ফৌজ লৈ কছাৰীসকলক পৰাস্ত কৰিছিল। সেই আপাহতে স্বৰ্গদেৱে তেওঁক গুৱাহাটীৰ বেজ তলা আৰু কৰুণাবাৰীত ব্ৰহ্মোত্তৰ মাটি দান কৰিছিল। মুৰ্ছিদাবাদৰ সৈতেও বেহা-বেপাৰৰ যোগাযোগ আছিল। এইদৰে বিস্তৰ সা-সম্পত্তিৰ গৰাকী হৈছিল। ৰাজনৈতিকভাৱেও ক্ষমতাশালী লোক হৈ পৰিছিল। গুৱাহাটীৰ শান্তিপুৰ অঞ্চলত কিছুকাল থকা কালত ছটা মাউৰা ল'ৰা আৰু এজনী মাউৰা ছোৱালীক তুলি লৈছিল। এই তোলনীয়া পো কেইটাৰ পৰাই অসমত এটা সম্ভ্ৰান্ত বংশৰ সৃষ্টি হয়। পো-কেইটিৰ তেওঁ নাম ৰাখিছিল — সীতাৰাম, পৰশুৰাম*, শম্ভুৰাম, ৰণৰাম, অভিৰাম আৰু পটাভিৰাম; ছোৱালীটিৰ নাম আছিল পাতলী। (৬৭, ৯৮)

**লক্ষ্মীপতি শৰ্মা** (১৭ শতিকা): *'জ্যোতিষমালা'* নামৰ জ্যোতিষ সম্পৰ্কীয় এখন পুথি ৰচনা কৰোঁতা। পুথিখন লিখা হৈছিল খুব সম্ভৱ ১৬৯১ চনত। (২০৫)

**লক্ষ্মীপ্ৰভা বৰা** (১৮৭৬ - ৭।৫।১৯৫০): গোৱালপাৰাৰ কৈৱৰ্ত পৰিয়ালত জন্ম। পিতৃ ধনীৰাম। গোৱালপাৰাতে ষষ্ঠমান শ্ৰেণীলৈকে পঢ়াৰ পিছত উত্তৰ গুৱাহাটীৰ জয়ৰাম বৰা নামে এজনৰ সৈতে বিয়া হৈছিল। কিন্তু বৰাই দ্বিতীয় ঘৈণী অনাত স্বামীগৃহ পৰিত্যাগ কৰে আৰু বিভিন্ন লোকৰ আশ্ৰয়ত কষ্টেৰে কটাই অৱশেষত কলিকতাৰ ব্ৰাহ্ম বালিকা বিদ্যালয়ৰ শিক্ষয়িত্ৰী নিযুক্ত হয়। ইয়াতে কিছু ধন সাঁচি চিকিৎসা-বিদ্যা পঢ়াৰ উদ্দেশ্যে কটকলৈ যায়। তাত

ক্ষীৰোদপ্ৰসাদ ৰায়চৌধুৰীৰ স্বৰ্ণলতা দেৱীৰ* স্বামী আৰু তৰুণৰাম ফুকনৰ* সহায়ত এল্.এম.ছি পৰীক্ষা পাছ কৰে। অসমৰ প্ৰথম মহিলা চিকিৎসক। প্ৰথমে ধুবুৰীত, পিছলৈ ডিব্ৰুগড়, দিনাজপুৰ আদি ঠাইত চাকৰি কৰিছিল। ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল। জীৱনৰ শেষছোৱা কাল বংগদেশতে অতিবাহিত হৈছিল। ১৯১৯ চনত বৰপেটাত বহা অসম এচোচিয়েছন আৰু অসম সাহিত্য সভাৰ অধিবেশনত যোগদান কৰিছিল। (৪৯)

**লক্ষ্মীপ্ৰসাদ গোস্বামী** (১৯১৮— ?): জন্ম নগাঁৱৰ যমুনামুখত। পিতৃ গোলোকচন্দ্ৰ। শ্বিলংৰ পৰা বি. এ. উপাধি লৈছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামত লাগি বিয়াল্লিশৰ আন্দোলনৰ সময়ত চাৰি বছৰকাল আত্মগোপন কৰি আছিল। ১৯৪৬ চনত কংগ্ৰেছ ত্যাগ কৰি চোছিয়েলিষ্ট দলৰ সভ্য হয় আৰু অসমত ইয়াৰ শাখা খোলে। হিন্দ কিষাণ পঞ্চায়তৰ অসম শাখাৰ সভাপতি আছিল। পুৰণিগুদাম হাইস্কুলত ১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈকে তিনিবছৰ কাল শিক্ষকৰূপে থাকি ১৯৫৩ চনত এলাহবাদলৈ গৈ তাৰ পৰা আইনৰ উপাধি লয় আৰু নগাঁৱত ওকালতি আৰম্ভ কৰে। ১৯৬২ চনত প্ৰজা চোছিয়েলিষ্ট দলৰ সভ্য হিচাপে অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৬৪ চনত পুনৰ কংগ্ৰেছত যোগ দিয়ে। বিধান সভাৰ পৰৱৰ্তী নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী ৰূপে জয়লাভ কৰে। লগতে মন্ত্ৰীসভাৰ সদস্য পদ পায়। নগাঁৱৰ কামপুৰ অঞ্চলৰ সামাজিক কাম-কাজৰ নেতৃত্ব দিছিল। (৩২৪)

**লক্ষ্মীপ্ৰসাদ দত্ত** (১৯১৮ - ১৯৮৭): জন্ম ডিব্ৰুগড়ত। প্ৰথমে জৰ্জ ইনষ্টিটিউছনত, পিচত ডিব্ৰুগড় ৰাজ্যপালন হাইস্কুলত পঢ়ি ১৯৩৩ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিচত শ্বিলঙলৈ গৈ চেণ্ট এন্থনীজ কলেজৰ পৰা প্ৰথম বিভাগত আই.এ. আৰু ১৯৩৭ চনত চেণ্ট এডমাণ্ডচ্ কলেজৰ পৰা বুৰঞ্জীত এম.এ. আৰু ১৯৪৩ চনত কলিকতাৰ পৰাই বি.এল. উপাধি লয়। ১৯৪৫-৬৫ চনত নৱ-প্ৰতিষ্ঠিত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰথমে ৰেক্টৰ, পিছত উন্নয়ন আৰু সমন্বয়ৰক্ষী পদত নিযুক্ত হয়। এই



লক্ষ্মীপ্ৰসাদ দত্ত

বিশ্ববিদ্যালয়ৰ ভাৰপ্ৰাপ্ত উপাচাৰ্যৰূপে একাধিকবাৰ আছিল। খ্যাতনামা শিক্ষাবিদ। অসমৰ, বিশেষকৈ উজনী অসমৰ শিক্ষা উন্নয়নত বিশেষ বৰঙণি যোগাইছিল। বিয়াল্লিশৰ গণ-আন্দোলনতো সক্ৰিয় ভূমিকা লৈছিল। অসম কংগ্ৰেছ, অসম সাহিত্য সভা, ডিব্ৰুগড় ক্ৰীড়া সন্থা আদি ভালেমান অনুষ্ঠানৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। (৩২২)

**লক্ষ্মীৰাম দেৱ** (১৭৭৫ - ১৮২১): পিতৃ জয়হৰিদেৱৰ* পুত্ৰ শ্ৰীনাথদেৱ। মাতৃ চন্দ্ৰাৱলী। পদ্মপাণিদেৱৰ* মৃত্যুৰ পিছত আউনীআটী সত্ৰৰ অধিকাৰ হয়। ডেকা অধিকাৰ হৈ থকা কালত কলীয়াভোমোৰা বৰফুকনৰ* আমন্ত্ৰণ ক্ৰমে গুৱাহাটীলৈ গৈ তাৰ পশ্চিমাঞ্চলৰ আমনি সত্ৰত কিছুকাল আছিল। সুকণ্ঠী গায়ক আৰু বংশীবাদক আছিল। (৮৯)

**লক্ষ্মীৰাম বৰুৱা** (১৮৬৫ - ১৫।৩।১৯১৪): জন্ম উত্তৰ গুৱাহাটীৰ শিলসাঁকোত। পিতৃ বেজদলৈ ভঁৰালী বৰুৱাৰ

বংশৰ বেথাৰাম। মাতৃ সেউতী। এবছৰীয়াতে ঘাট মাউৰা হোৱাত ককায়েক ললিতৰামৰ তত্বাৱধানত ডাঙৰ-দীঘল হয়। উত্তৰ গুৱাহাটীৰ স্কুলতে মধ্য ইংৰাজী শিক্ষা সাং



লক্ষ্মীৰাম বৰুৱা

কৰি ১৮৮৩ চনত গুৱাহাটীৰ চৰকাৰী হাইস্কুলত ভৰ্তি হয়। কিন্তু পঢ়া আধৰুৱাকৈয়ে এৰি খাৰুপেটীয়াত জাহাজ কোম্পানীৰ কামত সোমায় পিছত গড়কাপ্তানী বিভাগৰ চাকৰি লৈ শ্বিলং, কহিমা, ধুবুৰী, তেজপুৰ আদিত কাম কৰে।

অসমৰ প্ৰসিদ্ধ গীতিকাৰ আৰু সুৰকাৰ। সংগীত চৰ্চাৰ বিশেষ সুবিধা পাইছিল ধুবুৰী, গোৱালপাৰাৰ জমিদাৰসকলৰ আৰু গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱাই* কৰা পৃষ্ঠপোষকতাৰ ফলত। তেওঁৰ প্ৰথম গীতৰ পুথি হ'ল *'গীতাৱলী'* (১৮৮৮)। ১৯২০ চনত অসমৰ বিভিন্ন গীতিকাৰৰ সৰ্বমুঠ ৪২২টা গীত সুৰ আৰু ৰাগ সহ সংকলন কৰি উলিয়ায় তেওঁৰ প্ৰসিদ্ধ *'সংগীত কোষ'*। আন এখন উল্লেখনীয় গ্ৰন্থ হ'ল *'সংগীত সাধনা'* য'ত সংগীত তত্ত্বৰ বিস্তৃত আলোচনা আছে। *'সংগীত ৰত্ন'* নামৰ এখন পুথি অপ্ৰকাশিত। উষা আলোচনীত সংগীত সম্পৰ্কে কেইবাটাও প্ৰবন্ধ লিখিছিল। 'বন্তি' নামৰ এখন আলোচনী উলিয়াবলৈও যো-জা কৰিছিল। অসমীয়া গীতৰ পাশ্চাত্য স্বৰলিপি কৰা প্ৰথম ব্যক্তি। সৰ্বভাৰতীয় সংগীত সন্থাৰ এচোচিয়েটেড মেম্বাৰ আছিল।

নাট্যমঞ্চৰ লগতো জড়িত আছিল। শ্বিলং, ধুবুৰী, উত্তৰ গুৱাহাটী আদিত নাট্য আন্দোলনৰ গুৰি ধৰোঁতা উপৰিও তেজপুৰৰ বাণ ষ্টেজৰ প্ৰতিষ্ঠাপকসকলৰ ভিতৰত অন্যতম। সমাজকৰ্মীও আছিল। ধুবুৰীত থাকোতে 'অসম এচোচিয়েছন' খোলাত লাগি লগা দিছিল। প্ৰফুল্লকুমাৰ বৰুৱা* আৰু ফণী বৰুৱাৰ* পিতৃ (১০৬, ১১২, ১৪৮)

**লক্ষ্মী সিংহ** (১৭১৪ – ১৭৮০) পিতৃ ৰুদ্ৰসিংহ*। ৰাজ্য বিস্তাৰৰ উদ্দেশ্যে ৰুদ্ৰসিংহ ভগিয়াই যাওঁতে কালশিলা বাহৰত জন্ম হয়। সেয়েহে 'কালশিলীয়া গোঁহাই' নামেৰেও জনাজাত আছিল। ককায়েক ৰাজেশ্বৰ সিংহৰ* মৃত্যুৰ পিছত ১৭৬৯ চনত চুন্যেউফা নাম লৈ ৰাজপাটত উঠে। দেখাত বিসদৃশ হোৱা হেতুকে ৰাজপুত্ৰ নহয় বুলি বহুতে অৱহেলা কৰিছিল। এওঁৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱা* বেছ ক্ষমতাশালী হৈ উঠে আৰু মোৱামৰীয়া বিদ্ৰোহ আৰম্ভ হয়। ৰাজপাটত উঠাৰ পিছত মোৱামৰীয়াসকলে তেওঁক বন্দী কৰি নিজ প্ৰাৰ্থী ৰমাকান্তক* ৰাজপাটত তোলে। অৱশ্যে এবছৰৰ পিছত সিংহাসন পুনৰ ঘুৰাই পায়। ৰুদ্ৰসাগৰ পুখুৰী খন্দোৱাৰ উপৰিও কিছু মন্দিৰ সজাইছিল। দুৰ্বল স্বভাৱৰ লোক আছিল। এওঁৰ দিনৰে পৰা আহোম ৰাজ্যৰ পতন সূচনা হয়। (৪১, ৬৮, ২৯৮)

**লক্ষ্মী হাজৰিকা** ( ? – ১৮১৮।১৯৪২)· নগাঁৱৰ ব্ৰহ্মপুৰৰ হাজৰিকা চুকৰ মানুহ। বিয়াল্লিশৰ আন্দোলনৰ সময়ত পুলিচৰ গুলিত শ্বহীদ হয়। (১১১)

**লাচিত বৰফুকন** (১৬১২ - ১৬৭২): পিতৃ মোমাই তামুলী বৰবৰুৱা*। সামৰিক শিক্ষা সাং কৰি পোনতে ঘোৰা বৰুৱাৰ পদ পায়। কিছুদিনৰ পিছতে দুলীয়া বৰবৰুৱা আৰু পিছত শিমলুগুৰি খেলৰ প্ৰধান বিষয়া শিমলুগুৰীয়া ফুকন

হয়। ৰাইজক নিয়ন্ত্ৰণ কৰিব পৰা ক্ষমতা দেখি তেওঁক দোলাকাষৰীয়া বৰুৱাৰ পদ দিয়া হয়। শেষত নিজ প্ৰতিভাৰ বলত আহোমৰ বৰসেনাপতি আৰু বৰফুকনৰ খিতাপ লাভ কৰে। গুৱাহাটী মোগলৰ কৰা মুক্ত কৰাৰ মানসেৰে স্বৰ্গদেউ চক্ৰধ্বজ সিংহই* তেওঁক নামনিলৈ পঠায়। ১৬৬৭ চনত গুৱাহাটীৰ ফৌজদাৰ চৈয়দ ফিৰোজ খাঁৰ পৰা গুৱাহাটী উদ্ধাৰ কৰে। এই বাতৰি পাই মোগল সম্রাট আউৰংজেৱে ৰামসিংহৰ সেনাপতিত্বত মোগল সৈন্য পঠায়। ১৬৬৯ চনত গুৱাহাটী অধিকাৰ কৰাৰ উদ্দেশ্যে ৰামসিংহ ইটাখুলি পায়হি। ইয়েই বিখ্যাত শৰাইঘাটৰ ৰণৰ আৰম্ভনি। ইয়াতে মোগলৰ বিৰুদ্ধে পৰাক্ৰমেৰে যুঁজি ৰামসিংহৰ আক্ৰমণ ব্যৰ্থ কৰে। ফলত ১৬৭১ চনত মোগল সৈন্য ঘূৰি যাবলৈ বাধ্য হয় আৰু মানাহ নদী পৰ্য্যন্ত আহোম ৰাজ্যৰ সীমা নিৰ্ধাৰিত হয়। নৰীয়া গাৰেই যুদ্ধ পৰিচালনা কৰিছিল আৰু সেই নৰীয়াতেই মৃত্যু হয় শৰাইঘাটৰ ৰণৰ কিছুদিন পিছতে। (১৪৮, ২২৪, ২৭৮)

**লাল সিং** (১৯০২-১৯।১।১৯৬১): জন্ম গুৱাহাটীত। পিতৃ ১৮৯০ চনমানত পঞ্জাৱৰ পৰা গুৱাহাটীলৈ অহা কেশৰ সিং। সোণাৰাম হাইস্কুলত পঢ়ি থকা কালতে অসহযোগ আন্দোলন আৰম্ভ হোৱাত স্কুল এৰে। পিছত 'কৰেচ্পণ্ডেনচ্ কোৰ্চ'ৰ সহায়েৰে ইংলণ্ডৰ বেনেট কলেজৰ পৰা ইঞ্জিনিয়াৰিঙত ডিপ্লোমা লয়। যন্ত্ৰ-পাতিৰ ব্যৱসায় কৰিছিল। দক্ষ ব্যৱসায়ী হোৱাৰ উপৰিও সমাজকৰ্মীও আছিল। 'অসম শিখ সন্থা'ৰ অন্যতম প্ৰতিষ্ঠাতা। (১৯১ক)

**লালুকসোলা বৰফুকন** (১৭ শতিকা): মোমাই তামুলী বৰবৰুৱাৰ* পুতেক আৰু লাচিত বৰফুকনৰ* ভায়েক। আন নাম আছিল নিমাতী। লাচিতৰ মৃত্যুত গুৱাহাটীৰ বৰফুকন হয়। আতন বুঢ়াগোহাঁই* উজনিত শক্তিমন্ত হৈ উঠাত ভয় খাই মোগলক বিনাযুদ্ধে গুৱাহাটী এৰি দি প্ৰতিদানত মোগল সৈন্যৰ সহায়ত অসম ৰাজ্যৰ অধিকাৰী হব খুজিছিল আৰু এই উদ্দেশ্যে বংগৰ নবাব আজমতৰালৈ কটকী পঠাইছিল। আজমতৰা এই চুক্তিত মান্তি হোৱাত ১৬৭৯ চনত নবাবৰ প্ৰতিনিধি মনচুৰ খাঁক চাৰিলাখ টকাৰ বিনিময়ত লালুকে গুৱাহাটী এৰি দিয়ে আৰু সসৈন্যে উজনীমুৱা হৈ কলিয়াবৰত আতন বুঢ়াগোহাঁই প্ৰমুখ্যে বহুতো বিষয়াক বন্দী কৰে। গড়গাঁৱলৈ লৈ ৰজা চুডৈফাকো* বন্দী কৰি চৈধ্য বছৰীয়া চুলিকফা* বা ৰত্নধ্বজ সিংহক* (অৰ্থাৎ ল'ৰা ৰজাক) ৰজা পাতে আৰু নিজৰ পাঁচ বছৰীয়া জীয়েকক ৰজাৰ বৰকুঁৱৰী পাতে। পিছত চুডৈফাক বধ কৰায় আৰু আতন বুঢ়াগোহাঁইকো কলিযাবৰত সবংশে হত্যা কৰোৱায়। কোনোবা ক্ষমতাশালী কোঁৱৰ ওলাব পাৰে বুলি ভয় কৰি বহুতো ৰাজকোঁৱৰক হয় হত্যা নহয় অংগক্ষত কৰিছিল আৰু গদাপাণিক (গদাধৰ সিংহক*) বিচাৰি নাপাই জয়মতীক* শাস্তি দি মৰাইছিল। পিছত নগাঁৱৰ ভোটাই ডেকা শইকীয়াই* মাধৱ তামুলী আৰু আঘোণ কছাৰীৰ লগ লাগি হত্যা কৰে। অতিশয় ক্ষমতালোভী আছিল। ৰাজ-ভঁৰালৰ পৰা ৰাজবেশ আনি সেই বেশ পিন্ধি আজমতৰাৰ কটকী গোবিন্দৰামক দেখা কৰিছিল। (২৮৮, ২৯০)

**লীলাকান্ত দেৱগোস্বামী** (আ. ১৮৮৬ - ১৯২৬): পিতৃ আউনীআটী সত্ৰৰ গোঁসাই শিৱকান্ত। ১৯২২ চনত কমল দেৱগোস্বামীৰ* মৃত্যুত আউনীআটী সত্ৰৰ অধিকাৰ হয়। ইয়াৰ চাৰি বছৰৰ পিছতে ঢুকায়। (৯৭)

**লীলাকান্ত বৰা** ( ? - ১৯৮৪): জন্ম কলিয়াবৰৰ শাকমুঠি গাঁৱত। পিতৃ দীননাথ। বি. এ. পাছ কৰি আইন পঢ়িছিল। আইনৰ শেষ পৰীক্ষা দি উঠি বিয়াল্লিশৰ আন্দোলনত ভাগ লয় আৰু ১৯৪৫ চনলৈকে আটক বন্দীৰূপে থাকে।

স্বাধীনতাৰ পিছত কংগ্ৰেছ প্ৰাৰ্থীৰূপে বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। শিলঘাট মৰাপাট কলৰ বহু বছৰ ধৰি সভাপতি আছিল। (৪৩ক)

**লীলাকৃষ্ণ গোস্বামী** (১৯০০ – ২৪।১।১৯৭৮): পিতৃ বসুকৃষ্ণ, মাতৃ দুৰ্গেশ্বৰী। লক্ষীমপুৰৰ ওচৰৰ ঘোৰামৰা সত্ৰৰ অধিকাৰ আছিল। জনজাতীয় লোকসকলক আৰু চাহ বাগিচাৰ বনুৱাক শৰণ দিয়াত বিশেষ ভূমিকা আছে। (৩২৭)

**লীলাধৰ বৰুৱা** (১৯০৮ – ১৯৭২): জন্ম উত্তৰ গুৱাহাটীত। পিতৃ গিৰিধৰ। ১৯২১ চনত কলিকতাত কলেজীয়া ছাত্ৰ হৈ থকা অৱস্থাতে অসহযোগ আন্দোলন আৰম্ভ হোৱাত তাত যোগ দিয়ে। স্বাধীনতাৰ আগলৈকে মুক্তি যুঁজাৰু হিচাপে চাৰিবাৰকৈ কাৰাদণ্ড ভোগ কৰিছিল। ১৯৩৪ চনত গুৱাহাটীত হৰিজন আশ্ৰম স্থাপন কৰে। গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ সমাজ সেৱাকে জীৱনৰ ব্ৰত হিচাপে লৈছিল। ১৯৬০ চনত এবাৰ ৰাজ্য সভাৰ সদস্যও নিৰ্বাচিত হৈছিল। (৪৩ক)

**লুই পা** (আ. ১১ শতিকা): কামৰূপৰ কৈৱৰ্ত লোক। তান্ত্ৰিক বৌদ্ধাচাৰ্য আৰু কামৰূপৰ যোগিনীপটল পন্থৰ প্ৰৱৰ্তক। *'চৰ্যাপদ'*ৰ কেইটামান চৰ্যা আৰু *'বাহ্যান্তৰ বোধিচিত্ত বন্ধোপদেশ'* নামৰ প্ৰাচীন অসমীয়া ভাষাৰ অনুৰূপ ভাষাত লিখা এখন পুথি তেওঁৰ নামত পোৱা যায়। মীননাথ নামেৰেও জনাজাত। (২০০, ২৬৬)

**লুকী শেনচোৱা বৰুৱা** (১৯ শতিকা): ১৮৫৭ চনৰ ইংৰাজ খেদা আন্দোলনত মণিৰাম দেৱানৰ* লগত সংযোগ ৰাখিছিল আৰু কন্দৰ্পেশ্বৰ সিংহৰ* গোপন মেলত যোগ দিছিল। ফলত ১৪ বছৰৰ বাবে কলীয়াপানীলৈ নিৰ্বাসিত হয়। (১৮৪)

**লেচাই নামৰূপীয়া গোহাঁই** (১৭, ১৮ শতিকা): পিতৃ গদাধৰ সিংহ*। মাতৃ জয়মতী কুঁৱৰী*। গদাধৰৰ মৃত্যুৰ পিছত ককায়েক লাই গোহাঁই ৰুদ্ৰসিংহ* নাম লৈ ৰজা হয় আৰু ভায়েক লেচাইক নামৰূপৰ গৰাকী পাতে। কিন্তু ৰজাৰ দ্ৰোহ চিন্তাত ৰুদ্ৰসিংহই তেওঁৰ চকু কাঢ়ে। (২৮৮)

**লেৰেলা খনিকৰ** (১৯ শতিকা): নগাঁৱৰ পুৰণিগুদাম অঞ্চলৰ ব্ৰাহ্মণ কুলীয়া মানুহ। কাৰুশিল্পী আছিল। বঙলুৱা আহিক শাঠেৰে দুৰ্গা প্ৰতিমা সাজি উলিয়াইছিল। হাতীদাঁতৰ কাম আদিও জানিছিল। (৪০০)

**লেৰেলা বড়ো** (? – ২০।৯।১৯৪২): জন্ম উত্তৰ লক্ষীমপুৰৰ ধেমাজি মৌজাৰ কেহেঁকবুজা গাঁৱত। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৰাবলৈ গৈ পুলিচৰ গুলিত শ্বহীদ হয়। (১১১)

**লোকনাথ শৰ্মা** (১৮৭০ – ১৯৪০): জন্ম সৰ্থেবাৰীৰ ওচৰৰ গোমুৰা সত্ৰত। পিতৃ শ্ৰীকান্ত। গুৱাহাটী নৰ্মাল স্কুলৰ পৰা শিক্ষা সাং কৰি প্ৰথমে সৰ্থেবাৰীৰ চৰকাৰী এম.ভি. স্কুলৰ শিক্ষক হয়। পিছত নগাঁও, কাকজান, ছয়গাওঁ, ধুবুৰী আদি বিভিন্ন ঠাইত শিক্ষকতা কৰি অৱসৰ লয়। সাহিত্য চৰ্চা কৰিছিল। প্ৰকাশিত পুথিৰ ভিতৰত *'অসমীয়া ব্যাকৰণ'* আৰু *'নিত্য কৰ্ম পদ্ধতি'* উল্লেখনীয়। অপ্ৰকাশিত পুথি *'নীতি ৰত্নমালা'*। (৩৭০)

**লোহিত চন্দ্ৰ নায়ক** (১৮৬৮ - ৩০।১২।১৯৪৭): জন্ম বৰপেটাত। পিতৃ সিদ্ধিৰাম। ১৮৮৭ চনত বৰপেটা হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতালৈ যায় আৰু তাৰ মেট্ৰোপলিটান ইনষ্টিটিউটৰ পৰা যথাসময়ত বি.এ. আৰু বি.এল. উপাধি লৈ গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯১৮ চনৰ পৰা কিছু বছৰ হাকিমৰ কাম কৰি পিছত বৰপেটাত পুনৰ ওকালতিত লাগে। ১৯২২ চনত অসম

ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। তেতিয়াৰ পৰা একেৰাহে সাত বছৰকাল বৰপেটা লোকেল বোৰ্ডৰ বেচৰকাৰী চেয়াৰমেন হৈয়ো আছিল। বৰপেটা অঞ্চলৰ সামাজিক উন্নয়নমূলক কামৰ সৈতে জড়িত আছিল। কলিকতাত পঢ়ি থাকোতে কনকলাল বৰুৱাৰে* সৈতে যুটীয়াকৈ অসমীয়া ছাত্ৰ সাহিত্য সংঘৰ* সম্পাদক নিৰ্বাচিত হৈছিল। অসমত কানি প্ৰচলনৰ বিৰুদ্ধে 'ৰয়েল অপিয়াম কমিছন'ৰ আগত সাক্ষ্য দিছিল। ১৮৯৭ চনত বৰপেটাত 'হিত সাধিনী সভা' নামে এখন সভা গঢ়ি তুলিছিল। অসম সাহিত্য সভাৰ প্ৰথম কাৰ্য নিৰ্বাহক সমিতিৰ (১৯১৭-১৮) সদস্য আছিল। (২২)

**লৌহিত্য পাদ :** লুই পা চাওক।

## শ

**শংকৰদেৱ** (১৪৪৯ - ১৫৬৮) : জন্ম বৰদোৱাৰ ওচৰৰ আলি পুখুৰীত। পিতৃ চণ্ডীবৰ ভূঞা*ৰ বংশৰ কুসুম্বৰ, মাতৃ সত্যসন্ধা। সৰুতে মাক ঢুকোৱাত বুঢ়ীমাক খেৰসূতীৰ* তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। বাৰ বছৰমান বয়সত মহেন্দ্ৰ কন্দলিৰ* টোলত শিক্ষা লয়। লগতে যোগাভ্যাসো কৰিছিল। পঢ়াশলীয়া শিক্ষা সমাপ্ত কৰি ককাক জয়ন্ত দলৈৰ পৰা শিৰোমণি ভূঞা বিষয় লয়। কম বয়সতে দায়িত্ব লোৱা হেতুকে ডেকাগিৰী নামেৰেও প্ৰসিদ্ধ আছিল। কিন্তু কিছুকাল বিষয় চলোৱাৰ পিছত ধৰ্ম-কৰ্মৰ প্ৰতি অনুৰাগ বঢ়াত ককাকহঁতৰ হাতত পুনৰ এই পদ অৰ্পণ কৰে। বৰদোৱাত কীৰ্তন-ঘৰ স্থাপন কৰি তাত বিষ্ণুমূৰ্তি থাপে আৰু ফাকুৱা উৎসৱ পাতে। বত্ৰিশ বছৰ বয়সত সোতৰজন সংগী সহ তীৰ্থলৈ যায় আৰু সুদীৰ্ঘ বাৰ বছৰ ধৰি শ্ৰীক্ষেত্ৰ, পুৰী, বৃন্দাৱন, বদৰিকাশ্ৰম আদি ভাৰতৰ বিভিন্ন তীৰ্থ ভ্ৰমণ কৰে। ১৪৯৩ চনত তীৰ্থৰ পৰা উভতি প্ৰথমে আলিপুখুৰীলৈ, পিছত বৰদোৱালৈ আহে আৰু একান্তভাৱে ধৰ্ম চৰ্চাত লাগে।

লগতে ভক্তি ধৰ্মত শৰণ দিয়া প্ৰথা সূচনা কৰে। প্ৰথম শিষ্যবৃন্দ আছিল শিক্ষাগুৰু মহেন্দ্ৰ কন্দলি,* সতীৰ্থ ৰামৰাম* প্ৰমুখ্যে ব্ৰাহ্মণসকল; পেহাক বুঢ়া খাঁ প্ৰমুখ্যে কায়স্থ ভূঞাসকল; উৰৰা, বনৰা প্ৰমুখ্যে ঘৰত লাচনি-পাচনি কৰা আইসকল।

কছাৰীৰ লগত ভূঞাসকলৰ সঘনে সংঘৰ্ষ হৈ থকাত ১৫১৭ চনমানত বৰদোৱা ত্যাগ কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ যায় আৰু ৰৌতাত ছমাহ, গাংমৌত ছবছৰ আৰু কোমোৰাকুটাত ছমাহ থাকি মাজুলী পায়হি। তাৰে ধুঁৱাহাটা-বেলগুৰিত থাকিবলৈ লয়। প্ৰায় ওঠৰ বছৰ কাল ইয়াত আছিল। ইয়াত থকা কালতে মাধৱদেৱৰ* লগত সাক্ষাৎ হয় আৰু কিছু বিতৰ্কৰ পিছত মাধৱদেৱে শিষ্যত্ব গ্ৰহণ কৰে। ইয়াতে কৰ্মকাণ্ডী ব্ৰাহ্মণসকলৰ লগত বিৰোধ ঘটাত আহোম ৰজা চুহুংমুঙৰ* ৰাজসভাত এবাৰ উপস্থিত হ'ব লগাত পৰে। তদুপৰি আহোমৰ হাতত মাধৱদেৱৰ কাৰাবাস আৰু জোঁৱায়েক হৰিৰ নিধন হোৱাত মনত বেজাৰ পাই মাধৱদেৱ আৰু নিজৰ পৰিয়ালৰ স'তে ধুঁৱাহাটা ত্যাগ কৰি কামৰূপলৈ যায়গৈ। গজলা, কাপ্‌লা, পালেংদি, কুমাৰকুছি আদি ঠাইত বছৰচেৰেক কটাই অৱশেষত পাটবাউসীলৈ আহে আৰু ইয়াৰ পৰা ছমাহৰ বাবে তীৰ্থলৈ যায়। পাটবাউসীত থাকোতেও বিৰুদ্ধবাদী উচটনিত কোচ ৰজা নৰনাৰায়ণৰ* ৰাজসভাত পদকীয়া হিচাপে উপস্থিত হ'ব লগাত পৰে। কিন্তু তেওঁৰ পাণ্ডিত্যত কোচ ৰজা মুগ্ধ হয় আৰু ৰজাৰ লগত তেওঁৰ প্ৰীতিৰ সম্পৰ্ক গঢ়ি উঠে। কোচবিহাৰলৈ কিছুকাল অহা-যোৱা কৰি শেষ জীৱন কোচবিহাৰতে থাকিবলৈ লয়। তাত তিনি বছৰ থকাৰ পিছত তাতে মৃত্যু হয়।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ তথা সাহিত্য-সংস্কৃতিৰ প্ৰাণ-পুৰুষ। বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি আছিল।

একেধাৰে ধৰ্ম প্ৰচাৰক, সমাজ-সংগঠক, কবি, নাট্যকাৰ, সংগীতজ্ঞ, চিত্ৰকৰ আদি অনেক। বৰদোৱাত থাকোতেই 'চিহ্নযাত্ৰা' অভিনয় কৰিছিল। নৰনাৰায়ণ-চিলাৰায়ৰ* অনুৰোধত তাঁতীকুছিৰ তাঁতীৰ হতুৱাই বৃন্দাৱনী বস্ত্ৰ তৈয়াৰ কৰাই প্ৰদৰ্শন কৰিছিল। 'বৰগীত' নামৰ নতুন শ্ৰেণীৰ উচ্চাংগ সংগীতৰ প্ৰৱৰ্তক। বাৰকুৰি বৰগীত ৰচনা কৰিছিল বুলি কথিত, যদিও চৌত্ৰিশটাহে সম্প্ৰতি পোৱা যায়। **ৰচনাৱলী**-*হৰিশ্চন্দ্ৰ উপাখ্যান, কীৰ্তন ঘোষা, ৰুক্মিণীহৰণ কাব্য, ভক্তি-প্ৰদীপ, গুণমালা, অনাদি পাতন, কুৰুক্ষেত্ৰ, নিমি-নৱসিদ্ধ সংবাদ, ভাগৱতৰ ১ম, ২য়, ৮ম, ৯ম, ১০ম, ১১শ, ১২শ স্কন্ধ, ৰামায়ণৰ উত্তৰকাণ্ড*, সংস্কৃত পদৰ সংকলন *'ভক্তি ৰত্নাকৰ'*, কেইবাটাও ভটিমা; নাটক— *পত্নীপ্ৰসাদ, কালীয় দমন, কেলিগোপাল, ৰুক্মিনী-হৰণ, পাৰিজাত-হৰণ, ৰাম-বিজয়।* (২০১, ২০৩, ২০৮, ২১০, ২৪৯, ২৬০ক, ২৬৬)

**শংকৰ বৰুৱা** (১৮৯৫ - ১৮।১১।১৯৬৬): জন্ম শিৱসাগৰত। পিতৃ কমলচন্দ্ৰ, মাতৃ সৰ্বেশ্বৰী। কম বয়সতে দেউতাক ঢুকোৱাত বৰদেউতাকৰ তত্ত্বাৱধানত যোৰহাট হাইস্কুলত পঢ়িছিল যদিও অৰ্থাভাৱত বেছি আগুৱাব নোৱাৰিলে। ১৯২১ চনত গান্ধীজী যোৰহাটলৈ আহোঁতে তেওঁৰ সান্নিধ্য পাই স্বাধীনতা সংগ্ৰামত ব্ৰতী হৈ পৰে। সেই বছৰতে তিনিমাহ সশ্ৰম কাৰাদণ্ডও ভোগে। শিক্ষা-বিস্তাৰ, কানি নিবাৰণ, খদ্দৰ প্ৰচাৰ, অস্পৃশ্যতা দূৰীকৰণ আদি সামাজিক কামত দেহে কেহে খাটিছিল। উজনি অসমৰ, বিশেষকৈ গোলাঘাট অঞ্চলৰ বিভিন্ন ঠাইত 'আশ্ৰম স্কুল' পাতিছিল। ১৯২৫ চনৰ পাটনা কংগ্ৰেছত যোগ দি সবৰমতী আশ্ৰমলৈ গৈ তাত কিছুকাল প্ৰশিক্ষণ লয়। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ বিশিষ্ট কৰ্মী আছিল। ১৯২৯ চনৰ ঐতিহাসিক দাণ্ডী-যাত্ৰাত যোগ দিছিল। ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য হৈ ১৯৪৫ চনলৈকে থাকে। ১৯৪২ চনৰ আন্দোলনত সন্ত্ৰাসবাদী কাৰ্য-কলাপৰ বাবে পলাতক আচামী হিচাপে আছিল। চৰকাৰে তেওঁৰ মূৰৰ বাবে দহ হেজাৰ টকা ঘোষণা কৰিছিল ১৯৪৫ চনত পুলিচৰ হাতত ধৰা পৰি মন্ত্ৰীসভা সলনিৰ


শংকৰ বৰুৱা

হেতু মাত্ৰ চাৰিমাহ জেল খায়। কেবা বছৰ ধৰি গোলাঘাট জিলা কংগ্ৰেছৰ সম্পাদক হৈ থকাৰ পিছত ১৯৪৬ চনত ইয়াৰ সভাপতি হয়। ১৯৪৮ চনত কংগ্ৰেছ ত্যাগ কৰি আচাৰ্য নৰেন্দ্ৰদেৱৰ ছোচিয়েলিষ্ট দলত সোমায়। ১৯৫৩ চনত প্ৰথমে কিষাণ মজদুৰ দলত, পিছত প্ৰজা ছোচিয়েলিষ্ট দলত যোগ দিছিল। (৪৩)

**শত্ৰুদমন** (১৬ - ১৭ শতিকা): পিতৃ উপেন্দ্ৰ নাৰায়ণ। আনুমানিক ১৬০৬ চনত কাছাৰৰ ৰজা হয়। জয়ন্তীয়া ৰজা ধনমাণিকক পৰাস্ত কৰি অৰিমৰ্দন উপাধি লয়। স্বৰ্গদেউ প্ৰতাপ সিংহৰ* দিনত আহোমৰ লগত ৰণত লিপ্ত হৈছিল আৰু বহা চকীত থকা আহোম সৈন্যক পৰাস্ত কৰি 'প্ৰতাপ নাৰায়ণ' উপাধি গ্ৰহণ কৰিছিল। (৪১, ৬৮)

**শত্ৰুমল্ল বুজৰবৰুৱা** (১৭৭৩ - ১৮৬১): জন্ম কামৰূপৰ চান্দকুছিত। পিতৃ প্ৰাণমল্ল। সংস্কৃত পণ্ডিত আছিল।

*'কৃষ্ণলীলা'* নামৰ এখন সংস্কৃত পুথিৰ ৰচক। নিজৰ ঘৰতে পাঠশালা পাতি ল'ৰা পঢ়ুৱাইছিল। বৃটিছ চৰকাৰে মুক্তিয়াৰৰ পদ যাঁচিছিল, যদিও গ্ৰহণ নকৰিলে। দুখনকৈ মৌজাৰ মৌজাদাৰ আছিল। (২৫৭)

**শম্ভুনাৰায়ণ গোস্বামী**(১৮৯০-১৯৩২): জন্ম নলবাৰীৰ আল্লিবাৰী সত্ৰত। পিতৃ প্ৰেমনাৰায়ণ। স্বাধীনতা ৰণৰ যুঁজাৰু আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি চাৰিমাহ কাৰাদণ্ড ভুগিছিল। (২৪৩)

**শৰৎচন্দ্ৰ গোস্বামী** (১) (১২।৫।১৮৮৭ - ১৭।১২।১৯৪৪): জন্ম নলবাৰীত। পিতৃ ললিতচন্দ্ৰ*, মাতৃ মুকুন্দপ্ৰিয়া। ১৯০০ চনত নলবাৰী মধ্য ইংৰাজী স্কুলৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত নাম লগায়। ১৯০৪ চনৰ এণ্ট্ৰেন্স্ পৰীক্ষাত তিনিটাকৈ সোণ-ৰূপৰ পদক পাই বি.এ. পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃতৰ এম.এ. মহলাত নাম লগায়। পঢ়িবৰ অৰ্থে চৰকাৰক ধন খোজাত চৰকাৰে স্কুল উপ-পৰিদৰ্শকৰ চাকৰি যাঁচে। পঢ়া এৰি প্ৰথমে নগাঁও, পিছত মঙ্গলদৈত সেই চাকৰি কৰে। ১৯১১ চনত ঢাকাত বি.টি. পঢ়িবলৈ যায় আৰু প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ ঘূৰি অহাৰ পিছত ১৯১৩ চনত একে চাকৰিত যোগদান কৰে। ১৯১৫ চনত যোৰহাট নৰ্মাল স্কুলৰ অধীক্ষক হয়। ১৯২৮ চনত অসম উপত্যকাৰ স্কুল পৰিদৰ্শকৰ পদ লাভ কৰে। সেই পদৰ দ্বিতীয় অসমীয়া ব্যক্তি। ১৯৪৩ চনত চাকৰিৰ পৰা অৱসৰ লয়। ১৯৪৪ চনত উদয়পুৰত ৰয়া হিষ্টৰিকেল ৰেকৰ্ডচ্ কমিচনৰ অধিবেশনত যোগ দি ঘৰলৈ উভতি আহোঁতে দিল্লীত মৃত্যু ঘটে।

শিক্ষা বিষয়ত, বিশেষকৈ পাঠ্যপুথি প্ৰস্তুত কৰোঁতা বিষয়ত অৰিহণা যথেষ্ট। নিজেও *'বহুশিক্ষা প্ৰণালী'*, *'ভূগোল পাঠ'* আৰু *'শিক্ষা বিস্তাৰ'* নামৰ তিনিখন কিতাপ লিখিছিল। জ্যেষ্ঠা কন্যা প্ৰতিভা দেৱীৰ* জ্যেষ্ঠ পুত্ৰ অতুলৰ স্মৃতিত 'অতুল কথামালা ফাণ্ড' খুলিছিল শিশু উপযোগী পুথি প্ৰকাশৰ উদ্দেশ্যে। একেটা পুত্ৰ প্ৰভাতৰ স্মৃতিত নৰ্মাল স্কুলৰ মুখপত্ৰ 'প্ৰভাত' আলোচনী প্ৰতিষ্ঠা কৰে। অসমত



শৰৎ চন্দ্ৰ গোস্বামী(১)

স্কাউটিংৰ প্ৰৱৰ্তক। অসমত বিশ্ববিদ্যালয় পতাৰ অৰ্থে যোৰহাটৰ যি অভিৱৰ্তন হোৱাৰ কথা আছিল, তাৰ সম্পাদক আছিল। অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাত বহুমূলীয়া বৰঙণি আছে। ইয়াৰ প্ৰথম সম্পাদক হোৱাৰ উপৰিও ৪ৰ্থৰ পৰা ৯ম অধিবেশনলৈকে (১৯২০-২৭) ইয়াৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল। চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু নাৰায়ণী সন্দিকৈ ভৱন তেওঁৰ উদ্যোগতেই প্ৰতিষ্ঠা হয়। চন্দ্ৰকান্ত অভিধান প্ৰণয়নতো বৰঙণি আছে। কামৰূপ অনুসন্ধান সমিতিৰ লগতো ঘনিষ্ঠভাৱে জড়িত আছিল। ইয়াত তেওঁৰ কেইবাটাও প্ৰবন্ধ প্ৰকাশ পাইছিল। ১৯৩৪ চনত হোৱা সমিতিৰ বছৰেকীয়া অধিবেশনৰ সভাপতি আছিল।

সাহিত্যৰ ক্ষেত্ৰতো বৰঙণি যথেষ্ট। একমাত্ৰ উপন্যাস *'পাণিপথ'* ৰচনা কৰিছিল সোতৰ বছৰ বয়সতে। ১৯০৮ চনত 'ৰূপচন্দ্ৰ ভাগৱতী' ছদ্মনামেৰে *'পৰীক্ষা'* নামৰ এখনি নাট লিখে। 'আসাম বান্ধব', 'চেতনা' আদি আলোচনীত

অনেক গল্প লিখিছিল। *'গল্পাঞ্জলি'* (১৯৪১), *'ময়না'* (১৯২৩), *'বাজীকৰ'* (১৯৩০)— এই তিনিখন জীৱনকালত প্ৰকাশিত হোৱা গল্পৰ পুথি। মৰণোত্তৰ কালত প্ৰকাশ পায় লঘু গল্পৰ সংকলন *'পৰিদৰ্শন'*। *'মহাসমৰ'* নামে এখন বিৱৰণমূলক গ্ৰন্থ লিখিছিল আৰু নীলকণ্ঠ দাসৰ 'দামোদৰ চৰিত্ৰ' সম্পাদনা কৰিছিল। বিভিন্ন সভাত পাঠ কৰা ভাষণাৱলী *'ভাষণ'*ত সন্নিবিষ্ট হৈছে। *'বুদ্ধদেৱ'* নামৰ এখনি নাটো ৰচনা কৰিছিল। (৪, ১৩)

**শৰৎচন্দ্ৰ গোস্বামী** (২) (১।১১।১৯১৫ ১৬।৪।১৯৬৮) : জন্ম কমলপুৰৰ ওচৰৰ গুৱা সত্ৰত। পিতৃ সেই সত্ৰৰ অধিকাৰ আছিল। ১৯৩৩ চনত কটন কলেজিয়েটৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৯৩৭ চনত কটন কলেজ পৰা দৰ্শনত সন্মানসহ বি. এ. আৰু ১৯৪০ চনত কলিকাতাৰ পৰা দৰ্শনৰ এম. এ. উপাধি লয়। ১৯৪১ চনত বি.এল. পৰীক্ষাত প্ৰথম শ্ৰেণী পায়। ১৯৪২ চনত গুৱাহাটীৰ সন্দিকৈ কলেজত অধ্যাপকৰূপে সোমাই ১৯৬৬-৭৪ কালছোৱা ইয়াৰ অধ্যক্ষ হয়। বি. বৰুৱা কলেজতো কিছুকাল অধ্যাপনা কৰিছিল। ১৯৭৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোষাধ্যক্ষ হয় আৰু ইয়াত চাৰি বছৰ থাকি ১৯৭৮-৮১ কালছোৱা মাধ্যমিক শিক্ষা বোৰ্ডৰ চেয়াৰমেন ৰূপে থাকে। ১৯৫৭-৬৬ কালছোৱাত কমলপুৰ সমষ্টিৰ পৰা দুবাৰকৈ বিধান সভাৰ সদস্যও হৈছিল। উত্তৰ-পূৰ্বাঞ্চল ৰেলৱে, অসম বিত্ত নিগম আদিৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল। বিশ্ব হিন্দু পৰিষদ, শ্ৰীমন্ত শংকৰ কৃষ্টি বিকাশ সমিতি প্ৰভৃতি অনুষ্ঠানৰ লগতো জড়িত আছিল। কেইবাখনো পুথিৰ ৰচয়িতা। সেইবোৰ হ'ল — (১) *চক্ৰেটিছ, প্লেটো আৰু এৰিষ্টটোল*, (২) *কনফুচিয়াচ*, (৩) *প্লেটো*, (৪) *মনোবিজ্ঞান*, (৫) *মহাত্মা গান্ধীৰ জীৱন কাহিনী*, (৬) *ধৰ্ম-দৰ্শন*, ইত্যাদি। গুৱাহাটী বিশ্ববিদ্যালয়, অসম একাডেমী, গান্ধী স্মাৰকনিধি আদি অনুষ্ঠানসমূহৰ মুখপত্ৰ সম্পাদনা কৰিছিল। (৩৯৫)

**শৰৎ দাস** (১৯১৭ - ৯।১০।১৯৮৯) গুৱাহাটীৰ মানুহ আছিল— যদিও জন্ম নগাঁৱত। পিতৃ প্ৰবোধ দাস ডাক-তাঁৰ বিভাগৰ চাকৰিয়াল আছিল। চতিয়া এম ভি স্কুল, উত্তৰ



শৰৎ দাস

গুৱাহাটীৰ কমলদেৱ ইনষ্টিটিউট, গুৱাহাটীৰ এম.চি.এম.ই. স্কুল আৰু কটন কলেজিয়েট স্কুলত পঢ়ি ১৯৩৩ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কটন কলেজৰ পৰা আই.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ বিপন কলেজত নাম লগায় আৰু তাৰ পৰা ১৯৪০ চনত বি.এ. উপাধি লয়। পশ্চিমবংগ চৰকাৰৰ অধীনত চাকৰি কৰি সেই ৰাজ্যৰ যোগান বিভাগৰ আঞ্চলিক সঞ্চালকৰূপে অৱসৰ লৈ কলিকতাতে স্থায়ীভাৱে বাস কৰিছিল। খ্যাতিমান ফুটবল খেলুৱৈ আৰু অভিনেতা। ছাত্ৰ অৱস্থাতে স্কুল টুৰ্নামেন্টত শ্ৰেষ্ঠতম খেলুৱৈৰ পুৰস্কাৰ পাইছিল। কলিকতাত পঢ়াকালত ১৯৪০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ 'ফুটবল ব্লু' সন্মানৰে বিভূষিত হৈছিল। এনে সন্মান পোৱা প্ৰথম আৰু এতিয়ালৈকে একমাত্ৰ অসমীয়া। গুৱাহাটীৰ মহাৰাণা ক্লাবৰ হৈ ৰংপুৰ, কোচবিহাৰ, দিনাজপুৰ আদি বিভিন্ন ঠাইত খেলিছিল আৰু বহুবাৰ শ্ৰেষ্ঠতম খেলুৱৈৰূপে বিবেচিত

হৈছিল। ১৯৪০ চনত মহাৰাণা ক্লাবৰ হৈ কলিকতাৰ মহামেডান স্পৰ্টিং ক্লাবৰ বিৰুদ্ধে আই.এফ.এ প্ৰতিযোগিতাত যোগ দিয়ে। ক্ৰীড়া নৈপুণ্য দেখা পাই

কলিকতাৰ ভালেমান ক্লাবৰ পৰা আমন্ত্ৰণ পায়। মোহনবাগান ক্লাবত যোগ দি ১৯৪১ চনৰ পৰা ১৯৪৮ চনলৈকে এই ক্লাবৰ হৈ খেলিছিল। পিছৰ বছৰকেইটাত ইয়াৰ কেপ্তেইন আছিল। তেওঁৰ নেতৃত্বতে ১৯৪৭ চনত মোহনবাগান ক্লাবে ছয়ত্ৰিশ বছৰৰ পিছত আই.এফ.এ শ্বিল্ড লাভ কৰিবলৈ সমৰ্থ হয়। ইংলণ্ডৰ চাৰ্ৰ্জিচেজ ইলেভেন, চীনা একাদশ আদিৰ বিৰুদ্ধে হোৱা আন্তৰ্জাতিক খেলসমূহতো অংশ লৈছিল।

সুদক্ষ অভিনেতাও আছিল। পাৰঘাট, সতী বেউলা, নিমিলা অংক, লটিঘটি, বদন বৰফুকন, ইটো সিটো বহুতো আদি ভালেমান অসমীয়া ছবিত অভিনয় কৰিছিল। ১৯৮৩ চনত অসম চৰকাৰে তেওঁলৈ খেলুৱৈৰ পেনচন আগবঢ়াইছিল। কলিকতাতে মৃত্যু হয়। (৪০০)

**শশীকান্ত গগৈ** (১৯১৬ - ২৪।৯।১৯৮৯): জন্ম শিৱসাগৰৰ বানমুখত। ১৯৩৪ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯৩৮ চনত কটন কলেজৰ পৰা বি.এ. পৰীক্ষা পাছ কৰি শিক্ষকতাৰ চাকৰিত সোমায়। মাজুলী, টিফুক, টিংখং, নগাঁও, নামতি আদি বিভিন্ন ঠাইৰ স্কুলত কাম কৰিছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ-আন্দোলনত যোগ দি কিছুকাল কাৰাবাস খাটিছিল। দুশৰো অধিক কবিতা লিখি থৈ গৈছে। (২০৭, ৪০০)

**শশীকান্ত গোস্বামী** (১৯০২ - ১২।৫।১৯৭৬): জন্ম নলবাৰীত। পিতৃ সিদ্ধেশ্বৰ, মাতৃ পদ্মপ্ৰিয়া। ১৯২১ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত পঢ়ে আৰু তাৰ পৰা বি.এ. উপাধি লয়। পিছত গুৱাহাটীৰ পৰা বি.এল. উপাধিও লাভ কৰে। কিছুদিন গড়কাপ্তানী বিভাগত আৰু উত্তৰ গুৱাহাটী হাইস্কুলত শিক্ষকতা কৰাৰ পিছত গুৱাহাটীতে ওকালতি ব্যৱসায়ত লাগে। সংগীতৰ সাধক আছিল। ১৯৩৭ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ অধিবেশনত সংগীত শাখাৰ সভাপতিত্বৰ ভাৰ লৈছিল। ত্ৰৈলোক্যনাথ গোস্বামী,* বিশ্ব গোস্বামী* আদিৰ জ্যেষ্ঠ ভ্ৰাতৃ। (৯, ৬২, ১৪৮, ২৬৪)

**শশী শৰ্মা** (১৯৩১ - ৩১।৭।১৯৮৫): জন্ম নগাঁৱত। পিতৃ অমলচন্দ্ৰ, মাতৃ লীলাৱতী। ১৯৪৯ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা ষ্টাৰসহ প্ৰৱেশিকা, ১৯৫১ চনত অসমৰ ভিতৰত প্ৰথম হৈ নগাঁও কলেজৰ পৰা আই. এছ. ছি., ১৯৫৫ চনত খৰগপুৰৰ ইণ্ডিয়ান ইনষ্টিটিউট অৱ টেকনলজীৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বি. ই পৰীক্ষা পাছ কৰে। কিছু বছৰ অ'ত ত'ত চৰকাৰী চাকৰি কৰাৰ পিছত ১৯৬০ চনত নৱপ্ৰতিষ্ঠিত যোৰহাট আভিযান্ত্ৰিক মহাবিদ্যালয়ত মেকানিকেল বিভাগৰ সহকাৰী অধ্যাপকৰূপে যোগ দিয়ে। ১৯৬৬ চনত ইংলণ্ডলৈ গৈ দুবছৰৰ পিছত মানচেষ্টাৰ বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম. এছ. ছি. উপাধি লয়। যোৰহাট আভিযান্ত্ৰিক মহাবিদ্যালয়ত পুনৰ যোগ দি ১৯৭৮ চনত অধ্যক্ষ হৈছিলগৈ। সৰবৰহী শিক্ষক আছিল। (১৭৬ক)

**শালস্তম্ভ** ( ? - আ. ৬৭৫): শালস্তম্ভ বংশৰ প্ৰতিষ্ঠাতা। ভাস্কৰ বৰ্মনৰ মৃত্যুৰ পিছত কামৰূপৰ ৰজা হয়। প্ৰায় ১৫ বছৰ ধৰি ৰাজ্য শাসন কৰিছিল। (৪৪,১৫৮,২৯৮)

**শিৱপ্ৰসাদ বৰুৱা** (১৮৮০ - ১৯৩৭): জন্ম যোৰহাটৰ ওচৰৰ ঠেঙালত। পিতৃ বিষ্ণুৰাম*, মাতৃ চন্দ্ৰাৱতী। যোৰহাট টাউন হাইস্কুলত পঢ়ি প্ৰৱেশিকা পৰীক্ষা দিয়ে যদিও অকৃতকাৰ্য হয়। পিতৃয়ে আৰম্ভ কৰা চাহ ব্যৱসায়ৰ উন্নতি ঘটাই ভালেমান চাহ বাগিচা ক্ৰয় কৰি ভাৰতৰ ধনাঢ্যতম

চাহ মালিকসকলৰ এজন ৰূপে পৰিগণিত হৈছিল। 'যোৰহাট সাৰ্বজনিক সভা'ৰ দ্বাৰা প্ৰভাৱিত হৈ ৰাজনীতিত সোমায়। ১৯২৩ চনত স্বৰাজ্য দলৰ প্ৰাৰ্থী হিচাপে অসম ব্যৱস্থাপক সভাৰ নিৰ্বাচন নামি ৰোহিণীকান্ত হাতীবৰুৱাৰ* হাতত পৰাস্ত হয়। পিছত অৱশ্যে চাহ মালিক সকলৰ মনোনীত সদস্যৰূপে ব্যৱস্থাপক সভাত সোমায়। ১৯২৮-৩১ কালছোৱাত যোৰহাট লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। ১৯৩০ চনত নীলমণি ফুকনক* সম্পাদকৰূপে ৰাখি



শিৱপ্ৰসাদ বৰুৱা

'সাদিনীয়া বাতৰি' প্ৰতিষ্ঠা কৰে। এইখনেই অসমৰ প্ৰথম অসমীয়া দৈনিক আছিল। কিন্তু শাৰীৰিক অসুস্থতাৰ বাবে এবছৰৰ পিছতেই এইখন বন্ধ কৰি দিয়া হয়। যোৰহাটৰ বিষ্ণুৰাম বৰুৱা হল, শংকৰ মন্দিৰ, খিলংক্লাব আদি অনেক সামাজিক অনুষ্ঠানৰ জন্মদাতা। বৃটিছ চৰকাৰৰ দ্বাৰা 'ৰায়বাহাদুৰ' উপাধিৰে বিভূষিত হৈছিল। কলিকতাত মৃত্যু হয়। (১৫,৪০০)

**শিৱপ্ৰসাদ ভট্টাচাৰ্য** (৩।৭।১৯২৩-২১।৫।১৯৫১) : জন্ম শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ ডেকাচুক গাঁৱত। প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি আৰ্থিক অনাটন হেতু এ. আৰ. পি. বিভাগৰ চাকৰিত সোমায়। কিন্তু সোনকালেই চাকৰি এৰি সংগীত সাধনাত মনোনিৱেশ কৰে। চন্দ্ৰকান্ত লাহন নামৰ এগৰাকী শিল্পীৰ ওচৰত সংগীত শিক্ষা লৈছিল। জলতৰংগ, বাঁহী, অৰ্গেন আৰু বেহেলা বাদনত পাৰ্গতালি লাভ কৰাৰ উপৰিও তেজপুৰ বাদ্যমণ্ডৰ এজন সুগায়ক হিচাপে স্বীকৃতি লভিছিল। ১৯৩৯ চনত কমলনাৰায়ণ চৌধুৰী* আদিৰ যত্নত কলিকতা অনাতাঁৰ কেন্দ্ৰত অসমীয়া গীত পৰিৱেশন কৰাৰ সুযোগ পায়  কলিকতাতে বহুতো গীত ৰেকৰ্ড কৰিছিল। 'চিৰাজ' (১৯৪৮) চিনেমাত সহ পৰিচালকৰ আৰু 'বিপ্লৱী' (১৯৪৮) চিনেমাত সংগীত পৰিচালকৰ ভাৰ লৈছিল  গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত কিছুকাল চাকৰি কৰিছিল যদিও সেই চাকৰি এৰি 'অনুপম প্ৰডাক্চন' নামৰ এটা চিত্ৰানুষ্ঠান খুলি 'সংসাৰ' নামৰ এটি কাহিনীৰ চিত্ৰৰূপ দিবলৈ চেষ্টা চলাইছিল। সেই চেষ্টা বিফল হোৱাত অৱশেষত ফুলবাৰী চাহ বাগিছাৰ মহৰি চাকৰিত সোমায়। গায়ক আৰু সংগীতজ্ঞ হোৱাৰ উপৰিও অনেক গীতো ৰচিছিল। তাৰে কিছুমান গীত *'হিয়াৰ কহিনুৰ'* নামেৰে পিছত প্ৰকাশিত হয়। তেওঁৰ 'আৰু নবজাবি বীণ বাটৰুৱা' গীতটিয়ে একালত বৰ জনপ্ৰিয়তা আৰ্জিছিল। কম বয়সতে প্লুৰেচি ৰোগত মৃত্যু হয়। (৩৩৯ক)

**শিৱভজন শৰ্মা** (১১।১।১৮৯৭ - ১৪।২।১৯৪৬) : জন্ম ডিব্ৰুগড়ত। পিতৃ ৰামগোপাল বাৰাণসীৰ পৰা অসমলৈ আহিছিল। মাতৃ জানকী দেৱী। ডিব্ৰুগড়ত জাতীয় কংগ্ৰেছৰ শাখা গঠন কামৰ প্ৰধান উদ্যোগী আছিল। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দি ছমাহ জেল খাটে। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছলৈ যথেষ্ট পুঁজি সংগ্ৰহ কৰি নিছিল। বংগদেশৰ উগ্ৰবাদী ৰাজনৈতিক সন্থা 'অনুশীলন সমিতি'ৰ লগতো পৰোক্ষ যোগাযোগ আছিল। ১৯৩৬ চনত তেওঁৰ চেষ্টাতে 'অসম প্ৰাদেশিক মাৰোৱাৰী সম্মিলন'ৰ প্ৰথম অধিৱেশন ডিব্ৰুগড়ত বহিছিল। ডিব্ৰুগড়ৰ সামাজিক জীৱনৰ

লগত জড়িত আছিল। (৩২২)

**শিৱৰাম বৰা** (১৩।৯।১৮৪৭ - ২৪।৩।১৯০৭): জন্ম উত্তৰ গুৱাহাটীত। সৰুতে ঘাট মাউৰা হোৱাত খুড়াকৰ তত্ত্বাৱধানত গুৱাহাটীত পঢ়ে। ইংৰাজী স্কুলৰ নৱম শ্ৰেণীলৈকে পঢ়ি ধনৰ অভাৱত নগাঁৱৰ গড়কাপ্তানী অফিচত সোমায়। তাত এবছৰমান কাম কৰি কিছু খৰচ মোকোলাই পুনৰ গুৱাহাটীত পঢ়েহি। ১৮৬৫ চনত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ মেডিকেল কলেজত নাম লগায়। টকাৰ অভাৱত প্ৰথমবাৰ পাছ কৰিব নোৱাৰিলে। ভাগিনীয়েকৰ খৰচত দ্বিতীয়বাৰ পৰীক্ষা দি এল-এম. এচ. উপাধি লৈ কলিকতাৰে 'নেটিভ হস্পিটেল'ত ডাক্তৰৰূপে সোমায়। ভাৰতৰ পৰা পঠোৱা গিৰমিট কুলিসকলৰ স্বাস্থ্যৰক্ষক হিচাপে তাৰ পৰা মৰিচাচ দ্বীপলৈ যায়। তাৰ পৰা বাহিৰে বাহিৰে ইংলণ্ডলৈ গৈ গ্লাছগো বিশ্ববিদ্যালয়ৰ 'নেটিভ মেডিকেল কলেজ'ত ভৰ্তি হয় আৰু তাৰ পৰা আই.এম.এচ আৰু এম.বি. পৰীক্ষা পাছ কৰে। বিলাততে চিভিল চাৰ্জনৰ চাকৰি লৈ ভাৰতলৈ আহে আৰু প্ৰেচিডেন্সী জেনেৰেল হস্পিটেলত সোমায়। পিছত পোৰ্ট ব্লেয়াৰ, মাদ্ৰাজ আদি ঠাইত কিছু বছৰ থাকি ১৮৭৯ চনত নাগালেণ্ডৰ চিভিল চাৰ্জন, লগতে পলিটিকেল অফিচাৰ নিযুক্ত হয়। শিৱসাগৰ, গুৱাহাটী, তেজপুৰ, শিলচৰ আদিত চিভিল চাৰ্জনৰূপে কাম কৰি কৰ্ণেলৰূপে অৱসৰ লৈ কলিকতাত থাকেগৈ। (ডাক্তৰী চাকৰি সেইকালত সামৰিক বিভাগৰ অধীনত আছিল।) তাতে মৃত্যু হয়। বঙালী ছোৱালী বিয়া কৰাইছিল আৰু খৃষ্টান ধৰ্ম গ্ৰহণ কৰিছিল। (৩২ক)

**শিৱ সিংহ** ( ? - ১৭৪৪): ৰুদ্ৰসিংহৰ* জ্যেষ্ঠ পুত্ৰ। পিতৃৰ মৃত্যুত ১৭১৪ চনত চুতান্‌ফা নাম লৈ ৰাজপাটত উঠে। পিতৃৰ নিৰ্দেশ ক্ৰমে কৃষ্ণৰাম ন্যায়বাগীশৰ* ওচৰত শাক্ত মন্ত্ৰ গ্ৰহণ কৰিছিল। এওঁৰ দিনৰ পৰাই অসমত শাক্ত মত প্ৰবল হৈ উঠে। ধৰ্মভীৰু লোক আছিল। ব্ৰাহ্মণ-মহন্তসকলক প্ৰচুৰ মাটি-বৃত্তি দান কৰিছিল। মাটিবোৰ ধৰ্মোত্তৰ, দেৱোত্তৰ, ব্ৰাহ্মোত্তৰ, নিষ্কৰ আদি ভাগত ভগায়। 'পেৰা কাকত' ৰখাৰ নিয়ম প্ৰচলন কৰে। সাহিত্যানুৰাগী লোক আছিল। এওঁৰ দিনতে সুকুমাৰ বৰকাথৰ* 'হস্তীবিদ্যাৰ্ণৱ'কে ধৰি কেইবাখনো গ্ৰন্থ লিখা আৰু অসমীয়ালৈ ভাঙনি কৰা হয়। নিজেও গীত ৰচিছিল। জ্যোতিষীসকলে ছত্ৰভংগ যোগ আছে বুলি কোৱাত ১৭২২ চনত তেওঁৰ তিনিগৰাকী পত্নী — ফুলেশ্বৰী*, মদম্বিকা* আৰু সৰ্বেশ্বৰীক* একাদিক্ৰমে বৰ ৰজা পাতি তেওঁলোকৰ হতুৱাই ৰাজ্য চলাইছিল। মৃদু আৰু বিলাসী স্বভাৱৰ লোক আছিল। (৪১, ৬৮, ২৯৮)

**শিষ্ট ভট্টাচাৰ্য** (১৮ - ১৯ শতিকা): গ্ৰাম্য হাস্যৰস পূৰ্ণ *'শিশু পাল বধ'* কাব্যৰ ৰচক। (২০০, ২৬৬)

**শুকদেৱ দাস** (১৮ শতিকা): পিতৃ ব্ৰহ্মানন্দ কায়স্থ*। ম'ৰামৰা সত্ৰৰ মহন্ত আছিল। দেউতাকৰ এখন চৰিত লিখাৰ উপৰিও কিছু ঝুনা আৰু গীত ৰচনা কৰিছিল। গীতবোৰত দেহ বিচাৰৰ প্ৰভাৱ আছে। (২০০, ২৬৬)

**শুক্লধ্বজ : চিলাৰায়** চাওক।

**শুভংকৰ** (১৫ - ১৬ শতিকা): কোচবিহাৰৰ বাৰাইবাৰিত বাস কৰিছিল। নৰনাৰায়ণৰ* ৰাজসভাৰ পণ্ডিত আছিল। গণিতত ব্যুৎপত্তি আছিল। সত্ৰাজিতৰ* পিতামহ। (২৯৯)

**শুভনাথ দ্বিজ সৰস্বতী** ( ? - ১৭ শতিকা): সম্ভৱ দৰঙী ৰজা ধৰ্মনাৰায়ণৰ* পৃষ্ঠপোষকতাত *'ধৰ্ম সম্বাদ'* নামে এখন পদপুথি ৰচনা কৰিছিল। পুথিৰ আখ্যান মহাভাৰতৰ অশ্বমেধ পৰ্বৰ পৰা লোৱা। *'স্বপ্নাধ্যায়'* নামৰ আন এখন সৰু পুথিৰো ৰচক। (২০০, ২১৮, ২৬৬)

**শেহৰাম বাপু** (১৮৫১ - ১৯২৬): জন্ম বৰপেটাত। পিতৃ

অচ্যুত গুৰুৰ* বংশধৰ জগন্নাথ বৰপেটা সত্ৰৰ ৰাজমেধি আছিল। প্ৰকৃত নাম লক্ষ্মীকান্ত, পিতৃ-মাতৃৰ শেহতীয়া পুত্ৰ হোৱা বাবে শেহৰাম নামেৰেই জনাজাত আছিল। ভাল মঞ্চাভিনেতা আছিল আৰু নিজেও নাটক লিখিছিল। বায়নৰূপেও খ্যাতি আৰ্জিছিল। ছবি আঁকিব আৰু মূৰ্তি সাজিবও জানিছিল। বৰপেটা অঞ্চলত পুতলা নাচৰ প্ৰবৰ্তক। (২২)

**শৈলধৰ ৰাজখোৱা** (১২।১৮৯২ - ১৭।১২।১৯৬৮): জন্ম ডিব্ৰুগড়ৰ চিৰিং চাপৰিত। পিতৃ গুৱাহাটীৰ বাৰভূঞা বংশৰ ৰাজখোৱা পৰিয়ালৰ বেণুধৰ ৰাজখোৱাৰ* ককায়েক চন্দ্ৰধৰ। মাতৃ শিৱসাগৰৰ দুৱৰা পৰিয়ালৰ কনকলতা। ডিব্ৰুগড়ৰ ছাত্ৰবৃত্তি স্কুল আৰু হাইস্কুলত পঢ়ি ১৯০৯ চনত এণ্ট্ৰেন্স পাছ কৰে। গুৱাহাটীৰ কটন কলেজত নাম লগাই ১৯১৪ চনত বি.এ. উপাধি লয়। কিছুদিন ঠিকাৰ কাম কৰি ১৯১৭ চনত ডিব্ৰুগড় হাইস্কুলৰ শিক্ষক হয়। ১৯১৯ চনত মাটি হাকিমৰ চাকৰি পায়। শিৱসাগৰ, বৰপেটা, তেজপুৰ, ধুবুৰী আদিত কাম কৰি ১৯৪৭ চনত ই.এ.চি ৰূপে অৱসৰ লয়। ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাত তাৰ কোষাধ্যক্ষ হয়। ১৯৬৮ চনত তাৰ পৰাও অৱসৰ লৈ ডিব্ৰুগড়ত থাকেগৈ।

কবি আৰু নাট্যকাৰ। আলোচনী, উষা, বাঁহী আদিত অনেক কবিতা লিখিছিল। প্ৰকাশিত কবিতা-পুথি— *'নিজৰা'* (১৯৩৫), নাটক — *'বিদ্যাৱতী'* (১৯১৮), *'অসম গৌৰৱ'* (১৯৫৩)। সফলভাৱে অভিনীত *'ৰঞ্জিৎসিংহ'*, *'দেৱযানী'* আদি নাটক অপ্ৰকাশিত। আত্মজীৱনীমূলক ৰচনা — *'অতীতৰ সোঁৱৰণী'* (১৯৭০)। ভাল খেলুৱৈ আৰু চিকাৰীও আছিল। (২০৭, ২৬২)

**শ্যামলাল চৌধুৰী** (আ. ১৮৫১ - ১৯০৮): জন্ম গুৱাহাটীৰ ওচৰৰ ধাৰাপুৰত। পিতৃ গোবিন্দৰাম*। গুৱাহাটীত পঢ়া-শুনা কৰিছিল, কিন্তু এণ্ট্ৰেন্স পৰীক্ষা নিদি বিজনী ৰাজাৰ নায়েব হয়। পিছত চাকৰি এৰি দি প্ৰথমে ভোলানাথ বৰুৱাৰ* লগত, শেষত স্বাধীনচিন্তীয়াকৈ ব্যৱসায়ত লাগে। কাঠৰ আৰু হাতীৰ ব্যৱসায় কৰিছিল। ১৯০১ চনত চৰকাৰে তেওঁক পলাশবাৰীৰ তহচিলদাৰ পাতে। অভিনয়-সংগীত আদিত ৰাপ আছিল। সাহিত্য চৰ্চাও কৰিছিল। সাঁচিপতীয়া পুথি সংগ্ৰহত আগ্ৰহ দেখুৱাইছিল। *'ঘটাসুৰ বধ'* *'কৃষ্ণবলীৰ যুদ্ধ'*, *'অশ্বকৰ্ণৰ যুদ্ধ'* আৰু *'জংঘাসুৰৰ যুদ্ধ'* - এই বধকাব্য চাৰিখন সম্পাদনা কৰি প্ৰকাশ কৰিছিল ১৯০০ চনত। পুৰণি ছন্দত কবিতাও লিখিছিল। চিকাৰত ৰাপ আছিল। পলাশবাৰী অঞ্চলৰ উন্নতিতো আগভাগ লৈছিল। প্ৰসন্নলাল চৌধুৰীৰ* পিতৃ। (১২১, ১৮১, ৩৪২)

**শ্ৰীকৃষ্ণ মিশ্ৰ** (১৭ - ১৮ শতিকা): দামোদৰদেৱৰ* এখনি চৰিত প্ৰণেতা। (২০০, ২৬৬)

**শ্ৰীধৰ কন্দলি** (১৬ - ১৭ শতিকা): কীৰ্তন ঘোষাৰ অন্তৰ্গত *'ঘুনুচা কীৰ্তন'*ৰ লেখক। এওঁৰ সৰববৰহী গ্ৰন্থ হ'ল *'কাণখোৱা'*। মহাভাৰতৰ *'অশ্বমেধ পৰ্ব'*ও অসমীয়ালৈ ভাঙনি কৰিছিল। *'কানাই খেমেলীয়া'* নামৰ ৰাধা চৰিত্ৰৰ বৰ্ণনা থকা এখন আদি ৰসাত্মক পুথিৰ ৰচক বুলিও কোৱা হয়। (২০০, ২৬৬)

**শ্ৰীধৰ বৰুৱা** (১৯ - ২০ শতিকা): নগাঁৱৰ কৰ্হাল বৰুৱা বংশৰ লোক। সৰুতে দেউতাক ঢুকোৱাত আউনীআটী সত্ৰত মোমায়েকৰ লগত থাকি ডাঙৰ-দীঘল হয়। পিছলৈ সত্ৰৰ ওজা হয়গৈ। দত্তদেৱ গোস্বামীয়ে* সত্ৰত ন-কৈ বহুওৱা ছপাশালৰ কাম আৰু তাৰ পৰা ওলোৱা 'আসাম বিলাসিনী' নামৰ কাকতখনৰ সৰহভাগ কাম কৰিছিল। কাকতখনত প্ৰবন্ধ-পাতি লিখাৰ উপৰিও তাৰ ভালেমান সম্পাদকীয়ও

লিখিছিল। দত্তদেৱে গোস্বামীৰ স্নেহধন্য আছিল। তেওঁৰেই নিৰ্দেশত 'আসাম তৰা' নামৰ এখন মাহেকীয়া কাকত সম্পাদনা কৰিছিল। *'শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত'*ৰ ৰচক। জয়দেৱৰ 'গীত গোবিন্দ'ৰ আৰ্হিত *'হৰি সংকীৰ্তনম্'* নামে এখন সংস্কৃত গীত-কাব্য লিখি সেইখন ছপাই উলিয়াইছিল। (৭৪, ৯৭)

**শ্ৰীনাথ চক্ৰৱৰ্তী** (১৮৯৭ - ১৯৫৪) : জন্ম গোৱালপাৰাৰ ওচৰৰ হাকমা গাৱঁত। ১৯২০ চনত সংস্কৃতত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ কটন কলেজৰ পৰা বি.এ. পাছ কৰে। ১৯২২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত এম.এ. উপাধি লৈ কটন কলেজত অধ্যাপত ৰূপে সোমায়। ১৯৪৯-৫২ কালছোৱা ইয়াৰ অধ্যক্ষ আছিল। (১২৬)

**শ্ৰীনাথ দুৱৰা বৰবৰুৱা** (১৮ - ১৯ শতিকা) : ৰঙাচিলা দুৱৰা বংশৰ মেচা বৰবৰুৱাৰ* নাতিয়েক আৰু হৰনাথ সেনাপতি ফুকনৰ* ভায়েক। পিতৃ নন্দলাল। খৰিকটীয়াত ঘৰ সাজি আছিল। ৰাজেশ্বৰ সিংহৰ* দিনত দুৱলীয়া বৰুৱাৰ পদ পায়। ১৭৭০ চনত লক্ষ্মীসিংহৰ* দিনত মোৱামৰীয়া সকলক পৰাস্ত কৰি তেওঁলোকে নিয়া সম্পদ পুনৰুদ্ধাৰ কৰে। ১৭৭৩ চনত স্বৰ্গদেৱে ন্যায়সোধা ফুকনৰ বাব দিয়ে। মোৱামোৰীয়া বিদ্ৰোহৰ অন্যতম নায়ক পানিমুৱাৰ* আৰু ল'ৰাৰজাৰ* দিনত ক্ষমতাশালী হৈ উঠা সতৰামৰ* বিচাৰ সুধিছিল। ১৭৯৫ চনত গৌৰীনাথ সিংহৰ* দিনত ভিতৰুৱাল ফুকন আৰু ১৮০০ চনত কমলেশ্বৰ সিংহৰ* দিনত বৰবৰুৱা হয়। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ* বিশ্বস্ত আছিল। সেয়ে ভতিজাক বদন চন্দ্ৰই* মান অনাত বৰবৰুৱা পদ হেৰুৱায়। পিছত কি হ'ল জনা নাযায়। উনৈশ শতিকাৰ আগভাগত বিখ্যাত *'তুংখুঙীয়া বুৰঞ্জী'* ৰচনা কৰে। (২৯৫)

**শ্ৰীনাথ ব্ৰাহ্মণ (দ্বিজ)** (১৭ শতিকা) : পশ্চিম অসমৰ মানুহ। পিতৃ চিলাৰায়ৰ* মহামাত্য ভৱানন্দৰ নাতি ৰামেশ্বৰ। কোচবিহাৰৰ ৰজা প্ৰাণনাৰায়ণৰ* পৃষ্ঠপোষকতাত মহাভাৰতৰ *'আদিপৰ্ব'*, *'দ্ৰৌপদী স্বয়ম্বৰ'* আৰু *'দ্ৰোণ পৰ্ব'*ৰ পদ ভাঙনি কৰে। সংস্কৃতত *'বিশ্বসিংহ চৰিত্ৰম্'* ৰচোঁতা। (২০০, ২৬৬)

**শ্ৰীৰাম আতা (১)** (১৬ শতিকা) : কামৰূপৰ শিমলিয়া গাঁৱৰ লোক। ধাৰ সুজিব নোৱাৰি আনৰ ঘৰত বন্ধা হৈ আছিল। নাৰায়ণ ঠাকুৰে* পাই মোকোলাই আনি শংকৰদেৱত শৰণ দিয়ায়। মাধৱদেৱৰ* সহকাৰী ৰূপে কাল কটাইছিল। উদাসীন ভকত আছিল। (২০০, ২০১, ২১০, ২৬৬)

**শ্ৰীৰাম আতা (দেৱ) (২)** (১৬ - ১৭ শতিকা) : জন্ম বালিগাঁৱত। পিতৃ গোৱিন্দ মিশ্ৰ*। বাৰ বছৰ গুৰু গৃহত অধ্যয়ন কৰাৰ পিছত ডেবেৰাপাৰত বংশীগোপাল দেৱৰ* ওচৰলৈ যায়। তাত ছবছৰ থকা কালত বৰ যদুমণিদেৱৰ* লগত ঘনিষ্ঠতা হয় আৰু তেওঁক কালঝাৰৰ সত্ৰাধিকাৰ পাতে। গীত, পদ আৰু অংকীয়া নাট ৰচিছিল। *'ঘোষাৰ পটল'* নাম দি বিভিন্ন ভক্তিমূলক গীতৰ এটি সংকলনো কৰিছিল। শংকৰদেৱৰ* চৰিত ৰচোতা ৰামানন্দ* এওঁৰ পুত্ৰ। (১৭৯, ২০০, ২৬৬)

**শ্ৰীৰামচন্দ্ৰ দাস** (১।৫।১৯০৩ - ১৯।৯।১৯৮৭) : জন্ম বৰপেটাৰ সুন্দৰীদিয়াত। পিতৃ কেৱলৰাম, মাতৃ দময়ন্তী। ১৯২০ চনত মজলীয়া বিদ্যালয়ৰ বৃত্তি পৰীক্ষাত কামৰূপ জিলাৰ ভিতৰত প্ৰথম হৈ বৰপেটা হাইস্কুলত নাম লগায়। তাত অষ্টম মানলৈকে পঢ়ি যোৰহাট নৰ্মাল স্কুলত নাম ভৰ্তি কৰে আৰু তাৰ পৰা সুখ্যাতিৰে উত্তীৰ্ণ হয়। অসমৰ বিভিন্ন হাইস্কুলত চাকৰি কৰি অৱশেষত স্কুলসমূহৰ সহকাৰী পৰিদৰ্শকৰূপে বৰপেটালৈ আহে আৰু তাৰ পৰাই ১৯৬০ চনত অৱসৰ লয়। অসমীয়া লোক-সাহিত্যৰ নিষ্ঠাৱান

সেৱক আছিল। *'ফকৰা যোজনা'*, *'অসমীয়া জন সাহিত্যৰ পাৰজ্বত'*, *'মোৰ আইৰ প্ৰাণৰ গীত'*, *'মইনাৰ সাধুকথা'* আদিকে ধৰি বাইশখন পুথি ৰচনা কৰিছিল। *'জন সাহিত্যৰ ফুল চন্দন'* এখনি বৃজন গ্ৰন্থ অপ্ৰকাশিত। ল'ৰা-ছোৱালীৰ বাবে গল্প কবিতা আদিও লিখিছিল। অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯৩০ চনতে সুৰমা উপত্যকা ভ্ৰমণ কৰি তাত সাহিত্য সভাৰ ভালেমান শাখা স্থাপন কৰিছিল। ১৯৬০ চনত চৰকাৰে সাহিত্যিক পেঞ্চন দিয়ে। (২৪)

**শ্ৰীৰাম দেৱ** (১৬৬৫ - ১৭৪৫) : জন্ম নাহৰকটীয়াৰ বাপা সত্ৰত। ১৬৯৯ চনত চলিহা বাৰেঘৰ সত্ৰৰ অধিকাৰ হয় নক্তে জাতিৰ লখা খুনবাওক* শংকৰী ধৰ্মত দীক্ষিত কৰি 'নৰোত্তম' নাম দিছিল। *'ভক্তি ৰত্নমালা'* নামৰ ৪৮টা পদৰ এখন ভক্তিমূলক পুথিৰ ৰচক। (১৬৯, ২০০, ২৯৭)

**শ্ৰীহৰি** (১৫৪০ - ১৬৫৯). জন্ম লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত। কম বয়সত সংসাৰ উদাসীন হয় আৰু তীৰ্থলৈ যায়। উভতি আহি সুন্দৰীদিয়াত মাধৱদেৱৰ* শৰণ লয় আৰু তাত চৈধ্য বছৰ থাকে। মাধৱদেৱে ধৰ্মপ্ৰচাৰাৰ্থে উজনীলৈ পঠোৱাত বংশীগোপালদেৱৰ* লগত থাকেগৈ। বংশীগোপালৰ মৃত্যুৰ পিছত মাজুলীৰ লাইআটিত সত্ৰ পাতি থাকে। তাতে মৃত্যু হয়। (২০৩)

**শ্ৰীহৰি দাস** (আ. ১৬ শতিকা): পিতৃ কৃষ্ণদাস বা কেশৱদাস। ভাগৱতৰ ৩য় আৰু ৫ম স্কন্ধৰ সাৰানুবাদ কৰাৰ উপৰিও দামোদৰদেৱৰ সংগত থাকি শংকৰদেৱৰ* 'ভক্তি ৰত্নাকৰ'ৰ পদ ভাঙনি কৰিছিল। (৩৪৩)

**শ্ৰীহৰ্ষ** (৮ম শতিকা): শালস্তম্ভ বংশৰ আটাইতকৈ পৰাক্ৰমী কামৰূপীয় ৰজা। প্ৰাগজ্যোতিষপুৰৰ উপৰিও হাৰুপেশ্বৰ বা হাটকেশ্বৰ (বৰ্তমান তেজপুৰ ) দ্বিতীয় ৰাজধানী আছিল। গৌড় (উত্তৰ বংগ), উদ্ৰ (উৰিষ্যা), কলিংগ (গোদাৱৰী আৰু মহানদীৰ মাজৰ অঞ্চল) অধিকাৰ কৰি কামৰূপক এখন সাম্ৰাজ্যত পৰিণত কৰি তুলিছিল। (৬৮, ২৯৮)

**শেখ জালালুদ্দিন তাব্ৰিজী** ( . শতিকা) : অসমৰ পশ্চিমাঞ্চলৰ এজন মুছলমান সাধু ১৩৫০ চন মানত প্ৰসিদ্ধ ভ্ৰমণকাৰী ইবন বটুটা* এওঁক লগ পোৱাৰ উদ্দেশ্যে অসমলৈ আহিছিল আৰু তেওঁৰ সৈতে তিনিদিন আলহী হৈ আছিল (২৮৮)

# ষ

**ষ্টেন বৰুৱা** (১৯১৮ - ২৪।৮।১৯৮৯) : জন্ম শিৱসাগৰৰ ওচৰৰ হাহচৰাত। প্ৰকৃত নাম হৰি বৰুৱা। বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দি হাতত ষ্টেন গান লৈ সশস্ত্ৰ সংগ্ৰামত জঁপিয়াই পৰা হেতু ষ্টেন বৰুৱা নামে জনাজাত আছিল। ১৯৪২ চনত ৰেল লাইন বগৰোৱা হেতু তিনি বছৰ কাৰাবাস ভুগিছিল। স্বাধীনতাৰ লগে লগে দল বেআইনী বুলি ঘোষিত হোৱাত বহুকাল আত্মগোপন কৰি আছিল। ১৯৫০ চনত ধৰা পৰি এবছৰ জেইল খায়। ১৯৮০-৮৫ চনৰ বিদেশী বহিষ্কাৰ আন্দোলন সমৰ্থন কৰিছিল। (৩৬৫ ক)

# স

**সতৰাম চাৰিঙীয়া ফুকন** (১৮ - ১৯ শতিকা): পিতৃ ভূত আগোম ৰজাঘৰৰ কুকুৰাচোৱা বিষয়া আছিল। ৰাজপাটত উঠাৰ সময়ত (১৮১০ চনত) চন্দ্ৰকান্ত সিংহ* নিচেই কম বয়সীয়া হৈ থকাত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে* ৰজাৰ লগৰীয়া পাতে। চাৰিঙীয়া ফুকনৰ খাব তেওঁক দিয়া হয়। ৰজাৰ আসে পাই ক্ষমতাশালী হৈ উঠিছিল। পূৰ্ণানন্দই তেওঁৰ ক্ষমতাত হেতা-ওপৰা লগোৱাত ১৮১৪ চনত ৰজা আৰু বদনচন্দ্ৰ বৰফুকন*ৰো সমৰ্থনত

পূৰ্ণানন্দকে হত্যা কৰিবলৈ ষড়যন্ত্ৰ চলায়। কিন্তু যথা সময়ত এই ষড়যন্ত্ৰ ধৰা পৰে। ৰজাৰ অনুৰোধত পূৰ্ণানন্দই তেওঁক হত্যা নকৰি নগা পাহাৰৰ ফালে পঠিয়াই দিয়ে। তাতে সম্ভৱত:পূৰ্ণানন্দৰ উচটনিত নগাৰ হাতত মৃত্যু ঘটে। (৪১, ১৩৭, ২৯১)

**সত্যনাথ বৰা** (১৮৬০ - ১৩।১২।১৯২৫): জন্ম গুৱাহাটীত। পিতৃ দয়াৰাম, মাতৃ অময়া, সৰুতে ঘাট মাউৰা হোৱাত বুঢ়ীমাক আৰু খুড়াকৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল



সত্যনাথ বৰা

হয়। ১৮৮১ চনত কটন কলেজিয়েট স্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ চিটি কলেজত নাম লগায়। বি.এ. পৰীক্ষাত প্ৰথমবাৰ অকৃতকাৰ্য হৈ বংগদেশৰ ফৰিদপুৰ জিলাৰ হিন্দু একাডেমী স্কুলত এবছৰ প্ৰধান শিক্ষকৰ কাম কৰে। ১৮৮৬ চনত বি.এ. উপাধি লৈ কলিকতাতে আইন পঢ়ে। ১৮৮৯ চনত আইনৰ পৰীক্ষা দ্বিতীয়বাৰৰ বাবে দি বি.এল. উপাধি লাভ কৰে আৰু গুৱাহাটীলৈ আহি ওকালতিত লাগে। ভাটী বয়সত গুৱাহাটীৰ আৰ্ল ল কলেজৰ লগতে কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপকো নিযুক্ত হৈছিল। শাৰীৰিক অসুস্থতাৰ বাবে অসমীয়াৰ অধ্যাপনা এৰি দিয়ে যদিও আইনৰ অধ্যাপনা জীৱনৰ শেষলৈকে কৰি আছিল। 'আসাম এচোছিয়েচন'ৰ ১৯১৫ চনত গুৱাহাটীত বহা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ আৰু ১৯১৭ চনত শিৱসাগৰত বহা মূল অধিবেশনৰ সভাপতি আছিল। ১৯১৯ চনত অসম সাহিত্য সভাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছিল।

প্ৰসিদ্ধ গদ্য লেখক। জোনাকী, বিজুলী, আসাম বন্ধু, বাঁহী আদি সমসাময়িক আলোচনীত প্ৰৱন্ধ-পাতি লিখিছিল। ১৮৯৯ চনত মথুৰামোহন বৰুৱাই* গুৱাহাটীৰ পৰা ন-কৈ উলিওৱা 'জোনাকী'ৰ সম্পাদক আছিল। প্ৰকাশিত পুথি— *আকাশ ৰহস্য* (১৯০৮), *সাৰথি* (১৯১৫), *সাহিত্য বিচাৰ* (১৯২২), *কেন্দ্ৰসভা* (১৯২৪), *চিন্তাকলি* (১৯২৫), *বহল ব্যাকৰণ* (১৯২৫)। গীত আৰু খুচুৰীয়া কবিতাও ৰচনা কৰিছিল। গীতৰ পুথি— *'গীতাৱলী'* (১৮৮৮)। *'সাৰথি'* পুথিৰ ৰচনা-ৰীতিৰ বাবে 'অসমীয়া সাহিত্যৰ বেকন' নামেৰে জনাজাত।

কনকলাল বৰুৱাৰ* ভনীয়েকক বিয়া কৰাইছিল। জ্ঞাননাথ* আৰু অম্বিকানাথৰ* পিতৃ। (৮, ১০৩, ১২৮, ২৭০)

**সত্ৰাজিত** (১৬ শতিকা) : পশ্চিম অসমৰ লোক। পিতৃ লক্ষ্ণ লক্ষ্মীনাৰায়ণৰ* দিনত কোচৰাজ্যৰ দক্ষিণ-পূৱ অংশৰ প্ৰাদেশিক শাসনকৰ্তা আছিল। পৰীক্ষিতৰ* বিপক্ষে ঢাকাৰ নবাবৰ দ্বাৰা প্ৰেৰিত হৈ কোচ হাজোত ৰণ কৰে। পৰীক্ষিতৰ ৰাজ্য ভগাত নবাবৰ তলত পাণ্ডু আৰু গুৱাহাটীৰ থানাদাৰ হয়। মোগল আহোমৰ ৰণত মোগলৰ সপক্ষে যুঁজিছিল। পিছত স্বাধীন হবলৈ বিচৰাত ঢাকাৰ নবাবে তেওঁক ধৰিবলৈ সৈন্য পঠায়। সত্ৰাজিতেও ধুবুৰীলৈ আহি যুঁজ দিয়ে; কিন্তু নবাবৰ সৈন্যৰ হাতত বন্দী হয়। মোগলে তেওঁক ঢাকালৈ নি তাত হত্যা কৰে। (৬৮, ২৯৯)

**সনাতন দাস** (? ১৭ শতিকা) : *হিতোপদেশ কথা* নামৰ

পদপুথিৰ ৰচক। শিৱভক্ত আছিল। (২০০, ২৬৬)

**সনাতন দেৱ** (১৩০৯-১৬৪৭) : বৰ যদুমণিদেৱৰ* বৰপুত্ৰ। পিতৃৰ মৃত্যুত দহ বছৰ বয়সতে বাঁহবাৰী সত্ৰৰ অধিকাৰ হয়। পিছত এই ভাৰ ভায়েক ৰতিকান্তক শোধাই গোলাঘাটৰ দিহিঙত সত্ৰ পাতেগৈ। শদিয়াত মৃত্যু হয়। ৪৭টি গীতৰ ৰচক। (২০০,২৬১ক)

**সন্তদেৱ : সন্তভূষণ** চাওক।

**সন্তভূষণ দেৱ** (আ.১৬ শতিকা): আন নাম সন্তদেৱ। দক্ষিণ কামৰূপৰ গৱেমাৰী অঞ্চলৰ লোক আছিল। পাটবাউসীলৈ গৈ দামোদৰদেৱত* শৰণ লয় আৰু দামোদৰে তেওঁক দক্ষিণ কূলৰ ধৰ্মাচাৰ্য পাতে। আমৰাঙা, বিহামপুৰ আদি ব্ৰহ্মপুত্ৰৰ দুয়োকূলে সত্ৰ প্ৰতিষ্ঠা কৰিছিল। (৬১,২০০)

**সন্তৰাম চৌধুৰী** (১৮৭১-১৯৩৬) : জন্ম বজালী অঞ্চলৰ পাঠশালা গাঁৱত। পিতৃ আত্মাৰাম, মাতৃ হেমোপ্ৰিয়া। ঘৰতে পঢ়ি ছাত্ৰবৃত্তি আৰু মধ্য ইংৰাজী পৰীক্ষাত বৃত্তি ধৰি পাঠশালাৰ মধ্য ছাত্ৰবৃত্তি বিদ্যালয়ৰ প্ৰধান শিক্ষক হয়।শিক্ষকতাৰ কালতে নৰ্মাল পৰীক্ষা পাছ কৰে। পাঠশালাৰ বিদ্যালয়ত বাইশ বছৰ চাকৰি কৰাৰ পিছত পাটাছাৰকুছি মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক হয়গৈ আৰু তাৰ পৰাই অৱসৰ লয়। বজালী অঞ্চলৰ নাট্য আন্দোলনৰ অগ্ৰণী আছিল। *পাৰ্থসাৰথি, ধ্ৰুৱচৰিত, শ্মশান, ৰণবীৰ, জয়দেৱ* প্ৰমুখ্যে সাতখন নাট ৰচনা কৰাৰ উপৰিও তেওঁৰ উদ্যোগতেই গঢ়ি উঠিছিল *পাঠশালা নাট্য সমিতি*নামে অসমৰ প্ৰথম ভ্ৰাম্যমান নাট্যদল। (১৪)

**সপ্তভুজ মহন্ত : গাগিনী ডেকা মহন্ত** চাওক।

**সমুদ্ৰ বৰ্মন** ( ? - আ. ৪০৫) : পিতৃ পুষ্যবৰ্মন*। প্ৰাচীন কামৰূপৰ ক্ষমতাশালী ৰজা। প্ৰায় ২৫ বছৰ ধৰি ৰাজত্ব কৰিছিল। পিতৃৰ দৰে তেঁৱো 'মহাৰাজাধিৰাজ' উপাধি লৈছিল। (৪৪, ১৫৮, ২৯৮)

**সন্তুৰাম মিৰি** (১৯০৫ - ১৯৬৫) : জন্ম গোলাঘাটৰ ধনশ্ৰী গাঁৱত। কংগ্ৰেছ কৰ্মী আছিল। মিচিং কৃষকসকলক সংগঠিত কৰিছিল। মহুৰামুখ উইভিং স্কুল, কমাৰগাওঁ হাইস্কুল আদিৰ অন্যতম প্ৰতিষ্ঠাতা। (৩৮০গ)

**সৰলাবালা দাস** (১৮৯৯ - ২।৭।১৯৯০): জন্ম গোৱালপাৰাত। স্বামী মাধৱচন্দ্ৰ বৰপেটাৰ ডাক্তৰ আছিল। মহিলা সমাজকৰ্মী তথা সাহিত্যিক। ১৯৪৬ চনত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ* লগ লাগি বৰপেটা জিলা মহিলা সমিতি গঠন কৰে। ভলেমান বছৰ ধৰি ইয়াৰ সভানেত্ৰী আছিল। ১৯৪৮ চনত মণ্ডল কংগ্ৰেছৰো সভানেত্ৰী নিৰ্বাচিত হয়। বৰপেটাৰ কীৰ্তন ঘৰত মহিলাৰ প্ৰৱেশাধিকাৰ বিচাৰি আন্দোলন চলাইছিল। *'কবিতাৰ হাৰ'* আৰু *'ভাগৱতৰ সাধু'* নামৰ দুখন পুথিৰ ৰচয়িত্ৰী। সদৌ অসম লেখিকা সমাৰোহৰ লগত জড়িত আছিল। ১৯৮১ চনত এই সন্থাৰ দ্বাৰা সম্বৰ্ধিত হয়। অসম সাহিত্য সভাৰ বৰপেটা শাখায়ো ১৯৭৩ চনত সম্বৰ্ধনা জনাইছিল। (৪০০)

**সৰহপা** (আ ১১ শতিকা) : জন্ম প্ৰাচ্যদেশৰ ৰাজীত। (কামৰূপৰ ৰাণীত ?) তান্ত্ৰিক বৌদ্ধাচাৰ্য। ব্ৰাহ্মণ্য আৰু বৌদ্ধ উভয়শাস্ত্ৰতে পাৰ্গত আছিল। ৰজা ৰত্নপাল (ৰত্নপাল ?*) আৰু তেওঁৰ ব্ৰাহ্মণ মন্ত্ৰীক মাহাত্ম্য দেখুৱাই বৌদ্ধ কৰে। *সাধনমালাত* তেওঁৰ দুটা সাধন আছে। *চৰ্যাপদৰ* চাৰিটা চৰ্যা আৰু সংস্কৃত অপভ্ৰংশৰ দুখনমান পুথিও তেওঁৰ নামত পোৱা যায়। সৰহভদ্ৰ আৰু ৰাহুলভদ্ৰ নামেৰেও পৰিচিত। (২০০, ২৬৬)

**সৰহভদ্ৰ : সৰহপা** চাওক।

**সৰুনাথ চুতীয়া** (১৯২০-২০।৯।১৯৪২) : জন্ম দৰঙৰ

বনগাঁও মৌজাৰ পতিয়াপুখুৰী গাঁৱত। বিয়াল্লিশৰ আন্দোলনত ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা উৱাবলৈ গৈ পুলিচৰ গুলিত ছহীদ হয়। (১১১)

**সৰোজবালা দত্ত** (১৮৮৫ ১৭।৫।১৯৭৩) : জন্ম ডিব্রুগড়ত। পিতৃ বেণুধৰ ৰাজখোৱাৰ* ককায়েক চন্দ্ৰধৰ। মাতৃ কনকেশ্বৰী। স্বামী নীলাম্বৰ দত্ত। *প্ৰলয় কাহিনী* নামৰ এখন কৱিতা পুথি আৰু *শান্তি সন্ধান* নামে এখন ভ্ৰমণ কাহিনী লিখিছিল। (২৬১)

**সৰ্বানন্দ দাস** (১৮৭৫ ২২।২।১৯৪৮) জন্ম বৰপেটাত। পিতৃ কেদাৰনাথ, মাতৃ জীউমায়া। বৰপেটা হাইস্কুলৰ পৰা এণ্ট্ৰেন্স আৰু ঢাকাৰ জগন্নাথ কলেজৰ পৰা এফ.এ. পাছ কৰি কোচবিহাৰৰ ভিক্টোৰীয়া কলেজৰ বি.এ. মহলাত নাম লগায় যদিও পাছ কৰিব নোৱাৰিলে। গোৱালপাৰাৰ দলগোমা এম.ই. স্কুলত কিছুদিন শিক্ষকতা কৰাৰ পিছত সহকাৰী স্কুল পৰিদৰ্শক হয়। বিভিন্ন ঠাইত চাকৰি কৰি ১৯১৬ চনত স্কুল পৰিদৰ্শকৰূপে বৰপেটালৈ আহে। বৰপেটাৰ ছোৱালী মধ্য ইংৰাজী স্কুল, সৰভোগৰ জুৰোৰাম পাঠক হাইস্কুল, বৰপেটাৰ এম.ভি. কলেজ আদিৰ প্ৰতিষ্ঠাত আগভাগ লৈছিল। চাৰি বছৰ কাল বৰপেটা সত্ৰ পৰিচালনা সমিতিৰ সম্পাদক আছিল। (২২,২৮৯)

**সৰ্বানন্দ সিংহ** ( ?-২।১।১৮৩৯) : তিনিচুকীয়া অঞ্চলৰ মটক সম্প্ৰদায়ৰ লোক। প্ৰকৃত নাম মাটিবৰ। মোৱামৰীয়া বিদ্ৰোহৰ অন্তিম স্তৰত আহোম ৰজাৰ বিৰুদ্ধে সৈন্য সামন্ত গোটাই প্ৰথমে বেংমৰাৰ(তিনিচুকীয়াৰ) উত্তৰে বঙাগৰাত,১৭৯১চনত বেংমৰাত, ৰাজধানী পাতি নিজকে স্বাধীন ৰজা হিচাপে ঘোষণা কৰে আৰু সৰ্বানন্দ সিংহ নাম লয়। ৰংপুৰত সাময়িকভাৱে হোৱা বিদ্ৰোহী ৰজা ভৰত সিংহক* সহায় কৰিবৰ অৰ্থে নিজ বিষয়া গোধা বৰবৰুৱাক পঠাইছিল। আহোমৰ চতুৰ মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহায়ে* বিদ্ৰোহ শাম কটোৱাৰ উদ্দেশ্যে 'বৰ সেনাপতি' উপাধি দিয়ে আৰু আহোম ৰজাৰ বহতীয়া হিচাপে বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ অঞ্চলৰ শাসনকৰ্তা পাতে। ১৮২৬ চনত অসম কোম্পানীৰ হাতলৈ যোৱাত কোম্পানীৰ লগত চুক্তি কৰি নিজৰ মুঠ পাইকৰ দুই তৃতীয়াংশ কোম্পানীক দি নিজৰ স্বতন্ত্ৰতা বহাল ৰাখিছিল। (১১৩, ২৬৩)

**সৰ্বেশ্বৰ চক্ৰৱৰ্তী** (১৯২০ ) জন্ম গুৱাহাটীৰ উজান বজাৰত। কলিকতাৰ প্ৰখ্যাত কেমেৰামেন কল্যাণ গুপ্তৰ ওচৰত চিনেমাৰ কাৰিকৰী দিশৰ শিক্ষা লয়। পিচত বোম্বাইলৈ গৈ তাৰ পৃথ্বী থিয়েটাৰত চিনেমা বিদ্যা শিকে। পৃথ্বী থিয়েটাৰৰ দলত যোগ দি ইন্দোৰ, নাছিক, নাগপুৰ আদি নানা ঠাই ঘূৰি থিয়েটাৰ সম্পৰ্কে অভিজ্ঞতা আৰ্জে।



সৰ্বেশ্বৰ চক্ৰৱৰ্তী

গুৱাহাটীলৈ উভতি আহি অভিনয়ত একাণপতীয়াকৈ লাগে। কামৰূপ নাট্য সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। ৰক্ষকুমাৰ, মণিৰাম দেৱান আদি থিয়েটাৰৰ একেধাৰে অভিনেতা আৰু পৰিচালক ৰূপে কৃতিত্ব লভিছিল। এই নামৰ দুখন ৰেকৰ্ড নাটিকাও কমল নাৰায়ণ চৌধুৰীৰ* লগত যুটীয়াকৈ পৰিচালনা কৰিছিল। 'বিষ্ণুশক্তি' ৰেকৰ্ড নাটিকা

নিজাকৈ পৰিচালনা কৰিছিল। অজস্ৰ থিয়েটাৰৰ উপৰিও ভালেমান চিনেমাতো অভিনয় কৰিছিল। সেইবোৰৰ ভিতৰত 'পাৰঘাট', 'বদন বৰফুকন', 'চাকনৈয়া', 'ভক্ত প্ৰহ্লাদ', 'লাচিত বৰফুকন' আৰু 'মণিৰাম দেৱান' লেখত লবলগীয়া। 'লাচিত বৰফুকন'ত নায়কৰ ভাও লৈছিল। (৬)

**সৰ্বেশ্বৰ বৰুৱা** ( ।৭।১৮৯১ ২।৭।১৯৭৫) জন্ম উত্তৰ লক্ষীমপুৰ জিলাৰ ধলপুৰ মৌজাৰ কাটনি গাঁৱত। পিতৃ পদ্মেশ্বৰ সেই মৌজাৰ মৌজাদাৰ আছিল। মাতৃ কোশেশ্বৰী। উত্তৰ লক্ষীমপুৰত এম.ভি. শিক্ষা সাং কৰি যোৰহাট চৰকাৰী



সৰ্বেশ্বৰ বৰুৱা

হাইস্কুলৰ পৰা ১৯০৭ চনত দুটা ৰূপৰ পদক সহ এন্ট্ৰেন্স পৰীক্ষা পাছ কৰে। ১৯১১ চনত কটন কলেজৰ পৰা বি.এ.পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায় আৰু ১৯১৫ চনত তাৰ পৰা বি.এল. উপাধি লয়। কলিকতা বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ এম. এ মহলাতো নাম লিখাইছিল, কিন্তু পিতৃ বিয়োগৰ বাবে উভতি আহি তেজপুৰত ওকালতি আৰম্ভ কৰে। ১৯১৮ চনৰ পৰা উত্তৰ লক্ষীমপুৰত ওকালতি কৰিছিল। কলিকতাত থকা কালত ১৯১২ চনত কলিকতাত বহা কংগ্ৰেছ অধিৱেশনত বোধনাথ পতংগীয়াৰ* সঁতে যোগ দিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত উত্তৰ লক্ষীমপুৰ অঞ্চলৰ নেতৃত্ব কৰিছিল। বিয়াল্লিশৰ আন্দোলনত এবছৰ সাতমাহ জেল খাটিছিল। ১৯২৪ চনৰ পৰা একেৰাহে ২৮ বছৰ ধৰি অসম ব্যৱস্থাপক সভাৰ সদস্য হৈ আছিল। সুদক্ষ আইনজ্ঞ আছিল অসম পৌৰসভা আইনকে ধৰি কেইবাখনো গুৰুত্বপূৰ্ণ আইন প্ৰণয়ন কৰিছিল। প্ৰখ্যাত প্ৰত্ন[illegible]কে তথা বুৰঞ্জীবিদো আছিল। চুটীয়া ৰজাৰ তামৰ ফলি[illegible] ধাৰ [illegible] অসমৰ অনেক ঐতিহাসিক তথ্যপাতি উদ্ধাৰ কৰিছিল। এই সম্পৰ্কে অসমৰ বিভিন্ন আলোচনীত অনেক মূল্যবান তথ্যপাতিও লিখিছিল। সাহিত্যতো বাপ আছিল স্কুলত থাকোঁতেই *ফুল* নামৰ স্কুলীয়া আলোচনীৰ সম্পাদনা কৰিছিল কবিতা আৰু গীতো ৰচিছিল। ১৯৩৫ চনত বহা অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। (৪৩, ৭৩ক, ৩৩৩)

**সৰ্বেশ্বৰ শৰ্মা কটকী** (১৩।১ ১৮৯২ ১০।৫।১৯৪৬) জন্ম গুৱাহাটীৰ চত্ৰাকাৰত। পিতৃ যোগেশ্বৰ, মাতৃ দ্ৰৌপদী। ১৯১৪ চনত কটন কলেজিয়েটৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম ভৰ্তি কৰে। ১৯১৮ চনত বি এ পৰীক্ষা দিয়ে যদিও পাছ কৰিব নোৱাৰাত গুৱাহাটী কাছাৰীত আমোলাৰ কামত সোমায়। ১৯২১ চনত কলেজিয়েট হাইস্কুলৰ শিক্ষক হয় আৰু জীৱনৰ শেষলৈকে ইয়াতে থাকে। *আৱাহন, চেতনা, বঁহী* আদি কাকতত প্ৰত্নতত্ত্ব সম্পৰ্কীয় ভালেমান প্ৰবন্ধ পাতি লিখিছিল। জীৱনী লেখক হিচাপেও নাম আছে। ৰচনা কবিতাৰ পুথি *মুৰলী*(১৯২১), আলোচনা গ্ৰন্থ— *তত্ত্ব আৰু তথ্য* (১৯২৬), *Antiquities of Assam, Ancient Assamese Scripts*, সম্পাদিত গ্ৰন্থ *অসমীয়া সাহিত্য কোষ* (১৯৩২), *Archeological and Sculptural Remains of Assam*, জীৱনী গ্ৰন্থ *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত* (১৯২৩), *সত্যনাথ বৰাৰ জীৱন চৰিত* (১৯২৯), নাটক— *ৰাস ক্ৰীড়া* (১৯৩১)। কাব্যৰূপ

অনুসন্ধান সমিতিৰ সম্পাদক ৰূপে বহুদিন আছিল। এই সূত্ৰে



সৰ্বেশ্বৰ শৰ্মাকটকী

সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ কেইবাখনো অধিৱেশনত যোগদান কৰিছিল। (১২,১৪,১৮৫)

**সৰ্বেশ্বৰী কুঁৱৰী** (১৮ শতিকা) : পিতৃ সলাল গোহাঁই, মাতৃ কেৰী। পূৰ্বৰ নাম অনাদৰী। মদম্বিকা কুঁৱৰীৰ* মৃত্যুৰ পিছত স্বৰ্গদেউ শিৱসিংহই* বিয়া কৰি ৰাজপাটত তোলে। কিন্তু বিয়াৰ দুবছৰৰ পিছতে শিৱসিংহৰ মৃত্যু হোৱাত বৰ্জা ভাগে। মাকৰ নামেৰে *কেৰী ৰাজমাও দ'ল* সজাইছিল। (৪৯,৬৮)

**সাগৰখৰি দৈৱজ্ঞ** (আ/১৮ শতিকা) : দৰং অঞ্চলৰ (কামৰূপৰ ?) লোক। *কুৰ্মবেলী বধ* কাব্যৰ ৰচক। (২০০,২০৭,২৬৬)

**সাৰংগধৰ ৰাজখোৱা** (২২।৭।১৯০৩ - ৪।৫।১৯৯০): জন্ম গোলাঘাটত। পিতৃ বেণুধৰ*। যোৰহাট চৰকাৰী হাইস্কুল, কটন কলেজ আৰু ১৯২৮ চনত কলিকতাৰ স্কটিছ চাৰ্চ কলেজত পঢ়ি বি. এ. উপাধি লয়। প্ৰথমে কিছুকাল ওকালতি কৰি ১৯৪০ চনত জয়পুৰ মৌজাৰ মৌজাদাৰ ৰূপে ছবছৰমান থাকে। ইয়াৰ পিছৰ তিনিবছৰমান চাহ বাগিচাত সহকাৰী সঞ্চালকৰ চাকৰি কৰি ডিব্ৰুগড়ত পুনৰ ওকালতি কৰিছিল। সংবাদদাতা হিচাপে সুদীৰ্ঘকাল ধৰি বিভিন্ন কাকতৰ লগত জড়িত আছিল। সংবাদ জগতৰ প্ৰতি আগবঢ়োৱা অৱদানৰ বাবে ১৯৮৬ চনত গুৱাহাটীত আৰু ১৯৮৭ চনত ডিব্ৰুগড়ত ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। অভিনয় আৰু সাহিত্য চৰ্চাতো ৰাপ আছিল। (৪০০)

**সাৰদাকান্ত শৰ্মা** (১৯১৪ ৭।৯।১৯৮৯) : জন্ম কামাখ্যাত। কামৰূপ একাডেমী স্কুল আৰু কটন কলেজৰ পৰা শিক্ষা লৈ স্নাতক হয়। অসম চৰকাৰৰ গীত মাত আৰু প্ৰচাৰ বিভাগত কিছুকাল চাকৰি কৰি ১৯৪৯ চনত ৰিজাৰ্ভ বেংকৰ গুৱাহাটী শাখাত সহকাৰী কোষাধ্যক্ষৰূপে কামত সোমায় আৰু ১৯৭৪ চনত উপ কোষাধ্যক্ষ ৰূপে কামৰ পৰা অৱসৰ লয়। সংগীতজ্ঞ, অভিনেতা আৰু নাট্যকাৰ আছিল। ভালেমান গীত লিখি তাতে নিজে সুৰ দি গাইছিল। সিবোৰৰ ভিতৰত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ *গাঁৱলীয়া ৰাইজৰ মেল*-ত প্ৰচাৰিত হোৱা *ৰাইজেই মোৰ ৰজা ঐ* গীতটি লেখত লবলগীয়া। সুদক্ষ বেহেলা বাদকো আছিল। অভিনয় কৰাৰ উপৰি ও ভালেমান নাটক বঙালীৰ পৰা অনুবাদ কৰিছিল আৰু সেইবোৰত নিজে ভাও দিছিল। *ৰাণা প্ৰতাপ* নামৰ এখন মৌলিক নাটক লিখিছিল। *কামাখ্যা নাট্য সমিতি* ৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। (৪০০)

**সাৰদা বৰদলৈ** (২২।৮।১৯০২ ৫।১০।১৯৮৫) : জন্ম নগাঁৱৰ হয়বৰ গাঁৱত। পিতৃ ভগীৰথ, মাতৃ বমা। ককাদেউতাক আছিল ৰুদ্ৰৰাম বৰদলৈ*। ১৯২১ চনত যষ্ঠমান শ্ৰেণীত থাকোতেই অসহযোগ আন্দোলনত যোগ দি ছমাহ কাৰাদণ্ড ভোগে। জেলৰ পৰা আহি ভিনিহিয়েকৰ লগত থাকি পলাশবাৰী হাইস্কুলত নাম লগায়। তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি (এতিয়াৰ) পশ্চিম বংগৰ বহৰমপুৰ ইঞ্জিনিয়াৰিং ইনষ্টিটিউটত ভৰ্তি হয়। তাত ভাল নাপাই কলিকতাৰ বংগবাসী কলেজত নাম লগায়। অভিনয়ত লাগি থাকি বি.এ পাছ কৰিব

নোৱাৰিবসে। ১৯২৬ ৩০ চনত ঘৰলৈ আহি নগাঁও *নাট্য মন্দিৰ* আৰু *বীণাপাণি নাট্যমন্দিৰৰ* সক্ৰিয় সদস্য হৈ অভিনয়ত একাণপতীয়াকৈ লাগে। খ্যাতিমান মঞ্চাভিনেতা আছিল।



সাৰদা বৰদলৈ

১৯৭৬ চনত অসম সাহিত্য সভাৰ টিহু অধিৱেশনত সাংস্কৃতিক অনুষ্ঠান মুকলি কৰিছিল। ১৯৭৬ চনত সাহিত্যিক পেঞ্চন পায়। বাৰখনমান পূৰ্ণাংগ নাটৰ ৰচক। তাৰে উল্লেখযোগ্য সমূহ হ'ল *পহিলা আঁৰখ* (১৯৫৬), *সেই বাটেদি* (১৯৫৭) আৰু কৃষ্ণকান্ত ভট্টাচাৰ্যৰ* সৈতে যুটীয়াকৈ লিখা *মগাৰিবৰ আজান*(১৯৪৮)। (৫০,২৬৬,৩৬৩)

**সাৰ্বভৌম ভট্টাচাৰ্য** (১৬ ১৭ শতিকা) : কামৰূপৰ শাক্ত পণ্ডিত। নিজ স্বীকাৰোক্তি মতে শংকৰদেৱৰ* লগত বাদ কৰি পৰাজিত হৈ কাশীলৈ যায় আৰু তাত বিশ্বেশ্বৰ চক্ৰৱৰ্তী নামে এজন পণ্ডিতৰ অধীনত বেদাধ্যয়ন কৰে। তাতে হৰিনামৰ মাহাত্ম্য বুজি আহি শংকৰদেৱত শৰণ লয়হি। পদ্মপুৰাণ আৰু অন্যান্য শাস্ত্ৰৰ ওপৰত ভেঁজা দি *ক্ষুদ্ৰ স্বৰ্গখণ্ড আৰু বৃহৎ স্বৰ্গখণ্ড* নামে দুখন পুথি ৰচনা কৰিছিল, য'ত শংকৰদেৱৰ মাহাত্ম্য প্ৰচাৰ কৰা হৈছে। পুথি দুখনত পৰৱৰ্তী কালৰ কথাৰ উৎপ্ৰেক্ষাই সাৰ্বভৌমৰ প্ৰকৃত অস্তিত্ব সম্পৰ্কে সন্দেহৰ সৃষ্টি কৰে। (২০০, ২৬৬)

**সিংহদত্ত দেৱ অধিকাৰী** (১৮৯০ ২।৩।১৯২৫) : জন্ম পলাশবাৰীৰ ওচৰৰ নহিৰা সত্ৰত। পিতৃ মহোদত্ত সেই সত্ৰৰ অধিকাৰী আছিল। ১৯১০ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ



সিংহদত্ত দেৱঅধিকাৰী

পৰা এণ্ট্ৰেন্স পাছ কৰি কটন কলেজত পঢ়িছিল। কিন্তু আই.এ পৰীক্ষা নিদিয়াকৈয়ে পুলিচৰ চাকৰিত সোমাই শিলঙলৈ যায়। ১৯২২ চনত চাকৰি এৰি গুৱাহাটীলৈ আহে আৰু ব্যৱসায়ত নামে। ১৯২৩ চনত গুৱাহাটীত এটা প্ৰেছ আৰু *অৰ্ঘ্য পাব্লিছিং হাউচ* খোলে। পদ্মধৰ চলিহাৰ* সহ সম্পাদনাত *অৰ্ঘ্য* নামৰ এখন পষেকীয়া আলোচনীও উলিয়ায়। সাহিত্য চৰ্চা কৰিছিল। প্ৰকাশিত পুথি - *সাধুচৰিত* (১৯১৫); কবিতাপুথি- *বেণু* (১৯১৮) আৰু *কবিতা লহৰী* (১৯১৮)। *অম্বা* নামৰ এখনি গীতিনাট্যও ৰচনা কৰিছিল। *আদৰ্শ পাঠ* নামৰ এখন পাঠ্যপুথিও লিখিছিল। (৮, ১৩, ১৬৩, ২৫৭)

**সিদ্ধনাথ বিদ্যাবাগীশ** (১৯ শতিকা) : কোচবিহাৰৰ বাগবাৰবাৰীৰ মানুহ। কোচ ৰজা নৃপেন্দ্ৰ নাৰায়ণ দেৱ ভূপ বাহাদুৰৰ দ্বাৰপণ্ডিত আছিল। পুৰুষোত্তম বিদ্যাবাগীশৰ* ৰত্নমালা ব্যাকৰণৰ টীকা গ্ৰন্থ *গূঢ় প্ৰবেশিকাৰ* (১৮৯০) ৰচক। (২৩৩)

**সিদ্ধিনাথ শৰ্মা** (১৮।৫।১৮৯১-১৮।৫।১৯৬৬) : জন্ম

বঙিয়াত। পিতৃ দণ্ডীনাথ। কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্রেন্স, কটন কলেজৰ পৰা বি.এচ.চি. আৰু আৰ্ল.ল. কলেজৰ পৰা আইনৰ পৰীক্ষা পাছ কৰি ১৯২৪ চনৰ পৰা গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ছাত্ৰাৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দিছিল। ১৯৪০ আৰু ১৯৪২ চনত দুবাৰো কাৰাবাস খাটিছিল। ১৯২৬ চনৰ পৰা ১৯৩৭ চনলৈকে গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক আছিল। ১৯৩৭ ৫০ কালছোৱা অসম প্ৰদেশ কংগ্ৰেছৰ সম্পাদকৰ দায়িত্বত আছিল। কিছুকাল (১৯৫০ ৫২) নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ ব্যৱস্থাপক সভাৰ সদস্য আছিল। ১৯৩৭ চনত অসম বিধান সভালৈ নিৰ্বাচিত হয়। তেতিয়াৰ পৰা বহু বাৰ একেৰাহে বিধান সভাত আছিল আৰু গোপীনাথ বৰদলৈ*, বিষ্ণুৰাম



সিদ্ধিনাথ শৰ্মা

মেধি* আৰু বিমলা প্ৰসাদ চলিহাৰ* মন্ত্ৰীসভাৰ সদস্যৰূপে পৰিবহন, গডকাপ্তানী, খাদ্য, জলসিঞ্চন আদি বিভিন্ন দায়িত্বত আছিল। (৪৩, ৪৩ক)

**সিন্ধুৰা হাজৰিকা** (১৮ শতিকা) : নগাঁৱৰ মানুহ। মোৱামৰীয়া বিদ্ৰোহৰ কালত গৌৰীনাথ সিংহ* উজনিৰ পৰা ভাগি আহি নগাঁৱৰ ৰূপহীত বাহৰ পাতি থাকোতে বহুতো নগঞা মানুহক লগতলৈ বজাক খেদি গৈছিল যাৰ ফলত বজা নগাঁও এৰি গুৱাহাটীলৈ যাবলৈ বাধ্য হয়। গৌৰীনাথৰ পিছত কমলেশ্বৰ সিংহ* বজা হৈ তেওঁক শৰ্ডগাঁৱলৈ ধৰাই নিয়ে আৰু সপুত্ৰে হত্যা কৰে। (৬৮, ২৯১)

**সীতানাথ ব্ৰহ্মচৌধুৰী** (৮।১০।১৯০৮ ২৩।১১।১৯৮২) : জন্ম কোকৰাঝাৰৰ ভালুকমাৰী গাঁৱত। পিতা মনবৰ, মাতৃ



সীতানাথ ব্ৰহ্মচৌধুৰী

লক্ষ্মী। ঘিলাগুৰি প্ৰাথমিক বিদ্যালয, পুথিমাৰী এম.ভি.স্কুল, আৰু ধুবুৰী, তেজপুৰ আৰু শিৱসাগৰৰ চৰকাৰী হাইস্কুলত পঢ়ি ১৯৩০ চনত প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে। এবাধৰাকৈ পঢ়ি ১৯৩৬ চনত কটন কলেজৰ পৰা বি.এ. উপাধি লয়। গুৱাহাটীৰ আৰ্ল.ল. কলেজতো নাম লগাইছিল যদিও আইনৰ উপাধি লোৱা নহ'ল। শিক্ষা সাং কাৰ সমাজ সেৱাত লাগে। ১৯৩৯ চনত বীৰঝৰা হাইস্কুল স্থাপন কৰে। বিজনী বিদ্যাপীঠ, বঙ্গাইগাও কলেজ আদিৰ স্থাপনতো আগভাগ লৈছিল। ১৯৪৬ চনত ধুবুৰী লোকেলবোৰ্ডৰ ভাইচ চেয়াৰমেন হয়। ১৯৫২ চনত গোৱালপাৰা গাৰোপাহাৰ সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে লোকসভাৰ নিৰ্বাচনত নামি জয়লাভ কৰে। ১৯৫৫ চনত ৰাষ্ট্ৰসংঘৰ ফুড এণ্ড এগ্ৰিকালচাৰ অৰ্গেনাইজেশ্যনৰ ভাৰতীয় প্ৰতিনিধি নিৰ্বাচিত হয়। অসমৰ অন্যতম কবি। ৰচনা— *কদমকলি* (১৯২৫), *আবেগৰ চকুলো* (১৯২৯)

আৰু *ফুলেশ্বৰী দৈমাৰী* (১৯৭৬)। ১৯৩৯ চনত *গাওঁ সংগঠন* নামৰ এখন পুথিও লিখিছিল। ১৯৭৫ চনত অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন পায়। ১৯৭৫, ৭৭ আৰু ৭৯ চনৰ অধিৱেশনত অসম সাহিত্য সভাই সম্বৰ্ধনা জনাইছিল। সাহিত্য সভাৰ তিনিচুকীয়া (১৯৮১) আৰু ডিফু (১৯৮২) অধিৱেশনৰ পৌৰোহিত্য কৰিছিল। (৭২, ১২৫, ২০৭)

**সুকবি নাৰায়ণদেৱ** (আ.১৭ শতিকা) : ব্ৰাহ্মণ কুলত জন্ম। দৰঙী ৰজা ধৰ্মনাৰায়ণৰ* দিনৰ লোক আছিল। সম্ভৱত ৰজাৰ নিৰ্দেশতে তেঁও *পদ্মা পুৰাণ* ৰচনা কৰে। তেঁওৰ মনসা গীতবোৰ *সুকনান্নী* নামে জনাজাত। (২০০, ২০৭, ২৬৬)

**সুকুমাৰ বৰকাথ** (১৮ শতিকা) : স্বৰ্গদেউ শিৱসিংহ* আৰু ৰাণী অম্বিকাদেৱীৰ* নিৰ্দেশত ১৭৩৪ চনত শুভনাথ প্ৰণীত *গজেন্দ্ৰ চিন্তামণি* নামৰ সংস্কৃত পুথিৰ আধাৰত *হস্তীবিদ্যাৰ্ণৱ* পুথি ৰচনা কৰিছিল। (২০০, ২১৯, ২৬৬)

**সুখলতা দুৱৰা** (১৮৯৮ ?) : জন্ম কলিকতাত। পিতৃ ৰমাকান্ত বৰকাকতী*, মাতৃ পৱিত্ৰী। কলিকতাৰ বেথুন স্কুল আৰু বেথুন কলেজত পঢ়ি বি.এ. পাছ কৰাৰ পিছত কলিকতা বিশ্ববিদ্যালয়ত নাম লগায়। ১৯২১ চনত ভাৰতীয় ভাষা বিষয়ত বায়েক সুধালতাৰ* সৈতে একেলগে প্ৰথম শ্ৰেণী লাভ কৰে। বায়েকৰ দৰে সুখলতাও অসমৰ প্ৰথম মহিলা বি.এ. আৰু এম.এ.। লাহোৰত ন-কৈ খোলা কলেজ এখনৰ অধ্যক্ষা আছিল। বানাৰসী দাস নামে আগ্ৰাৰ চিভিল চাৰ্জন এজনৰ সৈতে বিয়া সোমাইছিল। (২১৭, ৩৩৫)

**সুধালতা দুৱৰা** (২৫।১০।১৮৯৬-৫।৫।১৯২৮) : জন্ম কলিকতাত। পিতা ৰমাকান্ত বৰকাকতী*, মাতৃ পৱিত্ৰী। কলিকতাৰ জানানা মিছন পাঠশালাৰ পৰা প্ৰাথমিক শিক্ষা সাং কৰি বেথুন স্কুলত নাম লগায়। ১৯১৪ চনত ছাত্ৰীসকলৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি বেথুন কলেজত ভৰ্তি হয়। ১৯১৮ চনত তাৰ পৰা সংস্কৃত সন্মান সহ বি.এ.ডিগ্ৰী লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ত এম.এ. পঢ়ে। ১৯২১ চনত ভাৰতীয় ভাষা বিষয়ত আঠখন কাকতৰ ভিতৰত সাতখনতে সৰ্বোচ্চ নম্বৰ পাই, সৰ্বমুঠ সাতোটা পুৰস্কাৰ সহ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এ. পাছ কৰে। ১৯২৩ চনত বি.টি. উপাধিও লয়। বেথুন আৰু গিৰিধি ছোৱালী হাইস্কুলত কিছুদিন শিক্ষকতা কৰাৰ পিছত এলাহাবাদৰ ক্ৰষ্টৱেইট কলেজৰ সংস্কৃত, তৰ্কবিজ্ঞান আৰু ইংৰাজীৰ অধ্যাপিকা হয়গৈ। ১৯২৫ চনত সেই কলেজৰ অধ্যক্ষা হয়। ভায়েক মণিলালৰ সৈতে গুৱাহাটীলৈ ৰেলেৰে আহোঁতে খাদ্যৰ বিষক্ৰিয়াত হঠাতে মৃত্যু ঘটে। অবিবাহিতা আছিল। অসমৰ প্ৰথম মহিলা বি.এ., বি.টি আৰু এম.এ.। সুখলতা দুৱৰাৰ* বায়েক। (২১৭, ৩৩৫)

**সুন্দৰ নাৰায়ণ : মহেন্দ্ৰ নাৰায়ণ চাওক।**

**সুপ্ৰতিষ্ঠিত বৰ্মন**( ? আ. ৫৯৪) : পিতৃ সুস্থিত বৰ্মন*। মাতৃ শ্যামাদেৱী। পিতৃৰ মৃত্যুৰ পিছত মাত্ৰ এবছৰ কামৰূপ ৰাজ্য শাসন কৰাৰ পিছত মৃত্যু হয়। ভাস্কৰ বৰ্মনৰ* জ্যেষ্ঠ ভ্ৰাতা। (৪৪, ১২৮, ২৯৮)

**সুপ্ৰভা দত্ত** (১৯০৬-৬।১২।১৯৭৯) : জন্ম ডিব্ৰুগড়ত। পিতা মাণিকচন্দ্ৰ দত্ত, মাতৃ তিলোত্তমা, স্বামী গোপালচন্দ্ৰ দত্ত। বিয়াল্লিশৰ পটভূমিত *এমুঠি মানুহ এখন দেশ* আৰু *মালাৱতী* নামে দুখন নাট প্ৰকাশ কৰিছিল। অনেক নাট আৰু কবিতা পুথি অপ্ৰকাশিত অৱস্থাত আছে। (২৬১)

**সুবুদ্ধি দাস ৰায়** (১৭-১৮ শতিকা) : ভৱানী দাস* আৰু গংগা দাস সেনৰ লগহে *জৈমিনীয় অশ্বমেধ* নামৰ পুথি ভাঙনি কৰিছিল। বাঙালী লোক বুলিও দাবী কৰা হয়। (২০০, ২৬৬)

**সুব্ৰতানন্দ দুৱৰা** (৭।৭।১৯৫৬-১৯৮৮): জন্ম ডিব্ৰুগড়ত। পিতৃ বিমলানন্দ, মাতৃ বেণুমালা। ডিব্ৰুগড়,

শ্বিলং আৰু গুৱাহাটীৰ ডনবস্কো স্কুলত পঢ়ি ১৯৭৪ চনত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিচত কটন কলেজত নাম লগাই প্ৰাক-বিশ্ববিদ্যালয়ৰ পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম স্থান পায়। 'ইণ্ডিয়ান ইনষ্টিটিউট অৱ টেকনলজি'ৰ বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈছিল যদিও কটন কলেজৰে বিজ্ঞান শাখাত নাম লগাই ১৯৭৮ চনত গণিতত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান সহ বি.এছ্-ছি. পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ দুবছৰ পিছত কটন কলেজৰ পৰা গণিতত পুনৰ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম.এছ্-ছি. পাছ কৰে। ইয়াৰ পিছত বাংগালোৰলৈ গৈ তাৰ 'ইণ্ডিয়ান ইনষ্টিটিউট অৱ চায়েঞ্চৰ' পৰা ফলিত গণিতত ডক্টৰেট উপাধি লয়। গৱেষণা-পত্ৰত তেওঁৰ প্ৰতিভা দেখা পাই কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক আৰু বৰ্তমানৰ ডান্দি বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক ভি. এছ. জ'নচে তেওঁক স্কটলেণ্ডলৈ আমন্ত্ৰণ জনায়। তাতে গণিতৰ গৱেষণাত লাগি থাকোঁতে অতি কম বয়সতে হঠাৎ মৃত্যু হয়। (৪০০)

**সুৰেন বৰদলৈ** (২০ শতিকা) : যোবহাটব মানুহ। চতুৰ্থ দশকমানত কলিকতালৈ গৈ তাৰ আৰ্ট স্কুলব ডিপ্লোমা লৈছিল। আধুনিক অসমীয়া চিত্ৰকলাব অন্যতম পথিকৃৎ। (১৪২)

**সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই** (১৭।১১।১৯০৪ - ?): জন্ম যোৰহাটত। পিতৃ লোকেশ্বৰ। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, কটন কলেজ আৰু কলিকতাৰ চেণ্ট জেভিয়াৰ্ছ কলেজৰ পৰা বি.এছ্-ছি., আৰ্ল ল কলেজ আৰু কলিকতাৰ ইউনিভাৰ্চিটি ল কলেজৰ পৰা বি.এল. পাছ কৰি যোৰহাটত ওকালতি আৰম্ভ কৰে ; লগতে ৰাজনীতিতো যোগ দিয়ে। অসম ছাত্ৰ সন্মিলনৰ সাধাৰণ সম্পাদক আছিল। ১৯৪৩ চনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে অসম ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হয়। ১৯৪৫-৪৬ চনত মন্ত্ৰীপদ পায়। ১৯৫০ চনত লোকসভাৰ সদস্য হৈ কেন্দ্ৰীয় মন্ত্ৰীসভাৰ উপমন্ত্ৰী হয়গৈ আৰু ১৯৫৭ চনলৈকে এই পদত থাকে। কেন্দ্ৰীয় মন্ত্ৰীসভাৰ প্ৰথম অসমীয়া মন্ত্ৰী আছিল। (৩২৪, ৩২৫)

**সুৰেন্দ্ৰমোহন দাস** (১৯০১-১৭।১০।১৯৬৮): জন্ম গোৱালপাৰা জিলাৰ অভয়াপুৰীৰ ওচৰৰ ধৰ্মপুৰত। অভয়েশ্বৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা বি.এ. আৰু কলিকতা বিশ্ববিদ্যালয়ৰপৰা ইংৰাজী সাহিত্যত এম.এ. উপাধি লয়। পিছত ঢাকা বিশ্ববিদ্যালয়ৰ পৰা বি.টি. উপাধিও লাভ কৰে। বিভিন্ন শিক্ষানুষ্ঠানত শিক্ষকতা কৰি কটন কলেজত ইংৰাজী সাহিত্যৰ অধ্যাপক নিযুক্ত হয়। তদুপৰি গুৱাহাটীৰ বি. বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যাপক আছিল। ১৯৬৩ চনত কটন কলেজৰপৰা অৱসৰ লৈ বি. বৰুৱা কলেজৰ ক্ৰমে উপাধ্যক্ষ আৰু অধ্যক্ষৰ দায়িত্ব বহন কৰে। 'বাঁহী', 'আৱাহন', 'জয়ন্তী', 'চেতনা' আদি আলোচনীত ভালেমান প্ৰৱন্ধ-পাতি লিখিছিল। সিবোৰৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা* সম্পাদিত 'বাঁহী'ত লিখা *'ছন্দ'* শীৰ্ষক প্ৰৱন্ধলানি লেখত লবলগীয়া। *'টলষ্টয়ৰ সাধু'* আৰু *'যুদ্ধ আৰু শান্তি'* শীৰ্ষক টলষ্টয়ৰ দুখন গ্ৰন্থৰ অনুবাদক। দ্বিতীয়খন গ্ৰন্থৰ বাবে তেওঁক প্ৰথম শ্ৰেণীৰ 'ছোভিয়েট দেশ নেহৰু বঁটা' প্ৰদান কৰা হয়, লগতে ছোভিয়েট দেশ ভ্ৰমণৰো সুবিধা পায়। ভ্ৰমণৰ পিছত *'টলষ্টয়ৰ দেশত'* নামৰ এখন গ্ৰন্থ লিখে। টলষ্টয়ৰ জীৱন আৰু দৰ্শনৰ বিষয়ে লিখা এখন গ্ৰন্থ অপ্ৰকাশিত। দুখনমান ইংৰাজী পাঠ্যপুথিৰো ৰচক। (৪০০)

**সুৰেশ গোস্বামী** (১৯১৪-?) : জন্ম ধুবুৰীত। পিতৃ কমলেশ্বৰ, মাতৃ নিমেশ্বৰী। টীয়কত মোমায়েকৰ ঘৰত থাকি ডাঙৰ-দীঘল হয়। ১৯৩৪ চনত কটন কলেজৰ পৰা বি.এ. পাছ কৰে।

চাকৰিৰ সন্ধানত শ্বিলঙলৈ গৈ জীৱেশ্বৰ গোস্বামীৰ* সান্নিধ্যলৈ আহে। তাতে দুয়োৰে যুটীয়া প্ৰচেষ্টাত জন্ম হয় *কামৰূপী নৃত্য সংঘ* (১৯৩৭)। দলটোৱে অসমৰ বিভিন্ন ঠাইত, এনেকি অসমৰ বাহিৰতো নৃত্য পৰিৱেশন কৰিছিল। অসমৰ বাহিৰত নৃত্য প্ৰদৰ্শন কৰা প্ৰথম অসমীয়া ব্যক্তি। বিষ্ণু প্ৰসাদ ৰাভাকো* কিছুদিন নৃত্য শিকাইছিল। অভিনয় জগতৰ লগতো জড়িত আছিল। তেওঁ নিজে লিখা আৰু পৰিচালনা কৰা কথাছবি *ৰুনুমী* ১৯৪৮ চনত মুক্তি পায়। কেইবাখনো নাট আৰু উপন্যাস ৰচনা কৰাৰ উপৰিও অসমৰ নৃত্য-নাট্য সম্পৰ্কে গৱেষণাও কৰিছিল। এই বিষয়ে লিখা উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল— *অসমৰ নাট্য নৃত্যকলা* (১৯৭৮), *শংকৰী নাট্য নৃত্যকলা* (১৯৮২) আৰু *ভাৰতৰ নাট্যকলা* । (৫০)

**সুস্থিত বৰ্মন** (? — আ. ৫৯৩). পিতৃ স্থিতি বৰ্মণ*। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় সাত বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮,২৯৮)

**সূৰ্যকুমাৰ ভূঞা** (২৭।১।১৮৯৪ ৫।৭।১৯৬৪) . জন্ম নগাঁৱৰ ফৌজদাৰী পট্টিত। পিতৃ বিহাৰৰ কৌনৰ সিঙৰ বংশৰ ৰবিলালে নগাঁৱৰ কাছাৰীত আমোলা কাম কৰিছিল। মাতৃ ভুৱনেশ্বৰী। ১৯০৪ চন মানলৈকে নগাঁৱতে পঢ়া শুনা কৰি শ্বিলং চৰকাৰী স্কুলত নাম লগায়। ১৯০৯ চনত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু কটন কলেজত ভৰ্তি হয়। তাৰ পৰা বঁটা আৰু পদক সহ প্ৰথম বিভাগত আই এ. পাছ কৰি কলিক তালৈ যায়। ১৯১৩ চনত প্ৰেচিডেন্সী কলেজৰ পৰা ইংৰাজীত সন্মান সহ বি.এ পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাতে এম.এ. আৰু আইন পঢ়ে। ১৯১৬ চনত ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ স্নাতক উপাধি পায়। বি.এল উপাধি লয় ১৯২৪ চনত। যোৰহাটৰ মিছন স্কুলত দুবছৰ শিক্ষকতা কৰাৰ পিছত ১৯১৮ চনত কটন কলেজৰ অধ্যাপক নিযুক্ত হয়। এই কলেজৰ প্ৰথম অসমীয়া অধ্যাপক। ১৯৩৬ চনত বিলাতলৈ যায় আৰু তাৰ লণ্ডন স্কুল অৱ ওৰিয়েণ্টেল ষ্টাডিজত ইংৰাজ-অসমীয়া সম্পৰ্ক বিষয়ে গৱেষণা কৰি ১৯৩৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি.এইচ.ডি উপাধি লয়। এই কালছোৱাত কিছুদিন ওৰিয়েণ্টেল ষ্টাডিজৰ অসমীয়া বিভাগৰ অতিৰিক্ত অধ্যাপকো



সূৰ্যকুমাৰ ভূঞা

হৈছিল। (একে বিশ্ববিদ্যালয়ৰ পৰাই ডি লিট উপাধি লৈছিল ১৯৫১ চনত)। বিলাতৰ পৰা উভতি আহি পুনৰ কটন কলেজত যোগদান কৰি ১৯৪৭ চনলৈকে তাতে থাকে। মাজতে কিছুকাল বিশ্ববিদ্যালয় আয়োগৰ স্পেচিয়েল অফিচাৰ (১৯৪০ ৪১) আৰু অসম উপত্যকাৰ ইন্সপেক্টৰ অৱ স্কুলচ (১৯৪১ ৪২) হৈছিল। ১৯৪৬ চনত কটন কলেজৰ প্ৰিন্সিপাল, দুবছৰৰ পিছত অসমৰ শিক্ষাধিকাৰ হৈ তাৰ এবছৰৰ পিছত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লয়। ১৯৫২ ৫৩ চনত ৰাজ্যসভাৰ সদস্য, ১৯৫৭ ৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হয়।

বিভিন্ন বিদ্যায়তনিক আৰু সামাজিক কামৰ লগত জড়িত আছিল। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অন্যতম প্ৰতিষ্ঠাতা। এচিষ্টেণ্ট ডাইৰেক্টৰ (১৯২৮ ৩৩), ডাইৰেক্টৰ (১৯৩৩ৰ পৰা এবা ধৰাকৈ ১৯৫৭ পৰ্যন্ত) আদি ৰূপত এই অনুষ্ঠানটোৰ লগত নিবিড়ভাৱে জড়িত আছিল। কেইবাবছৰো ধৰি (১৯২১ ২২, ১৯২৬ ২৯) কামৰূপ অনুসন্ধান সমিতিৰো সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডচ কমিছনৰ সদস্য আছিল বহু বছৰ কাল (১৯২৮-৪৭)। এচিয়াটিক চোচাইটি অৱ বেংগল আৰু এচিয়াটিক চোচাইটি অৱ গ্ৰেট বৃটেইন এণ্ড আয়াৰলেণ্ডৰ সভ্য নিৰ্বাচিত হৈছিল। কটন কলেজত অধ্যাপনা কৰা কালত ইয়াৰ মুখপাত্ৰখনৰ সম্পাদনা কৰিছিল কেইবাবাৰো (১৯২৬-২৯, ১৯৩৩-৩৪)। নগাঁৱত বহা অসম ছাত্ৰ সম্মিলন (১৯৩৩), ধুবুৰীত বহা অসম সাহিত্য সভাৰ বুৰঞ্জী শাখা (১৯২৮), শ্বিলঙত বহা অসম সাহিত্য সভাৰ মূল অধিৱেশন (১৯৫৩), গোৱালিয়ৰত বহা ইণ্ডিয়ান হিষ্টৰিকেল কংগ্ৰেছ (১৯৫২) আদিৰ সভাপতি আছিল। বৃটিছ চৰকাৰৰ পৰা *ৰায় বাহাদুৰ*(১৯৩৩) আৰু *এম.বি.ই* (১৯৪৬) খিতাপ আৰু স্বাধীন চৰকাৰৰ পৰা *পদ্মশ্ৰী* (১৯৫৬) সন্মান লাভ কৰিছিল।

খ্যাতিমান সাহিত্যিক তথা বুৰঞ্জীবিদ। জীৱনী আৰু বুৰঞ্জী মূলক পুথি— *গোপালকৃষ্ণ গোখলে* (১৯১৬) *আহোমৰ দিন* (১৯১৮), *আনন্দৰাম বৰুৱা* (১৯২০) *ৰবীন্দ্ৰনাথ ঠাকুৰ* (১৯২০), *An Assamese Nurjahan* (১৯২৬), *জোনাকী চানেকী, Early British Relations With Assam*(১৯২৮), *Preliminary Report on the Old Records of Assam Government*(১৯৩০), *Tungkhungia Buranji*(১৯৩৩), *অসম জীয়ৰী*(১৯৩৫), *Assamese Literature, Ancient & Mordern*(১৯৩৬) *Lachit Barphukan & His Times, Annals of the Delhi Badshahate* (১৯৪৭), *কোঁৱৰ বিদ্ৰোহ* (১৯৪৮), *Anglo Assamese Relations* (১৯৫০), *ৰমণী গাভৰু, বুৰঞ্জীৰ বাণী* (১৯৫১) *বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা* (১৯৫৫), *মীৰজুমলাৰ অসম আক্ৰমণ* (১৯৫৬), *Studies in the Literature of Assam* (১৯৫৬), *Aton Buragohain & His Times*(১৯৫৭), *হৰিহৰ আতা*(১৯৬২), *লাচিত বৰফুকন*, (১৯৬২), *শৰাইঘাটৰ সুবচনী* (১৯৬৩), *স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ* (১৯৭৫)। স্মৃতিচাৰণ মূলক পুথি— *The Seven Hindrances* (১৯৫৫), *Men I have Met* (১৯৬২), *London Memories.*

কবিতাপুথি—নিৰ্মালি (১৯১৮), *জয়মতী উপাখ্যান* (১৯২০, *ভানুনন্দন নামেৰে*)। গল্পপুথি—*পঞ্চামী* (১৯২৭)। সম্পাদিত গ্ৰন্থ—*বৰফুকনৰ গীত* (১৯২৪), *অসম বুৰঞ্জী, কামৰূপৰ বুৰঞ্জী* (১৯৩০), *দেওধাই অসম বুৰঞ্জী, তুঙখুঙীয়া বুৰঞ্জী* (১৯৩২), *অসমৰ পদ্য বুৰঞ্জী* (১৯৩৩), *পাদশাহ বুৰঞ্জী* (১৯৩৫), *কছাৰী বুৰঞ্জী* (১৯৩৬), *ত্ৰিপুৰা বুৰঞ্জী* (১৯৩৮), *An Account of Assam*(১৯৪০), *অসম বুৰঞ্জী*(১৯৪৫), *সাতসৰী অসম বুৰঞ্জী* (১৯৬০)। (১৪, ১২৬, ১৪৮, ২০৭, ২১৪)

**সূৰ্যখৰি দৈৱজ্ঞ** (১৮-১৯ শতিকা) : দৰং অঞ্চলৰ লোক। দৰঙী ৰজা সমুদ্ৰ নাৰায়ণৰ আদেশত ১৮০৬ চন মানত *দৰং ৰাজবংশাৱলী* ৰচনা কৰে। *ৰাজমাৰ্তণ্ড* নামৰ এখন পুথিৰ টীকাও লিখিছিল। আহোম ৰজাৰ পৰা ভূ-সম্পত্তি দান হিচাপে পাইছিল। (২০০, ২০৭, ২৬৬)

**সূৰ্য নাৰায়ণ** (?-১৬৮২) : পিতৃ চন্দ্ৰনাৰায়ণ*। পিতৃৰ মৃত্যুত দৰঙৰ শাসনকৰ্তা হয়। ১৬৮২ চনত মনচুৰ খাঁৰ নেতৃত্বত মোগলে দৰং আক্ৰমণ কৰে আৰু তেওঁক বন্দী কৰি দিল্লীলৈ লৈ যায়। দিল্লীৰ পৰা কোনো মতে পলাই সাৰিল যদিও ইতিমধ্যে ভায়েক ইন্দ্ৰনাৰায়ণে* দৰঙৰ ৰাজপাট লোৱাত পুনৰ ৰজা হবলৈ পোৱা নাছিল। (৬৮, ২৯১)

**সূৰ্যবৰ সোণামুৱা বৰদলৈ** (১৫৬৩ -?) : আন নাম দৈত্যাৰি। পিতৃ দয়াশীল পণ্ডিত লক্ষ্ণৌ অঞ্চলৰ মানুহ আছিল। ১৫০৮ চনত দিহিঙীয়া কোঁৱৰ গংগাস্থানলৈ যাওঁতে দয়াশীলক লগ পাই তেওঁক সপৰিয়ালে লৈ আহি স্বৰ্গদেউ চুহুংমুঙৰ* ওচৰ পোৱায়হি। স্বৰ্গদেৱে তেওঁক কলীয়াবৰত মাটি বৃত্তি

দি সংস্কৃত, নাগেৰি আৰু জ্যোতিষ শিকাবলৈ টোল পাতি দিয়ে। পিতৃৰ মৃত্যুত সূৰ্যবৰ ইয়াৰ অধ্যাপক হয়। ১৫৬৩ চনত চিলাৰায়ৰ* হাতত চুখামফা পৰাস্ত হোৱাত তেওঁ পুনৰ ৰজা হ'ব বুলি সূৰ্যবৰে ভৱিষ্যদ্বাণী কৰে। এই বাণী ফলিওৱাত ৰজাই তেওঁক *সোণামুৰা* নাম দি অনেক মাটি বৃত্তি দি সকলো বৰদলৈৰ ওপৰত ৰাজচ'ৰাত স্থান দিয়ে। তেতিয়াৰ পৰা *সোণামুৰা বৰদলৈ* নামে জনাজাত হৈ পৰে। হৰকান্ত সদৰামীনৰ* উপৰি পুৰুষ। (৫৩)

**সূৰ্য বৰা** (১৯২৬-৮।৭।১৯৬০) : জন্ম নগাঁৱৰ জাগীত। পিতৃ ভুবনচন্দ্ৰ, মাতৃ মনোৰমা। ১৯৪৬ চনত কাৰ্যালয় সহকাৰী



সূৰ্য বৰা

ৰূপে মালিগাঁও ৰেলৱে কেন্দ্ৰত সোমায়। চাকৰিত থাকিয়েই বি.কম. পাছ কৰি ৰেলৰ সাংবাদিক হয়। কবি, গীতিকাৰ আৰু অভিনেতাও আছিল। ভালেমান গীত আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰচাৰিত হৈছিল। *সুৰসন্ধানী আৰু জিৰণি* নামৰ দুখন গীতি কৱিতাৰ পুথিৰ ৰচক। *নাচিত ৰৰযুৰুন, নিমিলা অংক* প্ৰমুখ্যে দুখনমান অসমীয়া কথাছবিত অভিনয় কৰিছিল। ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত চৰকাৰী কামত কলিকতালৈ গৈ উভতি আহোতে ছহীদ হয়। (৪০০)

**সেনাপতি দত্ত** (১৯ শতিকা) : পিতৃ লক্ষীপতি, মাতৃ পদ্মা। নলবাৰী তথা উত্তৰ কামৰূপ অঞ্চলৰ গণ্যমান্য ব্যক্তি আছিল। গাঁৱলীয়া ৰাইজৰ অনেক মামলা মোকৰ্দমা আপোচ নিষ্পত্তি কৰি দিছিল। বহু বছৰ ধৰি গুৱাহাটী লোকেল বোৰ্ডৰ মেম্বাৰ হৈ আছিল। হৰেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ* সতে লগ লাগি নলবাৰী অঞ্চলৰ যথেষ্ট উন্নতি সাধিছিল। (২৯৯)

**সোণাই বুঢ়াগোহাঁই** (১৮ শতিকা) : প্ৰমত্ত সিংহ* আৰু ৰাজেশ্বৰ সিংহৰ* দিনত ৰাজমন্ত্ৰী আছিল। এওঁৰ চেহেৰা হাতীৰ দৰে লোদোৰ পোদোৰ হোৱাত মানুহে এওঁক *হাতী পোৱালি বুঢ়াগোহাঁই* বুলিও কৈছিল। বাওয়াল স্বভাৱৰ মানুহ আছিল। টিপমীয়া গোঁহাইৰ* বিদ্ৰোহ ব্যৰ্থ কৰি ৰাজেশ্বৰক সিংহাসনত বহুৱাইছিল। (২৮৮)

**সোনাপতি দেৱশৰ্মা** (১৫।১।১৮৯১ ২৬।৪।১৯৭৬) : জন্ম বজালীৰ মুগুৰীয়া গাঁৱত পিতৃ দেউপতি, মাতৃ পানীমালা। বৰপেটা হাইস্কুল, কটন কলেজ আৰু আৰ্ল ল. কলেজত পঢ়ি বি.এ. আৰু বি.এল. উপাধি লয়। বৰপেটাত ওকালতি কৰিছিল। সাহিত্যসেৱী লোক আছিল। *আসাম বান্ধৱ, আলোচনী, বাঁহী* আদি আলোচনীত বিভিন্ন ৰচনা প্ৰকাশ পাইছিল। ৰচিত পুথিৰ ভিতৰত লেখত লবলগীয়া সমূহ হ'ল : কবিতা - *বন্ধু বিয়োগত, বিননি, চৰণত, আবুৰ পেটেৰা;* কাহিনী — *বেউলা;* জীৱনী *মাণক* (কুমুদেশ্বৰ বৰঠাকুৰ আৰু মহীচন্দ্ৰ বৰাৰ* স'তে যুটীয়াকৈ); অন্যান্য *সাহিত্যৰ সাজ, শব্দ সিন্ধু*। (২২)

**সোণাৰাম চৌধুৰী** (৯।১।১৮৭০ ২।১২।১৯৪২) : জন্ম উত্তৰ গুৱাহাটীৰ বংমহলত। পিতৃ মনোহৰ, মাতৃ দীয়েশ্বৰী। ১৮৮৮ চনত গুৱাহাটীৰ বংগ বিদ্যালয়ৰ পৰা প্ৰথম বিভাগত ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি কটন কলেজিয়েট স্কুলত নাম লগায়। ১৮৯২ চনত দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষাৰ উত্তীৰ্ণ হৈ কলিকতাৰ মেট্ৰোপলিটান কলেজত পঢ়েগৈ। এফ. এ

পৰীক্ষাত ফল বেয়া হোৱাত ঘৰলৈ উভতি আহি ১৮৯৬ চনত গুৱাহাটী কাছাৰীত আমোলাৰ কামত সোমায়। ১৯২০ চনত অৱসৰ লয়। অসমৰ বুৰঞ্জী আৰু পুৰাতত্বলৈ যথেষ্ট অৱিহণা আছে। *জোনাকী, বাঁহী, উষা, জয়ন্তী* আদি আলোচনীত এই সম্পৰ্কীয় ভালেমান প্ৰবন্ধ লিখিছিল। অসম সাহিত্য সভাই প্ৰকাশ কৰা বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকাত এওঁ লিখা ৬০টা প্ৰবন্ধৰ নাম আছে। কেবাখনো শিলালিপিৰ পাঠোদ্ধাৰ কৰিছিল। পুৰণি ফলি আৰু পুথিবিলাকৰ ইংৰাজী অৰ্থ সম্বলিত এখন অভিধান লিখিছিল। কিন্তু গুৱাহাটীৰ মিউজিয়ামতে সেইখন হেৰাল। গীত আৰু নাটো লিখিছিল। *সাহিত্যবোধ* নামৰ এখন অসমীয়া ব্যাকৰণো ৰচনা কৰিছিল। পি.আৰ.টি. গৰ্ডনক তেঁওৰ *Some Assamese Proverbs* গ্ৰন্থ লিখাত সমল গোটাই দিছিল। ১৯৩১ চনত শিৱসাগৰত বহা অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। (১০৬, ২৩৬)

**সোমনাৰায়ণ** (১৭ ১৮ শতিকা ) : পিতৃ উত্তম নাৰায়ণ*। ভ্ৰাতৃ পৰ্বনাৰায়ণৰ* পিছত কামৰূপৰ বৰনগৰ অঞ্চলৰ আহোমৰ দুৱৰীয়া বৰুৱা হিচাপে আছিল। ভোটৰ পূৱ দুৱাৰ ৰক্ষাৰ ভাৰে তেওঁ ৰ ওপৰত ন্যস্ত হৈছিল। প্ৰচুৰ ধন সম্পত্তি সঞ্চয় কৰি ক্ষমতাশালী হৈ উঠিছিল। (২৯৯)

**স্থিতি বৰ্মন** (?— আ. ৫৮৫): পিতৃ চন্দ্ৰমুখ বৰ্মণ*। মাতৃ ভোগৱতী। প্ৰাচীন কামৰূপীয বৰ্মণ বংশৰ এগৰাকী দক্ষ ৰজা। প্ৰায় কুৰি বছৰীয়া শাসনকালত দুটাকৈ অশ্বমেধ যজ্ঞ পালন কৰিছিল। (৪০, ১৪৫ক, ২৯০)

**স্নেহ দেৱী** (১৯১৬ - ১৯৯০): জন্ম যোৰহাটত। স্বামী নাহৰকটীয়াৰ দীনেশ বৰুৱা। যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ত মাত্ৰ পঞ্চম শ্ৰেণীলৈকে পঢ়িছিল। কবিতাৰে সাহিত্য জীৱন আৰম্ভ কৰি ১৯৫৩ চনৰ পৰা নিয়মীয়াকৈ গল্প লিখিবলৈ লয়। ৰামধেনু যুগৰ প্ৰখ্যাত গল্প লেখিকা। প্ৰকাশিত গল্পৰ পুথি চাৰিখন। তাৰে সৰ্বশেষখনৰ বাবে (*'স্নেহদেৱীৰ একুঁকি গল্প'*, ১৯৮৮) ১৯৯০ চনত মৰণোত্তৰভাৱে সাহিত্য একাডেমী পুৰস্কাৰ লাভ কৰে। ১৯৮৭ চনত শ্ৰেষ্ঠ অসমীয়া গল্প-সাহিত্যৰ বাবে আগবঢ়োৱা অসম সাহিত্য সভাৰ 'বাসন্তী বৰদলৈ' বঁটা লাভ কৰিছিল। সেই চনতে চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চনো পায়। সদৌ অসম লেখিকা সমাৰোহৰ বৰপেটা অধিবেশনৰ সভানেত্ৰী আছিল। তেওঁৰ গল্প হিন্দী ভাষালৈও



স্নেহ দেৱী

অনুদিত হৈছে। ১৯৮৬ চনত 'লতিকা'ৰ হিন্দী নাট্যৰূপ দিল্লী দূৰদৰ্শনৰ দ্বাৰা প্ৰচাৰিত হৈছিল। অনাতাঁৰ নাটিকাও লিখিছিল। (৪০০)

**স্নেহলতা দেৱী** (১৯১২-২৪।৪।১৯৭১) : জন্ম তেজপুৰত। পিতৃ কমলাকান্ত ভট্টাচাৰ্য*, মাতৃ সুমিত্ৰা। স্বামী শৰৎচন্দ্ৰ বৰুৱা। ধুবুৰী আৰু ঢাকাত পঢ়া-শুনা কৰিছিল। *বীণা, বেমেজালি* আদি দুখনমান উপন্যাসৰ ৰচয়িত্ৰী। (২৬১)

**স্বৰ্গনাৰায়ণ** : চুহুংমুং চাওক।

**স্বৰ্গেশ্বৰ ৰায়ন** ( ।৪।১৮৯৭-১৯।৯।১৯৭২) : জন্ম

বৰপেটাৰ জনিয়া সত্ৰত। পিতৃ চেনীৰাম, মাতৃ বন্তিপ্ৰিয়া। সৰুতে পিতৃ ঢুকোৱাত মোমায়েকৰ ঘৰত ডাঙৰ-দীঘল হয়। পঞ্চমমান শ্ৰেণীলৈকে পঢ়ি ১৬ বছৰ বয়সত যাত্ৰাদলত সোমাই গৌৰীপুৰৰ প্ৰভাতচন্দ্ৰ বৰুৱাৰ* কাষ পায়গৈ। বৰুৱাই তেওঁক সুৰেশ চন্দ্ৰ বৰুৱাৰ* হতুৱাই সংগীতৰ শিক্ষা দিয়ে। সংগীত পৰিবেশনৰ অৰ্থে জমিদাৰ বৰুৱাৰ নিৰ্দেশত কেইবাবাৰো মণিপুৰ আৰু ভূটানলৈ গৈছিল। পিছত বৰপেটাত *সংগীত সেৱক সংঘ* খোলে। কেইবাটাও বৰগীতৰ স্বৰলিপি কৰিছিল। (২২,১১২)

**স্বৰ্ণলতা দেৱী** ( ।২।১৮৭১-১৯৩২) : পিতৃ গুণাভিৰাম বৰুৱা*, মাতৃ বিষ্ণুপ্ৰিয়া*। কলিকতাৰ বেথুন কলেজত পঢ়িছিল। *আসাম বন্ধুৰ* লেখিকা আছিল। *আৰ্হি তিৰোতা* তেওঁৰ ৰচিত গ্ৰন্থ। নন্দ কুমাৰ ৰায় নামে বিলাতত ডাক্তৰী পাছ কৰি অহা এজন বাঙালী লোকৰ লগত বিয়া হৈছিল। দুই কন্যাৰ জন্মৰ পিছত ১৮৯০ চনত বিয়া হোৱাৰ মাত্ৰ তিনি বছৰৰ পিছত বিধবা হয়। ১৮৯৯ চনত ক্ষীৰোদ চন্দ্ৰ ৰায় নামৰ আন এজন বাঙালী লোকৰ লগত পুনৰ বৈবাহিক সম্বন্ধ ঘটে। (১১৭, ৪০০)

# হ

**হংসনাৰায়ণ(১) (১৮ শতিকা)** : পিতৃ ধীৰনাৰায়ণ*। পিতৃৰ মৃত্যুৰ পিছত ককায়েক কীৰ্তিনাৰায়ণ ৰজা হৈয়েই মৃত্যু হোৱাত আহোমৰ কৰতলীয়া হিচাপে দৰঙৰ বুঢ়া ৰজা হয়। এওঁৰ দিনত দৰঙৰ ডেকা ৰজা আছিল তেওঁৰ নামেৰেই আন এজন হংসনাৰায়ণ*। মোৱামৰীয়া দমনত সহায় কৰিবলৈ গৌৰীনাথ সিংহই* নিৰ্দেশ দিছিল। কিন্তু তেওঁ তলে তলে আহোম বিৰোধী আছিল। আনহাতে হৰদত্তই* দিয়া বিদ্ৰোহৰ প্ৰস্তাৱো অন্তৰেৰে সৈতে মানি লব পৰা নাছিল। (২৯১)

**হংসনাৰায়ণ (২) ( ? - ১৭৯০)*** : পিতৃ দুৰ্লভনাৰায়ণ*। হংসনাৰায়ণ(১)ৰ* দিনত দৰঙৰ ডেকা ৰজা আছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত গৌৰীনাথ সিংহৰ* বিৰুদ্ধে হৰদত্তৰ* লগত যোগ দিছিল। এই আপাহতে গৌৰীনাথে মৃত্যুদণ্ডৰ আদেশ দিয়ে। ভূটানৰ ফালে পলাই যোৱা অৱস্থাত আহোম সেনাই পাই হত্যা কৰে।(২৯১)

**হজৰত ৰহমান আলি শ্বাহ চৰ্ফৰি** (১৮৯০ - ১৯৮০): জন্ম ডিব্ৰুগড়ত। প্ৰকৃত নাম আব্দুৰ ৰহমান। পিতৃ আব্দুল কাদেৰ। স্থানীয় মাদ্ৰাছাত চাৰি বছৰমান আৰবী ভাষা শিকি ঢাকালৈ যায় আৰু তাত দুবছৰ কোৰাণ অধ্যয়ন কৰে। উভতি আহি টেঙাখাতৰ এটা মৰ্ছজিদত নামাজ শিক্ষা দিয়া কামত ব্ৰতী হয়। ১৯২৫ চনত সান্নিধ্যলৈ আহে হজৰত চাফ আলি শ্বাহ চৰ্ফৰি নামৰ এজন উদাৰ ধৰ্ম পুৰুষৰ-যি মুছলমান সকলক ইছলাম ধৰ্মৰ শিক্ষা দিয়াৰ উপৰিও মাৰোৱাৰী সকলক জৈন ধৰ্মৰো শিক্ষা দিছিল। এইজনা পুৰুষে তেওঁক হজৰত ৰহমান আলি শ্বাহ চৰ্ফৰি নাম দিয়ে আৰু তেওঁক উত্তৰাধিকাৰ পাতি লক্ষ্ণৌলৈ যায়গৈ। গুৰুৰ আদৰ্শত হিন্দু-মুছলমান উভয় ধৰ্মৰ মানুহকে ধৰ্মশিক্ষাৰে মোহিত কৰিছিল। মৃত্যুৰ পিছত ভক্তসকলে ছিপাঝাৰৰ বাঁহগড়া গাঁৱত তেওঁৰ মাজাৰ নিৰ্মাণ কৰে। (৪০০)

**হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱা** (১৮১৫-১৯০২) : জন্ম যোৰহাটত। পিতৃ সোণামুৱা বৰদলৈ বংশৰ ৰাধাকান্ত। মানৰ আক্ৰমণত ৰাধাকান্ত সপৰিয়ালে পলাই গৈ বংগদেশৰ ৰংপুৰ জিলাৰ চিলমাৰীত আছিলগৈ। ইংৰাজে মানক খেদি কামৰূপ লোৱাত ১৮২৩ চনত উজাই আহি হাজোৰ চেঁচামুখত থাকেহি। ১৮৩৩ চনত উত্তৰ গুৱাহাটীলৈ উঠি আহে। হৰকান্তই ঘৰতে সংস্কৃত শিকিছিল। পিছলৈ ফাৰ্চী, ইংৰাজী, হিন্দী লিখিব পঢ়িব নোৱাৰিলেও কিছু কিছু ক'ব পৰা হৈছিল।

নকল নবীচ হিচাপে বৃটিছৰ কাছাৰীত সোমাই ১৮৫৪ চনত চিৰস্তাদাৰ হয়। পিচত সদৰামীনৰূপে গুৱাহাটী, মঙ্গলদৈ, তেজপুৰ, নগাঁও আদিত চাকৰি কৰি ৬১ মান বছৰ বয়সত অৱসৰ লয়। চাকৰি কৰাৰ উপৰিও চৰকাৰৰ পৰা হাজো পৰগণা লৈ চলাইছিল। ১৮৬৪ চনত ভোটৰ সৈতে হোৱা ইংৰাজৰ যুদ্ধত ৰছদ পাতি দি ইংৰাজক সহায় কৰিছিল। উনবিংশ শতিকাৰ খ্যাতিমান লোক আছিল। বুৰঞ্জী চৰ্চাত ৰাপ আছিল। কাশীনাথ তামুলী ফুকনৰ* *অসম বুৰঞ্জী* বহলকৈ লিখি উলিওৱাৰ উপৰিও এখন বিস্তৃত আত্মজীৱনীও ৰচনা কৰিছিল।(৫৩)

**হৰদত্ত চৌধুৰী** (? - ১৭৯৬) : কামৰূপৰ ৰঙিয়া অঞ্চলৰ লোক। প্ৰথমে দৰঙী ৰজা, পিছত কোচবিহাৰ আৰু বিজনীৰ ৰজাৰ গোপন সহায় লৈ ভাটীফালৰ পৰা বৰকাণ্ডাজ বা ভাৰা সৈন্য আনি কামৰূপ আহোমৰ পৰা মুক্ত কৰিবৰ অৰ্থে আহোম ৰজাৰ বিৰুদ্ধে যুঁজ দিছিল ১৭৯৫ চনত। ই বুৰঞ্জীত *দুন্দীয়া দ্ৰোহ* নামে খ্যাত। কলীয়াভোমোৰা বৰফুকনে* ডিমৰুৱা আদি দাঁতিয়লীয়া ৰজা কেইজনমানৰ সহায় লৈ এই দ্ৰোহ দমন কৰে। হৰদত্ত ধৰা পৰে আৰু মৃত্যু দণ্ডেৰে দণ্ডিত হয়। (৬৮,২৯০)

**হৰনাথ বৰগোঁহাই** (১৯ শতিকা) : পিতৃ ধনঞ্জয়। গমধৰ কোঁৱৰৰ* নেতৃত্বত ইংৰাজৰ বিৰুদ্ধে হোৱা বিদ্ৰোহত দেউতাক আৰু ককায়েকৰ স'তে ভাগ লৈছিল। কিন্তু প্ৰমাণৰ অভাৱত শাস্তি নাপালে যদিও দেউতাক আৰু ককায়েকে কাৰাদণ্ড ভুগিছিল। হৰনাথে কৌশলেৰে দুয়োকে ফাটেকৰ পৰা পলুৱাই আনে। বাপেক-পুতেক সকলোৱে মিলি ইংৰাজৰ বিৰুদ্ধে পুনৰ দ্ৰোহ আলচে আৰু পিয়লী বৰফুকনৰ* লগ লাগে। তেওঁলোকে এই বিষয়ত চুবুৰীয়া ৰজাসকলৰো সহায় বিচাৰি তেওঁলোকলৈ চিঠি প্ৰেৰণ কৰিছিল। এনে দুখন চিঠি শদিয়াখোৱা গোঁহাইৰ ওচৰলৈ লৈ যাওঁতে ইংৰাজ বিষয়াৰ সন্দেহ হোৱাত ১৮৩০ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা হৰনাথ বন্দী হবলগীয়া হয়। সেই বছৰৰে ২৫ মাৰ্চ তাৰিখে বিদ্ৰোহীসকলে শিৱসাগৰত থকা ইংৰাজৰ খাৰ-বাৰুদৰ গুদামত জুই লগাই দিয়ে। ফলত অনেক বিদ্ৰোহী ধৰা পৰিল। (হৰনাথৰ দেউতাক আৰু ককায়েক পলাই সাৰিছিল)। বিচাৰত পিয়লী বৰফুকন* আৰু হৰনাথৰ ভনী জোঁৱায়েক জীউৰাম দুলীয়াবৰুৱাৰ* ফাঁচীৰ আৰু ৰূপচাঁদ কোঁৱৰ, দেউৰাম দিহিঙীয়া ডেকা আৰু বোম চিংফৌৰ লগতে হৰনামৰো চৈধ্য বছৰ নিৰ্বাসন দণ্ড হয়। (৫৯,১৮৪,১৮৫)

**হৰনাথ সেনাপতি ফুকন** (? - ১৭৮৪) : পিতৃ ৰঙাচিলা ফুকনৰ বংশৰ নন্দলাল, পিতামহ মেচা বৰবৰুৱা*, পুত্ৰ বদন চন্দ্ৰ বৰবৰুৱা*। শিৱসাগৰৰ ওচৰৰ শিমলুগুৰিত বাস কৰিছিল। ৰাজেশ্বৰ সিংহ*, লক্ষ্মী সিংহ* আৰু গৌৰীনাথ সিংহ* — এই তিনিজন স্বৰ্গদেৱৰ বিষয় পাইছিল। ৰাজেশ্বৰ সিংহৰ দিনত ভিতৰুৱাল ফুকন হয়। ১৭৬৫ চনত মণিপুৰ ৰজাৰ বিৰুদ্ধে হোৱা *সতাকটা ৰণৰ* সেনাপতি আছিল। লক্ষ্মীসিংহৰ দিনত ১৭৬৯ চনত মোৱামৰীয়াৰ বিৰুদ্ধে যুঁজত হাৰি পলাই গৈ বংগদেশৰ ৰংপুৰ জিলাৰ চিলমাৰীত লুকাই আছিল। পিছৰ বছৰত ৰজা পুনৰ শাসনাধিষ্ঠ হোৱাত ৰজাই তেওঁক মাতি আনি পুনৰ ভিতৰুৱাল ফুকনৰ বাব দিয়ে। গৌৰীনাথ সিংহৰ দিনত গুৱাহাটীৰ বৰফুকন হয়। ১৭৮২ চনত দেশত শান্তি কামনা কৰি কামাখ্যাত অজস্ৰ জীৱ-জন্তু বলি দিছিল। যুঁজত বিক্ৰম দেখি ৰাইজে অভিমন্যু নাম দিছিল। (২৯০, ২৯৫)

**হৰমোহন দাস** (২০।৬।১৮৯০—২০।২।১৯৫৭) : জন্ম গুৱালকুছিত। পিতৃ ললিত মোহন। সৰুতে

ঘাট-মাউৰা হোৱাত দদায়েক সোণাৰাম ৰাজমেধিৰ ঘৰত থাকি প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা বি.এ উপাধি লৈ শিক্ষকতা কামত সোমায়। শিক্ষক পৰীক্ষাৰ্থী হিচাপে ঢাকাৰ পৰা প্ৰথম



হৰমোহন দাস

বিভাগত এল.টি পৰীক্ষাত উত্তীৰ্ণ হয়। ডিব্ৰুগড়, তেজপুৰ, গুৱাহাটী আদি বিভিন্ন ঠাইত চাকৰি কৰি কলেজিয়েট স্কুলৰ পৰা চৰকাৰী অৱসৰ লৈ গুৱাহাটীৰ ডনবস্কো স্কুলৰ প্ৰধান শিক্ষক হয়। ১৯৫৩ চনত ইয়াৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

বিভিন্ন সামাজিক সাংস্কৃতিক অনুষ্ঠানৰ স'তে জড়িত আছিল। ১৯২৯ চনত অ.ভা.উ.সা. সভাৰ সম্পাদক, ১৯৪৬ চনত গুৱাহাটীৰ *মহাপুৰুষীয়া ধৰ্ম সমাজৰ* সম্পাদক, ১৯৪৭ চনত গঠিত *সদৌ অসম জাতীয় উৎসৱ সমিতিৰ* সম্পাদক, ১৯৫৩ চনত প্ৰতিষ্ঠা হোৱা *শ্ৰীমন্ত শংকৰ কৃষ্টি বিকাশ সমিতিৰ* সম্পাদক নিৰ্বাচিত হৈছিল। ত্ৰিশখনমান পাঠ্য পুথি লিখাৰ উপৰিও কেবাখনো ধৰ্ম বিষয়ক পুথিৰ ৰচক। উল্লেখযোগ্য ৰচনা *শ্ৰীকৃষ্ণ, মহাপুৰুষ, শ্ৰীমন্ত শংকৰ, শ্ৰীমন্ত শংকৰৰ অৱদান, Contributions of Srimanta Sankaradeva, Sankaradeva: A study* । ইংৰাজী, অসমীয়া আৰু হিন্দী অনুবাদ সহ নামঘোষাখন সম্পাদন কৰি উলিয়াইছিল। (১৩,১৯২)

**হৰিকৃষ্ণ দাস** ( ।৩।১৮৭৫ - ২।১২।১৯৫৮) : জন্ম বৰপেটাৰ ওচৰৰ কণৰা গাঁৱত। পিতৃ জুবোৰামে গুৱাহাটীত ওকালতি কৰিছিল। সকতে ঘাট মাউৰা হোৱাত ককায়েক জয়কৃষ্ণৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হয়। জয়কৃষ্ণই বোম্বেৰ পৰা ডাক্তৰী পাছ কৰি গুৱাহাটীত প্ৰেক্টিচ কৰিছিল। চৈধ্য বছৰ বয়সতে গুৱাহাটীৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কলিকতাৰ পৰা এফ.এ পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাতে মেডিকেল কলেজত নাম লগাই ১৯০০ চনত এম.বি. উপাধি লাভ কৰে আৰু অসমলৈ আহি ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ অস্ত্ৰোপচাৰ বিভাগৰ শিক্ষক হয়হি। দক্ষ চিকিৎসক ৰূপে খ্যাতি আৰ্জিছিল। কালিৰাম মেধি* প্ৰমুখ্যে কেইগৰাকী লোকৰ সহায়ত ডিব্ৰুগড়ৰ পৰা *আসাম সেৱক* নামে এখন মাহেকীয়া আলোচনী উলিয়াইছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা মন দেশ সেৱাৰ ফালে ঢাল খায়।



হৰিকৃষ্ণ দাস

১৯৩৫ চনত চিভিল চাৰ্জনৰূপে নগাঁৱলৈ আহে। কিন্তু চাকৰি কৰি ভাল নলগাত ১৯২৭ চনত চাকৰি ইস্তফা দি গুৱাহাটীত ক্লিনিক খোলেহি আৰু দেশৰ স্বাধীনতা আন্দোলনত সক্ৰিয় ভূমিকা লয়। দেশহিতকৰ বিভিন্ন কৰ্মত আত্মনিয়োগ কৰিছিল। ১৯৩১ চনত বিশ্বনাথত

হোৱা *ৰায়ত সম্মিলনত* বক্তৃতা দিয়াত চৰকাৰী পেন্সন বন্ধ হয়। পিছত কংগ্ৰেছী মন্ত্ৰী সভাই (১৯৩৮) পেন্সনৰ সমুদায় টকা দিয়াত সেই টকাৰে *খাদী আৰু গ্ৰামোদ্যোগ ন্যাস* খোলে। বিয়াল্লিশৰ আন্দোলনৰ সময়ত (৬৭ বছৰ বয়সত) প্ৰায় আঢ়ৈ বছৰ কাৰাবাস খাটে। এগৰাকী মনে-প্ৰাণে গান্ধীবাদী সমাজ সেৱক আছিল। ১৯৪৫ চনত পত্নী বিয়োগৰ পিছত *কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ন্যাস* গঠন কৰি গুৱাহাটীৰ শৰণীয়াত থকা মাটি বাৰী দুঃস্থা মহিলাসকলৰ আশ্ৰমৰ বাবে দান দিয়ে। ১৯৪৭ চনত চান্দমাৰীতো শিশুৰ বাবে এখন অনুৰূপ আশ্ৰম খোলে। আনহাতে গুৱাহাটীৰ হেপিভিলাত থকা মাটি কংগ্ৰেছ অনুষ্ঠানটোক দান কৰিছিল। (৪৩)

**হৰিচৰণ চৌধুৰী** (১৭-১৮ শতিকা) : পিতৃ মাধৱ মৰল*, মাতৃ মধুমতী। দিল্লীৰ বাদচাহৰ পৰা বৰপেটাৰ বাউসী পৰগণাৰ কৰ্তৃত্ব পাইছিল। দক্ষ সেনাপতিও আছিল। সেয়ে *বীৰ* উপাধিৰে জনাজাত হৈছিল। সুন্দৰীদিয়া সত্ৰৰ পৃষ্ঠপোষকতা কৰিছিল। (১৮১)

**হৰিদয়াল পাঠক** (১৮৯০- ২৬/৩/১৯৬৪) : জন্ম বৰপেটাৰ সুন্দৰীদিয়াত। পিতৃ মাধৱ চন্দ্ৰ, মাতৃ সুন্দৰীবালা। বৰপেটাৰ পৰাই প্ৰৱেশিকা পাছ কৰি কলেজত নাম লগাইছিল; কিন্তু ঘৰুৱা অসুবিধাত পঢ়া শেষ নহ'ল। টিহু, বগৰীবাৰী, বৰপেটা আদি ঠাইত শিক্ষকতা কৰিছিল। *অৰ্চনা* আৰু *ফুলৰ মালা* নামৰ দুখন কবিতা পুথিৰ ৰচক। হোমিওপেথি চিকিৎসা সম্পৰ্কীয় দুখনমান পুথিও লিখিছিল। (১৪)

**হৰিদাস আতা** (১৫-১৬ শতিকা) : জন্ম হাজোৰ কৃষ্ণপুৰত (বৰ্তমানৰ গণেশতোলাত)। পিতৃ কৃষ্ণদাস বা কেশৱদাস। মাতৃ লীলাৱতী। যাদবেন্দ্ৰ নামে এজন পণ্ডিতৰ ওচৰত অধ্যয়ন কৰিছিল। বেপাৰ কৰি ফুৰোঁতে বংশীগোপালদেৱে* লগ পাই দামোদৰদেৱৰ* ওচৰলৈ নিয়ে। দামোদৰদেৱে তেওঁক পাটবাউসী সত্ৰৰ পাঠক পদত নিয়োগ কৰে। ভাগৱতৰ তৃতীয় স্কন্ধৰ পদ ভাঙনি কৰিছিল। (৬১)

**হৰিদেৱ**(১) (১৪৯৩-১৫৬৮) : লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত জন্ম। পিতৃ ব্ৰাহ্মণকুলীয়া অজনাভ, মাতৃ পাৰিজাতী। টংচু নগাৰে সৈতে হোৱা ৰণত আহোম ৰজাই সৈন্যক ৰচদ যোগোৱা কাম দিছিল। তেঁও পিচে সৈন্যসকলক ধুতি নীতিহে শিকোৱাত ৰজাৰ ৰোষদৃষ্টিত পৰে। ফলত আহোম ৰাজ্য এৰি কামৰূপলৈ যায়। হাজো, বালিপাৰা, বহৰি আদিত কিছু দিনলৈ থাকি তীৰ্থ ভ্ৰমণ কৰে। অৱশেষত মানেৰিত সত্ৰ পাতি থাকিবলৈ লয়। শংকৰী ধৰ্ম লৈছিল আৰু নিজৰ ঠাইৰ পৰা পাটবাউসী সত্ৰলৈয়ো গৈছিল। কেতিয়াৰ পৰা শংকৰী ধৰ্ম এৰিলে কোৱা টান। বিয়া কৰিছিল জনাৰ্দন বিপ্ৰৰ কন্যা তিলোত্তমা দেৱীক। তেওঁলোকৰ দামোদৰ নামে এটি পুত্ৰ আৰু ভুৱনেশ্বৰী আৰু বনমালা নামে দুগৰাকী কন্যা আছিল। তেওঁৰ শিষ্য হৰিচৰণ, নাৰায়ণ, জগন্নাথ আদিয়ে বৈনাকুচি, জাগ্ৰা, শুভা, মাহৰা, কৈহাটী আদি ঠাইত সত্ৰ পাতিছিল। ভাগৱতৰ পঞ্চম স্কন্ধৰ ভাঙনি কৰোঁতা। (২০০,২০৩)

**হৰিদেৱ** (২) (?-১৭৬০) : পিতৃ ৰামজয়, মাতৃ কেতেকী। দামোদৰদেৱ(২)ৰ মৃত্যুৰ পিছত আউনীআটি সত্ৰৰ অধিকাৰ হৈছিল। বিদ্যোৎসাহী লোক আছিল। সত্ৰৰ পুথিভঁৰাল টনকিয়াল কৰিছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱা* এওঁৰ দিনতে সত্ৰৰ প্ৰধান পৃষ্ঠপোষক হৈছিল। সত্ৰত পাল নামৰ প্ৰৱৰ্তক। (৯৭)

**হৰিনাথ পাঠক চৌধুৰী**(১৮৯৮-১৪।১০।১৯৭১) : জন্ম বৰপেটাত। পিতৃ দয়াৰাম, মাতৃ চন্দ্ৰাৱলী। ১৯০৯

চনত বৰপেটা হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি প্ৰথমে কটন কলেজত, পিছত বংগদেশৰ ৰাজশ্বাহী কলেজত পঢ়ে। কিন্তু পৰীক্ষা নিদিয়াকৈ গুচি আহি প্ৰথমে শ্বিলং সচিবালয়ত কেৰাণী, পিছত স্কুল চাব ইন্সপেক্টৰ হয়। ১৯১৩ চনত কাছাৰীৰ চাব ৰেজিষ্টাৰৰ পদত সোমাই ১৯৪৭ চনত অৱসৰ লয়। বাঁহী, চেতনা আদি আলোচনীত ধৰ্মবিষয়ক প্ৰবন্ধ লিখিছিল। প্ৰকাশিত পুথি- *ধৰ্ম আৰু কৰ্মৰ তাৎপৰ্য* (১৯৭২)। (১৩)

**হৰিনাৰায়ণ দত্ত বৰুৱা (১৮৮৫ - ১৯৫৮):** জন্ম নলবাৰীৰ ওচৰৰ কালাকুছি গাঁৱত। পিতৃ দেৱীৰাম, মাতৃ উমাপ্ৰিয়া। ১৯০৪ চনত নলবাৰী মাইনৰ স্কুলৰ পৰা শিক্ষা সাং কৰে। আৰ্থিক অনাটন হেতু উচ্চ শিক্ষা লব নোৱাৰাত শিৱসাগৰৰ ওচৰৰ টেঙাপুখুৰী প্ৰাথমিক বিদ্যালয়ৰ পণ্ডিতৰ কামত সোমায়গৈ। কিন্তু তাত এবছৰ পূৰ নৌহওঁতেই প্ৰশিক্ষাৰ্থী হিচাপে গুৱাহাটীলৈ আহে আৰু তাৰ নৰ্মাল



হৰিনাৰায়ণ দত্তবৰুৱা

স্কুলত ভৰ্তি হয়হি। কিছুকাল পিছত স্কুলখন যোৰহাটলৈ উঠি যোৱাত তেওঁ যোৰহাট পায়গৈ। প্ৰশিক্ষণ শেষ হোৱাত নগাঁও, গুৱাহাটী, উত্তৰ লক্ষীমপুৰ, কাকজান আদি অসমৰ বিভিন্ন ঠাইৰ মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰে। অৱশেষত যোৰহাট নৰ্মাল স্কুলৰ চুপাৰিনটেণ্ডেণ্ট হিচাপে চাকৰি জীৱনৰ পৰা অৱসৰ লয়। ভালেমান শিশুৰ উপযোগী পুথি ৰচনা কৰিছিল আৰু সেইবোৰ স্কুলীয়া পাঠ্যপুথিৰূপে বিবেচিত হৈছিল। *'চিত্ৰ দৰ্শন'* নামে এখন উপন্যাস আৰু *'ভাৰত দৰ্শন'* নামে এখন ভ্ৰমণ কাহিনীও লিখিছিল। আগবয়সত উপাৰ্জন শইকীয়া নামে এজনৰ স'তে *'পুষ্পাৱলী'* নামে এখন কবিতা-পুথিও সংকলন কৰিছিল। *'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'* নামে এখন লেখত লবলগীয়া গ্ৰন্থৰ লেখক। কামৰূপীয় শব্দকোষ এখনো লিখাৰ যো জা কৰিছিল যদিও ই সম্পূৰ্ণ নহ'ল। জীৱনৰ শেষৰ ফালে 'দত্ত বৰুৱা এণ্ড কোম্পানী' নাম দি কিতাপৰ ব্যৱসায় কৰিবলৈ লয়। গুৱাহাটীৰ বিখ্যাত 'শ্ৰীগুৰু প্ৰেছ'ৰ প্ৰতিষ্ঠাতা। তেওঁৰ জীৱনৰ অন্যতম কীৰ্তি চ'ল প্ৰাচীন অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰকাশ। 'শ্ৰীমদ্ভাগৱত', 'চিত্ৰ ভাগৱত' 'শ্ৰীশংকৰ বাক্যামৃত', 'অসমীয়া মহাভাৰত' আদিকে ধৰি অনেক গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া বৈষ্ণৱ সাহিত্যৰ গৱেষণাৰ পথ সুগম কৰি গৈছে। ১৯৪৪ চনত কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই 'সাহিত্য ৰত্ন' উপাধিৰে বিভূষিত কৰিছিল। অসমীয়া সাহিত্য সভাৰ শ্বিলং অধিবেশনত অভিনন্দিত হৈছিল। দানবীৰো আছিল। নলবাৰী চহৰত পিতৃৰ নামানুসাৰে 'দেৱীৰাম পাঠশালা' নামৰ হাইস্কুল স্থাপন কৰি দিছিল। নলবাৰীৰ হৰিসভা, গুৱাহাটীৰ শ্ৰীমন্ত শংকৰ কৃষ্টি বিকাশ সমিতি, নগাঁৱৰ বৰদোৱা সত্ৰ আদিৰ উন্নতিকল্পে যথেষ্ট দান বৰঙনি আগবঢ়াইছিল। বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ* জ্যেষ্ঠ ভ্ৰাতৃ। (১৩, ৫৯)

**হৰিনাৰায়ণ দ্বিজ (আ.১৮ শতিকা) :** পিতৃ কুঁৱৰীচোং সত্ৰৰ প্ৰতিষ্ঠাতা কেশৱ আতাৰ বংশধৰ ভৱত আতা। মাতৃ ইন্দ্ৰমতী। পুৰুষোত্তম আৰু চতুৰ্ভুজ এই দুয়োজনা

ঠাকুৰৰ চৰিত লিখাৰ উপৰিও কিছু গীতো ৰচনা কৰিছিল। (৫৮)

**হৰিপ্ৰসাদ চৌধুৰী** (?-১৮৩২) : বৰপেটাৰ সুন্দৰীদিয়াৰ মানুহ । পিতৃ খীৰা মৰলৰ* বংশধৰ সম্পদনাৰায়ণ । লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ* অধীনত হাদিৰাচকীৰ বিষয়া হৈছিল । বাচন-বৰ্তন আদিৰ ব্যৱসায়ো কৰিছিল। হাদিৰাচকীতে হলিৰাম ঢেকিয়াল ফুকনৰ* লগত প্ৰীতিৰ সম্পৰ্ক গঢ়ি উঠিছিল। ফুকনৰ প্ৰভাৱতে ইংৰাজৰ প্ৰতি অনুৰাগী হৈ উঠাত সম্পৰ্কীয় লোক অতিৰাম বৰুৱাৰ* সতে বিবাদ আৰম্ভ হয় । ফলত পিতৃ ভিঠা সুন্দৰীদিয়া এৰি প্ৰথমে গণককুচিলৈ, পিচত বৰপেটালৈ উঠি যায়। ইংৰাজ প্ৰেমী হৈছিল যদিও ইংৰাজৰ পৰা বিশেষ সা সুবিধা ল'ব পৰা নাছিল। প্ৰসন্নলাল চৌধুৰীৰ* উপৰি পুৰুষ। (১২১, ১৮১)

**হৰিপ্ৰসাদ দুৱৰা কাকতী** (১৮৪৭-১৯৩৩) : জন্ম চাৰিঙত। শিৱসাগৰ হাইস্কুলত তিনি বছৰ শিক্ষকতা কৰি ১৮৬৯ চনত শিৱসাগৰ কাছাৰীত আমোলা সোমায় । ১৮৭৬ চনত চিৰস্তাদাৰ ৰূপে গোলাঘাট কাছাৰীৰ পৰা অব্যাহতি লৈ নাজিৰাত থকা অসম চাহ কোম্পানীৰ দেৱান কামত নিযুক্ত হয়। ১৯১৭ চনত এই কামৰ পৰা অৱসৰ লয়। অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ সক্ৰিয় কৰ্মী আছিল । নাজিৰা অঞ্চলৰ গঠনমূলক কামত অৰিহণা আছে। শেষ বয়সত চাৰিঙত থাকোতে কংগ্ৰেছৰ কামতো সঁহাৰি দিছিল। (১৮৯)

**হৰিপ্ৰসাদ নেওগ** (১৯২৯-১৯।২।১৯৭৩) : জন্ম যোৰহাটৰ ওচৰৰ কেন্দুগুৰিত। পিতৃ গোৱালচন্দ্ৰ। ১৯৪৭ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯৫৩ চনত জে.বি. কলেজৰ পৰা বি.এ পাছ কৰি কেন্দুগুৰি মধ্য ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক হয়। শিক্ষকতা কালতেই প্ৰাইভেটকৈ পৰীক্ষা দি ১৯৫৭ চনত অসমীয়াত এম.এ উপাধি লাভ কৰে। গোলাঘাটৰ দেৱৰাজ ৰয় কলেজত কিছুকাল অধ্যাপনা কৰাৰ পিছত অসমীয়া বিভাগৰ মুখ্য অধ্যাপক হিচাপে যোৰহাটৰ দেৱীচৰণ বৰুৱা কলেজলৈ আহি ইয়াত দহ বছৰমান থাকে। ইয়াৰ পৰা মৰিয়নি কলেজত কিছুদিন অধ্যক্ষতা কৰাৰ পিছত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি সমন্বয় সমিতিৰ সচিব হয়গৈ। জীৱনৰ শেষলৈকে



হৰিপ্ৰসাদ নেওগ

ইয়াতে আছিল।

পঢ়া কালত ছাত্ৰ সম্মিলনৰ লগত জড়িত আছিল। শিক্ষক হৈ থাকোতে অসম কলেজ শিক্ষক সংস্থাৰ সহকাৰী সম্পাদক হৈছিল। অসম সাহিত্য সভাৰ সংগঠনত কৃতিত্ব আছে। ১৯৬০ চনৰ পৰা ১৯৬৫ চনলৈ ইয়াৰ সহকাৰী সম্পাদক আৰু ১৯৬৫ চনৰ পৰা ১৯৬৯ চনলৈ ইয়াৰ প্ৰধান সম্পাদক আছিল। ১৯৬৯ চনত ইয়াৰ ধন ভঁৰালী হয়। সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত কেবাখনো গ্ৰন্থ সম্পাদনা কৰাৰ উপৰিও *ৰাধাকান্ত সন্দিকৈ* (১৯৬০), *বিশ্বনাথ ৰাজবংশী* (১৯৬৬), *চন্দ্ৰকুমাৰ আগৰৱালা* (১৯৬৭); *পদ্মনাথ গোহাঞি বৰুৱা* (১৯৭২) আদি কেইবাখনো জীৱনী গ্ৰন্থৰ ৰচক। *গতিপথ*, *জোঁৱাৰ*, *শান্তিদূত* আদি আলোচনীৰ সম্পাদক আছিল। (১০, ৩৭১)

**হৰিপ্ৰসাদ বৰুৱা** (১৮৮৯-১৩।১।১৯৭৪) : অসমৰ সৰ্বপ্ৰথম ভাৰতীয় চীফ ইঞ্জিনিয়াৰ। ভাৰতীয় ইঞ্জিনিয়াৰিং সেৱাৰ সদস্য পদ লাভ কৰা প্ৰথম অসমীয়া। সাহিত্যত, বিশেষকৈ শিশু সাহিত্যত ৰাপ আছিল। *ময়না*(১৯৩৬) তেওঁৰ শ্ৰেষ্ঠতম শিশু পুথি। *এক পক্ষ* নামৰ আন এখন শিশু পুথিৰো ৰচক। ১৯৬৮-৭০ কালছোৱা অসম বিজ্ঞান সমিতিৰ সভাপতি আছিল। (৩০৮)

**হৰিপ্ৰসাদ ব্ৰহ্মচাৰী** ( ? - ১৯৪৩): জন্ম বৰপেটাত। পিতৃ মহীকান্ত দাস। বি. এ. পাছ কৰি বৰপেটা আৰু গুৱাহাটীত কিছুকাল শিক্ষকতা কৰাৰ পিছত ১৯০৮ চনত চাব ডেপুটি কলেক্টৰৰ চাকৰি পায়। তেৰ বছৰ এই চাকৰি কৰাৰ পিছত ১৯২১ চনত চাকৰি এৰি অসহযোগ আন্দোলনত যোগ দিয়ে আৰু এবছৰ সশ্ৰম কাৰাদণ্ড ভোগে। বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি থকা কালত ১৯৩০ চনত পুনৰ ছমাহ কাৰাবাস খাটে। শেষ বয়সত টিহুৰ উত্তৰে জনজাতীয় লোকৰ মাজত 'সত্য সনাতন আশ্ৰম' স্থাপন কৰি আধ্যাত্মিক সাধনাৰ যোগেদি সমাজ সংস্কাৰ কৰিবলৈ চেষ্টা কৰিছিল। (৪৩ক)

**হৰিবৰ বিপ্ৰ** (১৪ শতিকা) : জৈমিনীয় অশ্বমেধ পৰ্বৰ পৰা *বব্ৰুবাহনৰ যুদ্ধ*, *তাম্ৰধ্বজৰ যুদ্ধ* আৰু *লবকুশৰ যুদ্ধ*ৰ পদ ভাঙনি কৰোঁতা। কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ* পৃষ্ঠপোষকতা পাইছিল। (২০০,২০৭,২৬৬)

**হৰিবিলাস আগৰৱালা** ( ? ।৯।১৮৪২-১৮।১১।১৯১৬) : জন্ম নৰং জিলাৰ গমিৰিত। পিতৃ নাওৰংৰাম*, মাতৃ চান্দুৰি। পিতৃদত্ত নাম আছিল বাণিৰাম। ১৮৬১ চনত শিৱনাৰায়ণ পৰমহংসৰ পৰা ব্ৰাহ্মধৰ্মৰ দীক্ষা লৈ হৰিবিলাস নাম গ্ৰহণ কৰে। ঘৰতে নাগেৰি ভাষা শিকি ন বছৰ বয়সত ডিব্ৰুগড়ত থকা পিতৃৰ দোকানত থাকি তাৰ বাংলা স্কুলত নাম লগায়। ১৮৫৪ চনত গমিৰিলৈ আহে আৰু পিতৃৰ মৌজাত কাকতিৰ কামত ধৰে। সেই বছৰতে অসমত আৰম্ভ হোৱা শিয়লতো ভাগ লৈছিল। একে চনতে পুনৰ ডিব্ৰুগড়লৈ আহি বাংলা স্কুলত নাম লগায়। ১৮৫৭ চনত শিৱসাগৰলৈ গৈ তাৰ ইংৰাজী স্কুলত নাম ভৰ্তি কৰে। তৃতীয় শ্ৰেণীলৈ প্ৰমোচন পাই ১৮৫৯ চনত কলিকতালৈ যায় আৰু তাৰ হিন্দু স্কুলত ভৰ্তি হয়। ইয়াত কিছুদিন পঢ়ি ডিব্ৰুগড়ত কাৰবাৰত লাগে। ১৮২২ চনত চৰকাৰৰ পৰা কলংপুৰ প্ৰমুখ্যে চাৰিটা মৌজা



হৰিবিলাস আগৰৱালা

লয়। ১৮৭৩ চনত তেজপুৰলৈ উঠি আহে। চাউল, কাঠ, ৰবৰ আদিৰ ব্যৱসায় কৰিছিল। বিশেষকৈ ৰ কাৰবাৰত প্ৰচুৰ ধন ঘটিছিল। কলিকতাতো গোলা আছিল। তাত এটা বেংকো খুলিছিল। ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমণ কৰাৰ উপৰিও ৰেংগুন আৰু শ্ৰীলংকালৈকো গৈছিল। কেইখানো অসমীয়া বৈষ্ণৱ পুথি ছপাই উলিয়াইছিল। নিজৰ এখন আত্মজীৱনীও লিখিছিল। চন্দ্ৰকুমাৰ*, কৃষ্ণপ্ৰসাদ* আদিৰ পিতৃ। (৩০১)

**হৰি ভূঞা**(১৫-১৬ শতিকা) : শংকৰদেৱৰ* প্ৰথমা কন্যা মনুৰ স্বামী। মাজুলীত আছিল। আহোম ৰজা ঘৰে এশ লোকৰ ওপৰত অধিকাৰ পাতিছিল। পিছত হাতী ধৰাৰ অজুহাত লৈ ৰজাই তেওঁক হত্যা কৰায়। (২০১, ২০৩)

**হৰিৰামদেৱ** (?—১৬৪৪) : কৃষ্ণদেৱৰ* বৰপুত্ৰ। ১৬৪১ চনত খুটিয়াপোতা সত্ৰৰ অধিকাৰ হয়। *কংসবধ* আৰু *অজামিল উপাখ্যান* নামৰ দুখন নাট আৰু ১৬৮ টা গীতৰ ৰচক। (২০০, ২৯৭)

**হৰিহৰ আতা** (১৬-১৭ শতিকা) : জন্ম নাজিৰাৰ দৈৱজ্ঞ পৰিয়ালত। জ্যোতিষী ককায়েক হৰিবৰক ৰাজ বিষয়াই হত্যা কৰাত মনত বেজাৰ লাগি ভাটিলৈ যায় আৰু সুন্দৰীদিয়াত মাধৱদেৱৰ* লগত থাকেগৈ। মাধৱৰ লগতে মধুপুৰো পায়গৈ। খেয়ালি প্ৰকৃতিৰ মানুহ আছিল। বেহাৰ ৰাজ্যৰ বিভিন্ন ঠাই ঘূৰি ফুৰিছিল। এবাৰ বিয়াও কৰাইছিল; কিন্তু সামান্য অজুহাততে ঘৈণীয়েকক এৰে। মুকলি পথাৰত পঁজা সাজি বাস কৰিছিল। মৰণ কাল উপস্থিত হ'লত গৰখীয়া কিছুমানৰ হতুৱাই পথাৰত এটা গাঁত খনাইছিল আৰু গাঁতত সোমাই গৰখীয়াহঁতক গাঁতটো পুতি পেলাবলৈ কৈছিল। জীৱন্মুক্ত আছিল। ধৰ্ম-প্ৰচাৰো কৰিছিল, কিন্তু ছেগা চোৰোকাকৈহে। (১৫০, ২০৩, ২৭৯)

**হৰিহৰ চৌধুৰী** (? - ১৯৭৪) : নামনি অসমৰ মানুহ। পিতৃ দুতিৰাম, মাতৃ মোহিনীদেৱী। কটন কলেজৰ শিক্ষা আধৰুৱাকৈ এৰি লোনতে গোৱালপাৰাৰ অভয়েশ্বৰী হাইস্কুলৰ শিক্ষক হয়। পিচত ডুমডুমালৈ আহি ব্যৱসায়ত লাগে আৰু অঞ্চলটোৰ এগৰাকী বিশিষ্ট ব্যক্তি হিচাপে পৰিগণিত হৈ পৰে। ডুমডুমা এম. ই. স্কুল, ডুমডুমা হোৱাৰী হাইস্কুল, ডুমডুমা শাখা সাহিত্য সভা আদিৰ গুৰি ধৰোঁতা। মাতৃৰ নামত এলানি বক্তৃতাৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ক ২৫ হেজাৰ টকা দান কৰিছিল। প্ৰৱেশিকা পৰীক্ষাত অসমীয়াত সৰ্বোচ্চ নম্বৰ পোৱা অৰুণাচলী ছাত্ৰক বৃত্তি দিবৰ বাবে অসম সাহিত্য সভালৈও এটি অনুদান আগবঢ়াইছিল। বহু বছৰ ধৰি ডুমডুমা টাউন কমিটিৰ চেয়াৰমেন হৈ থকাৰ উপৰিও বিধান সভাত এই অঞ্চলটোৰ প্ৰতিনিধিত্বও কৰিছিল। (৪০০)

**হৰিহৰ তাঁতী** ( ? -আ. ১৭৯১) : লক্ষীমপুৰ অঞ্চলৰ লোক। সম্ভৱত: তাঁত ব্যৱসায়ী আছিল। মোৱামৰীয়া সকলৰ তৃতীয় বিদ্ৰোহৰ সময়ত জনজাতীয় লোক সকলক আহোম ৰজাৰ বিৰুদ্ধে সংগঠিত কৰি এটা ডাঙৰ সেনাবাহিনী গঢ়ি তুলিছিল। আহোম সৈন্যক পৰাস্ত কৰি ৰংপুৰ দখল কৰিছিল আৰু যোগেন্দ্ৰ নাম গ্ৰহণ কৰি, গৌৰীনাথ সিংহ* গুৱাহাটীত পলাই থকাৰ সুবিধা লৈ, তিনি বছৰকাল (১৭৮৮-৯১) ৰংপুৰত ৰাজপাট খাইছিল। সম্ভৱতঃ ১৭৯১ চনত মৃত্যু হয়; নহলেও কিবা কাৰণত ৰাজপাটৰ পৰা অপসাৰিত হ'ব লগাত পৰে। (২১৩)

**হৰেন কলিতা** (১২।১।১৯২২-১৯।৬।১৯৫৬) : জন্ম গুৱাহাটী চহৰৰ টকৌবাৰী সত্ৰত। পিতৃ সাধিৰাম। ১৯৪১ চনত গুৱাহাটীত ছাত্ৰ আন্দোলনত যোগ দি চাৰিমাহ, ১৯৪২ চনত স্বাধীনতা সংগ্ৰামত লাগি এবছৰ কাৰাবাস খাটিছিল। ককায়েক ৰাজেন কলিতাৰ প্ৰভাৱত বিপ্লৱী কমিউনিষ্ট দলৰ সদস্য হয়। ১৯৪৫ চনত পলাশবাৰীত বহা কৃষক সম্মিলনৰ দলীয় অধিৱেশনত সম্পাদক নিৰ্বাচিত হৈছিল। ১৯৪৭ চনলৈকে দলৰ সাধাৰণ সম্পাদক আছিল। ১৯৪৮ চনত দল বে-আইনী ঘোষিত হোৱাত আত্মগোপন কৰে। ১৯৫২ চনত ধৰা পৰি পুনৰ জেল খায়। কিন্তু জেলৰ ভিতৰতে গুৰুতৰ অসুখ হোৱাত সেই বছৰতে

মুক্তি পায়। বাসুগাঁৱত বহা দলৰ সৰ্ব ভাৰতীয় সন্মিলনত দলৰ কেন্দ্ৰীয় কমিটিৰ সম্পাদক নিৰ্বাচিত হৈছিল। কম বয়সতে মৃত্যুবৰণ কৰে। (৬৯)

**হৰেন্দ্ৰ নাথ কলিতা** (১৯০৮ ১।১।১৯৭৩): জন্ম আৰংগমৌ গাঁৱত। কটন কলেজিয়েট স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলিকতালৈ যায়। তাত ইঞ্জিনীয়াৰিঙৰ চাৰি বছৰীয়া শিক্ষা সাং কৰি হাওৰাত কৰ্মজীৱনৰ পাতনি মেলে। কলিকতাৰ এ. এচ. এল. ক্লাবৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। অসমত সুকীয়া বিশ্ববিদ্যালয়ৰ বাবে জনমত



হৰেন্দ্ৰ নাথ কলিতা

গঢ়ি তোলা সকলৰ অন্যতম। ১৯৩০ চনত কলিকতাত 'মাতৃপূজা অৰ্ঘ্য' নামে এটা গ্ৰন্থ প্ৰকাশন অনুষ্ঠান খুলিছিল। ১৯৪৭ চনত অসমলৈ উভতি আহে আৰু কিছুকাল কাঠৰ ব্যৱসায়ত লাগে। ১৯৫১ চনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে বিধান সভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও পৰাজিত হয়। ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমূহ ছাত্ৰাবাস আৰু ছাত্ৰীনিবাসৰ অধীক্ষক নিযুক্ত হয়।

অসমীয়া সাহিত্যৰ সেৱক আছিল। *'আকাশৰ কথা'*, *'পৃথিৱীৰ সাধু'*, *'চন্দ্ৰ অভিযান'*, *'বৈজ্ঞানিক আৱিষ্কাৰৰ কাহিনী'*, *'অকণিৰ বেজবৰুৱা'*, *'গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদিকথা'*, *'অতীতৰ স্মৃতি'* (গল্প সংকলন) আদি কেইবাখনো গ্ৰন্থৰ ৰচয়িতা। প্ৰথমোক্ত পুথি দুখনৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ পৰা পুৰস্কাৰ লাভ কৰিছিল। কলিকতাত থকা কালত তালৈ যোৱা অসমীয়া মানুহৰ প্ৰধান সহায়ক আছিল। (৪০০)

**হৰেন্দ্ৰনাথ বৰুৱা** (১৯০৯ ৩।৮।১৯৮৭) : জন্ম গোলাঘাটত। গোলাঘাট হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজলৈ আহে আৰু তাৰ পৰা ১৯৩০ চনত বি.এ. উপাধি লয়। পিছত আৰ্ল.ল. কলেজৰ পৰা বি.এল. পাছ কৰি চাৰি বছৰমান আইনৰ ব্যৱসায় কৰে। কলেজীয়া ছাত্ৰ অৱস্থাতে স্বাধীনতা আন্দোলনত যোগ দি কিছুকাল বন্দী হৈ আছিল। ১৯৪১ চনত প্ৰায় এমাহ আৰু ১৯৪৩ চনত প্ৰায় এবছৰ কাৰাবাস খাটিছিল। কাৰাবাসৰ পৰা ওলাই কিছুকাল গুৱাহাটী পৌৰসভাৰ দায়িত্বত থাকে। ১৯৫২ চনত কংগ্ৰেছ এৰি কিষাণ মজদুৰ পাৰ্টিত যোগ দিয়ে। কিন্তু সোনকালেই সক্ৰিয় ৰাজনীতি ত্যাগ কৰি সংবাদ সেৱাত আত্মনিয়োগ কৰে। ১৯৫০ চনত *ৰাইজ* নামৰ এখন কংগ্ৰেছ মতাদৰ্শী কাকত সম্পাদনা কৰিছিল। ১৯৫৪ চনত *নতুন অসমীয়া* নামৰ ন-কৈ ওলোৱা দৈনিক কাকতৰ সম্পাদক হয়। একেৰাহে ১৮ বছৰ কাল এই পদত থাকি ১৯৭৩ চনত অৱসৰ লয়। ১৯৮১ চনত প্ৰকাশ পোৱা তিনি দিনীয়া *বাতৰি*ৰ মুখ্য উপদেষ্টা আছিল। অসম প্ৰকাশন পৰিষদৰ উপ-সভাপতি আৰু গুৱাহাটী বিশ্ববিদ্যালয় কোৰ্টৰ সদস্য নিৰ্বাচিত হৈছিল। সামাজিক সমস্যা সম্পৰ্কীয় দুখনমান পুস্তিকাৰ ৰচক। (৪৩)

**হৰেন্দ্ৰনাথ শৰ্মা** (১৬।১২।১৯০৫- ১৭।৭।১৯৭৩) : জন্ম বজালীৰ বামুনকুছি গাঁৱত। পিতৃ কালীনাথ, মাতৃ উৰ্মিলা। বৃত্তি সহ প্ৰাথমিক পৰীক্ষা শেষ কৰি

পাটাছাৰকুছি মাইনৰ স্কুলত ভৰ্তি হয়। ১৯২২ চনত মাইনৰ স্কুলৰ শেষ পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম হৈ গৌৰীপুৰ হাইস্কুলত নাম লগায়। প্ৰৱেশিকা পৰীক্ষাতো অসম উপত্যকাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি কটন কলেজত নাম লগায়। ১৯২৮



হৰেন্দ্ৰ নাথ শৰ্মা

চনত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত চতুৰ্থ হৈ আই.এ. পৰীক্ষা পাছ কৰে। ১৯৩০ চনত কটন কলেজৰ পৰাই ডিষ্টিংচন সহ বি.এ. উপাধি লৈ উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। কিন্তু আৰ্থিক অনাটনৰ বাবে পঢ়িব নোৱাৰি ১৯৩৩ চনত *পাটাছাৰকুছি বিদ্যাপীঠ* প্ৰতিষ্ঠা কৰে। জন্ম লগ্নৰ পৰা ১৯৬৮ চনলৈকে ইয়াৰ প্ৰধান শিক্ষক হৈ আছিল।

সমাজসেৱী আৰু সাহিত্যানুৰাগী আছিল। *জোৱান অব আৰ্ক, শিৱাজী, দময়ন্তী* আদি পুথি আৰু কেইবাখনো পাঠ্যপুথিৰ ৰচক। *চেতনা, বাঁহী* আদি কাকতত প্ৰবন্ধ পাতি লিখিছিল। কলিকতাত থকা কালত *আৱাহন* আলোচনীৰ লগত জড়িত আছিল। এটা প্ৰকাশন অনুষ্ঠান পাতিবৰ বাবে বহু বছৰৰ পৰা চেষ্টা কৰি আছিল। *বাণী প্ৰকাশ* নামৰ পুস্তক প্ৰতিষ্ঠানটো প্ৰকাৰান্তৰে তেওঁৰেই প্ৰচেষ্টাৰ ফল। (২৪২, ৩১২)

**হৰেন্দ্ৰ নাৰায়ণ চৌধুৰী** (১৯ শতিকা) : পিতৃ কুশনাৰায়ণ, মাতৃ আনন্দপ্ৰিয়া। নলবাৰী অঞ্চলৰ খ্যাতিমন্ত লোক আছিল। সেনাপতি দত্তৰ লগ লাগি এই অঞ্চলৰ সামাজিক উন্নতিত বিশেষ বৰঙণি যোগাইছিল। (২৯৮)

**হৰেন্দ্ৰমল্ল বৰুৱা** (১৮৫১-১৯৩১) : চান্দকুছিৰ বিখ্যাত বুজৰবৰুৱা বংশৰ লোক। নলবাৰী অঞ্চলৰ প্ৰতিপত্তিশালী ব্যক্তি আছিল আৰু ইয়াৰ সামাজিক কাম-কাজবোৰত আগভাগ লৈছিল। ভাৰতীয় স্বাধীনতা আন্দোলনৰ নীৰৱ সমৰ্থক আছিল। (২৫০)

**হৰেশ্বৰ গোস্বামী**(৭।২।১৯১৮-৯।৫।১৯৬৮) : জন্ম গুৱাহাটীত। পিতৃ কুমুদেশ্বৰ, মাতৃ কিৰণবালা। প্ৰাথমিক শিক্ষা সাং কৰি কটন কলেজিয়েট স্কুলত পঢ়িছিল। কিন্তু কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত কামৰূপ একাডেমীৰ জন্ম হোৱাত দেউতাকে তাত নাম লগাই দিয়ে। ইয়াৰ পৰাই ১৯৩৩ চনত প্ৰৱেশিকা পাছ কৰে। কটন কলেজৰ পৰা ১৯৩৫ চনত আই.এছ.চি আৰু ১৯৩৭ চনত অৰ্থনীতিত সন্মান সহ বি.এ. পাছ কৰি বিলাতলৈ যায়। ১৯৪০ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অন্তৰ্গত কেথেৰিন কলেজৰ অৰ্থনীতিত ট্ৰাইপোচ সহ এম.এ. আৰু লিংকনচ ইন্-অৰ পৰা বেৰিষ্টাৰী উপাধি লয়। আই.চি.এছ. পৰীক্ষা দিয়াৰো যা-যোগাৰ কৰিছিল। কিন্তু দ্বিতীয় মহাযুদ্ধৰ হুলুস্থূলত ঘৰলৈ উভতি আহে আৰু গান্ধীজীৰ নেতৃত্বত হোৱা স্বাধীনতা যুঁজত ভাগ লৈ তিনি মাহ জেল খাটে। ১৯৪২ চনৰ *ভাৰত ত্যাগ* আন্দোলনৰ সময়তো পুনৰ কাৰাদণ্ড ভোগে। স্বাস্থ্যজনিত কাৰণত আগতীয়াকৈ মুক্তি দিছিল যদিও চাৰি বছৰৰ বাবে তেওঁক অসমৰ পৰা বহিষ্কাৰ কৰা হৈছিল। তেতিয়া কলিকতালৈ গৈ তাৰ উচ্চ ন্যায়ালয়ত

ওকালতি কৰিছিল। কিছুকাল *বংগবাসী* কলেজৰ অংশকালীন প্ৰবক্তাও আছিল। ১৯৪৭ চনত অসমলৈ উভতি আহে আৰু নৱ প্ৰতিষ্ঠিত কংগ্ৰেছ চোচিয়েলিষ্ট দলত যোগ দিয়ে। এই দলৰ সভ্য হিচাপে দুবাৰো নিৰ্বাচনত নামিছিল যদিও এবাৰো জয়ী হ'ব নোৱাৰি ওকালতিতে মন দিছিল। ১৯৬৪ চনত পুনৰ কংগ্ৰেছলৈ আহে আৰু ১৯৬৭ চনত বিধান সভাৰ অধ্যক্ষ হয়। প্ৰখ্যাত আইনজীৱী আৰু সমাজ সংগঠক আছিল।' ৬২ চনৰ ভাষা আন্দোলন, শোধনাগাৰ আন্দোলন, গুৱাহাটীলৈ ৰাজধানী স্থানান্তৰ আন্দোলন আদিত আগভাগ লৈছিল। (৪৩)

**হৰেশ্বৰ শৰ্মা বৰুৱা** (১৮৭৫ ১৯০৬) টীয়কৰ মানুহ। ১৮৯৯ চনত *কুসুম কুমাৰী* নামে এখন উপন্যাসৰ ৰচক। এইখনেই অসমৰ প্ৰথম বাস্তৱধৰ্মী উপন্যাস। *অভিমন্যুবধ* আৰু *শকুন্তলা* নামৰ দুখন নাটো ৰচিছিল। (২০০, ২১৮)

**হৰ্জৰ বৰ্মন** (? — আ.৮৩৫) পিতৃৰ নাম সম্ভৱতঃ আৰহী, মাতৃ জীৱদেৱী। প্ৰাচীন কামৰূপৰ শালস্তম্ভ বংশৰ ক্ষমতাশালী ৰজা। প্ৰায় কুৰি বছৰ ধৰি ৰাজ্য শাসন কৰিছিল। হাৰুপেশ্বৰত (প্ৰাচীন তেজপুৰত) নগৰ পাতি দ্বিতীয় ৰাজধানী কৰিছিল। ঘাই ৰাজধানী আছিল প্ৰাগজ্যোতিষপুৰ। (৪৪,১৫৮,২৯৮)

**হৰ্ষদেৱ** (? -- আ. ৭৫০) : প্ৰাচীন কামৰূপৰ শালস্তম্ভীয় বংশৰ ৰজা। প্ৰায় ২৫ বছৰ ধৰি ৰাজ্য শাসন কৰিছিল। (৪৪, ১৫৮, ২৯৮)

**হৰ্ষপাল** (? — আ. ১০১৫). পিতৃ গোপাল*। পিতৃৰ মৃত্যুৰ পিছত প্ৰায় ১০ বছৰ ধৰি কামৰূপ ৰাজ্য শাসন কৰিছিল। (৪০, ১৪৫ক, ২৯০)

**হলধৰ ভূঞা** (২৮।৯।১৮৯১-২৮।৩।১৯৬৮) : জন্ম নগাঁও জিলাৰ কামপুৰৰ তেতেলিসৰা গাঁৱত। পিতৃ বাবুল, মাতৃ সুলভা। ১৯১৪ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত আই.এ. শ্ৰেণীলৈকে পঢ়িছিল। কিন্তু আৰ্থিক



হলধৰ ভূঞা

দুৰৱস্থাৰ বাবে পঢ়া এৰি নগাঁও কাছাৰীত নকল নবীচৰ কামত সোমায়। লগতে খেতি, ব্যৱসায় আৰু সমাজ সেৱাত লাগে। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিয়ে। নিষ্ঠাবান স্বাধীনতা যুঁজাৰু আছিল। ১৯২১ ৪৪ কালছোৱাৰ ভিতৰত বহুবাৰ কাৰাদণ্ড ভুগি মুঠ পাঁচ বছৰমান জেলত আছিল। ১৯৩৭ চনৰ পৰা ১৯৫১ চনলৈকে একেৰাহে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বিধান সভাৰ সদস্য আছিল। ১৯৫৩ চনত কংগ্ৰেছ এৰি কৃষক মজদুৰ পাৰ্টি, পিছত প্ৰজা চোচিয়েলিষ্ট দলত যোগ দিয়ে আৰু এই দলৰ অসম শাখাৰ সভাপতি নিৰ্বাচিত হয়। নগাঁও সেৱা মিছন (১৯১৮), শ্ৰী শ্ৰী শংকৰদেৱ সংঘ(১৯২৫), গ্ৰাম্য মংগল সমিতি(১৯৪৭), শ্ৰীমন্ত শংকৰ মিছন(১৯৫০) আদি অনুষ্ঠান সমূহৰ অন্যতম প্ৰতিষ্ঠাপক। (৪৩,৪০০)

**হলিৰাম ঢেকিয়াল ফুকন** (১৮০২-১৮৩২) : পিতৃ

লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ* পুত্ৰ পৰশুৰাম বৰুৱা*। মাতৃ কামেশ্বৰী। দেউতাকৰ মৃত্যুত চৈধ্য বছৰ বয়সতে হাদিৰাচকীত দুৱৰীয়া বৰুৱা হয়। চন্দ্ৰকান্ত সিংহৰ* হকে মানৰ বিৰুদ্ধে হাদিৰাচকীত পৰাক্ৰমেৰে যুঁজ দিয়াত চন্দ্ৰকান্তই ঢেকিয়াল ফুকন পদবী দিয়ে। দেশ ইংৰাজে লোৱাত মাটি বন্দোৱস্তীৰ কামত ডেভিদ স্কটৰ সহায়কাৰী হৈ অসমৰ বিভিন্ন ঠাই ঘূৰিছিল। নগাঁও আৰু দৰঙৰ মাটি বন্দোৱস্তী তেৱেঁই কৰে। অসমখন উজনী আৰু নামনি দুটা খণ্ডত ভাগ হ'লত ১৮২৫ চনত নামনি খণ্ডৰ কালেক্টৰী চিৰস্তাদাৰ নিযুক্ত হয়। কিন্তু হোৱাইট চাহাবৰ লগত বিবাদ লগাত চাকৰি এৰি দিয়ে আৰু প্ৰথমে হাদিৰাচকীত, পিছত গুৱাহাটীৰ ভৰলুমুখত থাকিবলৈ লয়। ১৮৩২ চনত মাহিলি আঢ়েশ টকা দৰ্মহাত গুৱাহাটীৰ এচিষ্টেন্ট মেজিষ্ট্ৰেট নিযুক্ত হয়। শাৰীৰিক অসুস্থতাৰ বাবে উমানন্দত থাকিবলৈ লৈছিল। তাতে মৃত্যু হয়।

কিছু সংৰক্ষণশীল স্বভাৱৰ লোক হলেও স্বাধীনচেতা আছিল। গয়া, কাশী, শ্ৰীক্ষেত্ৰ আদি বিভিন্ন তীৰ্থ ভ্ৰমণ কৰিছিল আৰু দানো দিছিল। কলিকতাত কিছুকাল থাকোতে তাৰ ধৰ্ম সমাজৰ সভ্য হৈছিল। প্ৰশাসনীয় দক্ষতাও আছিল। ১৮২৯ চনত বঙলা ভাষাত *আসাম বুৰঞ্জী* ৰচনা কৰে। *তীৰ্থ যাত্ৰা পদ্ধতি* (১৮৩২) নামে সংস্কৃততো এখন পুথি লিখিছিল। *সমাচাৰ চন্দ্ৰিকা*, *সমাচাৰ দৰ্পন* আদি বঙলা কাকতত তেওঁৰ চিঠি আৰু প্ৰবন্ধ ওলাইছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃ*। যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ* জ্যেষ্ঠ ভ্ৰাতৃ। (৬৭, ৮৮, ১৪৮)

**হৰিৰাম নাথ চহৰীয়া** (১৭।১।১৮৮৬ - ৭।৮।১৯৭৫): জন্ম মঙ্গলদৈৰ ওচৰৰ সাতঘৰীয়া গাঁৱত। পিতৃ পুৰন্দৰ, মাতৃ বকুলী। মঙ্গলদৈ চৰকাৰী হাইস্কুলৰ পৰা ১৯১০ চনত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। কিন্তু শিক্ষা আধৰুৱাকৈ এৰি কিছুকাল চৰকাৰী চাকৰি বাদ দি ব্যৱসায়ত লাগে। মঙ্গলদৈ অঞ্চলত সমবায় আন্দোলনৰ বাটকটীয়া। 'বান্ধৱ কোম্পানী' নামৰ এটা সমবায় প্ৰতিষ্ঠান খুলি তাৰ পৰা পোৱা ধনেৰে 'বান্ধৱ পাৰ্টি' নামৰ যাত্ৰাদলো স্থাপন কৰিছিল। মঙ্গলদৈ অঞ্চলত এটা আন্দোলনৰ প্ৰতিষ্ঠাতা। এই অঞ্চলত শিক্ষাৰ প্ৰচাৰতো বিশেষ অৱদান আছে। ছিপাঝাৰ হাইস্কুলৰ ভেটি স্থাপন কৰোঁতাসকলৰ অন্যতম। মাতৃ আৰু পত্নীৰ নামত এখন এম. ই. স্কুল আৰু এখন এল. পি. স্কুল খুলি স্ত্ৰীশিক্ষাৰ প্ৰচাৰতো বিশেষ ভূমিকা লৈছিল। সংস্কৃত টোল, বোৰ্ডিংঘৰ, নাৰায়ণ লাইব্ৰেৰী আদি স্থাপন কৰোঁতা। এটা যোগাশ্ৰম আৰু এটা শিৱমন্দিৰ নিজ খৰচত সাজি দিছিল। ছিপাঝাৰ অঞ্চলৰ প্ৰতিটো উন্নয়নমূলক কামত আগভাগ লৈছিল। সাহিত্যতো ৰাপ আছিল। দুখনমান স্কুলীয়া পাঠ্যপুথি ৰচনা কৰাৰ উপৰিও *'সামবেদীয় সন্ধ্যাবিধি'*, *'যোগী জাতিৰ ইতিহাস'* প্ৰমুখ্যে দুখনমান গ্ৰন্থৰ ৰচক। ছিপাঝাৰ সাহিত্য সভাৰ (১৯২৮) প্ৰতিষ্ঠাপক। (৬৬ক)

**হৰিৰাম মহন্ত ঠাকুৰ** (১৮৪৬-১৫।২।১৯৫০): জন্ম কামৰূপৰ বৰনগৰ অঞ্চলত। পিতৃ কমলনাৰায়ণ ঠাকুৰ আতাৰ* বংশৰ লোক আছিল। নৰ্মাল আৰু এম.ভি স্কুলৰ শিক্ষা সাং কৰি বজালিত শিক্ষকতা কৰিছিল। বৈষ্ণৱ সাহিত্যৰ পুনৰোদ্ধাৰত অৰিহণা আছে। তেওঁৰ দ্বাৰা সংকলিত আৰু সম্পাদিত গ্ৰন্থসমূহৰ কেইখনমান হ'ল ৰামচৰণ ঠাকুৰৰ* *শংকৰ চৰিত্ৰ*, *ঠাকুৰ আতাৰ ফকৰা পুথি বা পৰমাৰ্থ তত্ত্ব*, *মাধৱদেৱৰ শ্ৰীমদ্ভাগৱত*। *হিন্দু ধৰ্ম সাৰ*, *প্ৰসংগ প্ৰণালী* আদি নিজাকৈয়ো কেইখনমান পুথি লিখিছিল। কিছু গীত আৰু পাঠ্যপুথিও ৰচনা কৰিছিল।

স্বদেশপ্ৰেমীও আছিল। পয়সত্তৰ বছৰ বয়সত অসহযোগ আন্দোলনত যোগ দি জেল খাটিছিল।

১৯২২ চনত অসমৰ প্ৰতিনিধিৰূপে গয়া কংগ্ৰেছত যোগ দিছিল। ১৯২৫ চনত *সদৌ অসম মহাপুৰুষীয়া ধৰ্মোন্নতি সভা* খুলি তাৰ সম্পাদক হৈছিল। অসম সাহিত্য সভাৰো পৃষ্ঠপোষক আছিল। (১৩,১২৮)

**হলীৰাম ডেকা** (৬।১৯০১-২০।১২।১৯৬২) : জন্ম সৰ্থেবাৰীত। পিতৃ জয়ৰাম প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক আছিল। মাতৃ মাইপ্ৰিয়া। জন্ম ঠাইতে প্ৰাথমিক শিক্ষা সাং কৰি পাঠশালাৰ চৌখুটি মধ্য ইংৰাজী স্কুলৰ পৰা



হলীৰাম ডেকা

এম.ই. পাছ কৰে। বৰপেটা চৰকাৰী হাইস্কুলত দুশ্ৰেণীমান পঢ়ি গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজৰ পৰা ৰসায়ন বিজ্ঞান সহ আই.এ. পাছ কৰি চৰকাৰী বৃত্তি লৈ শিবপুৰ ইঞ্জিনীয়াৰিং কলেজত ভৰ্তি হয়। কিন্তু সেই শিক্ষা বাদ দি গুৱাহাটীলৈ আহি পুনৰ কটন কলেজত নাম লগায় আৰু গণিতত সন্মানসহ বি.এ. পাছ কৰে। ইয়াৰ পিছত উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায় আৰু ১৯২৫ চনত বঙলা ভাষাত প্ৰথম শ্ৰেণীৰ এম.এ. আৰু ১৯২৬ চনত বি.এল. উপাধি পায়। গুৱাহাটীত ছবছৰমান ওকালতি কৰাৰ পিছত কলিকতাৰ উচ্চ ন্যায়ালয়ত এই ব্যৱসায় আৰম্ভ কৰে, লগতে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অংশকালীন অধ্যাপকো নিযুক্ত হয়। ১৯৪৬ চনত অসম ৰেভিনিউ ট্ৰিবুনেলৰ সদস্যৰূপে শ্বিলঙলৈ আহে। ১৯৪৮ চনত গুৱাহাটীত উচ্চ ন্যায়ালয় প্ৰতিষ্ঠা হোৱাত তাৰ প্ৰথম পঞ্জীয়ক হয়। পিছৰ বছৰত জিলা ন্যায়াধীশৰূপে যোৰহাটলৈ যায়। ১৯৫০ চনত অসম উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ হয়। ১৯৬১ চনত তাৰ মুখ্য ন্যায়াধীশৰূপে অৱসৰ গ্ৰহণ কৰে।

একালৰ খ্যাতনামা গল্পকাৰ। সমসাময়িক আলোচনী সমূহত অনেক গল্প লিখিছিল। *অলকালৈ চিঠি*(১৯৪৯) আৰু *যৎকিঞ্চিৎ*(১৯৬২) তেওঁৰ প্ৰকাশিত গল্পপুথি। চিত্ৰসেন যখবীয়া ছদ্মনামেৰে *আৱাহন* আলোচনীত এখনি ৰম্য ৰচনাও লিখিছিল। (১,১৩,২১৬)

**হাউহা সেনাপতি** (১৮ শতিকা) : লক্ষীমপুৰ অঞ্চলৰ জনজাতীয় সম্প্ৰদায়ৰ লোক। মোৱামৰীয়া তৃতীয় বিদ্ৰোহৰ সময়ত হৰিহৰ তাঁতীৰ* অধীনত বিদ্ৰোহী সেনাৰ সেনাপতি আছিল। মাজুলীত ৰজাঘৰীয়া সেনাৰ বিৰুদ্ধে যুঁজ দি জয়ী হৈছিল। (১১৩)

**হাথীয়া দলৈ** (১৫-১৬ শতিকা) : শংকৰদেৱৰ* সম্পৰ্কীয় ভতিজাক। পিতৃ ৰতিকান্ত। শংকৰদেৱৰ মাজুলীৰ ধুৱাহাটাত থাকোতে ভকতসকলৰ ওপৰত অত্যাচাৰ কৰাত শংকৰদেৱে তেওঁক এৰিছিল। শংকৰদেৱৰ মৃত্যুৰ পিছত বনগঞা গিৰীৰ* সৈতে লগ লাগি শংকৰদেৱৰ পত্নী আৰু বোৱাৰীয়েকসকলৰ ওপৰত উৎপাত কৰিছিল আৰু মাধৱদেৱৰ* বদনাম ৰটিছিল। (২০১, ২০৩)

**হিতেন্দ্ৰকুমাৰ বৰুৱা** (১৬।১।১৯১৬ ১৫।১।১৯৮০) : জন্ম ডিব্ৰুগড়ত। পিতৃ প্ৰসন্নকুমাৰ* , মাতৃ ৰজনীকান্ত

বৰদলৈৰ* কন্যা গুণমণি। ১৯৩১ চনত ডিব্রুগড় ৰাজ্যপালন হাইস্কুলৰ পৰা প্রথম বিভাগত প্রৱেশিকা পাছ কৰি কলিকতালৈ যায়। ১৯৩৫ চনত উদ্ভিদ বিদ্যাত দ্বিতীয় শ্রেণীৰ প্রথম স্থান লৈ প্রেসিডেন্সি কলেজৰ পৰা বি.এচ.ছি., ১৯৩৭ চনত উদ্ভিদবিদ্যাত দ্বিতীয় শ্রেণীৰ তৃতীয় হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম.এছ.ছি. উপাধি লয়। ইয়াৰ পিছত বিলাতলৈ গৈ কেম্ব্রিজ বিশ্ববিদ্যালয়ৰ পৰা ১৯৪২ চনত পি.এইচ.ডি. উপাধি লাভ কৰে। ভাৰতলৈ উভতি আহি *বসু বিজ্ঞান*



হিতেন্দ্ৰকুমাৰ বৰুৱা

*মন্দিৰত* মাইক্ৰবায়লজিষ্ট পদত নিযুক্ত হয়। ১৯৪৭ চনত ৰেংগুন বিশ্ববিদ্যালয়ত উদ্ভিদবিদ্যাৰ মুৰব্বী অধ্যাপকৰ পদ পাই তালৈ যায়গৈ। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্রতিষ্ঠা হোৱাত ইয়াৰ উদ্ভিদবিজ্ঞান বিভাগৰ মুৰব্বীৰ পদ গ্ৰহণ কৰেহি। এই বিশ্ববিদ্যালয়ৰ প্রথম মুৰব্বী অধ্যাপক তথা প্রথম বিজ্ঞান গুৰু (ডীন) আছিল। ১৯৭৪ চনৰ পৰা ১৯৭৯ চনলৈ বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ দায়িত্বত থাকে। অসম বিজ্ঞান সমিতিৰ সভাপতি (১৯৭১), বোম্বেত বহা ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ উদ্ভিদবিজ্ঞান শাখাৰ সভাপতি, *প্লেণ্ট পেথোলজি* বিষয়ৰ আন্তৰ্জাতিক আলোচনা চক্ৰৰ *মাইকলজি* শাখাৰ সভাপতি, ভাৰত চৰকাৰৰ কেন্দ্ৰীয় জীৱবিদ্যা পৰিষদৰ উপদেষ্টা আদি বিভিন্ন দায়িত্বত আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিজ্ঞান শাখাটো পূৰ্ণাংগ কৰি তোলাত বিশেষ বৰঙণি দি গৈছে। *টেক্সটবুক অব প্লেণ্ট পেথলজি* নামৰ এখন গ্ৰন্থৰ ৰচক। বিজ্ঞানৰ বিভিন্ন আলোচনীত চাবিকুৰিবো অধিক গৱেষণা পত্ৰ প্ৰকাশ কৰিছিল। পত্নী পাৰুকুট্টী বৰুৱাৰ সহযোগত *বিজ্ঞান আৰু বৈজ্ঞানিক* নামে এখন বিজ্ঞানীসকলৰ জীৱনী পুথিও ৰচনা কৰি গৈছে। (৩২১)

**হিতেশ্বৰ বৰবৰুৱা** ( ।১।১৮৭৬- ।২।১৯৩৯) : জন্ম যোৰহাটৰ ওচৰৰ সৰু চৰাইবাহীত। পিতৃ চিকৌ। যোৰহাট বেলৱে কাৰখানাৰ স্কুল, তৰাজান ছাত্ৰ বৃত্তি স্কুল আৰু যোৰহাট হাইস্কুলত পঢ়ি দশমমান শ্ৰেণীৰ পৰা ঘৰুৱা অসুবিধাৰ বাবে স্কুল এৰে। বেজবৰুৱা হাইস্কুলত কেইমাহমান শিক্ষকতা কৰাৰ পিছত চাহ বাগিচাৰ কেৰাণী কামত সোমায়। টিফুক, ম'হবন্ধা, চকলাটিং আদি বাগিচাত কাম কৰি ১৯৩৬ চনত অৱসৰ লয়।

খ্যাতনামা কবি। কেইবাখনো ঐতিহাসিক কাব্যৰ ৰচক। ৰচনা- *ঢোপাকলি* (১৯০২), *কমতাপুৰ ধ্বংস বা সাদৰী* (১৯১০), *বিৰহিনী বিলাপ* (১৯১০), *তিৰোতাৰ আত্মদান* (১৯১৩), *আভাস কাব্য* (১৯১৪), *মালিতা* (১৯১৪), *ডেচডিমোনা* (১৯১৭), *অঙ্গিলা* (১৯১৭), *যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলাগাভৰু* (১৯১৮), *মালচ* (১৯১৮), *চকুলো* (১৯২২)। *কমতাপুৰ ধ্বংস* অমিত্ৰাক্ষৰ ছন্দত লিখা অসমৰ তৃতীয় কাব্য। *মালচ* প্ৰথম অসমীয়া চনেট পুথি। উপৰোক্ত পুথি সমূহৰ উপৰিও তেঁওৰ বুৰঞ্জীমূলক ৰচনা *আহোমৰ দিন* (১৯৮২) আৰু আত্মজীৱনীমূলক ৰচনা *মোৰ ক্ষুদ্ৰ জীৱনৰ সোঁৱৰণী* প্ৰকাশিত। *মালিতা* নামৰ এখনি

উপন্যাস, আৰু *আজলী* আৰু *বৈদেহীৰ নিৰ্বাসন* নামৰ দুখন কাব্য অপ্ৰকাশিত হৈ আছে। ১৯২৪ চনত নগাঁৱত



হিতেশ্বৰ বৰবৰুৱা

বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। (৮,১১৬,২০৭,২৬৪)

**হিমলা বৰুৱানী** (১৮৭৭ ৭।৬।১৯৪৮) : জন্ম যোৰহাটৰ পকামুৰা বামুণ গাঁৱত। ঘৰতে পঢ়া-শুনা কৰিছিল। ১৮৯৯ চনত চাহ খেতিয়ক ৰাধিকা প্ৰসাদ বৰুৱাৰে সৈতে বিয়া হয়। ভগৱতী প্ৰসাদ বৰুৱা*, পাৰ্বতী প্ৰসাদ বৰুৱাৰ* মাতৃ,। ১৯৩৩ চনত বৰপুত্ৰ ভগৱতী প্ৰসাদ আৰু পৰিয়ালৰ অন্যান্য লোকৰ মৃত্যুত *বিননি* (১৯৩৫) নামে এখন কৱিতা পুথি ৰচনা কৰিছিল। কমলালয়া কাকতি* আৰু কনকলতা চলিহা* সম্পাদিত অসমৰ প্ৰথম মহিলা আলোচনী *ঘৰ জেউতি* ৰ অন্যতম গুৰি ধৰোতা আছিল। (৮, ২৬১)

**হিৰণ্যচন্দ্ৰ ভূঞা** (১৯০৫-২৩।১২।১৯৭৩) : জন্ম ৰহাৰ কঁহাৰ গাঁৱত। গোপালচন্দ্ৰ ভূঞাৰ* জ্যেষ্ঠ পুত্ৰ। ১৯২২ চনত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত নাম লগায়। আই.এছ.চি. পৰীক্ষাতো একে ফল দেখুৱাই কলিকতাৰ প্ৰেচিডেন্সী কলেজত ভৰ্তি হয়গৈ আৰু তাৰ পৰা পদাৰ্থবিজ্ঞানত প্ৰথম শ্ৰেণীৰ সন্মান সহ বি.এছ.চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণীৰ এম.এছ.চি. উপাধি লাভ কৰে। একে বছৰতে কটন কলেজত অধ্যাপক ৰূপে সোমায়। তাত সোতৰ বছৰ চাকৰি কৰাৰ পিছত উচ্চ শিক্ষাৰ্থে ইংলণ্ডলৈ যায় আৰু বৃষ্টল বিশ্ববিদ্যালয়ত স্ফটিকৰ ক্ৰটী সম্পৰ্কে দুবছৰ গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰে। উভতি আহি কটন কলেজৰ অধ্যক্ষ পদ গ্ৰহণ কৰে। পিছত ক্ৰমে শিক্ষাধিকাৰ আৰু শিক্ষা সচিব হৈ ১৯৫৯ চনত চৰকাৰী কামৰ পৰা অৱসৰ লয়। ১৯৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিৰ্বাচিত হয়। কিন্তু বিশ্ববিদ্যালয়ৰ কেতবোৰ বিষয়াৰ স্থিতাৱস্থামূলক



হিৰণ্যচন্দ্ৰ ভূঞা

মনোভাৱত অসন্তুষ্ট হৈ দুবছৰৰ পিছতে এই পদ ইস্তফা দিয়ে আৰু শ্বিলঙৰ নিজা ঘৰত থাকিবলৈ লয়। তাতে মৃত্যু হয়।

এগৰাকী আদৰ্শ শিক্ষক হোৱাৰ উপৰিও অসমৰ শিক্ষা সংস্কাৰৰ ক্ষেত্ৰত অৰিহণা আছে। অসম বিজ্ঞান সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ আছিল। ১৯৫৪

ন্ত যোবহাটত বহা অসম সাহিত্য সভা অধিৱেশনৰ বিজ্ঞান শাখাৰ সভাপতিত্ব কৰিছিল। (২১)

**হীৰালাল পাটোৱাৰী** (১৯১৪ - ২৮।৩।১৯৭৯) : জন্ম ৰাজস্থানত। টংলা অঞ্চলৰ বাসিন্দা আছিল। চোছিয়েলিষ্ট পাৰ্টিত যোগ দি ১৯৫৭-৬২ আৰু ১৯৬৭-৭২ কালছোৱাত দুবাৰো বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। ১৯৭৭ চনত মঙ্গলদৈ সমষ্টিৰ পৰা লোকসভালৈ নিৰ্বাচিত হয়। অসমীযা ভাষা-সংস্কৃতিক আঁকোৱালি লৈছিল। ১৯৭২ চনৰ মাধ্যম আন্দোলনত কিছুকাল কাৰাবাসো খটিছিল। ১৯৫৭ চনৰ পৰা ১৯৭৬ চনলৈ অসম প্ৰাথমিক শিক্ষক সন্থাৰ সভাপতি আৰু ১৯৬১-৭২ কালছোৱাত নিখিল ভাৰত প্ৰাথমিক শিক্ষক ফেডাৰেছনৰ সভাপতি আছিল। (৩২৪, ৪০০)

**হীৰাৱতী গোহাঞি বৰুৱা** (১৮৯০-১০।৮।১৯৬৭) : জন্ম তেজপুৰৰ কলিবাৰীত। পিতৃ লক্ষীকান্ত দাস,



হীৰাৱতী গোহাঞি বৰুৱা

মাতৃ কেশৱতী। স্বামী পদ্মনাথ গোহাঞি বৰুৱা*। তেজপুৰৰ মহিলা সমিতিৰ লগত জড়িত থকাৰ উপৰিও দুবছৰ ধৰি (১৯৫৬-৫৮) নাৰী শিল্প সমিতিৰ সভানেত্ৰী আছিল। *ফুলকলি* নামৰ এখন কবিতা পুথিৰ ৰচয়িত্ৰী। (২৬১)

**হৃদয়ানন্দ : অনন্ত কায়স্থ চাওক।**

**হেনৰী গোল্ডস্মিথ** (১৯-২০ শতিকা) : পিতৃ টুনি জন স্মিথ নগাঁও খৃষ্টান মিছনৰ পেষ্টৰ আছিল। কুৰি বছৰ বয়সত কহিমাৰ খৃষ্টান স্কুলৰ শিক্ষক হয়। পিছত ইয়াৰ প্ৰধান শিক্ষক হৈছিলগৈ। ১৮৮৬ চনত নগাঁৱত মিছনৰ কামত লাগে। মাজতে যোৰহাটত বাইবেল স্কুল খুলিবলৈ গৈ ১৮৯৫ চনত পুনৰ নগাঁৱলৈ আহে। ১৯০৪ চনত নগাঁও বাইবেল স্কুলৰ শিক্ষক হয়। ১৯০৬ চনত সহকাৰী প্ৰধান শিক্ষকৰ পদ লৈ যোৰহাট বাইবেল স্কুললৈ যায়। ১৯১৫ চনত সেই স্কুল উঠি যোৱাত তাৰে মিছন হাইস্কুলৰ শিক্ষক হয়। কৃতী শিক্ষক আছিল। বহুতো তুতি গীত ৰচনা কৰিছিল। (১৭৩ ক, ২১১)

**হেনৰী ষ্টাডম্যান কটন** (১৩।৯।১৮৪৫ - ২৩।১০। ১৯১৪) : জন্ম বৰ্তমান তামিলনাডুৰ তাঞ্জোৰ জিলাৰ ৱমটকনাম চহৰত। পিতৃ এংলো-ইণ্ডিযান পৰিযালৰ



হেনৰী ষ্টাডম্যান কটন

যোচেফ। অক্সফোৰ্ডৰ মেকডলান কলেজিয়েট স্কুল, লণ্ডনৰ কিংচ কলেজত পঢ়া-শুনা কৰিছিল। তাতে ভাৰতীয় লোকসেৱাৰ (আই. চি. এচ) পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৬৭

চনৰ পৰা ১৮৯৬ চনলৈকে বংগদেশত চাকৰি কৰি ৰাজ্যৰ মুখ্য আয়ুক্ত ৰূপে অসমলৈ আহে। ১৯০২ চনত এই পদৰ পৰাই চাকৰি জীৱনৰ অৱসৰ লয়। ভাৰতপ্ৰেমী লোক আছিল। কটন কলেজ স্থাপনৰ গুৰি ধৰোঁতা। চাহ বাগিচাৰ বনুৱাসকলৰ বেতন বৃদ্ধি আৰু ওপৰষ্কি খাৰ্টনিৰ বাবে ওপৰষ্কি বানচ দিবলৈ যত্ন কৰি ইংৰাজ চাহ খেতিয়ক সকলৰ অপ্ৰিয়ভাজন হৈছিল। ১৯১৪ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। সেই বছৰতে ইংলণ্ডলৈ যায় আৰু তাতে মৃত্যু হয়। *New India* আৰু *India and Home Memories* নামৰ দুখন গ্ৰন্থৰ ৰচক। (১২৬, ১৭৫ক)

**হেনা গাংগুলী** (২৮।১।১৯১৯-৫।৯।১৯৬৯) : জন্ম গুৱাহাটীৰ পাণবজাৰত। প্ৰকৃত নাম হিৰণ্ময়। পিতৃ সত্যচৰণ। ১৯৪০ চনত কটন কলেজিয়েটৰ পৰা প্ৰৱেশিকা আৰু ১৯৪২ চনত কটন কলেজৰ পৰা ইণ্টাৰমিডিয়েট পৰীক্ষা পাছ কৰে। ডাক্তৰী পঢ়াৰ ইচ্ছা আছিল; কিন্তু অভিভাৱকৰ বাবে পঢ়িব নোৱাৰিলে। জীৱন ধাৰণৰ বাবে ঠিকাদাৰী, চাহৰ ব্যৱসায় ইত্যাদি কৰিছিল। খেলা ধূলাতো বেছ ৰাপ আছিল। কলেজত পঢ়া কালতে সাম্যবাদৰ প্ৰতি আকৰ্ষিত হয় আৰু কলেজ এৰা বছৰতে চি.পি.আই. দলত যোগ দিয়ে। ১৯৪৫-৪৮ কালছোৱা তেওঁৰ কাম আছিল দলৰ বাবে ধন আৰু অস্ত্ৰ-শস্ত্ৰ যোগাৰ কৰা আৰু ভাৰতৰ মুক্তিৰ অৰ্থে অসমত এটা গোপন সশস্ত্ৰ বাহিনী গঢ়ি তোলা। ১৯৪৮ চনত দল দুভাগ হোৱাত পান্নালাল দাসগুপ্ত পৰিচালিত ভাগটোত যোগ দিয়ে আৰু সশস্ত্ৰ সংগ্ৰামৰ বাবে যত্নপৰ হয়। জীৱনৰ শেষৰ কালছোৱা কলিকতাতে কটাইছিল। তাত সন্ত্ৰাসমূলক কাৰ্যকলাপত তিনিবাৰ জেল খাটিছিল যদিও দুবাৰকৈ জেলৰ পৰা পলাবলৈ সমৰ্থ হৈছিল। ১৯৬৯ চনত কলিকতাত পুলিচৰ লগত গুলিয়াগুলি হয়, পুলিচ আৰু জনতাৰ আঘাতত মৃত্যু বৰণ কৰে। (২৭৭)

**হেমচন্দ্ৰ গোস্বামী** (৮।১।১৮৭২ ২।।।১৯২৮) : জন্ম গোলাঘাটৰ ঢেকিয়াল গাঁৱত। পিতৃ ডম্বৰুধৰ গৌৰাংগ সত্ৰৰ অধিকাৰী হোৱাৰ উপৰিও ঢেকিয়াল মৌজাৰ মৌজাদাৰো আছিল। মাতৃ ঘনকান্তী। ঢেকিয়াল পাঠশালাৰ পৰা বৃত্তি লাভ কৰি পেহাকৰ লগত থাকি শিৱসাগৰ হাইস্কুলত এবছৰ পঢ়ি,



হেমচন্দ্ৰ গোস্বামী

পিছত মোমায়েকৰ লগত থাকি হাইস্কুলত পঢ়িবলৈ লয়। ১৮৮৮ চনত তাৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। ১৮৯০ চনত প্ৰেচিডেন্সী কলেজৰ পৰা এফ.এ. পাছ কৰি তাৰ পৰাই বি.এ. পৰীক্ষাও দিছিল, কিন্তু উপাধি ল'ব নোৱাৰিলে। উভতি আহি গুৱাহাটীৰ শহুৰেকৰ ঘৰত থাকি সোণাৰাম হাইস্কুলৰ শিক্ষক হয়হি। ইয়াত দুবছৰমান থাকি ১৮৯৭ চনত এচ.ডি.চি. হৈ শিলং পায়গৈ। গুৱাহাটী, ডিব্ৰুগড়, তেজপুৰ, নগাঁও, যোৰহাট আদি ঠাইত চাকৰি কৰি ই.এ.চি. ৰূপে ১৯২৬ চনত অৱসৰ লয়। গুৱাহাটীত মৃত্যু।

একেধাৰে কবি, সাহিত্যিক আৰু অসম বুৰঞ্জীৰ নিষ্ঠাবান গৱেষক। স্কুলীয়া কালতেই *আসাম বন্ধুত* কবিতা লিখিছিল। অসমৰ প্ৰথম চনেট ৰচোঁতা। কলিকতাত পঢ়ি থাকোতে *জোনাকী* কাকতৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল।

ইয়াত আৰু *উষা, বাঁহী, আলোচনী* আদি কাকতত কবিতা আৰু বুৰঞ্জী বিষয়ক অনেক মূল্যবান প্ৰবন্ধ লিখিছিল। কবিতা পুথি *ফুলৰ চাকি* (১৯০৭)। ১৯১৬ চনত *অৰুণ* নামৰ শিশু আলোচনীৰ সম্পাদক হয়। *জোনাকী* আলোচনীৰো কিছুকাল সম্পাদক আছিল।

গৱেষণামূলক কামত অৱিহণা বিস্তৰ। চৰকাৰী চাকৰিত সোমোৱাৰ পিছত ১৯১৪ চনত চৰকাৰৰ নিৰ্দেশত পুৰণি পুথি সংগ্ৰহ কৰা কামত লাগে। অসমৰ বিভিন্ন ঠাই ঘূৰি ছমাহৰ ভিতৰতে ১৩৩৪ খন পুৰণি পুথি সংগ্ৰহ কৰে আৰু প্ৰতিখনৰে চমুটোকা ইংৰাজীত লিখি উলিয়ায়। ইয়াৰেই ফলশ্ৰুতি হ'ল— *A Descriptive Catalogue of Assamese Manuscripts* (১৯২৭)। কেইবাখনো পুৰণি পুথি সম্পাদন কৰি উলিয়াইছিল, যেনে *দৰং ৰাজবংশাৱলী* (১৯১৭), *কথাগীতা* (১৯১৮), *পুৰণি অসম বুৰঞ্জী* (১৯২২), *কামৰূপতন্ত্ৰ* (১৯২৮)। কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আশুতোষ মুখাৰ্জীৰ অনুৰোধত ১৯১৮ চনৰ পৰা *অসমীয়া সাহিত্যৰ চানেকি* যুগুত কৰাত লাগে। ১৯২৯ চনত ই প্ৰকাশ পায়। ১৯০০ চনত তেওঁ আৰু কৰ্নেল পি.টি. আৰ. গৰ্ডনৰ যত্নত *হেমকোষ* অভিধানে প্ৰকাশৰ মুখ দেখে।

অ.ভা.উ.সা. সভা (১৮৮৮), কামৰূপ অনুসন্ধান সমিতি (১৯১২), অসম সাহিত্য সভা (১৯১৭) আদি অনুষ্ঠান সমূহৰ লগত জন্ম লগ্নৰ পৰাই জড়িত আছিল। ১৯২০ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনৰ সভাপতিত্ব কৰিছিল। সংগীততো ৰাপ আছিল, চেতাৰ বজাব জানিছিল। অসম ব্যৱস্থাপক সভাৰ সদস্য পদৰ বাবে এবাৰ গোলাঘাট সমষ্টিৰ পৰা নিৰ্বাচনতো নামিছিল। (১২৭, ১৮৬, ২৬৬)

**হেমচন্দ্ৰ দেৱগোস্বামী** (১৯০৫ - ?) : জন্ম কুৰুৱাবাহী সত্ৰত। পিতৃ ভূধৰচন্দ্ৰদেৱ এই সত্ৰৰ অধিকাৰ আছিল। মাতৃ ভাগ্যদেৱী। সত্ৰৰ পাঠশালাতে শিক্ষাৰম্ভ হয়। পোন্ধৰ বছৰমান বয়সতে আউনীআটীৰ সত্ৰাধিকাৰ কমলচন্দ্ৰদেৱে* নিজ সত্ৰলৈ নিয়ে আৰু তাতে পঢ়া-শুনাৰ ব্যৱস্থা কৰি দিয়ে। ইতিমধ্যে কমলচন্দ্ৰদেৱ আৰু তেওঁৰ পৰৱৰ্তী অধিকাৰ লীলাকান্ত দেৱৰ* মৃত্যু হোৱাত একৈশ বছৰ বয়সত আউনীআটী সত্ৰৰ অধিকাৰ হয়। বিশ্ব হিন্দু পৰিষদৰ অসম শাখাৰ সভাপতি আছিল। কেইবাখনো নাট আৰু পুস্তিকা ৰচনা কৰিছিল। (৯৭)

**হেমচন্দ্ৰ বৰুৱা** (১) ( ।৬।১৮৩৫-১৭।৫।১৮৯৬) : জন্ম যোৰহাটৰ ওচৰৰ ৰজাবাহৰত। পিতৃ বেজবৰুৱা বংশৰ মুক্তাৰাম, মিছামৰা মৌজাৰ মৌজাদাৰ আছিল। ন বছৰ বয়সত বৰ্ণমালা নিশিকোৱাকৈয়ে দেউতাকে মুখে মুখে সংস্কৃত শিক্ষা



হেমচন্দ্ৰ বৰুৱা(১)

দিছিল। বাৰ বছৰমান বয়সত দেউতাকৰ মৃত্যু হোৱাত খুড়াক লক্ষ্মীনাথ বৰুৱাৰ তত্ত্বাৱধানত শিৱসাগৰ কাছাৰীত শিক্ষা নবীচৰ কামত নিযুক্ত হয়। লগতে উৰ্বীধৰ বৰুৱাৰ পঢ়াশালিত পুৱা-গধূলি সংস্কৃত আৰু ব্ৰডী নামৰ এজন চাহাবৰ ওচৰত চুৰকৈ ইংৰাজী শিকে। ১৮৫৮ চনত শিৱসাগৰ ইংৰাজী স্কুলত ছমাহমান শিক্ষকতা কৰি জুডিচিয়েল কমিছনাৰৰ কাৰ্যালয়ত ট্ৰেনশ্লেটৰ নিযুক্ত হৈ গুৱাহাটীলৈ যায়। ১৮৬২ চনত শিক্ষা বিভাগত ডেপুটি ইনচ্‌পেক্টৰৰ চাকৰি পাইছিল। একে সময়তে কাম কৰি থকা কাৰ্যালয়তে মুখ্য সহকাৰীৰ পদ পোৱাত পিচৰ চাকৰিকে বাছি লয়। শেষত এই কাৰ্যালয়ৰে অধীক্ষক হয়গৈ।

১৮৮২ চনত অৱসৰ লৈ গুৱাহাটীতে স্থায়ীভাৱে বাস কৰে। দুবাৰো ই.এ.চিৰ চাকৰি যঁচা হৈছিল, কিন্তু গ্ৰহণ কৰা নাছিল। গুৱাহাটীতে মৃত্যু হয়।

আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাতা সকলৰ অন্যতম। আমেৰিকাৰ বেপ্টিষ্ট মিছনাৰী সকলে প্ৰচলন কৰা বৰ্ণবিন্যাস নীতি আঁতৰাই সংস্কৃতমূলীয়া অসমীয়া ভাষা পুনৰ প্ৰবৰ্তন কৰে। তেওঁৰ শ্ৰেষ্ঠতম কীৰ্তি *হেমকোষ* অভিধান ১৯০০ চনত ছপা হয়। ভাষা সম্পৰ্কীয় কেইবাখনো পুথিৰ ৰচক, যেনে— *অসমীয়া ব্যাকৰণ(১৮৫৯), সংক্ষিপ্ত হেমকোষ (১৮৯২), পঢ়াশলীয়া অভিধান (১৯০৬)*। কেইবাখনো পাঠ্যপুথিৰ ৰচনা কৰিছিল; যেনে— *অসমীয়া ল'ৰাৰ আদিপাঠ (আগছোৱা-১৮৭৫, মাজছোৱা-১৮৭৬, শেহছোৱা-১৮৭৬), অসমীয়া ল'ৰাৰ ব্যাকৰণ (১৮৮২), পাঠমালা,* আৰু *গাইড টু হেলথ*ৰ অসমীয়া ভাঙনি *স্বাস্থ্যৰক্ষা*। পাঠ্যপুথি লিখি চৰকাৰৰ ঘৰৰ পৰা সৰ্বমুঠ এঘাৰ শ টকা পুৰস্কাৰো লাভ কৰিছিল। *কানীয়াৰ কীৰ্তন*(১৮৬১) আৰু *বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী*(১৮৭৬) প্ৰচলিত সমাজক ব্যংগ কৰি লিখা দুখন পুথি। *আচামিজ মেৰেজ চিষ্টেম* নামৰ এখন ইংৰাজী পুথি প্ৰকাশ পাইছিল ১৮৯২ চনত। *তুলনামূলক ব্যাকৰণ* আৰু *কামৰূপ তন্ত্ৰ* নামৰ দুখন পুথিও ৰচনা কৰিছিল বুলি জনা যায়। চতুৰ্থ বছৰৰ *জোনাকী* আলোচনীত সংক্ষিপ্ত *আত্মজীৱন চৰিত* প্ৰকাশ পাইছিল। আগ বয়সত *সোনাৰচাঁদ বৰুৱা* নাম লৈ *অৰুণোদই* কাকতত লিখিছিল। ১৮৮২ চনত মাণিকচন্দ্ৰ বৰুৱা* আৰু অন্নদাৰাম ঢেকিয়াল ফুকনৰ* পৃষ্ঠপোষকতাত *আচাম নিউচ* নামৰ সাদিনীয়া ইংৰাজী অসমীয়া বাতৰি কাকত এখন তিনি বছৰ সম্পাদনা কৰিছিল।

যুক্তিবাদী আৰু আধুনিক মনৰ মানুহ আছিল। স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা বুজি পাইছিল আৰু বিধবা বিবাহ সমৰ্থন কৰিছিল। ধৰ্মীয় কুসংস্কাৰৰ বিৰোধী আছিল যাৰ বাবে তেঁওৰ মৃত্যুত শ কান্ধত লোৱা মানুহ পাবলৈ টান হৈছিল। (১২৮, ১৪৮, ২২১, ২৭৫)

**হেমচন্দ্ৰ বৰুৱা (২) (২৫।৪।১৮৯৩-১১।৮।১৯৪৫) :** জন্ম তেজপুৰত। পিতৃ গোৱালচন্দ্ৰ, মাতৃ পদ্মাৱতী। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা তিনিবাৰকৈ প্ৰৱেশিকা পৰীক্ষা দিও অংকত কেঁচা হোৱাৰ বাবে পাছ কৰিব নোৱাৰি অৱশেষত বৰপেটা হাইস্কুলৰ পৰা পৰীক্ষা দিয়ে আৰু ১৯১৫ চনত সেই পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৯ চনত ইংৰাজীত সম্মান সহ কটন কলেজৰ পৰা বি.এ. উপাধি লৈ আৰ্ল.ল. কলেজত



হেমচন্দ্ৰ বৰুৱা(২)

নাম লগায়। কিন্তু গান্ধীজীৰ আহ্বান ক্ৰমে ১৯২১ চনত কলেজ এৰে। পিছত কলিকতাত আইনৰ শিক্ষা সম্পূৰ্ণ কৰি ১৯২৫ চনত বি.এল উপাধি লয়।

ভাৰতৰ স্বাধীনতা যুঁজৰ আগৰণুৱা যুঁজাৰু আছিল। সামাজিক কামত লাগিছিল ছাত্ৰাৱস্থাৰ পৰাই। কটন কলেজ ছাত্ৰসন্থাৰ প্ৰধান সম্পাদক (১৯১৮) আৰু অসম ছাত্ৰ সম্মিলনৰ সাধাৰণ সম্পাদক(১৯১৯) নিৰ্বাচিত হৈছিল। ১৯২১ চনত কলেজ এৰি অসহযোগ আন্দোলনত যোগ দি চাৰে পাঁচ মাহ সশ্ৰম কাৰাদণ্ড ভোগে। ১৯২২ চনত অসম প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদকৰ ভাৰ লয়। একে বছৰতে স্বৰাজ্য দল গঠিত হোৱাত এই দলৰ সমৰ্থক হয়। ১৯৩০ চনত হোৱা আইন অমান্য আন্দোলনৰ গুৰি ধৰিছিল। ১৯৪২ চনৰ গণআন্দোলনৰো দক্ষতাৰে নেতৃত্ব দিছিল। *তেজপুৰ একাডেমীৰ* অন্যতম প্ৰতিষ্ঠাতা। ৰাজনৈতিক ক্ষমতাৰ প্ৰতি মোহ নথকা নিস্বাৰ্থ দেশকৰ্মী আছিল। ৰাইজে *ত্যাগবীৰ* উপাধি

দিছিল। ১৯৪৩ চনত হঠাতে পৰি আঠুৰ ঘিলা ভাঙে। তেতিয়াৰ পৰা স্বাস্থ্যৰ অৱনতি ঘটে আৰু গুৱাহাটীত মৃত্যু হয়। চিৰকুমাৰ আছিল।

সাহিত্যতো ৰাপ আছিল। আমিয় কুমাৰ দাস* সম্পাদিত *বাঁহীত* ভালেমান প্ৰবন্ধ পাতি লিখিছিল। *কংগ্ৰেছৰ বুৰঞ্জী, বিলাতত মহাত্মা* আদি খনদিয়েক পুথিৰ ৰচক। (১০৫,১৭৬,২৬৪,২৬৯)

**হেমধৰ পাটৰ** (১৯২৩-২৬।২।১৯৪২) : জন্ম নগাঁৱৰ



হেমধৰ পাটৰ

বাৰপুজিয়াত। পিতৃ লুডুৰ, বিয়াল্লিশৰ আন্দোলনত মিলিটেৰীৰ আগমণ ব্যৰ্থ কৰাৰ উদ্দেশ্যে জোঙাল বলহ গড়ৰ ওচৰৰ এখন দলং ভাঙিবলৈ যাওঁতে মিলিটেৰীৰ গুলীত ছহীদ হয়। (৪৩ক, ১১১)

**হেমধৰ বৰুৱা** (?—১১।১৮৭১) : জন্ম যোৰহাট অঞ্চলত। পিতৃ জগধৰ চাৰিঙীয়া বৰুৱা। ঘৰতে সংস্কৃত পঢ়িছিল। প্ৰথমে দাৰোগাৰ কাম কৰিছিল। পিছলৈ মাটি হাকিমৰ চাকৰিত সোমাই শেষত সদৰামীন হয়গৈ। অৱসৰ লৈ লেটেকুজান চাহ বাগিচা খোলে । হিন্দী অসমীয়া শব্দকোষ এখনৰ ৰচক। জগন্নাথ বৰুৱাৰ পিতৃ। (২২০)

**হেমপ্ৰভা দাস** (১৩।৪।১৮৮৬-১৫।১।১৯৪৫) : জন্ম ডিব্ৰুগড়ত। পিতৃ মাধৱচন্দ্ৰ ভূঞা, মাতৃ দেৱীপ্ৰভা। ডিব্ৰুগড়তে ষষ্ঠ শ্ৰেণীলৈকে পঢ়ি ১৮৯৯ চনত কলিকতাৰ বেথুন স্কুলত নাম লগায়। তাৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ পৰাই এফ.এ. পৰীক্ষাতো উত্তীৰ্ণ হয়। বি.এ. শ্ৰেণীতো নাম লিখাইছিল; কিন্তু পিতৃ বিয়োগ হেতু উপাধি নোলোৱাকৈ উভতি আহে। ১৯০৬ চনত হৰিকৃষ্ণ দাসৰ* সতে বিয়া হয়। ১৯১৩ চনৰ পৰা ১৯৩৮ চনলৈ ডিব্ৰুগড় ছোৱালী স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল। শিক্ষা বিস্তাৰৰ উপৰিও স্বামীৰ সতে সমাজৰ বিভিন্ন উন্নয়নমূলক কামৰ সতে জড়িত আছিল। গুৱাহাটী শৰণীয়া আশ্ৰমৰ প্ৰধান উদ্যোক্তা। ১৯৩৯ চনত ৱাৰ্ধালৈ গৈ গ্ৰামোদ্যোগৰ প্ৰশিক্ষণ লৈ আহিছিল আৰু শৰণীয়া আশ্ৰমত এইবোৰৰ শিক্ষা দিছিল। গান্ধীবাদী আদৰ্শৰ প্ৰতি ঐকান্তিক নিষ্ঠা আছিল।

লেখিকাও আছিল। প্ৰকাশিত গ্ৰন্থসমূহ হ'ল— *শ্বেক্‌চপীয়েৰৰ গল্প, সজকথা, জ্ঞানাংকুৰ*। (২৬১)

**হেম বৰুৱা (১)** (২০।৬।১৮৯০-২৬।১।১৯৫৮) : জন্ম দৰং জিলাৰ ন-দুৱাৰ অঞ্চলত। পিতৃ লীলাকান্ত মৌজাদাৰ আছিল। চতিয়াৰ ছাত্ৰবৃত্তি স্কুল, গুৱাহাটীৰ কলেজিয়েট স্কুল আৰু তেজপুৰৰ চৰকাৰী হাইস্কুলত পঢ়ি ১৯১০ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯১২ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা মেডিকেল কলেজত নাম লগায়। ১৯১৮ চনত তাৰ পৰা এম.ডি. উপাধি লয়। সেই বছৰতে এচিষ্টেন্ট চাৰ্জনৰ চাকৰিত সোমায়। প্ৰথম মহাসমৰত সামৰিক বিভাগত যোগ দি ভাৰতৰ আৰু ভাৰতৰ বাহিৰৰো বিভিন্ন ঠাইত ঘুৰি ১৯২৪ চনত পুনৰ আগৰ চাকৰিলৈ উভতি আহে। ১৯১৯ চনত মানসিক চিকিৎসাৰ প্ৰশিক্ষণৰ অৰ্থে ইংলণ্ডলৈ যায়। তাৰপৰা উভতি আহি তেজপুৰ মানসিক চিকিৎসালয়ত অধ্যক্ষ নিযুক্ত হয়। ইয়াৰ পিছত নাগালেণ্ড, দৰং, নগাঁও, লক্ষীমপুৰ, মেঘালয় আদি বিভিন্ন ঠাইত

চাকৰি কৰি ১৯৪৭ চনত অসম মেডিকেল কলেজৰ প্ৰথম অধ্যক্ষ নিৰ্বাচিত হৈ সেই পদত ১৯৫৬ চনলৈকে থাকে। দক্ষ চিকিৎসক হোৱাৰ উপৰিও খেলা-ধূলাতো ৰাপ আছিল। ভাটী বয়সত সাহিত্য চৰ্চাত সুনাম আৰ্জিছিল। *'চপনীয়া'*, *'মোৰ ঘৰ'* আৰু *'নৱৰত্ন'* নামৰ তিনিখন গ্ৰন্থৰ ৰচক। (৪০০)

**হেম বৰুৱা(২)** (২২।৪।১৯১৫-৯।৪।১৯৭৭) : জন্ম তেজপুৰত। পিতৃ ভবালী বৰুৱাৰ বংশৰ বিনন্দীৰাম। তেওঁ নিজ ঠাই উত্তৰ গুৱাহাটীৰ পৰা গৈ তেজপুৰৰ ওচৰৰ গমিৰিত চাহ বাগিচাৰ ফৰোৱাৰ্ডিং এজেন্ট ৰূপে কাম কৰিছিল। পিছত



হেম বৰুৱা(২)

যোৰহাটত স্থায়ী ঘৰ সাজেগৈ। হেম বৰুৱাই যোৰহাটতে শিক্ষা আৰম্ভ কৰি ১৯২৮ চনত যোৰহাট টাউন এম.ই. স্কুলৰ (এতিয়াৰ *শংকৰদেৱ চেমিনাৰীৰ* ) পৰা ইংৰাজীত ডিষ্টিংচন সহ প্ৰথম বিভাগত এম.ই. পাছ কৰি যোৰহাটৰে মিছন স্কুলত নাম লগায়। কিন্তু কিছুদিন পিছত তেজপুৰ চৰকাৰী হাইস্কুলত ভৰ্তি হয় আৰু ১৯৩২ চনত তাৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰে। ১৯৩৪ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই.এ., ১৯৩৬ চনত কটনৰ পৰাই ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ সহ বি.এ. আৰু ১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ এম.এ. উপাধি লাভ কৰে। ছবছৰমান নিবনুৱা হৈ থাকি ১৯৪১ চনত যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত উপাধ্যক্ষৰূপে সোমায়। ১৯৪৪ চনত বি. বৰুৱা কলেজৰ উপাধ্যক্ষৰূপে গুৱাহাটীলৈ আহে; পিছৰ বছৰথ সেই কলেজৰ অধ্যক্ষ পদ পায়। মাজতে গুৱাহাটীৰ সন্দিকৈ কলেজতো কিছুদিন অংশ কালীন অধ্যক্ষ পদ পায়। মাজতে গুৱাহাটীৰ সন্দিকৈ কলেজতো কিছুদিন অংশ কালীন অধ্যাপকৰূপে কাম কৰিছিল। বি.বৰুৱা কলেজৰ প্ৰতিষ্ঠাত তেওঁৰ অৰিহণা অনেক। শিক্ষাবিদৰূপে বহু বছৰ ধৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্য আছিল।

ৰাজনীতিৰ প্ৰতি অনুৰাগ সকলোকালৰে পৰা আছিল। ১৯৩০ চনত স্কুলীয়া ছাত্ৰ অৱস্থাতে অসহযোগ আন্দোলনত ভাগ লৈ পুলিচৰ মাৰ খাইছিল। ছাত্ৰ ফেডাৰেছনৰ লগত জড়িত আছিল; ১৯৪১ চনত তাৰ সভাপতিও হৈছিল। ১৯৪২ চনৰ গণ আন্দোলনত যোগ দি কাৰাবাস খাটে। অসমত চোছিয়েলিষ্ট দল গঠন হোৱা কালৰে পৰা (১৯৪৬-৪৭) আজীৱন ইয়াৰ সদস্য আছিল। ১৯৫২ আৰু ৫৬ চনত দুবাৰো গুৱাহাটীৰ পৰা বিধান সভাৰ সদস্য হিচাপে নিৰ্বাচনত নামিছিল, কিন্তু দুয়োবাৰে পৰাজিত হয়। ১৯৫৭ আৰু ৬২ দুয়োটা নিৰ্বাচনতে গুৱাহাটীৰ পৰা আৰু ১৯৬৭ চনত মঙ্গলদৈৰ পৰা জিকি একেৰাহে প্ৰায় দহ বছৰ কাল লোকসভাৰ সদস্য হিচাপে থাকে। কিন্তু ১৯৭১ চনৰ নিৰ্বাচনত পৰাজয় ঘটে। দক্ষ সংসদী সদস্য আছিল। অসমীয়া, ইংৰাজী, হিন্দী-তিনিও ভাষাতে সুন্দৰ বক্তৃতা দিব পাৰিছিল। শোধনাগাৰ আন্দোলনৰ নেতৃত্ব লৈছিল। চীনা যুদ্ধৰ সময়ত সংসদত অসমৰ সপক্ষে দৃঢ়ভাৱে মাত মাতিছিল। সংসদী সদস্য হিচাপে য়ুৰোপ, আমেৰিকা আৰু এচিয়াৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিছিল।

আধুনিক কালৰ অন্যতম শ্ৰেষ্ঠ সাহিত্যিক। অসমীয়া আৰু ইংৰাজী কাকতত বিভিন্ন কবিতা, প্ৰবন্ধ আদি লিখাৰ উপৰিও ১৯৪৮-৪৯ কালছোৱাত *পচোৱা নামে* এখন আলোচনীৰ সম্পাদনা কৰিছিল। ১৯৭১-৭২ চনত *আসাম এক্সপ্ৰেছ* নামৰ বাতৰি কাকত এখনৰ সম্পাদক হয়। ১৯৭২ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনত সভাপতিত্ব

কৰিছিল। ৰচিত গ্ৰন্থসমূহ হ'ল—*August Revolution in Assam* (১৯৪৬), *গণ বিপ্লৱত অসম* (১৯৪৬), *আধুনিক অসমীয়া সাহিত্য* (১৯৫০), *The Red River and the Blue Hill* (১৯৫৩), *সাগৰ দেখিছা* (১৯৫৪), *Fairs and Festivals of Assam* (১৯৫৭), *সানমিহলি* (১৯৫৭), *বগা কৰবীৰ ফুল* (১৯৫৮), *কিউপিড আৰু চাইকী* (১৯৫৯), *Modern Assamese Poetry* (১৯৬০), *ভাৰত: অতীত আৰু ভৱিষ্যত* (১৯৬০), *কন্নকী* (১৯৬০), *বালিছন্দা* (১৯৬১), *Idle Hours* (১৯৬২), *এই গাওঁ এই গীত* (১৯৬২), *সাহিত্য আৰু সাহিত্য* (১৯৬২), *Folk Songs of India* (১৯৬৩), *আঁচুফুল* (১৯৬৪), *Assamese Literature* (১৯৬৫), *Lakshminath Bazbaruah* (১৯৬৭), *মেকং নৈ দেখিলো,* (১৯১৭), *ডাক পখিলী* (১৯৬৮), *বহাগতে পাতি যাওঁ বিয়া* (১৯৬৯), *পচোৱাৰ বেঙুণি* (১৯৬৯), *ইজৰাইল* (১৯৭০), *স্মৃতিৰ পাপৰি* (১৯৭০), *সত্য আৰু অহিংসা : গান্ধীজী* (১৯৭৩)। (৪৩, ১০৪, ১২৭, ২২২, ২৭৪)

**হেমৰাম বৰা** (১৫।১০।১৯০০ - ২৬।৮।১৯৪২) : জন্ম নগাঁৱৰ হাতীগড় গাঁৱত। পিতৃ বৃকোদৰ। বিয়াল্লিশৰ আন্দোলনত পুলিচে বেবেজীয়াত কৰা অত্যাচাৰৰ খবৰ লবলৈ যাওঁতে পুলিচৰ গুলিত শ্বহীদ হয়। (৪৩ক)

**হেম সৰস্বতী** (* ১৪ শতিকা) : পিতৃ (পিতামহ ?) কদ্ৰ সৰস্বতী। মাতৃ (ভগ্নী ?) দেৱযানী। কমতাৰজা দুৰ্লভনাৰায়ণৰ* বিষয়া আছিল। *প্ৰহলাদ চৰিত* আৰু *হৰগৌৰী সম্বাদ* নামৰ দুখন পুথিৰ ৰচক। (২০০,২০৭,২১৬)

**হেমাংগ বিশ্বাস** (১৪।১২।১৯১৭-২২।১১।১৯৮৭) : জন্ম বৰ্তমান বাংলাদেশৰ অন্তৰ্গত শ্ৰীহট্ট জিলাৰ মিৰাজী গাঁৱত। পিতৃ হৰকুমাৰ জমিদাৰ আছিল। মাতৃ সৰোজিনীৰ পৰা সংগীত শিক্ষাৰ প্ৰেৰণা পাইছিল। স্থানীয় হাইস্কুলৰ পৰা শিক্ষা সাং কৰি মুৰাৰীচাঁদ কলেজত নাম লগায়। কিন্তু স্বাধীনতা আন্দোলনত যোগ দিয়া হেতুকে কলেজৰ পৰা বহিষ্কৃত হয়। ১৯৩০ চনত আইন অমান্য আন্দোলনত যোগ দি নগাঁও আৰু গুৱাহাটী জেলত প্ৰায় আঢ়ৈ বছৰ থাকে। শাৰীৰিক অসুস্থতাৰ বাবে মুক্তি পাই যাদৱপুৰ হস্পিটেলত কিছুদিন থাকেগৈ। তাতে কমিউনিষ্ট দলত নাম ভৰ্তি কৰি গৃহত্যাগী



হেমাংগ বিশ্বাস

হয়। সুৰমা উপত্যকাত সাংস্কৃতিক আন্দোলন গঢ়াৰ দায়িত্বত আছিল। ১৯৪৩ চনত গণনাট্য সংঘৰ প্ৰথম সৰ্বভাৰতীয় সন্মিলনত সুৰমা উপত্যকাৰ দলক নেতৃত্ব দিছিল। ১৯৪৫ চনত অসমত এমাহ দহদিন জোৱা সাংস্কৃতিক অভিযান চলায়। ১৯৪৬ চনত গণনাট্য সংঘৰ অসম প্ৰাদেশিক সমিতি গঠন কৰি জ্যোতিপ্ৰসাদ আগৰৱালাক* তাৰ প্ৰথম সভাপতি পাতে আৰু নিজে সম্পাদক হয়। ১৯৫৭ চন মানলৈকে ইয়াৰ সম্পাদক হৈ আছিল। দেশৰ স্বাধীনতাৰ পিছতে কমিউনিষ্ট দল বেআইনী বুলি ঘোষিত হোৱাত ১৯৪৮-৫১ কালছোৱা আত্মগোপন কৰি আছিল। এই সময়তে *মাউন্টবেটেন মংগল কাব্য* নামৰ বিখ্যাত ব্যংগাত্মক গীত ৰচনা কৰে। ১৯৫৭ চনত স্বাস্থ্যজনিত কাৰণত চীনদেশলৈ যায়। তাত তিনি বছৰ থাকি অসমলৈ আহিয়েই সাম্প্ৰদায়িক সম্প্ৰীতিৰ অৰ্থে সাংস্কৃতিক অভিযান চলায়। ইয়াৰ পিছতে কলিকতাত থাকিবলৈ লয়। ১৯৭১ চনত কলিকতাত *Mass Singers* দল গঠন কৰে। ১৯৭৫ চনত দ্বিতীয় বাৰৰ বাবে চীনলৈ যায়। তাৰ আগে আগে মতাদৰ্শজনিত কাৰণত চোভিয়েট

দূতাবাসত কৰা চাকৰি ত্যাগ কৰে। ১৯৮৩ চনত অসমত পুনৰ সাংস্কৃতিক অভিযানৰ চেষ্টা চলায়, যদিও ব্যৰ্থ হয়।

খ্যাতনামা লোক-সংগীতজ্ঞ আছিল। অসমত গণ সাংস্কৃতিক অভিযান গঢ়ি তোলাত বিশেষ অৰিহণা যোগাইছিল। মঘাই ওজাৰ* আৱিষ্কাৰক। অসমত *জ্যোতি দিৱস* ৰ তেৱেঁই সূচনা কৰিছিল। অসমীয়া আৰু বঙলা ভাষাত ভালেমান গীত, কবিতা, প্ৰবন্ধাদি লিখি গৈছে। ৰচনাৱলী . অসমীয়া – *কুল-খুড়াৰ চোতাল* (কবিতা, ১৯৭০), *চীন চাই আহিলোঁ* (১৯৭৫), *আকৌ চীন চাই আহিলোঁ* (১৯৭৭), *জীৱন শিল্পী জ্যোতিপ্ৰসাদ* (১৯৮৩); বঙলা— *সীমান্ত প্ৰহৰী* (১৯৬১), *শংখচিলের গান* (১৯৬০), *আমরা করবো জয়* (অনুবাদ গীত, ১৯৬৫), *চীনদেখে এলাম* (১৯৭৫), *চীন থেকে ফিরে* (১৯৭৭), *লোক সংগীত সমীক্ষা* (১৯৭৮), *হেমাংগ বিশ্বাসের শ্রেষ্ঠ গান* (১৯৮৪), *হেমাংগ বিশ্বাসের গান* (১৯৮৪); ইংৰাজী— *Witnessing China With My Own Eyes* (১৯৬০)। (২৬০, ৩৩৩)

**হেমো আইদেউ** (১৯ শতিকা) : আন নাম উপমা। পিতৃ জাম্বৰ গোঁহাইৰ* বংশৰ বগা কোঁৱৰ। চন্দ্ৰকান্ত সিংহৰ* সম্বন্ধীয়া ভনীয়েক আছিল। মানৰ প্ৰথম আক্ৰমণৰ পিছত মানৰজা বড়ো পায়ালৈ বিয়া দিয়া হৈছিল। ব্ৰহ্মদেশত ভামো মেপায়া নামেৰে জনাজাত আছিল। তেওঁৰ নামেৰে ব্ৰহ্মদেশৰ এখন চহৰৰ নাম হৈছিল ভামো। (২৯১)

**হেৰাছৎ উল্লা** (?—১৯৪৮) : জন্ম গুৱাহাটীত। পিতৃ মছিয়ত উল্লা। ভ্ৰাতৃ তৈয়বুল্লা*। বি.এ. উপাধি লোৱাৰ পিছত মাটি হাকিমৰ চাকৰি পাইছিল ; কিন্তু চাকৰি নকৰি বি,এল, পৰীক্ষা পাছ কৰে আৰু গুৱাহাটীতে ওকালতি আৰম্ভ কৰে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ* *সংৰক্ষিণী সভা* ৰ অনুগামী আছিল। ১৯৪৭ চনত যোৰহাটত বহা *অসম জাতীয় মহাসভা* ৰ সন্মিলনৰ সভাপতিত্ব কৰিছিল। *অসম আত্মৰক্ষা বাহিনী* নামে এটা সংঘও খুলিছিল। গুৱাহাটীৰ সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান সমূহৰ সতে জড়িত আছিল। *চেতনা, বাঁহী, আৱাহন* আদি আলোচনীত সময়ে সময়ে কবিতা প্ৰকাশ পাইছিল। (৮, ১৪)

**হেৰিয়েট বি. এল. কাটাৰ** (১৯ শতিকা) : ওলিভাৰ টি কাটাৰৰ* পত্নী। স্বামীৰ সৈতে আমেৰিকাৰ পৰা আহি শদিয়া, জয়পুৰ আৰু শিৱসাগৰত থাকে। বিভিন্ন ঠাইত অসমীয়া মাধ্যমৰ পঢ়াশালি খুলিছিল। অকল শিৱসাগৰতে চৈধ্যখন এনে স্কুল হৈছিল। ১৮৪০ চনত তেওঁৰ *Vocabulary and Phrases in English and Assamese* (শব্দাৱলী আৰু খণ্ডবাক্য) জয়পুৰ মিছন প্ৰেছৰ পৰা প্ৰকাশিত হয়। এওঁৰ দ্বিতীয় পুথি *Phrases in English and Assamese* এডোৱাৰ্ড ৱৰ্ডব্লিউ ক্লাৰ্কৰ দ্বাৰা সম্পাদিত ৰূপত প্ৰকাশ পায় ১৮৭৭ চনত। (১২৯, ২০০, ২০৪)

**হোমেশ্বৰ দেৱ চৌধুৰী** (১৮।৯।১৯১১ ৯।৫।১৯৮৮) . জন্ম পাটাছাৰকুছিত। পিতৃ সৰ্বেশ্বৰ। ১৯৩০ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি ডিব্ৰুগড়ৰ



হোমেশ্বৰ দেৱচৌধুৰী

বেৰী হোৱাইট মেডিকেল স্কুলত নাম লগায়। ১৯৩৪ চনত তাৰ পৰা ডাক্তৰী পৰীক্ষাত উত্তীৰ্ণ হৈ শিলঙত মেলেৰিয়া সংক্ৰান্ত ৰোগৰ প্ৰশিক্ষণ লয়। বৰপেটা লোকেল বোৰ্ডৰ

স্বাস্থ্য বিষয়া হিচাপে চাকৰি জীৱন আৰম্ভ কৰি মণিপুৰৰ ৰজাৰ অধীনত চাকৰি পোৱাত ১৯৩৫ চনত ইম্ফললৈ যায়। সেই বছৰতে নগা পাহাৰৰ বিদ্ৰোহীৰাণী গুইডালুৰ গোপন নিৰ্দেশ ক্ৰমে নগা পাহাৰলৈ যায়। তাৰ টামেংলং অঞ্চলত দুবছৰ থাকি পুনৰ ইম্ফললৈ আহে। ১৯৪২ চনত পাটাছাৰকুছিলৈ উভতি আহি স্বাধীনতা আন্দোলনত যোগ দিয়ে। সেই বছৰতে বন্দী হৈ বিভিন্ন জেলত থাকি ১৯৪৪ চনত মুক্তি পায় যদিও, ১৯৪৫ চনলৈকে অন্তৰীণ হৈ আছিল। স্বাধীনতাৰ পিছত দুবাৰো (১৯৫২, ১৯৬২) বিধান সভালৈ নিৰ্বাচিত হৈছিল। মাজতে কিছুকাল চোচিয়েলিষ্ট দলত যোগ দিছিল যদিও পিছত পুনৰ কংগ্ৰেছলৈ উভতি আহে।

অভিনেতা আৰু মঞ্চনিৰ্দেশক ৰূপে খ্যাতি আৰ্জিছিল। শ্বিলঙত থকা কালত জ্যোতিপ্ৰসাদ আগৰৱালাৰ* নিৰ্দেশনাত *কাৰেঙৰ লিগিৰী*ত অভিনয় কৰিছিল। ইম্ফলত থকা সময়ত পজিৰুদ্দিন আহমদৰ* *গুলেনাৰ* নাটক সফলতাৰে মঞ্চস্থ কৰিছিল। জেলত থকা কালতো অভিনয় এৰা নাছিল। *যদুখুড়াৰ স্বৰ্গবিজয়, গাঁৱলীয়া ডাক্তৰৰ বিপৰ্যয়, চিপাহী বিদ্ৰোহ* আদি নাটকৰ ৰচক। মণিপুৰত থকা কালত *মণিপুৰ মতম* নামৰ এখন দ্বিভাষিক (মণিপুৰী আৰু অসমীয়া) আলোচনীৰ অসমীয়া বিভাগটো সম্পাদনা কৰিছিল। (৪৩, ৩৮২)

## ক্ষ

**ক্ষেত্ৰধৰ বৰগোঁহাই** (১৮৯২-৫।৪।১৯৫১) : শিৱসাগৰৰ ওচৰৰ মেচাগৰত জন্ম। পিতৃ ত্ৰিশূলধৰ। ১৯১৯ চনত কটন কলেজৰ পৰা বি.এ. পাছ কৰি উপ প্ৰতি সমাহৰ্তাৰ চাকৰিত সোমায়। একে বছৰতে ৰাধাকান্ত সন্দিকৈ* ডাঙৰীয়াৰ কন্যা অন্নদা আইদেউৰ সতে তেওঁৰ বিয়া হয়। বিভিন্ন ঠাইত চাকৰি কৰি অৱশেষত ১৯৪৯ চনত ই.এ.চি. ৰূপে অৱসৰ পায়। অসমৰ বুৰঞ্জী সম্পৰ্কীয় বিভিন্ন প্ৰবন্ধ পাতিৰ ৰচয়িতা। (২২৪, ২৮৯)

# উৎস পঞ্জী

**ক. গ্ৰন্থাৱলী**


১) অতুল চন্দ্ৰ বৰুৱা --- সাহিত্য আৰু জীৱন

২) অতুল চন্দ্ৰ বৰুৱা -- বাগ্মীনেতা দেশভক্ত ফুকন

৩) অতুল চন্দ্ৰ বৰুৱা - ছন্দশিল্পী ভোলানাথ দাস

৪) অতুল চন্দ্ৰ বৰুৱা শৰৎ চন্দ্ৰ গোস্বামী

৫) অতুল চন্দ্ৰ বৰুৱা -- নৱৰত্ন

৬) অতুল চন্দ্ৰ হাজৰিকা — মঞ্চলেখা

৭) অতুল চন্দ্ৰ হাজৰিকা স্মৃতিলেখা

৮) অতুল চন্দ্ৰ হাজৰিকা (সম্পাদিত) মৰহা ফুলৰ কৰণি

৯) অতুল চন্দ্ৰ হাজৰিকা (সম্পাদিত) - সংগীত সাধক শশীকান্ত

১০) অতুল চন্দ্ৰ হাজৰিকা (সম্পাদিত) অসম সাহিত্য সভাৰ ভাষণাৱলী(১)

১১) অতুল চন্দ্ৰ হাজৰিকা (সম্পাদিত) - অসম সাহিত্য সভাৰ ভাষণাৱলী(২)

১২) অতুল চন্দ্ৰ হাজৰিকা আৰু যতীন্দ্ৰনাথ গোস্বামী (সম্পাদিত) অসম সাহিত্য সভাৰ ভাষণাৱলী(৩)

১৩) অতুল চন্দ্ৰ হাজৰিকা আৰু হেমন্ত কুমাৰ শৰ্মা (সম্পাদিত) কামৰূপ ৰত্নমালা(১)

১৪) অতুল চন্দ্ৰ হাজৰিকা আৰু হেমন্ত কুমাৰ শৰ্মা (সম্পাদিত) কামৰূপ ৰত্নমালা(২)

১৫) অমলেন্দু গুহ Planter Raj to Swaraj

১৬) অমিয়কুমাৰ দাস --- জীৱন স্মৃতি

১৭) অম্বিকাগিৰী ৰায়চৌধুৰী - মোৰ জীৱন ধুমুহাৰ এছাটি

১৮) অম্বিকাগিৰী ৰায়চৌধুৰী --- মোৰ দাদা

১৮ক) অম্বিকা দেৱী গোস্বামী(সম্পাদিত) -- শিক্ষাবিদ উমাকান্ত গোস্বামী দেৱৰ স্মৃতিগ্ৰন্থ

১৯) অৰুণ চন্দ্ৰ ভূঞা --- অমিয় কুমাৰ দাস

২০) অৱনীন্দ্ৰ বৰা -- সতীৰ্থ

২০ক) অসম প্ৰকাশন পৰিষদ — ৰাধানাথ ফুকন ৰচনাৱলী

২১) অসম বিজ্ঞান সমিতি — ড০ হিৰণ্যচন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ

২১.ক) অক্ষয় কুমাৰ মিশ্ৰ — পণ্ডিত নাৰায়ণ দেৱমিশ্ৰ মানুহজন

২২) অক্ষয় কুমাৰ মিশ্ৰ আৰু অন্যান্য(সম্পাদিত) — জীৱনী মালা(তিনিখণ্ড)

২৩) অক্ষয় কুমাৰ মিশ্ৰ আৰু অন্যান্য(সম্পাদিত) — অসম কেশৰী অম্বিকাগিৰী

২৪) অক্ষয় কুমাৰ মিশ্ৰ আৰু অন্যান্য(সম্পাদিত) — ওজা সাহিত্যিক শ্ৰীৰাম অৰ্জ্জুন

২৫) আজলিতৰা নেওগ — আনন্দৰাম ঢেকিয়াল ফুকন

২৬) আজলিতৰা নেওগ — গুণাভিৰাম বৰুৱা

২৭) আব্দুছ ছাত্তাৰ — কৃষ্ণকান্ত সন্দিকৈ

২৮) আব্দুছ ছাত্তাৰ — বাহাদুৰ গাঁওবুঢ়া

২৯) আব্দুছ ছাত্তাৰ — সংমিশ্ৰণত অসমীয়া সংস্কৃতি

৩০) আব্দুছ ছাত্তাৰ(সম্পাদিত) — মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী

৩১) আব্দুছ ছাত্তাৰ(সম্পাদিত) — বাহাদুৰ গাঁওবুঢ়া স্মৃতিমাল্য

৩২) আৰতি হাজৰিকা — ৰায়চৌধুৰীৰ জীৱন সংগ্ৰাম

৩২ক) ইন্দ্ৰ নাৰায়ণ বৰা — Bolinarayan Bora His Life,Work, Musings.

৩৩) ইন্দ্ৰপ্ৰসাদ শইকীয়া আৰু প্ৰেম নাৰায়ণ গোস্বামী (সম্পাদিত) — শোণিত কোঁৱৰক সুঁৱৰি

৩৪) উৎপল দত্ত(সম্পাদিত) — আমাৰ চিনাকি তছদ্দুক

৩৫) উপেন্দ্ৰ বৰকটকী — বৰণীয় স্মৰণীয়

৩৬) উপেন্দ্ৰ বৰকটকী — ব্যক্তিত্বৰ সংবাদ আৰু সংঘাত

৩৭) উপেন্দ্ৰ বৰকটকী — জীৱন আৰু কীৰ্তি

৩৮) উপেন্দ্ৰ বৰকটকী(সম্পাদিত) — বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ

৩৯) উপেন্দ্ৰ বৰকটকী(সম্পাদিত) — আমাৰ বেণুধৰ

৪০) উমা শৰ্মা — বাট বুলি বুলি ভাগৰি পৰিলে

৪১) এডোৱাৰ্ড গেইট — A History of Assam

৪২) এম.ইব্ৰাহীম আলি — মাধৱচন্দ্ৰ বেজবৰুৱা

৪৩) কনকচন্দ্ৰ ডেকা — অসমৰ প্ৰসিদ্ধ মুক্তি যুঁজাৰু

৪৩ক) কনকচন্দ্ৰ ডেকা (সম্পাদিত) — অসমৰ প্ৰয়াত মুক্তি যুঁজাৰুৰ জীৱনী কোষ

৪৩খ) কনকচন্দ্ৰ ডেকা(সম্পাদিত) — খনীন্দ্ৰচন্দ্ৰ বৰুৱা অভিনন্দন গ্ৰন্থ

৪৪) কনকলাল বৰুৱা — Early History of Kamrupa

৪৫) কমলচন্দ্ৰ বড়া(সম্পাদিত) — বৰদোৱা স্মৃতিগ্ৰন্থ

৪৬) কমল নাৰায়ণ চৌধুৰী — চিত্ৰ জগতৰ বিচিত্ৰ কথা

৪৭) কমলেশ্বৰ চলিহা — পণ্ডিত ৰামৰায়

৪৮) কমলেশ্বৰ শৰ্মা — কবি চৌধাৰী আৰু চৌধৰীদেৱৰ কবিতা

৪৯) কাশীনাথ বৰ্মন — নবীৰত্ন

৫০) কিশোৰীমোহন পাঠক — লুইত পৰীয়া শিল্পী

৫১) কিশোৰীমোহন পাঠক — বনকোঁৱৰ

| | | |
|---|---|---|
| ৫২) | কিশোৰীমোহন পাঠক | নিংনি ভাউৰা |
| ৫২ক) | কীৰ্তি বৰুৱা(সম্পাদিত) | জীৱন সোণোৱালী |
| ৫৩) | কুঞ্জবালা দেৱী | জননায়ক মহাদেৱ শৰ্মা |
| ৫৪) | কুমুদচন্দ্ৰ বৰদলৈ(প্ৰকাশিত) | হৰকান্ত সদৰামীনৰ আত্মজীৱনী |
| ৫৫) | কুমুদেশ্বৰ বৰঠাকুৰ, সোণাপতি দেৱশৰ্মা, মহীচন্দ্ৰ বৰা | মাণিক |
| ৫৬) | কৃষ্ণনাথ শৰ্মা | কৃষ্ণশৰ্মাৰ ডায়েৰী |
| ৫৭) | কেশৱ নাৰায়ণ দত্ত | স্বাধীনতা সংগ্ৰামত অসম |
| ৫৮) | কেশৱানন্দ দেৱগোস্বামী(সম্পাদিত) | ঠাকুৰ চৰিত |
| ৫৯) | কেশৱানন্দ দেৱগোস্বামী(সম্পাদিত) | শংকৰোত্তৰ গীত সংকলন |
| ৬০) | কৈলাশ শৰ্মা | দত্ত বৰুৱাৰ জীৱন কথা |
| ৬১) | কোঁহিৰাম দাস | আত্মজীৱন চৰিত |
| ৬১ক) | খগেন্দ্ৰনাথ পাঠক | দামোদৰদেৱৰ জীৱন চৰিত |
| ৬২) | গকুলচন্দ্ৰ গোস্বামী(প্ৰকাশিত) | শৰৎচন্দ্ৰ গোস্বামীৰ চন্দ্ৰ সাৰণী |
| ৬৩) | গকুল শেক | কলাগুৰু বিষ্ণুপ্ৰসাদ |
| ৬৪) | গংগাধৰ হাজৰিকা | শ্ৰী শ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰ দেৱ |
| ৬৫) | গজেন্দ্ৰ নাথ চহৰীয়া | কুশল কোঁৱৰ |
| ৬৬) | গজেন্দ্ৰ নাথ চহৰীয়া | শ্বহীদ কনকলতা |
| ৬৬ক) | গজেন্দ্ৰ নাথ চহৰীয়া(সম্পাদিত) | নবং জেউতি(১ম খণ্ড) |
| ৬৬খ) | গগনাৰায়ণ চৌধুৰী | শ্ৰীশ্ৰীঠাকুৰ আতাৰ চৰিত কথা |
| ৬৭) | গুণাভিৰাম বৰুৱা | আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ |
| ৬৮) | গুণাভিৰাম বৰুৱা | আসাম বুৰঞ্জী |
| ৬৯) | গোপাল দাস(সম্পাদিত) | মুক্তি দেউল |
| ৭০) | গোপীনাথ বৰদলৈ | তৰুণৰাম ফুকন |
| ৭১) | গোলাপচন্দ্ৰ বৰুৱা | লাইটু বা লাওফলা |
| ৭২) | গোলোক চন্দ্ৰ বৰুৱা | সূৰ্য আৰু সূৰ্যবিপ্ৰ |
| ৭৩) | ঘণশ্যাম দাস | এজন ক্ষুদ্ৰ মানুহৰ জীৱন স্মৃতি |
| ৭৪) | চন্দ্ৰকুমাৰ বৰুৱা | কাগুৰ বা কঢ়াল বৰুৱা বংশৰ সংক্ষিপ্ত বিবৰণ |
| ৭৫) | চন্দ্ৰকুমাৰ বৰুৱা | বেজদলৈ মনাথিৰ উঁড়ালী বৰুৱা, পৰ্বতীয়া ফুকন |
| ৭৬) | চন্দ্ৰপ্ৰসাদ শইকীয়া(সম্পাদিত) | - ৰাধানাথ চাংকাকতী |
| ৭৭) | চন্দ্ৰপ্ৰসাদ শইকীয়া(সম্পাদিত) | - গোপীনাথ বৰদলৈ |
| ৭৮) | চন্দ্ৰপ্ৰসাদ শইকীয়া(সম্পাদিত) | বিমলাপ্ৰসাদ চলিহা |
| ৭৯) | চিত্ৰ মহন্ত | সিংহ পুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী |

৮০) চিদানন্দ শইকীয়া — কৰ্মপ্ৰাণ ৰোহিণীকান্ত

৮০ক) চিডনী এণ্ডুল — The Kacharis

৮১) ছামছিং হান্‌ছে — জননায়ক ছেম ছনছিং ইংতি

৮২) ছৈয়দ আব্দুল মালিক — অসমীয়া জিকিৰ আৰু জাৰি

৮৩) জগন্নাথ মহন্ত — মথুৰাদাস বুঢ়া আতাৰ চৰিত

৮৪) জিতেন্দ্ৰনাথ বুজৰবৰুৱা — দেশভক্ত তৰুণৰাম ফুকন

৮৫) জীৱনচন্দ্ৰ বৰুৱা — লম্বোদৰ বৰা

৮৫ক) জীৱনচন্দ্ৰ বৰুৱা — দেশপ্ৰাণ লক্ষীধৰ শৰ্মা

৮৬) ডিম্বেশ্বৰ নেওগ — নতুনৰ পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী

৮৭) ডিম্বেশ্বৰ নেওগ — অতীত মাধুৰী

৮৮) ডিম্বেশ্বৰ শৰ্মা — সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা

৮৯) ডিম্বেশ্বৰ শৰ্মা — সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাঃ মানুহজন

৯০) ডিম্বেশ্বৰ শৰ্মা(সম্পাদিত) — কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ

৯১) তাৰকচন্দ্ৰ দেৱগোস্বামী — জীৱন সোঁৱৰণ

৯২) তিলকচন্দ্ৰ কাকতী — কবি-প্ৰত্নতাত্বিক আনন্দচন্দ্ৰ আগৰৱালা

৯৩) তিলক দাস — বিষ্ণুৰাভা এতিয়া কিমান বাতি

৯৪) তিলক দাস — অম্বিকাগিৰী আৰু তেওঁৰ জীৱন-দৰ্শন

৯৫) তীৰ্থনাথ শৰ্মা — বেণুধৰ শৰ্মা

৯৬) তীৰ্থনাথ শৰ্মা — ৰত্ন সংগম

৯৭) তীৰ্থনাথ শৰ্মা — আউনীআটী সত্ৰৰ বুৰঞ্জী

৯৮) তীৰ্থনাথ শৰ্মা(সম্পাদিত) — কৰ্মযোগী কামাখ্যা ৰাম বৰুৱা

৯৯) তীৰ্থ ফুকন(সম্পাদিত) — অসম সাহিত্য সভাৰ সভাপতিসকল

১০০) দণ্ডিনাথ কলিতা — কৰ্মবীৰ চন্দ্ৰনাথ

১০১) দণ্ডিনাথ কলিতা — গোহাঞিৰ বৰুৱা

১০২) দিলীপ দত্ত — ফলিলোৱা বুৰঞ্জী

১০২ক) দিলীপ দত্ত(সম্পাদিত) — গণেশ গগৈৰ ৰচনাৱলী

১০৩) দীননাথ শৰ্মা — সত্যনাথ বৰা

১০৪) দীননাথ শৰ্মা — দেশপ্ৰাণ লক্ষ্মীধৰ

১০৫) দীননাথ শৰ্মা — হেমচন্দ্ৰ বৰুৱা

১০৬) দুৰ্গেশ্বৰ শৰ্মা — জীৱনী চয়ন

১০৭) দুৰ্গেশ্বৰ শৰ্মা — ভাষাবিদ বাণীকান্ত কাকতি

১০৮) দেৱেন্দ্ৰ শৰ্মা — গুৰুদেৱ কালীচৰণ ব্ৰহ্ম

১০৯) ধনাই বৰা - মোৰ জীৱন যাত্ৰাৰ কথা

১১০) ধীৰেন দত্ত স্মৃতি সমিতি — ধীৰেন দত্ত স্মৃতি গ্ৰন্থ

১১১) ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী(সম্পাদিত) — Martyrs of Assam in India's Battle for Freedom

১১২) ধীৰেন্দ্ৰনাথ দাস হেৰায়ো হেৰোৱা নাই

১১২ক) ধীৰেণ শৰ্মা --- ব্ৰজনাথ শৰ্মা

১১৩) ধ্ৰুৱজ্যোতি বৰা মোৱামৰীয়া গণ অভ্যুত্থান

১১৪) নকুলচন্দ্ৰ ভূঞা ৰাধাকান্ত সান্দিকৈ ডাঙৰীয়া

১১৫) নগেন কলিতা(সম্পাদিত) -- ভট্টদেৱ

১১৬) নগেন শইকীয়া(সম্পাদিত) - - হিতেশ্বৰ বৰবৰুৱাৰ স্মৃতিমালা

১১৭) নগেন শইকীয়া(সম্পাদিত) আসাম বন্ধু

১১৮) নগেন শইকীয়া(সম্পাদিত) অভিনয় শেষ হ'ল

১১৯) নজৰ আলি মোৰ জীৱনৰ কিছু কথা

১২০) নন্দ তালুকদাৰ বনফুলৰ কলি দুৰবা

১২১) নন্দ তালুকদাৰ প্ৰসন্ন লাল

১২২) নন্দ তালুকদাৰ কালিৰাম মেধি

১২৩) নন্দ তালুকদাৰ - হেম বৰুৱা

১২৪) নন্দ তালুকদাৰ - কনকলাল বৰুৱা

১২৫) নন্দ তালুকদাৰ - সীতানাথ ব্ৰহ্মচৌধুৰী

১২৬) নন্দ তালুকদাৰ - সূৰ্যকুমাৰ ভূঞা

১২৭) নন্দ তালুকদাৰ চিৰ চেনেহী মোৰ ভাষা জননী

১২৮) নন্দ তালুকদাৰ - জীৱন স্মৰণ

১২৯) নন্দ তালুকদাৰ — সম্বাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য

১৩০) নন্দ তালুকদাৰ(সম্পাদিত) - আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সম্ভাৰ

১৩১) নন্দ তালুকদাৰ(সম্পাদিত) -- নবীন চন্দ্ৰ বৰদলৈৰ ৰচনাৱলী

১৩২) নন্দ তালুকদাৰ(সম্পাদিত) — লম্বোদৰ বৰাৰ ৰচনাৱলী

১৩৩) নন্দ তালুকদাৰ (সম্পাদিত) — এলোকেশী বেশ্যাৰ কাহিনী

১৩৪) নন্দ শইকীয়া(সম্পাদিত) - - গোলাপ চৌধুৰী

১৩৫) নবীন চন্দ্ৰ গোস্বামী(সম্পাদিত) — কথা ভক্তি ৰত্নাকৰ

১৩৬) নবীন চন্দ্ৰ শৰ্মা (সম্পাদিত) — দৰং ৰাজ বংশাৱলী

১৩৭) নবীন চন্দ্ৰ শৰ্মা (সম্পাদিত) — কুমৰ হৰণ কাব্য

১৩৮) নৰনাৰায়ণ গোস্বামী(সম্পাদিত) — দেৱ দামোদৰ গুৰু

১৩৯) নলিনীধৰ ভট্টাচাৰ্য(সম্পাদিত) — বিষ্ণুপ্ৰসাদ ৰাভাঃ জীৱন আৰু কৃতি

১৩৯ক) নৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য — কৰ্মযোগী ভুৱন গগৈ
১৪০) নলিনী বালা দেৱী — স্মৃতিতীৰ্থ
১৪১) নলিনী বালা দেৱী — এৰি অহা দিনবোৰ
১৪২) নিৰোদ চৌধুৰী — ৰাধা গোবিন্দ বৰুৱা
১৪৩) নিত্যানন্দ ৰবদলৈ — পুৰণি দিনৰ বেঙণি
১৪৪) নীলমণি ফুকন — ৰূপ-বৰ্ণ-বাক
১৪৫) পদ্মধৰ চলিহা — জীৱন বীণৰ সুৰ
১৪৬) পদ্মধৰ চলিহা — অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙণি
১৪৭) পদ্মনাথ গোহাঞিবৰুৱা — মোৰ সোঁৱৰণী
১৪৮) পদ্মনাথ গোহাঞিবৰুৱা (সম্পাদিত) — জীৱনী সংগ্ৰহ(পৰিবৰ্ধিত)
১৪৯) পদ্মনাথ শাৰ্লে — শ্বহীদ বীৰ মুকুন্দ কাকতি
১৫০) ড° পদ্মপাণি(সম্পাদিত) — প্ৰসংগ দধি মহন্ত
১৫০ক) পৰমানন্দ দাস আৰু অন্যান্য(সম্পাদিত) — জীৱন সৌৰভ
১৫১) পৰমানন্দ মজুমদাৰ(সম্পাদিত) — গণশিল্পী মঘাই ওজা
১৫২) পৰীক্ষিত হাজৰিকা(সম্পাদিত) — জিজ্ঞাসা
১৫৩) পৱনাথ শৰ্মা — আমাৰ হেডমাষ্টৰ আজিজুৰ ৰহমান
১৫৪) পৱনাথ শৰ্মা(সম্পাদিত) — পাৰ্বতী প্ৰসাদ বৰুৱা ৰচনাৱলী
১৫৫) পৱনাথ শৰ্মা (সম্পাদিত) — কেদাৰনাথ গোস্বামী সোঁৱৰণী গ্ৰন্থ
১৫৬) পুলক লাহিড়ী — খেল আৰু খেলুৱৈ
১৫৬ক) পোৱাল বৰুৱা (সম্পাদিত) — অসমৰ কমিউনিষ্ট আন্দোলনৰ কেইগৰাকীমান অগ্ৰগামী পুৰুষ
১৫৭) প্ৰতাপ চন্দ্ৰ চৌধুৰী — মহাপুৰুষ হৰিদেৱ
১৫৮) প্ৰতাপ চন্দ্ৰ চৌধুৰী — The History of Civilisation of the People of Assam upto 12th Century
১৫৯) প্ৰতাপ চন্দ্ৰ গোস্বামী — জীৱন স্মৃতি আৰু কামৰূপী সমাজ
১৬০) প্ৰফুল্ল চন্দ্ৰ বৰুৱা — উত্তম চন্দ্ৰ বৰুৱাৰ জীৱনী
১৬১) প্ৰফুল্ল চন্দ্ৰ বৰুৱা — সৰা ফুল
১৬২) প্ৰফুল্ল দত্ত গোস্বামী — মাণিক চন্দ্ৰ বৰুৱা
১৬৩) প্ৰফুল্ল দত্ত গোস্বামী — বীৰ এজন পৰিল
১৬৪) প্ৰফুল্ল দত্ত গোস্বামী — এটি জীয়া কাহিনী
১৬৫) প্ৰফুল্ল দত্ত গোস্বামী(সম্পাদিত) — কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী
১৬৬) প্ৰবীন চন্দ্ৰ ডেকা — কৃতীপুৰুষ ডাঃ মাধৱচন্দ্ৰ দাস

| | | |
|---|---|---|
| '১৬৭) | প্ৰভাত গোস্বামী | — তৰুণৰাম ফুকন |
| ১৬৮) | প্ৰভাত গোস্বামী | — নবীন চন্দ্ৰ বৰদলৈ |
| ১৬৯) | প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য(সম্পাদিত) | — - অসমৰ জনজাতি |
| ১৭০) | প্ৰসন্নকুমাৰ ডেকা(সম্পাদিত, | —কোহিৰাম দাস স্মৃতিগ্ৰন্থ |
| ১৭১) | প্ৰসেনজিৎ চৌধুৰী | - উনবিংশ শতিকাৰ অসমত এডুমুকি |
| ১৭২) | ফণিধৰ চলিহা | ঘিনাৰাম বৰুৱা |
| ১৭৩) | ফণী শৰ্মা | ফণী শৰ্মা ৰচনাৱলী |
| ১৭৩ক) | ফ্ৰেডেৰিক ডাওচন | - The Mighty Works of God |
| ১৭৩খ) | ফ্ৰেডেৰিক ডাওচন | Christianity in North East India |
| ১৭৪) | বনলক্ষ্মী কছাৰী | -- লোকসেৱক ৰূপনাথ ব্ৰহ্ম |
| ১৭৫) | বাণীকান্ত কাকতি(সম্পাদিত) | — Aspects of Early Assamese Literature |
| ১৭৫ক) | বিপুল চন্দ্ৰ কলিতা আৰু চমচেৰ আলি | ব্যক্তি আৰু ব্যক্তিত্বৰ সুবাস |
| ১৭৬) | বিজয়চন্দ্ৰ ভাগৱতী | হেমচন্দ্ৰ বৰুৱা |
| ১৭৬ক) | বিনন্দচন্দ্ৰ বৰুৱা | শশী শৰ্মা |
| ১৭৬খ) | বিনন্দচন্দ্ৰ বৰুৱা | মহাৰাজ নৰনাৰায়ণ |
| ১৭৭) | বিশ্বনাৰায়ণ শাস্ত্ৰী | সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা |
| ১৭৮) | বিশ্বনাৰায়ণ শাস্ত্ৰী(সম্পাদিত) | বভুকান্ত বৰকাকতী |
| ১৭৮ক) | বিষ্ণুলাল উপাধ্যায় | — স্বাধীনতা যুঁজৰ নায়ক ছবিলাল উপাধ্যায় |
| ১৭৯) | বীৰেণ বৰকটকী | যোজত মিলাও খোজ |
| ১৮০) | বীৰেন্দ্ৰ নাথ দত্ত | ব্যক্তি সংস্কৃতি ইত্যাদি |
| ১৮১) | বীৰেশ্বৰ বৰুৱা | -- সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ, মাধৱ মলল, অতিৰাম বৰুৱা আৰু অন্যান্য |
| ১৮২) | বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য(সম্পাদিত) | - কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা |
| ১৮৩) | বেণুধৰ ৰাজখোৱা | মোৰ জীৱন দাপোন |
| ১৮৪) | বেণুধৰ শৰ্মা | -- মণিৰাম দেৱান |
| ১৮৫) | বেণুধৰ শৰ্মা | - অৰ্ঘ্যাৱলী |
| ১৮৬) | বেণুধৰ শৰ্মা | পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী |
| ১৮৭) | বেণুধৰ শৰ্মা | — গংগাগোবিন্দ ফুকন |
| ১৮৮) | বেণুধৰ শৰ্মা | — দুৰবীণ |
| ১৮৯) | বেণুধৰ শৰ্মা | — কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত |
| ১৯০) | বেণুধৰ শৰ্মা | --- মজিয়াৰ পৰা মেজলৈ |
| ১৯০ক) | বেণুধৰ শৰ্মা | — চন্দন চ'ৰা (বেণুধৰ শৰ্মা ৰচনাৱলীৰ তৃতীয় খণ্ড) |

১৯১) ভগৱান চন্দ্ৰ মৰল(সম্পাদিত) — তত্ত্বপিপাসু উপেন্দ্ৰ নাথ লেখাৰু

১৯১ক) ভাৰত চন্দ্ৰ দাস — ব্যক্তি পৰিচয়

১৯২) ভুৱনমোহন দাস — দেউতাৰ কথা

১৯৩) ভুৱনেশ্বৰ বৰঠাকুৰ — ৺দেউতা লক্ষেশ্বৰ বৰঠাকুৰৰ জীৱন সোঁৱৰণ

১৯৪) ভূপেন্দ্ৰ ৰায়চৌধুৰী — ডিম্বেশ্বৰ নেওগ

১৯৫) ভূপেন্দ্ৰ নাথ শৰ্মা (সম্পাদিত) — নন্দ তালুকদাৰ স্মৃতিগ্ৰন্থ

১৯৬) মদনচন্দ্ৰ ডেকা — ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ

১৯৭) মনোৰঞ্জন শাস্ত্ৰী — কুমাৰিল ভট্ট আৰু আচাৰ্য ধৰ্মকীৰ্তি

১৯৮) মহাদেৱ শৰ্মা — লোকপ্ৰিয় গোপীনাথ বৰদলৈ

১৯৯) মহেন্দ্ৰ বৰা — দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী

২০০) মহেশ্বৰ নেওগ — অসমীয়া সাহিত্যৰ ৰূপৰেখা

২০১) মহেশ্বৰ নেওগ — শ্ৰীশ্ৰী শংকৰদেৱ

২০২) মহেশ্বৰ নেওগ — শ্ৰীশ্ৰী মাধৱদেৱ

২০৩) মহেশ্বৰ নেওগ — Sankardeva and His Times

২০৪) মহেশ্বৰ নেওগ — গুৰু চৰিতৰ ইতিকথা

২০৫) মহেশ্বৰ নেওগ — Tradition and Style

২০৬) মহেশ্বৰ নেওগ — Laksminath Bezbarua, the Sahityarathi of Assam

২০৬ক) মহেশ্বৰ নেওগ — অসমৰ ধৰ্মৰ বুৰঞ্জী

২০৭) মহেশ্বৰ নেওগ (সম্পাদিত) — সঞ্চয়ন

২০৮) মহেশ্বৰ নেওগ(সম্পাদিত) — বৰদোৱা চৰিত

২০৯) মহেশ্বৰ নেওগ(সম্পাদিত) — গুৰু চৰিত কথা

২১০) মহেশ্বৰ নেওগ(সম্পাদিত) — পটিয়া মাধৱ আতাৰ চৰিত

২১১) মহেশ্বৰ নেওগ(সম্পাদিত) — অৰুনোদই

২১২) মহেশ্বৰ নেওগ(সম্পাদিত) — ভগৱতী প্ৰসাদ বৰুৱা

২১৩) মহেশ্বৰ নেওগ আৰু মুকুন্দ মাধৱ শৰ্মা(সম্পাদিত) — Prof Barua Commemoration Volume

২১৪) মহেশ্বৰ নেওগ আৰু অন্যান্য(সম্পাদিত) — Prof Surya Kumar Bhuyan Commemoration Volume

২১৫) মাধৱজ্যোতি দেউৰী — দেউঘৰ

২১৫(ক) মুক্তি গগৈ(সম্পাদিত) — কমৰেড খগেন বৰবৰুৱা

২১৬) মুনীন বৰকটকী — বিস্মৃত ব্যতিক্ৰম

২১৭) মোহন চন্দ্ৰ মহন্ত আৰু নবীন চন্দ্ৰ বৰদলৈ(সম্পাদিত) — শ্ৰীশ্ৰী গোপাল দেৱৰ চৰিত

২১৭ক) মোহনলাল মুখাৰ্জী — সহকৰ্মীৰ দৰ্পণত বিষ্ণুপ্ৰসাদ ৰাভা

২১৮) যতীন্দ্ৰনাথ গোস্বামী — অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী

২১৯) যতীন্দ্ৰনাথ গোস্বামী — সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

২২০) যতীন্দ্ৰনাথ গোস্বামী — জগন্নাথ বৰুৱা

২২১) যতীন্দ্ৰনাথ গোস্বামী - ওজা হেমচন্দ্ৰ বৰুৱা

২২২) যতীন্দ্ৰনাথ গোস্বামী(সম্পাদিত) অসম সাহিত্য সভাৰ ভাষণাৱলী(৪ৰ্থ খণ্ড)

২২৩) যতীন্দ্ৰনাথ গোস্বামী(সম্পাদিত) - কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ

২২৪) যতীন্দ্ৰনাথ গোস্বামী(সম্পাদিত) ক্ষেত্ৰধৰ বৰগোহাঞিৰ প্ৰবন্ধ সংকলন

২২৫) যুগল দাস মহেন্দ্ৰ ডেকা ফুকন

২২৬) যুগল দাস গঁড়ৰ দেশত সিংহ

২২৭) যোগেন দত্ত ৰাজনীতিজ্ঞ কীৰ্তিচন্দ বৰবৰুৱা

২২৮) যোগেন্দ্ৰ নাৰায়ণ ভূঞা(সম্পাদিত) ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী

২২৯) যোগেন্দ্ৰ নাৰায়ণ ভূঞা(সম্পাদিত) জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী

২৩০) যোগেন্দ্ৰ নাৰায়ণ ভূঞা(সম্পাদিত) বাগ্মীবৰ নীলমণি ফুকন

২৩০ক) যোগেন্দ্ৰ নাৰায়ণ ভূঞা(সম্পাদিত) দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা

২৩১) যোগেন্দ্ৰ নাৰায়ণ ভূঞা আৰু নিৰোদ কুমাৰ বৰুৱা (সম্পাদিত) ভীমকৰ্মা ডাঃ ললিত কুমাৰ বৰুৱা

২৩২) যোগেশ দাস আৰু নন্দ তালুকদাৰ (সম্পাদিত) বিচিত্ৰ নাৰায়ণ স্মৃতি গ্ৰন্থ

২৩২ক) ৰঘুপতি ভূঞা, কৰুণাকান্ত বৰুৱা গোমধা বংশাৱলী

২৩৩) ৰজনীকান্ত দেৱশৰ্মা মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য

২৩৩ক) ৰজনীকান্ত দেৱশৰ্মা(সম্পাদিত) অসমীয়া বিশ্বকোষ(প্ৰথম খণ্ড)

২৩৪) ৰজনীকান্ত দেৱশৰ্মা(সম্পাদিত) চন্দ্ৰকান্ত বিদ্যালংকাৰ স্মৃতিগ্ৰন্থ

২৩৪ক) ৰমণী বৰ্মন(সম্পাদিত) বিশ্ব গোস্বামী: মন আৰু মানুহজন

২৩৫) ৰমেশ দাস আৰু অক্ষয় কুমাৰ মিশ্ৰ(সম্পাদিত) পণ্ডিতপ্ৰবৰ নাৰায়ণ দেৱমিশ্ৰ স্মৃতিগ্ৰন্থ

২৩৬) ৰমেশ চন্দ্ৰ চাংকাকতী — প্ৰত্নতাত্ত্বিক সোণাৰাম চৌধুৰী

২৩৭) ৰাজবালা দাস তিনিকুৰি দহবছৰৰ স্মৃতি

২৩৮) ৰাজীৱলোচন গোস্বামী(সম্পাদিত) গীত মন্দাকিনী

২৩৯) ৰাম গোস্বামী(সম্পাদিত) - ৰুদ্ৰ বৰুৱাৰ গীত

২৪০) ৰামচৰণ ঠাকুৰীয়া(সম্পাদিত) - - গিৰিধৰ শৰ্মা

২৪১) ৰিপুনাথ বুঢ়াগোহাঞি — মুক্তিনাথ বুঢ়াগোহাঞি ডাঙৰীয়া

২৪১ক) ৰিপুনাথ বুঢ়াগোহাঞি - বুৰঞ্জীৰ সম্ভাৰ

২৪২) ৰেণু গোস্বামী আৰু যতীন গোস্বামী — অসম কেশৰী অম্বিকাগিৰী

২৪৩) ৰেবানাথ শৰ্মা — ব্যক্তি আৰু ব্যক্তিত্ব

২৪৪) ললিত চন্দ্ৰ বৰা — শ্বহীদ কুশল কোঁৱৰ

২৪৫) লক্ষ্মীধৰ বৰা — মুক্তি-যুজঁৰ সোঁৱৰণত

২৪৬) লক্ষ্মীধৰ শৰ্মা — জীৱন স্মৃতি

২৪৬ক) লক্ষ্মীনাথ ফুকন — মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ

২৪৭) লক্ষ্মীনাথ বেজবৰুৱা — মোৰ জীৱন সোঁৱৰণ (যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত)

২৪৮) লক্ষ্মীনাথ বেজবৰুৱা — মহাপুৰুষ শ্ৰীশ্ৰী শংকৰদেৱ

২৪৯) লক্ষ্মীনাথ বেজবৰুৱা — শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ

২৫০) লক্ষ্মীনাথ বেজবৰুৱা — ডাঙৰীয়া দীননাথ বেজবৰুৱা

২৫১) লীলা গগৈ — জয়মতী আৰু মূলাগাভৰু

২৫২) লীলা গগৈ — বেলি মাৰ গ'ল

২৫৩) শশীন্দ্ৰ কুমাৰ বৰা — শোণিত কোঁৱৰ গজেন বৰুৱাদেৱৰ সোঁৱৰণত

২৫৪) শশী শৰ্মা — ৰসৰাজ বেজবৰুৱা

২৫৫) শশী শৰ্মা — দীনেশ চন্দ্ৰ মিশ্ৰ

২৫৬) শশী শৰ্মা — পদ্মনাথ গোহাঞিবৰুৱা

২৫৭) শশী শৰ্মা — পণ্ডিত হেম চন্দ্ৰ গোস্বামী

২৫৮) শশী শৰ্মা — সময়ে যাক পাহৰি যাব

২৫৯) শশী শৰ্মা(সম্পাদিত) — ত্ৰৈলোক্যনাথ গোস্বামী অভিনন্দন গ্ৰন্থ

২৬০) শশী শৰ্মা(সম্পাদিত) — হেমাংগ বিশ্বাস : জীৱন আৰু কৃতি

২৬০ক) শিৱনাথ বৰ্মন — শ্ৰীমন্ত শংকৰ দেৱ : কৃতি আৰু কৃতিত্ব

২৬০খ) শিৱনাথ বৰ্মন, বঙ্কিং দেৱগোস্বামী আৰু পৰমানন্দ মজুমদাৰ(সম্পাদিত) — ভৱানন্দ দত্ত : জীৱন আৰু প্ৰতিভা

২৬১) শীলা বৰঠাকুৰ(সম্পাদিত) — লেখিকাৰ জীৱনী(প্ৰথম খণ্ড)

২৬১ক) শুক্লেশ্বৰ বৰা — দিহিং সত্ৰৰ বুৰঞ্জী

২৬১খ) শুভচন্দ্ৰ বৰুৱা — সাংবাদিক মথুৰামোহন বৰুৱা

২৬২) শৈলধৰ ৰাজখোৱা — অতীতৰ সোঁৱৰণী

২৬৩) শ্ৰীকুমাৰ দহোতীয়া — মৰাণ, মটক, মায়ামৰা

২৬৪) সতীশচন্দ্ৰ কাকতী — জীৱনীমালা

২৬৫) সতীশচন্দ্ৰ কাকতী আৰু অন্যান্য(সম্পাদিত) — মহেন্দ্ৰ মোহন চৌধুৰী

২৬৬) সত্যেন্দ্ৰনাথ শৰ্মা — অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

২৬৭) সত্যেন্দ্ৰনাথ শৰ্মা(সম্পাদিত) — মৌ

২৬৮) সত্যেন্দ্ৰনাথ শৰ্মা(সম্পাদিত) — ত্যাগবীৰ হেমচন্দ্ৰ

২৬৯) সত্যেন্দ্ৰনাথ শৰ্মা আৰু অন্যান্য সম্পাদিত — জ্যোতিপ্ৰসাদ ৰচনাৱলী

২৭০) সবিতা সভা — জীৱনী মালা(প্ৰথম খণ্ড)

২৭১) সমীন কলিতা — জননেতা বিষ্ণুৰাম মেধি
২৭২) সমীন কলিতা — ৰাষ্ট্ৰপতি
২৭৩) সমীন কলিতা — লোকনায়ক অমিয় কুমাৰ
২৭৪) সন্তুৰাম শইকীয়া(সম্পাদিত) — চন্দ্ৰফুকন সোঁৱৰণী স্মৃতিগ্ৰন্থ
২৭৫) সৰ্বেশ্বৰ শৰ্মা কটকী — হেমকোষ ৰচোঁতা হেম চন্দ্ৰ বৰুৱাৰ জীৱন চৰিত
২৭৫ক) সৰ্বেশ্বৰ শৰ্মা কটকী — সত্যনাথ বৰাৰ জীৱন চৰিত
২৭৬) সহজানন্দ ভঁৰালী — শিৱসাগৰ নাট্য সমাজৰ ইতিবৃত্ত
২৭৭) সুবোধ চন্দ্ৰ দাসগুপ্ত(সম্পাদিত — সংসদ বাঙালী চৰিতাভিধান
২৭৮) সূৰ্যকুমাৰ ভূঞা — লাচিত বৰফুকন
২৭৯) সূৰ্যকুমাৰ ভূঞা — হৰিহৰ আতা
২৮০) সূৰ্যকুমাৰ ভূঞা — আনন্দৰাম বৰুৱা
২৮১) সূৰ্যকুমাৰ ভূঞা — ধৰ্মণী গাভৰু
২৮২) সূৰ্যকুমাৰ ভূঞা — কোঁৱৰ বিদ্ৰোহ
২৮৩) সূৰ্যকুমাৰ ভূঞা — জয়মতী উপাখ্যান
২৮৪) সূৰ্যকুমাৰ ভূঞা — জোনাকী
২৮৫) সূৰ্যকুমাৰ ভূঞা — চানেকি
২৮৬) সূৰ্যকুমাৰ ভূঞা — বুৰঞ্জীৰ বাণী
২৮৭) সূৰ্যকুমাৰ ভূঞা — মীৰজুমলাৰ অসম আক্ৰমণ
২৮৮) সূৰ্যকুমাৰ ভূঞা — স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ
২৮৯) সূৰ্যকুমাৰ ভূঞা — Men I Have Met
২৯০) সূৰ্যকুমাৰ ভূঞা — Atan Buragohain and His Times
২৯১) সূৰ্যকুমাৰ ভূঞা — Anglo Assamese Relations
২৯২) সূৰ্যকুমাৰ ভূঞা — An Assamese Nur Jahan
২৯২ক) সূৰ্যকুমাৰ ভূঞা — Studies in the History of Assam
২৯৩) সূৰ্যকুমাৰ ভূঞা(সম্পাদিত) — অসমৰ পদ্য বুৰঞ্জী
২৯৪) সূৰ্যকুমাৰ ভূঞা(সম্পাদিত) — অসম বুৰঞ্জী
২৯৫) সূৰ্যকুমাৰ ভূঞা(সম্পাদিত) — তুংখুঙীয়া বুৰঞ্জী
২৯৬) সূৰ্যকুমাৰ ভূঞা(সম্পাদিত) - ত্ৰিপুৰা বুৰঞ্জী
২৯৭) সুশীল কুমাৰ গগৈ - মায়ামৰা সত্ৰ সমাজ
২৯৮) স্বৰ্ণলতা বৰুৱা - A Comprehensive History of Assam
২৯৯) হৰিনাৰায়ণ দত্তবৰুৱা - প্ৰাচীন অসমীয়া কায়স্থ সমাজৰ ইতিবৃত্ত
৩০০) হৰিপ্ৰসাদ নেওগ - পদ্মনাথ গোহাঞিবৰুৱা

৩০১) হৰিপ্ৰসাদ নেওগ — চন্দ্ৰ কুমাৰ আগৰৱালা
৩০২) হৰিপ্ৰসাদ নেওগ — ৰাধাকান্ত সন্দিকৈ
৩০৩) হৰিপ্ৰসাদ নেওগ — বিশ্বনাথ ৰাজবংশী
৩০৪) হৰিপ্ৰসাদ নেওগ (সম্পাদিত) — প্ৰমথ নাথ চক্ৰৱৰ্তী
৩০৫) হৰিপ্ৰসাদ নেওগ (সম্পাদিত) — নকুলচন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ
৩০৬) হৰিপ্ৰসাদ নেওগ (সম্পাদিত) — অম্বিকাগিৰি ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ
৩০৭) হৰিপ্ৰসাদ নেওগ (সম্পাদিত) — ডিম্বেশ্বৰ নেওগ স্মৃতিগ্ৰন্থ
৩০৮) হৰিপ্ৰসাদ বৰুৱা — মইনা
৩০৯) হৰিবিলাস আগৰৱালা — হৰিবিলাস আগৰৱালাদেৱৰ আত্মজীৱনী
৩১০) হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য — গোহাঞি বৰুৱাৰ প্ৰতিভা
৩১১) হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য — অসমীয়া নাট্য সাহিত্যৰ জিলিকনি
৩১২) হৰেন্দ্ৰনাথ শৰ্মা অভ্যৰ্থনা সমিতি — এখনি জীৱনালেখ্য
৩১৩) হিতেশ্বৰ বৰবৰুৱা — মোৰ ক্ষুদ্ৰ জীৱনৰ আত্ম সোঁৱৰণী
৩১৪) হীৰেণ ভট্টাচাৰ্য(সম্পাদিত) — আমাৰ মাজৰ ব্ৰজেন বৰুৱা
৩১৫) হেমন্ত কুমাৰ শৰ্মা — জীৱনী সৌৰভ
৩১৬) হেমন্ত কুমাৰ শৰ্মা(সম্পাদিত) — নলিনীবালা দেৱী
৩১৭) হেমন্ত কুমাৰ শৰ্মা(সম্পাদিত) — কৰ্মযোগী গিৰিধৰ শৰ্মা
৩১৮) হেমন্ত কুমাৰ শৰ্মা(সম্পাদিত) — অসম গৌৰৱ
৩১৯) হেম বৰা আৰু হেমচন্দ্ৰ ৰাজখোৱা (সম্পাদিত) — যদুনাথ শইকীয়া
৩২০) হেম বৰুৱা — Lakshminath Bezbarua
৩২১) হেৰম্ব বৰদলৈ — বিজ্ঞান গুৰু হিতেন্দ্ৰ কুমাৰ ৰবুৱা
৩২২) হেৰম্ব বৰদলৈ(সম্পাদিত) — মৌলবী ফৈজনুৰ আলি স্মৃতি গ্ৰন্থ
৩২৩) হোমেন বৰগোহাঞি (সম্পাদিত) — অসমীয়া গল্প সংকলন
৩২৪) — Assam Legislative Assembly's Who's Who
৩২৫) — Parliamentary Who's Who

## খ. স্মৰণিকা, আলোচনী, ইত্যাদি

৩২৬) কাৰ্বিআংলং জিলা পৰিষদ; ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ, ১৯৭৭
৩২৬ক) স্মৃতি গ্ৰন্থ, সদৌ অসম ট্ৰাইবেল সংঘ, ১৯৯০
৩২৭) লীলাকৃষ্ণ গোস্বামী সোঁৱৰণী স্মৰণিকা, ১৯৮০
৩২৮) জীৱেশ্বৰ বৰুৱা সোঁৱৰণী স্মৰণিকা, ১৯৮৪
৩২৮ক) তুলসীচন্দ্ৰ হাতীবৰুৱা শতবাৰ্ষিকী স্মৰণিকা, ১৯৮৭

৩২৯) বামেশ্বব বৰুৱা স্মৃতিমাল্য, ১৯৮৫
৩৩০) শতাব্দীব সোঁৱবণী, ১৯৮৫
৩৩১) জ্যোতিৰূপা, ১৯৮৫
৩৩১ক) অসম প্ৰাদেশিক যোগী সম্মিলনীৰ স্মৃতিগ্ৰন্থ, ১৯৮৭
৩৩১খ) অমৰ ছহিদ-কমৰেড দীন কলিতা স্মৃতিৰক্ষা কমিটি,১৯৮৬
৩৩২) কমলচন্দ্ৰ শৰ্মা সোঁৱবণী স্মৰণিকা, ১৯৮৮
৩৩৩) হেমাংগ বিশ্বাসলৈ শ্ৰদ্ধাঞ্জলি, ১৯৮৮
৩৩৪) ডঃ পবন চন্দ্ৰ মহন্ত স্মৰণিকা, ১৯৮৮
৩৩৪ক) শ্ৰীময়ী, ১৬-৩১ মাৰ্চ আৰু ১-১৫ এপ্ৰিল, ১৯৯০
৩৩৫) জয়ন্তী, ৫ চেপ্তেম্বৰ, ১৯৩৮
৩৩৬) নৱযুগ, ১-১৩ মাঘ, ১৮৮৬ শক
৩৩৭) অসমৰ জনজাতি, ২য় সংখ্যা, ১৯৭৬
৩৩৮) আকাশী, মাৰ্চ, ১৯৮৪
৩৩৯) মনোৰঞ্জন, জয়ন্ত হাজাৰিকা তৰ্পণ সংখ্যা,
৩৩৯ক) বংঘৰ, জুলাই, ১৯৮২
৩৩৯খ) বংঘৰ, জানুৱাৰী-ফ্ৰেব্ৰুৱাৰী, ১৯৮৩
৩৪০) এৰিয়ান, ১৯৭২-৭৩
৩৪০ক) মালিনী; চন্দ্ৰকমল বেজবৰুৱা উচ্চ ইংৰাজী বিদ্যালয়ৰ মুখপত্ৰ, ১৯৬২-৬৩
৩৪১) কটনিয়ান, ১৯০১-২ শক
৩৪১ক) মালঞ্চ, ১৯৮৬
৩৪২) সীবলু, ডিচেম্বৰ, ১৯৮৪
৩৪৩) আৱাহন, ১ম সংখ্যা, ১৯৮৫
৩৪৩ক) Assam Scout and Guide Bulletin, 1977
৩৪৪) Adventure, Nov 1979 and December, 1985
৩৪৪ক) Souvenir, Maharana Athletic Club, Guwahati, 1977
৩৪৪খ) প্ৰান্তিক, ১১শ সংখ্যা, ১৯৮২
৩৪৫) প্ৰান্তিক, ১০ম সংখ্যা, ১৯৮৪
৩৪৬) প্ৰান্তিক, ১-১৫ ডিচেম্বৰ, ১৯৮৫
৩৪৭) প্ৰান্তিক, ১-১৫ অক্টোবৰ, ১৯৮৯
৩৪৮) ৰামধেনু, পুহ, ১৮৭৬ শক
৩৪৯) ৰামধেনু, কাতি, ১৮৮১ শক
৩৫০) ৰামধেনু, চ'ত, ১৮৮২ শক

৩৫১)	বামধেনু, ব'হাগ, ১৮৮৬ শক
৩৫২)	বামধেনু, জেঠ, আহাব, ১৮৮৬ শক
৩৫৩)	প্ৰকাশ, জুলাই, ১৯৮০
৩৫৪)	প্ৰকাশ, জুন, ১৯৮১
৩৫৫)	প্ৰকাশ, নৱেম্বৰ, ১৯৮১
৩৫৬)	প্ৰকাশ, মে, ১৯৮২
৩৫৭)	প্ৰকাশ,ফ্ৰেব্ৰুৱাৰী, ১৯৮৩
৩৫৮)	প্ৰকাশ,মে, ১৯৮৩
৩৫৯)	প্ৰকাশ,অক্টোবৰ, ১৯৮৩
৩৬০)	প্ৰকাশ,নৱেম্বৰ-ডিচেম্বৰ, ১৯৮৩
৩৬১)	প্ৰকাশ,চেপ্তেম্বৰ, ১৯৮৪
৩৬২)	প্ৰকাশ,অক্টোবৰ, ১৯৮৪
৩৬৩)	প্ৰকাশ,জানুৱাৰী, ১৯৮৫
৩৬৪)	প্ৰকাশ,জুন, ১৯৮৫
৩৬৫)	প্ৰকাশ,চেপ্তেম্বৰ, ১৯৮৫
৩৬৫ক)	প্ৰকাশ,নৱেম্বৰ, ১৯৮৭
৩৬৬)	প্ৰকাশ,জানুৱাৰী, ১৯৮৬
৩৬৭)	প্ৰকাশ,অক্টোবৰ, ১৯৮৯
৩৬৮)	অসম সাহিত্য সভা পত্ৰিকা, ২য় সংখ্যা, ১৯৬২
৩৬৯)	অসম সাহিত্য সভা পত্ৰিকা, ৪ৰ্থ সংখ্যা, ১৯৬৮
৩৭০)	অসম সাহিত্য সভা পত্ৰিকা, ১ম সংখ্যা, ১৯৬৯
৩৭১)	অসম সাহিত্য সভা পত্ৰিকা, ২য় সংখ্যা, ১৯৭৩
৩৭২)	অসম সাহিত্য সভা পত্ৰিকা, ৪ৰ্থ সংখ্যা, ১৯৭৩
৩৭৩)	অসম সাহিত্য সভা পত্ৰিকা, ১ম সংখ্যা, ১৯৭৬
৩৭৪)	অসম সাহিত্য সভা পত্ৰিকা, ২য় সংখ্যা, ১৯৭৭
৩৭৫)	অসম সাহিত্য সভা পত্ৰিকা, ৪ৰ্থ সংখ্যা, ১৯৮২-৮৩

## গ. বাতৰি কাকত

৩৭৫ক)	দৈনিক জনমভূমি, ২৭ জুন, ১৯৮২
৩৭৬)	জনমত, ২ ফেব্ৰুৱাৰী, ১৯৮৭
৩৭৭)	অসম বাণী, ৩ এপ্ৰিল, ১৯৮৭
৩৭৮)	নীলাচল, ২০ অক্টোবৰ, ১৯৮৯

৩৭৯) অগ্রদূত, ৪ জুন, ১৯৮৯
৩৮০) অগ্রদূত, ১১ জুন, ১৯৮৯
৩৮০ক) অগ্রদূত, ১৮ মার্চ, ১৯৯০
৩৮০খ) অগ্রদূত, ২২ জুলাই, ১৯৯০
৩৮০গ) অগ্রদূত, ৯ ডিচেম্বৰ, ১৯৯০
৩৮০ঘ) অগ্রদূত, ২৩ ডিচেম্বৰ, ১৯৯০
৩৮০ঙ) অগ্রদূত, ২০ জানুৱাৰী, ১৯৯১
৩৮১) নতুন দৈনিক, ১৯ এপ্রিল, ১৯৮৯
৩৮২) নতুন দৈনিক, ১৯ মে', ১৯৮৯
৩৮৩) নতুন দৈনিক, ২৬ চেপ্তেম্বৰ, ১৯৮৯
৩৮৪) নতুন দৈনিক, ৭ অক্টোবৰ, ১৯৮৯
৩৮৪ক) নতুন দৈনিক, ২৪ চেপ্তেম্বৰ, ১৯৯০
৩৮৫) আজিৰ অসম, ৪ আৰু ১১ মার্চ, ১৯৮৯
৩৮৬) আজিৰ অসম, ১২ ডিচেম্বৰ, ১৯৮৯
৩৮৭) আজিৰ অসম, ১৭ ডিচেম্বৰ, ১৯৮৯
৩৮৮) Assam Tribune, Nov 29, 1985
৩৮৯) Assam Tribune, Dec 26, 1985
৩৯০) Assam Tribune, Jan 14, 1986
৩৯১) Assam Tribune, Jan 25, 1986
৩৯২) Assam Tribune, March 16, 1986
৩৯৩) Assam Tribune, April, 6,1986
৩৯৪) Assam Tribune, April, 24 and May 5, 1986
৩৯৫) Assam Tribune, April, 26,1986
৩৯৬) Assam Tribune, June,4, 1986
৩৯৭) Assam Tribune, Jan 17, 1988
৩৯৮) Assam Tribune, Oct 20, 1989
৩৯৯) Assam Tribune, Oct. 29,1989
৩৯৯ক) Assam Tribune, June, 1,1990
৩৯৯খ) Assam Tribune, Dec 9,1990
৪০০) অন্যান্য

